# শিশুনাট্য সম্ভাৰ

সম্পাদনা ঃ

হৃষীকেশ গোস্বামী



অসম শিশু সাহিত্য ন্যাস

গুৱাহাটী-২১

**Sisu Natya Sambhar** : A Children's Drama Collection, Edited and published by Hrishikesh Goswami, Secretary, Children's Literary Trust, Assam, Ratnagiri Path, Bamunimaidam, Guwahati-781021. Ph. 9859035774, First Edition : August 2010.

---

বিশেষ কৃতজ্ঞতা ঃ **মাণিক ৰয়**

প্ৰথম প্ৰকাশ ঃ **আগষ্ট ২০১০**

প্ৰকাশক ঃ **অসম শিশু সাহিত্য ন্যাস**
ৰত্নগিৰি পথ, বামুণীমৈদাম
গুৱাহাটী-৭৮১০২১

বেটুপাত ঃ **উৎপল বৰা**

ডি.টি.পি ঃ **ফাইন-টেক্ এছোচিয়েট্চ**
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

ছপা ঃ **শৰাইঘাট অফছেট প্ৰেছ**
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১
ফোন ঃ ৯৪৩৫৪০৫৫৫৮, ৯৮৬৪১১০২৯৩

মূল্য ঃ ৩৩০.০০ টকা

**বিঃদ্ৰঃ অসম শিশু সাহিত্য ন্যাস অথবা নাট্যকাৰৰ আগতীয়া অনুমতি অবিহনে নাট্য সম্ভাৰত সন্নিবিষ্ট নাটক চিনেমা, ভিচিডি বা দূৰদৰ্শনৰ বাবে ধাৰাবাহিক আদি কৰিব নোৱাৰিব।**



# সম্পাদকৰ দুআষাৰ

অসমীয়া নাট্য সাহিত্যৰ ইতিহাসে শিশুনাটৰ কথা পৃথককৈ উল্লেখ কৰা নাই। মহাপুৰুষ মাধৱদেৱে 'চোৰধৰা', 'পিপৰা গুচুৱা', 'ভোজন বিহাৰ', 'অৰ্জুন ভঞ্জন' আৰু 'ভূমি লেটোৱা' আদি নাটককেইখনৰ মাজেদি শিশু কৃষ্ণৰ দুষ্টালিৰ কথা উল্লেখ কৰিছে। নাটকেইখনত কৃষ্ণক স্বাভাৱিক মানৱ শিশুৰূপে অঙ্কন কৰা হৈছে। নাটবোৰত কৃষ্ণক বাদ দি সৰহ সংখ্যক চৰিত্ৰই নাৰী। বালক কৃষ্ণৰ চতুৰালি, চৌৰ্য, ভেম, অভিমানৰ ৰসাল চিত্ৰণ নাটৰ মূল বিষয়। বাৎসল্যভাৱে নাটত প্ৰাধান্য লাভ কৰিছে। মহাপুৰুষ মাধৱদেৱৰ এই নাটসমূহক * 'ঝুমুৰা' বুলি উল্লেখ কৰা হৈছে। একমাত্ৰ 'অৰ্জুন-ভঞ্জন'ক 'ঝুমুৰা' বোলা হোৱা নাই। এয়াই অসমীয়া শিশুনাটৰ চানেকি বুলিলে নিশ্চয় ভুল কৰা নহ'ব।

আধুনিক অসমীয়া শিশুনাটৰ প্ৰসংগ আহিলে কীৰ্তিনাথ শৰ্মা বৰদলৈ আৰু মুক্তিনাথ শৰ্মা বৰদলৈয়ে যুটীয়াভাবে ৰচনা কৰা 'বাসন্তীৰ অভিযেক' (১৯২৯), লুইত কোঁৱৰ (১৯৩০), সুৰ-বিজয় (১৯৩৪)ৰ কথা মনলৈ আহে। ইয়াৰ উপৰি আনন্দ চন্দ্ৰ বৰুৱাৰ কপৌ কুঁৱৰী (১৯৩২) পদ্মধৰ চলিহাৰ 'কেনে মজা' (১৯২৮)ও উল্লেখযোগ্য। চলিহাৰ 'কেনে মজা' এখন ধেমেলীয়া নাট আছিল। একেদৰে কৰুণাধৰ বৰুৱাৰ 'প্ৰজাপতি' (১৯৪৬) কীৰ্তিনাথ হাজৰিকাৰ 'ফুটুকাৰ ফেন' (১৯৫৬) শিশু উপযোগী নাট। জ্যোতিপ্ৰসাদৰ 'নিমাতী কইনা' পাৰ্বতীপ্ৰসাদ বৰুৱাৰ 'সোণৰ সালেং' শিশুসকলে চাই আনন্দ লাভ কৰিব পৰা নাটক। একেদৰে লক্ষ্যধৰ চৌধুৰীৰ 'একলব্য', প্ৰসন্নলাল চৌধুৰীৰ 'অপেশ্বৰী' (১৯৬১) শিশুনাট দুখনো উল্লেখযোগ্য।

শিশুনাট সংকলনৰ কথা আলোচনা কৰিবলৈ যাওঁতে ১৯৫৮ চনত পঞ্চৰতন ফাৰ্মৰ (হাউলী) স্বত্বাধিকাৰী যাদব চন্দ্ৰ দাসে 'ডায়লগ্' নামৰ শিশুনাটৰ এখন চুটি সংকলন প্ৰকাশ কৰি উলিওৱাৰ কথা মনত পৰে।

---

*** ঝুমুৰা : ঝুমুৰী ছন্দৰ খৰ্বাকৃতিৰ সাদৃশ্যত ঝুমুৰা বোলা হৈছিল। স্ত্ৰীচৰিত্ৰৰ প্ৰাধান্যৰ বাবেও ঝুমুৰা আখ্যা দিয়াতো সম্ভৱ হ'ব পাৰে। চাওঁতালী ঝুমুৰ নাচ স্ত্ৰীপ্ৰধান। মিথিলাত নাৰীসকলে কৰা নৃত্যগীত এবিধৰ নাম 'ঝুমুৰি'। বঙ্গদেশত 'ঝুমুৰ গান' বুলি একপ্ৰকাৰ 'গীতাভিনয়' প্ৰচলিত আছিল। ড' সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে 'ঝুমুৰা' শব্দটো মাধৱদেৱৰ পৰৱৰ্তী সৃষ্টি।**

আধুনিক অসমীয়া শিশুনাটলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়ায় নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, ভবেন্দ্ৰনাথ শইকীয়া, বলীন চৌধুৰী আদিয়ে। ৰেডিঅ'ৰ মাজেৰে ভবেন্দ্ৰনাথ শইকীয়াই শিশুনাটক গোটেই অসমতে জনপ্ৰিয় কৰি তোলে।

শিশুনাট ভাৰতবৰ্ষৰ বিভিন্ন ঠাইতে চেগা-চেৰেকাকৈ মঞ্চস্থ হয় যদিও এতিয়ালৈকে বহল আৰু ব্যাপক পৰিসৰত অনুষ্ঠিত হোৱা নাই। সেই ফালৰ পৰা শিশুনাটে এতিয়াও শৈশৱৰ দেওনা পাৰ হোৱা নাই বুলি মন্তব্য কৰিব পাৰি। সংগীত নাটক অকাডেমীয়ে প্ৰকাশ কৰা এখন গ্ৰন্থত 'Children's Theatre' শীৰ্ষক দুটা প্ৰবন্ধত ৰমেশ চন্দৰ আৰু সমৰ চেটাৰ্জীয়ে এই মন্তব্যকেই কৰিছে। তেওঁলোকৰ মতে — আধুনিক শিশুনাটৰ ধাৰাটো ভাৰতবৰ্ষতেই নতুন। সাধাৰণতে বিদ্যালয়বোৰৰ বাৰ্ষিক উৎসব বা অন্যান্য উৎসব-পাৰ্বণতহে ই আৱদ্ধ হৈ আছিল।

শিশুনাটৰ প্ৰসংগ উত্থাপিত হ'লেই সাধাৰণতে কেইটামান কথা আলোচনা হয়। (ক) শিশুৱে শিশুৰ বাবে অভিনয় কৰা নাট (খ) প্ৰাপ্তবয়স্ক সকলে শিশুৰ বাবে অভিনয় কৰা নাট (গ) শিশুৱে প্ৰাপ্তবয়স্ক সকলৰ বাবে অভিনয় কৰা নাট (ঘ) আহল-বহল নাট্যগৃহৰ কথা। এই সম্পৰ্কে ১৯৪৮ চনতে Peter Slade (পিটাৰ শ্লেদ)ৰ মন্তব্য আছিল এনে ধৰণৰ— Children's theatre is a Land not a building. It is the Land of Imagination and Emotion set in the Empire of Dreams. If we donot realize this, or worse, if we donot want to realize it, because of our blind adult conceptions, we shall get the wrong sort of theatre and it will not be a Children's one at all. There is a danger of its becoming for little dead puppets directed by us, and not by their own delight.

Real children's theatre has hardly been conceived yet. It should be something quite different from what we know. It may be that the theatre of the future will not have a stage because future generations of actors will no longer tolerate such absurdities. If we are thinking of a building for children, one thing is certain, the built up stage, one end of it, should not be the most important item. (শিশুনাটক অট্টালিকা নহয়, ভূমিক্ষেত্ৰ। এই ক্ষেত্ৰ আবেগ আৰু কল্পনাৰ সমষ্টি। এই আবেগ আৰু কল্পনাৰ উৎস হ'ল সপোনৰ সাম্ৰাজ্য। এনে উপলব্ধি অবিহনে শিশুনাটকৰ সোৱাদ আমি কেতিয়াও নাপাম। প্ৰাপ্ত বয়স্কৰ দৃষ্টিৰে চালে ই কেতিয়াও শিশুনাট নহ'ব। ই হ'ব মাত্ৰ নাটকৰ ভ্ৰম। এনে নাটক শিশুৰ প্ৰতিফলন নহৈ নিষ্প্ৰাণ পুতলা নাচৰ দৰে হ'ব। এনে নাটক কেতিয়াও আনন্দৰ ফলশ্ৰুতি নহ'ব।

প্ৰকৃতাৰ্থত শিশুনাটকৰ ধাৰণা গঢ় লৈ উঠা বুলি এতিয়াও ক'ব নোৱাৰি। আমি জানো বুলি ভবাতকৈ ই যেন বহু বেলেগ। এনেকুৱাও হ'ব পাৰে যে ভৱিষ্যতে নাটকৰ বাবে যেন মঞ্চৰ আৱশ্যকেই নাথাকিব। কাৰণ নাটকৰ অনাগত প্ৰজন্মই মঞ্চৰ আতিশয্য যেন সহ্য নকৰিব। শিশুৰ কাৰণে যদি আমি

এটা নাটঘৰৰ কথা ভাবো সেই ঘৰটোৰ এটা ফালে এখন মঞ্চ থকাটো কোনো গুৰুত্বপূৰ্ণ কথাই নহ'ব।...)

তাহানিতে পিটাৰ শ্লেদে ভবা কথাৰ বাস্তৱ প্ৰতিফলন আজি আমি দেখিছোঁ।

আমি যদি শৈশৱৰ কথা স্মৰণ কৰো, নিশ্চয় মনত পৰিব যে আমাৰ শিশু অৱস্থাত আমি কিদৰে দুই হাত মেলি চৰাইৰ দৰে উৰি যাবলৈ ইচ্ছা কৰিছিলো। শিশু এটা ডাঙৰ হৈ অহাৰ লগে লগে, সি সকলো বস্তু চাকি চাব খোজে, তাৰ পিছত সকলো বস্তু চুই চাব খোজে আৰু শেষত সকলো হ'বলৈ বাঞ্ছা কৰে। তথাপিও আমি ক'ব বিচাৰো যে শিশুসকলৰ মনস্তত্ত্ব অনুধাৱন কৰা বৰ কঠিন কাম। শিশুসকলৰ মন সম্পৰ্কে আমি যিমান জানো সেয়া কেতিয়াও চূড়ান্ত হ'ব নোৱাৰে। শিশুৱে কি ভাল পায়, কি বিচাৰে তেওঁলোকেই তাৰ ইংগিত দিয়ে। গতিকে এই ক্ষেত্ৰত অতি সাৱধানতাৰে আগবাঢ়িব লাগিব।

সাধাৰণতে বিদ্যালয়ৰ বাৰ্ষিক উৎসৱতে সীমাবদ্ধ হৈ থকা শিশুনাটৰ বিষয়বস্তু নিৰ্ধাৰণ কৰোতে যথেষ্ট সচেতন হোৱাৰ লগতে সতৰ্কও হোৱা উচিত। এই ক্ষেত্ৰত মনোযোগ দিবলগীয়া বিষয়বোৰ হ'ল— (ক) নাটৰ বিষয়বস্তু (খ) বেলেট বা নৃত্য নাটিকা (গ) পদ্য (ঘ) হাস্যৰস (ঙ) সংগীত (চ) অভিনেতা নিৰ্বাচন আৰু (ছ) পৰিচালনা। নাটবোৰ ৰচনা কৰোতে ভিন্ন বয়সৰ শিশুৰ বাবে সেইবোৰ উপযুক্ত হৈছেনে নাই এই সংবেদনশীল কথাটো চালি-জাৰি চোৱা দৰকাৰ। কিয়নো নাটৰ মাজেৰে সমাজৰ লাগতিয়াল বিষয়সমূহ শিশুৰ আগত দাঙি ধৰি যিমান সহজতে শিক্ষা প্ৰদান কৰিব পৰা যায়, আন কোনো মাধ্যমেৰেই সেই কাম সম্পূৰ্ণ কৰিব নোৱাৰি।

আধুনিক শিক্ষা ব্যৱস্থাত, পৃথিৱীৰ সকলো উন্নত দেশৰ বিদ্যালয়সমূহৰ পাঠ্যক্ৰমত নাটক অপৰিহাৰ্য অংগ হৈ পৰিছে। এই ব্যৱস্থাৰ বাবে বিভিন্ন বয়সৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বিভিন্ন বিষয়ৰ নাটক ৰচনা কৰা হয়। ই বৰ উজু কাম নহয়। শিশু-মনস্তত্ত্ব গভীৰভাবে অনুধাৱন কৰাৰ লগে লগে শিশুক আমোদ দিয়া কথাটোও উপেক্ষা কৰিব নালাগিব। এনে ব্যৱস্থাৰে পাঠ্যক্ৰমত থকা পাঠবোৰ অতি সহজে আৰু কম সময়তে শিশুৱে গ্ৰহণ কৰাটো পৰিলক্ষিত হৈছে। যাক Theatre in Education বোলা হয়। গুৱাহাটী শিশু নাট্যবিদ্যালয়ৰ উদ্যোগত এই ব্যৱস্থা ২০০৭ চনৰ পৰা অসমৰ বিভিন্ন ঠাইত পৰীক্ষামূলকভাৱে আৰম্ভ কৰা হৈছে।

আমি পূৰ্বতে উল্লেখ কৰিছো যে অসমৰ বিভিন্ন স্থানত কিছুমান নাট্যগোষ্ঠী আৰু সংস্থাই শিশুনাট সমাৰোহ আৰু প্ৰতিযোগিতা অনুষ্ঠিত কৰি আহিছে। বহুতে ক'ব খোজে— শিশুনাট প্ৰতিযোগিতাতকৈ শিশুনাট সমাৰোহ অনুষ্ঠিত কৰাটোহে যুগুত। সদ্যহতে সেই বিতৰ্কলৈ নগৈ এই সংকলনখনত সন্নিবিষ্ট নাটসমূহৰ বিষয়ে পাঠকক সামান্য আভাষ দিয়া হ'ল—

**পোষ্টাৰ : অৰুণ শৰ্মা :** প্ৰখ্যাত নাট্যকাৰ অৰুণ শৰ্মা দেৱৰ 'পোষ্টাৰ' নাটৰ আভাষ দাঙি ধৰিবলৈ গৈ মনত পৰিছে কবি নৱকান্ত বৰুৱাৰ কৱিতাৰ সেই বিখ্যাত পংক্তি—' শিশুৰ মুখৰ হাঁহি পুৰি কৰে ৰেলত হ'কাৰ। গৰখীয়া ল'ৰাটিৰ বহাগী সপোন পোৰে।' আমাৰ সমাজত নিতৌ কিমান যে শিশুৰ সপোন পুৰি চাৰখাৰ হৈ গৈছে তাৰ সীমা সংখ্যা নাই। ৰঙীণ বহাগৰ সপোন, মুখৰ হাঁহি, সকলো

যেন জুইৰ লেলিহান শিখাই পুৰিছে— সিহঁত কণমানিতে কঠোৰ বাস্তৱৰ সন্মুখীন হ'বলগীয়া হৈছে। শৈশৱৰ ধেমালি বাদ দি বহু শিশুৱে ৰেলত হ'কাৰ হ'বলগীয়া, ফুটপাথে ফুটপাথে বিভিন্ন সামগ্ৰী বুটলি ফুৰা ঘটনা আমাৰ দৃষ্টিগোচৰ হৈছে। নাট্যকাৰে তেওঁৰ সূক্ষ্ম পৰ্যবেক্ষণেৰে বস্তিত থকা শিশুসকলৰ কঠোৰ জীৱনৰ কথা কনটি, লালু, দীন, বাচ্চুহঁতৰ জীৱনৰ মাজেদি প্ৰকট কৰি তুলিছে। পোষ্টাৰ নাটৰ কাহিনীয়ে আজিও আমাৰ তথাকথিত সভ্য সমাজক উপহাস কৰে।

**গাধ ঃ ৰত্ন ওজা ঃ** ব্যঙ্গাত্মক নাটক। গাধৰ পৰা মানুহ হ'বলৈ সাধনাৰ প্ৰয়োজন। ভাল হ'বলৈ যুগ যুগ লাগে। কিন্তু বেয়া হ'বলৈ কিমান পৰ লাগে। চুটি নাটখনৰ মাজেৰে নাট্যকাৰে সেই কথাকেই দাঙি ধৰিছে।

**নুফুলা ফুলৰ মালিতা ঃ হৰেন্দ্ৰ নাথ বৰঠাকুৰ ঃ** "অ' ফুল অ' ফুল নুফুল কিয়" নামৰ সেই বিখ্যাত পদ্যটোৰেই নাটৰ মূল আধাৰ ৰূপে লৈ নাট্যকাৰে কাহিনীৰ ৰূপ দিছে। শিশু নাট্যকাৰ ৰূপে খ্যাতি লাভ কৰা বৰঠাকুৰে নতুন ধাৰণা কিছুমানো নাটৰ মাজেৰে দৰ্শকৰ সন্মুখত দাঙি ধৰিছে। নাটখনত প্ৰাকৃতিক পৰিৱেশ ৰক্ষা কৰা, গছৰো যে জীৱ আছে (যিটো আধুনিক বিজ্ঞানে ইতিমধ্যে প্ৰমাণ কৰিছে) সেই কথা দাঙি ধৰাৰ লগতে দেশ-বিদেশৰ জ্ঞানৰ বিনিময়ৰ ওপৰতো গুৰুত্ব প্ৰদান কৰিছে। নাটৰ মূলভাৱ ধনমণি নামৰ চৰিত্ৰটোৰ মুখেদিয়েই প্ৰকট হৈ পৰিছে — 'দায়িত্বত গাফিলতি কৰা, প্ৰাকৃতিক ঘটনাৰ অজুহাতত কামত ফাঁকি দিয়া, পৰম্পৰাৰ নামত মানুহক বিপথে নিয়া এইবোৰ সমাজত চলি থাকিবলৈ দিয়া নহ'ব।'

**ৰঙা পাহাৰ ঃ আলী হাইদৰ ঃ** প্ৰাপ্তবয়স্কসকলৰ নাট্যকাৰৰূপে আলী হাইদৰৰ সুখ্যাতি আছে। কিন্তু শিশুৰ বাবেও কেবাখনো নাটক ৰচনা কৰি আলী হাইদৰে শিশুনাট্য আন্দোলনলৈ বিশেষ বৰঙণি যোগাইছে। তেনে বৰঙণিৰে অংশ বিশেষ— ৰঙা পাহাৰ। চৰাই-চিৰিকটিৰ জীৱনৰ সংকটৰ মাজেৰে তেওঁ মানৱ জীৱনৰ সংকটৰ কথা প্ৰকাশ কৰিছে। নাটৰ মাজত অসমীয়া সংস্কৃতিৰ অবিচ্ছেদ্য অংগ বিয়ানামক সামৰি লৈছে। চিক্, চিৰিকা, তিতিয়া চিনিক্, মাখিখোৱা, ধুনতী, চাতক, চিলনী, গংগাচিলনী আদিক চৰিত্ৰৰূপে লৈ সিহঁতৰ সুখ-দুখ, হাই-কাজিয়া, গান-বাদ্যকে ধৰি প্ৰাত্যহিক জীৱনৰ চিত্ৰ অংকন কৰিছে। জীৱ-জন্তু, চৰাই-চিৰিকটি আৰু মানুহ, সকলোৰে মাতৃৰ চৰিত্ৰ যে একে তাকেই তেওঁ সুন্দৰভাৱে বৰ্ণনা কৰিছে। কোনো মাতৃয়েই সন্তানক বিপদৰ মুখলৈ ঠেলি দি নিজে যে নিৰাপদ দূৰত্বত আশ্ৰয় নলয় সেই চিৰসত্যকো নাটত অংকন কৰিছে।

**দ্যা লাষ্ট চেলুট ঃ ঐশ্চৰ্য কাকতি ঃ** শিক্ষকতা এটা চাকৰি নহয়— ই দেশ সেৱা। সৈনিকো কেৱল চাকৰি নহয় ই দেশ সেৱা। কাৰণ দেশ মানে হ'ল আমাৰ মাতৃ। সেই মাতৃক ৰক্ষা কৰি যিসকল দেশৰ বাবে ছহিদ হয় তেওঁলোকৰ মৃত্যুত সমগ্ৰ দেশে চকুপানী টোকে, কিন্তু সাধাৰণ মানুহৰ মৃত্যুত মাত্ৰ পৰিয়ালটোৱেহে চকুলো টোকে। সাধাৰণ খেল-ধেমালিৰ পৰা আৰম্ভ কৰি সকলো বিষয়তে একতা থাকিলে শত্ৰুৱে যে একো কৰিব নোৱাৰে সেই কথাৰ পৰাই শিক্ষা লৈ দেশৰ সুৰক্ষাৰ কথা ৰমা, ৰাজু, প্ৰিয়া, গৌৰী, ৰাণাহঁতে বুজি উঠিছে। সৰুৰে পৰাই শিশুহঁতৰ অন্তৰত দেশপ্ৰেমৰ ভাৱনাক গঢ়

দিবলৈ যত্ন কৰিছে নাট্যকাৰ কাকতিয়ে।

**মিলিজুলি মিতিৰালি ঃ শ্যামা প্ৰসাদ শৰ্মা ঃ-** শিশুহঁতৰ মাজত পৰিবেশ সম্পৰ্কীয় সজাগতা বৃদ্ধি কৰিবলৈ এই নাটকখন ৰচনা কৰা হৈছে। আমাৰ অজ্ঞতা, দাৰিদ্ৰতা আদিৰ বাবে আমি কিদৰে প্ৰকৃতিৰ বুকুত নিষ্ঠুৰ আঘাট হানো তাৰ সীমা সংখ্যা নাই। নিতৌ তেনে অসংখ্য ঘটনা ঘটিব লাগিছে। কান্দুৰা আৰু টেপেৰাৰ কাম হ'ল বাটলু গুটি মাৰি চৰাই চিৰিকটি আঘাটপ্ৰাপ্ত কৰি বজাৰত বিক্ৰী কৰা। লুভীয়া নৰমনিচেও সেইবোৰ কিনি তাৰ মাংসৰ সোৱাদ লয়। দুখীয়া পৰিয়ালৰ কান্দুৰা আৰু টেপেৰাক এই কামৰ পৰা শিক্ষয়িত্ৰীয়ে আঁতৰাই আনে। সিহঁতক উপলব্ধি কৰিবলৈ শিকায় যে দুষ্প্ৰাপ্য দেওঁহাহ, নিধন যজ্ঞৰ পৰিবৰ্তে সিহঁতকো আমাৰ পৰিয়ালৰ সদস্যৰ দৰে ব্যৱহাৰ কৰি, সিহঁতৰ সতে মিতিৰালি পাতি জীয়াই থাকিব লাগে। তেতিয়াহে প্ৰকৃতি আৰু পৰিবেশ সুৰক্ষিত হৈ থাকিব।

**ৰং আহে পাহি মেলি ঃ অনিল কুমাৰ শইকীয়া ঃ** নাটাকাৰে আৰম্ভণিতে কৈছে যে জোতিষ চন্দ্ৰ দত্তৰ "ফুলৰ দেশ" নামৰ গল্পটোৰ পৰা ইয়াক নাট্যৰূপ দিয়া হৈছে। গীত আৰু সংগীতৰ প্ৰাধান্য থকা নাটখনত সোণটিয়ে এখন ৰেলেৰে ফুলৰ ৰাজ্যলৈ যাব খোজে। য'ত এজন ৰজাই নিজৰ মইমতালিৰে অকাৰণতে ফুলক শাস্তি বিহে। সোণটিয়ে সেই কথা ৰজাক সোঁৱৰাই দিছে। চোৰাত ফুলে ৰজাক উচটনি দিছে। কিন্তু প্ৰজাৰ একতাৰ সন্মুখত ৰজাৰ যে কোনো অস্তিত্ব নাই সেই কথা ফুলবোৰৰ সন্মিলিত শক্তিয়ে ৰজাক বুজাই দিছে। প্ৰজাৰ সুখহে ৰজাৰ প্ৰকৃত সুখ। 'বিহলঙনী'ৰ যোগেদি সকলোৰে মিলিজুলি থকাৰ কথা কৈছে। কাৰণ একতাই পৰম বল। সেই আপ্তবাক্যকেই নাটৰ মাজেদি প্ৰোথিত কৰিব বিচৰা হৈছে শিশুৰ মনত।

**সন্ধান ঃ শুভেশ্বৰ দাস ঃ** ইটো দৃশ্যৰ পৰা সিটো দৃশ্যলৈ যাওঁতে নাট্যকাৰে একোটি শিশু পদ্যৰ পংক্তি ব্যৱহাৰ কৰি এক নতুন আঙ্গিকৰ পৰিচয় দিছে। শ্ৰদ্ধাবান লভতে জ্ঞানম। চেষ্টাৰ অসাধ্য একো নাই। মহাভাৰতৰ একলব্যৰ কাহিনী নাট্যৰ মূল উপজীৱ্য। নিষ্ঠা আৰু চেষ্টাৰ ফলত একলব্য বীৰ হৈ উঠিছিল। গুৰুৱে নীচ কূলৰ বুলি একলব্যক খেদি দিয়াৰ পিচতো দ্ৰোণাচাৰ্য্যৰ মূৰ্ত্তিত একাগ্ৰচিত্তে সাধনা কৰি একলব্যই অৰ্জুনতকৈয়ো শ্ৰেষ্ঠ বীৰ বুলি নিজকে প্ৰতিপন্ন কৰিলে।

**বৰষুণ ঃ নৰেন পাটগিৰি ঃ** সমগ্ৰ বিশ্বৰ প্ৰধান সমস্যাবোৰৰ ভিতৰত এটা সমস্যা হৈছে গোলকীয় উষ্ণতা। অসমকো এই সমস্যাই চুই গৈছে। এই সমস্যাকে লৈ নাট্যকাৰে 'বৰষুণ' নাটৰ অৱতাৰণা কৰিছে। প্ৰকৃতি ধ্বংস অভিযান বন্ধ নকৰি ভেকুলী বিয়াৰে যে বৰষুণ আনিব নোৱাৰি সেই কথা কণমানিহঁতেও অনুভৱ কৰিছে। কল্লোল নামৰ চৰিত্ৰটোৱে কৈছে-- 'বেঙৰ কথাত বাৰিষা হোৱা হ'লে, পৃথিৱীৰ খৰাং ঠাইবোৰত ভেকুলীৰ বিয়া পাতি বৰষুণ অনাৰ ব্যৱস্থা কৰিলেহেঁতেন। পৃথিৱীত খৰাং ঠাই নেথাকিলহেঁতেন, আচলতে ভেকুলীৰ বিয়া মানুহৰ অন্ধবিশ্বাসহে।' কমলা কুঁৱৰীৰ সাধুৰপৰা বৰ্তমান যুগৰ আইচক্ৰীমলৈ সকলোতে পানীৰ প্ৰয়োজনৰ কথা নাট্যকাৰে সাধু আৰু গীতৰ মাজেৰে দৰ্শকৰ আগত দাঙি ধৰিছে।

**সেউজীয়া গাড়ী ঃ পঙ্কজজ্যোতি ভূঞা ঃ** সেউজীয়া গাড়ীৰ মাজেৰে নাট্যকাৰে শিশুলৈ কিছু

সপোন, কিছু দিঠকৰ বতৰা দিছে। মানৱ জীৱনৰ সোণালী সময়খিনিয়েই হ'ল শৈশৱ। সপোন, কল্পনা আৰু বাস্তৱ বোকোচাত উঠি উটি ভাহি ফুৰে শিশু। নির্দোষ ধেমালী শিশুৰ প্রাত্যহিক জীৱনৰ অংগ। চৰিত্রবোৰৰ নামৰ যি ব্যঙ্গাত্মক বাখ্যা দিয়া হৈছে সি তাৰেই ইঙ্গিত দিয়ে।

শৈশৱত ভ্রমণে এক ডাঙৰ শিক্ষা দিয়ে। সেই ভ্রমণৰ কেবাটাও দিশ ইয়াত সামৰা হৈছে।

শিশু চৰিত্রবোৰৰ আক্ষেপ পিয়ালীৰ মুখেদি ব্যক্ত হৈছে-- 'খেলিবলৈ ঠায়েই নাই'। এয়াই আধুনিক সভ্যতাৰ বিৰম্বনা; অন্তত: অসমৰ চহৰবোৰত। বিশেষকৈ গুৱাহাটীত। বন্ধ, বোমা, সোপাধৰাৰ ভয়কো অগ্রাহ্য কৰি শিশুৱে মুকলিত খেলিবলৈ বিচাৰে। সিহঁতৰ আক্ষেপ— মুকলি ঠাইবোৰ কাঢ়ি ললে বিল্ডিংবোৰে। শিশুৰ খেলা-ধুলাৰ গুৰুত্ব কিমান সেই সম্পর্কে বিশেষজ্ঞ সকলে কৈছে-- 'The brain of modern man is not only 99% asleep and artificially diminished but also incomplete'. বিশেষজ্ঞ সকলৰ মতে সাধাৰণ মানুহৰ মস্তিস্কত ১০,০০০,০০০,০০০ (এক হাজাৰ কোটি) মস্তিস্ক কোষ (cerebral neuron) আছে। বাল্যকালত প্রয়োজনীয় উদ্দীপনা (stimulas)ৰ অভাৱত এইবোৰ মৃতপ্রায় অৱস্থাত থাকে। কিন্তু খেলৰ মাধ্যমেৰেই বেছি উদ্দীপনা পোৱা যায়। যদি সেই উদ্দীপনাৰ অভাৱ ঘটে, প্রাপ্তবয়স্ক অৱস্থাত সেইবোৰ মস্তিস্ককোষৰ বিকাশ ঘটোৱা অসম্ভৱ। সেউজীয়া গাড়ীত খেলকেই প্রাধান্য দিয়া কথাটোৱে আমাক এইখিনি কথা মনত পেলাই দিলে।

শিশুহঁতৰ খেলৰ সামগ্রী গাড়ীখন লৈ গৈ তাৰ ঠাইত-বিল্ডিং বন্ধা কাম আৰম্ভ হ'ব। লক্ষীয়ে সিহঁতক কৈছে - 'এদিন নহয় এদিন আমাৰ সপোনবোৰ সঁচা হ'বই।.... গাড়ীখন থকা ঠাইডোখৰত নতুনকৈ সেউজীয়া ঘাঁহ গজি কেনেকৈ গাড়ীখনৰ দৰে হৈ পৰিছে । দেখিছ, সেই ভগা গাড়ীখনত তহঁত কিয় উঠিব লাগে? এই নতুন সেউজীয়া গাড়ীখনত উঠ। এইখনতো আমাৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে।'

**বান্দৰ আৰু শিয়াল ঃ অনুপ হাজৰিকা ঃ** লক্ষীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধুৰ পৰা 'বান্দৰ আৰু শিয়াল ' নামৰ সাধুটোক নাট্যৰূপ দিছে অনুপ হাজৰিকাই। নাগৰা নামেৰে আৰম্ভ কৰা নাটত লক্ষীনাথ বেজবৰুৱাৰো পৰিচয় এটি ডাঙি ধৰা হৈছে। নাটত সূত্রধাৰৰূপে ওজাপালিৰ প্রয়োগে দর্শকক নিঃসন্দেহে আকৃষ্ট কৰিব।

**সৰু ধেমালি বৰ ধেমালি ঃ পাকিজা বেগম ঃ** জেহিৰুল হুছেইনৰ মূল গল্পৰ নাট্যৰূপ দিছে পাকিজা বেগমে। এজাক ল'ৰা-ছোৱালীয়ে ধনশিৰিৰ বালিচৰত খেলি থাকে। সাধাৰণতে ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ মাজত যিবোৰ ঘটনা ঘটে তাকেই নাট্যকাৰে গীত আৰু সংগীতৰ মাজেৰে ফুটাই তুলিব বিচাৰিছে।

খেলি থাকোতে নদীত ভাহি অহা বস্তু এটি সিহঁতৰ দৃষ্টি গোচৰ হয়। সিহঁতে পিচত গম পায় যে সেইটো এটা মৰাশ'। সিহঁতৰ মানৱীয়তাই সৌৰৱাই দিয়ে যে সিহঁতে গাঁৱৰ ওজাৰ দৰে জাৰি ফুকি মৃতদেহটো জীয়াই তুলিব। তাৰে প্রচেষ্টাত সিহত ক্রমশঃ অগ্রসৰ হয়।

**ধুনু মইনা ঃ মানিক ৰয় ঃ** শিশু মৰম আকলুৱা। মাতৃৰ মৰমৰ পৰা বঞ্চিত শিশু কেতিয়াও এজন

পূর্ণাঙ্গ আৰু সুস্থ মানুহ হ'ব নোৱাৰে। মৰমৰ সাগৰত ডুবি থাকিব বিচাৰে শিশুৱে। কিন্তু আমাৰ সমাজত এনে বহুতো দুৰ্ভগীয়া শিশু আছে যি মাতৃৰ মৰমৰ পৰা বঞ্চিত হোৱাৰ উপৰি মাহীমাকৰ অত্যাচাৰ মূৰ পাতি ল'বলগীয়া হৈছে। ধুনু মইনাৰ কাহিনীও অনুৰূপ। মাতৃহাৰা ধুনু মইনাক মাহীমাকে সদায় খং কৰে, ডাবি, ধমকি দিয়ে। পিতাকৰো ধুনু মইনাৰ প্ৰতি কাণষাৰ নাই। মৰম বিচাৰি ধুনুমইনাৰ কণমানি মনটোৱে হাঁহাকাৰ কৰি উঠিল। মৰমৰ সন্ধানত ধুনু মইনা গছ-গছনি, ফল-পখিলাৰ মাজলৈ আৰু তাৰ পিছত তৰাৰ দেশলৈ যায়। সকলোৱে ধুনু মইনাক মৰম কৰে। ধুনু মইনাৰ ওপৰত হোৱা অত্যাচাৰ দেখি জোনবায়ে আকাশৰ পৰা নীলা ৰঙ এটি পঠিয়াই ধুনু মইনাক ফুল কৰি দিয়াৰ লগতে গছক কয় যে, যিদিনালৈকে মাহীমাকে তাইক মৰম কৰিবলৈ নিশিকে, ভাল পাবলৈ নিশিকে সিদিনালৈকে গছ-গছনিবোৰে তাইক চাব লাগিব। তাই বাগিছাত ফুল হৈ থাকিব। এনেতে ঘটনাৰ পট পৰিবৰ্তন হয়। মাহীমাকৰ ল'ৰা-ছোৱালীক দুটাই নোখোৱা নেমেলা হয়। বেজ আহে। বেজে ধুন মইনা নহলে যে ল'ৰা ছোৱালী দুটা ভাল নহ'ব সেই কথা মাক দেউতাকক কৈ পঠিয়াই দিয়ে। অৱশেষত বাগিছাৰ ফুলৰ মাজৰ পৰা ধুনু মইনাক অনা হয়। নাটখনৰ মাজেদি নাট্যকাৰে মৰম কিমান পৱিত্ৰ বস্তু সেই কথা প্ৰতিপন্ন কৰিছে। নাটাকাৰে নাটত কল্পনাৰ প্ৰয়োগ সুন্দৰ ভাৱে আৰু শিশুৱে ভাল পাব পৰাকৈ কৰিছে।

**গধূলিৰ পাঠ ঃ কুশলকৃষ্ণ দেৱগোস্বামী ঃ** প্ৰতীকৰ মাজেৰে নাট্যকাৰে নাটৰ বিষয় বস্তু দাঙি ধৰিছে। জাপানৰ 'কাবুকি' মঞ্চক আৰ্হি হিচাপে লৈ তাত নাটখন উপস্থাপন কৰাৰ কথা নাট্যকাৰে কৈছে। সাৰথিয়ে গভীৰ অৰণ্যৰ মাজেৰে কোঁৱৰ-কুঁৱৰীক লৈ গৈছে। মানুহৰ নিষ্ঠুৰ হাতৰ পৰশ নপৰা বাবে অৰণ্য সুন্দৰ হৈ আছে। সাৰথিয়ে পানী আনিবলৈ যাওঁতে কোঁৱৰহঁত কুবেৰকিংকৰৰ মায়াজালত বন্দী হৈ পৰিল। কোৱৰহঁতৰ যুদ্ধৰ অস্ত্ৰ মায়াজালেৰে কুবেৰে ভোটা কৰিলে। সুন্দৰৰ ৰূপ সমূলি সহ্য কৰিব নোৱাৰি কুবেৰে কোঁৱৰ-কুঁৱৰীৰ দ্বাৰা গছ, লতা, ফুল সকলো ধ্বংস কৰিলে, নৈ-নিজৰা শুকুৱাই পেলালে। অৱশেষত সাৰথিয়ে কুবেৰকিংকৰক বধ কৰিলে আৰু সকলো পূৰ্বৰ দৰে হৈ পৰিল। আমাৰ জীৱনৰ পথপ্ৰদৰ্শক সকলৰ কথা নুশুনি ধন কুবেৰৰ পিছত দৌৰি বেয়া দিশটোহে চিনি পালে আমাৰ বিপদ অনিবাৰ্য। সেয়ে তেনে বিপদৰ পৰা হাত সাৰিবলৈ মানুহে ধনৰ সৎ ব্যৱহাৰ কৰা উচিত। এন্ধাৰ আঁতৰালেহে পোহৰ আহে।

**অভিযানৰ শেষত ঃ বিনোদ ভাগৱতী ঃ** শিশু মনোবিজ্ঞানীসকলে বিভিন্ন ক্ষেত্ৰত শিশুৰ বিচক্ষণতা সম্পৰ্কে দ্বি-মত প্ৰকাশ কৰা নাই। শিশুৰ বুদ্ধিমত্তাৰ বাবে শিশুৱে অসম্ভৱকো সম্ভৱ কৰাৰ উদাহৰণ সমগ্ৰ বিশ্বতে অজস্ৰ। নাট্যকাৰ বিনোদ ভাগৱতীয়ে পপী, ভোলা, ৰীণা, বিধু, ৰামু নামৰ এই পাঁচটা চৰিত্ৰৰ মাজেদি সমাজলৈ এক দুঃসাহসিক অথচ ইতিবাচক বতৰা প্ৰেৰণ কৰিছে।

বৰ্তমান অসমক হিংসাই এনেধৰণে চুই গৈছে যে তাৰ ফলত কিমান মানুহ ক্ষতিগ্ৰস্ত হৈছে তাৰ সীমা সংখ্যা নাই। এই হিংসাৰ ফলত বহুতো নিৰীহ মানুহ অকালতে মৃত্যুৰ চিকাৰ হৈছে। বিপ্লৱী বুলি নিজকে আখ্যা দিব বিচৰা কেতবোৰ অমানুহে ধন ঘটাৰ উপায় হিচাবে দেৱতুল্য নিষ্পাপ শিশুক অপহৰণ কৰিছে। তেনে এক অপহৰণৰ ঘটনাই এঁই নাটকত অন্তৰ্ভুক্ত কৰা হৈছে। পপী নামৰ

ছোৱালীজনীক অপহৰণ কৰা কথাটোক লৈ বিধুৱে তাৰ সহজ-সৰল মনেৰে কৈছে— 'এই দাদাজন বৰ বেয়া চাগে— ইমানে যদি তেওঁৰ পইচাৰ অভাৱ হৈছে, তেনেহ'লে চাকৰি নকৰে কিয়? তেতিয়াতো ঢেৰ টকা পাব, কিন্তু তাকে নকৰি, এজনী সৰু ছোৱালীক এনেকৈ ধৰি আনি কষ্ট দিব লাগেনে'।

শিশু মুখৰ হাঁহি নিঃশেষ কৰিব বিচৰা মানুহ নামৰ অমানুহে পিছে এইবোৰ কথা অনুভৱ কৰিব কেনেকৈ? অৱশেষত শিশু কেইটাই সিহঁতৰ প্ৰত্যুৎপন্নমতিতাৰে এক গোপন অভিযান চলাই কিদৰে পপীক উদ্ধাৰ কৰিলে তাকে নাটকখনত সুন্দৰকৈ দেখুওৱা হৈছে। ২০০৯ চনৰ ২৯ আৰু ৩০ আগষ্ট তাৰিখে গুৱাহাটীৰ শংকৰদেৱ কলাক্ষেত্ৰত অসম শিশু সাহিত্য ন্যাসে অসম ভিত্তিত আয়োজন কৰা শিশু নাট প্ৰতিযোগিতাত এই নাটখনে শ্ৰেষ্ঠ পাণ্ডুলিপি ৰূপে বিবেচনা হৈছিল।

**ওলট-পালট ঃ উৎপল কুমাৰ দাস ঃ** অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰখ্যাত পদ্য 'ওলট-পালট' ৰ নাট্যৰূপ দিছে উৎপল কুমাৰ দাসে। নাটৰ শেষত বুঢ়ীয়ে কামৰ যে সৰু বৰ নাই সেই কথাবুজি অনুশোচনাৰে গাইছে -

ময়ো লাপুং বুঢ়া
মিছা নকও এক কড়া
হালবোৱাও নহয় তিৰিৰ কাম
মতাৰ ৰন্ধা-বঢ়া
বুজিলো দুয়ো দুয়োৰে দুখ
ভালদৰে আজিৰ পৰা।

**বিশ্বাস ঃ নিতুল কুমাৰ মেধি ঃ** নাট্যকাৰ মেধিয়ে 'সসেমিৰা বিশ্বাসঘাতৰ কল্যাণ নাই' এই লিখনীটোৱেই নাট ৰচনাৰ উৎস বুলি স্বীকাৰোক্তি দিছে। 'সসেমিৰা' শব্দটোৰ আৰম্ভণিৰ প্ৰতিটো বৰ্ণতে নিহিত হৈ আছে একো একোটা সংস্কৃত শ্লোক। এই শ্লোকৰ ৰচয়িতা আছিল মহাকবি কালিদাস। গভীৰ অৰণ্যত চিকাৰ কৰিবলৈ গৈ ৰাজপুত্ৰই যেতিয়া দিশ ভুল কৰি অকলশৰীয়া হ'ল তেতিয়া এটি ভালুকৰ সতে বন্ধুত্ব স্থাপন কৰি নিশাতো গছৰ ওপৰত কটাই ৰাতিপুৱা সৈন্য সামন্ত সকলক লগ পোৱাৰ বাবে চিন্তা কৰিলে। ৰাজপুত্ৰই ভালুকক আৰু ভালুকেও ৰাজপুত্ৰক অন্যায় নকৰাৰ অংগীকাৰ কৰি বন্ধুত্ব স্থাপন কৰে। নিশা হোৱাৰ লগে লগে ৰাজপুত্ৰ টোপনি গ'ল, ভালুকে বন্ধুত্বৰ অংগীকাৰ পালন কৰি ৰখীয়াৰ দায়িত্ব পালন কৰিবলৈ আৰম্ভ কৰোতে এটা ধুৰন্ধৰ বাঘ আহি ৰাজপুত্ৰক বাঘৰ খাদ্যৰূপে তললৈ পেলাই দিবলৈ ক'লে আৰু মানুহৰ স'তে যে পশুৰ বন্ধুত্ব অসম্ভৱ , তাকো ভালুকক সোঁৱৰাই দিলে। চতুৰ বাঘৰ প্ৰলোভনত ভালুক পতিয়ন নগৈ ৰাজপুত্ৰক পহৰা দি গ'ল। এইবাৰ শোৱাৰ পাল পৰিল ভালুকৰ। পহৰাৰ দায়িত্বত থাকিল ৰাজপুত্ৰ। আকৌ আহিল বাঘ। ৰাজপুত্ৰক বুজনি দিলে যে ৰাতিপুৱাৰ লগে লগে ভালুকে কেনেদৰে ৰাজপুত্ৰৰ গোটেই দেহটো চিৰাচিৰ কৰিব আৰু বনৰ ৰজা বাঘে কিদৰে নীৰৱ দৰ্শক হৈ থাকিব লাগিব। সেই কথা কৃত্ৰিম দুখেৰে ৰাজপুত্ৰৰ আগত দাঙি ধৰিলে। বাঘৰ বুজনিত ৰাজপুত্ৰৰ মনৰ পৰিবৰ্ত্তন ঘটিল। বন্ধুত্বৰ অংগীকাৰক বিশ্বাসঘাটকতা কৰি ভালুকক বাঘৰ খাদ্যৰূপে ওপৰৰ পৰা থেলামাৰি পেলাই দিব খোজোতেই ভালুকে ৰাজপুত্ৰৰ গালত চৰ সোধাই কয়- সসেমিৰা, সসেমিৰা। অৰ্থাৎ-

(ক)'সদ্ভাৱংপ্ৰতিপন্নানাং বঞ্চনে কা বিদগ্ধতা? অংকমাৰুহ্য সুপ্তানং হন্তুং কিং নাম পৌৰুষম্? (নিজৰ সদ্ভাৱ প্ৰতিপন্ন কৰিবলৈ বিচাৰি যদি কোলাত শুই থকাজনক হত্যা কৰিবলৈ বিচৰা হয় সেইয়া পুৰুষালি হ'ব নোৱাৰে।) (খ) সেতুবন্ধে সমুদ্ৰেচ গত্তা সাগৰ সঙ্গমে, ব্ৰহ্মহামুচ্যাতে পাপৈ মিত্ৰদ্ৰোহী নমুচ্যাতে (প্ৰয়াগলৈ গৈ ব্ৰহ্মবধ পাপৰ পৰাও মুক্তি পাব পাৰি কিন্তু মিত্ৰদ্ৰোহীৰ মুক্তি অসম্ভৱ) (গ) মিত্ৰদ্ৰোহী কৃতঘ্নচ যে চ বিশ্বাসঘাটকা তে নৰা ঃ নৰকংযান্তি যাব চ্চন্দ্ৰৌ দিবাকৰৌ (মিত্ৰদোহী, কৃতঘ্ন আৰু বিশ্বাসঘাটক সেই মানৱ চন্দ্ৰ, সূৰ্য থকালৈকে নৰকলৈ গতি কৰে) (ঘ) ৰাজাসি ৰাজপুত্ৰোসি যদি কল্যান মিচ্ছ্যসি দেহি দানং দ্বিজাতিভৌ দেৱতা আৰাধনাংকুৰু (তুমি ৰজাই হোৱা বা ৰজাৰ পুত্ৰই হোৱা ব্ৰাহ্মণ সজ্জনক দান-দক্ষিণা কৰা আৰু ভগৱানক আৰধনা কৰা।)।

বিশ্বাসঘাটকতা, প্ৰবঞ্চনা কৰাৰ বিপৰীতে বিশ্বাসৰ সাঁকো নিৰ্মাণহে মূল কথা। সসেমিৰা নোহোৱা কৰিব বিশ্বাসে। নাট্যকাৰে সহজ সৰলকৈ তাকে দৰ্শকৰ আগত দাঙি ধৰিছে।

**শেষ নোহোৱা সাধু ঃ প্ৰশান্ত শৰ্মা ঃ** অতুল চন্দ্ৰ হাজৰিকাৰ মূল গল্পৰ সতে লক্ষীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধুৰ পৰা 'হাতী আৰু ফেঁচা'ৰ কাহিনীটোৰে এই নাটিকাখন প্ৰস্তুত কৰা হৈছে। মহাৰাজ অম্বলে চন্দৰ মাজেৰে সাধু শুনাৰলোভ সামৰিব নোৱাৰি সাধুচৰণৰ ওচৰত নিজৰ কন্যা আৰু অৰ্ধৰাজ্য কিদৰে দিব লগা হ'ল তাকেই নাটত বৰ্ণনা কৰা হৈছে

**অন্তৰীণ শৈশৱ ঃ পাৰ্থজ্যোতি শৰ্মা ঃ** খেল-ধেমালি আৰু আইতাৰ মুখৰ সাধুৱে শিশুসকলক লৈ যায় সপোন পুৰীলৈ। শিশুৰ ওপৰত সাধুৰ কি প্ৰভাব সেয়া বিষ্ণু শৰ্মাই পঞ্চতন্ত্ৰ আৰু হিতোপদেশৰেই প্ৰমাণ কৰি থৈ গৈছে। সাধু আৰু ধেমালিৰে ভৰা শৈশৱ হেৰুৱাই শিশুহঁতে সমাজক কৈছে— 'আমি মূঢ় মতি নাজানো একোটি নাজানো সেৱা তোমাৰ মাগিছো ভিক্ষা হে বিজ্ঞসকল ওভতাই দিয়া ল'ৰালি দিয়া সাধু ধেমালি' — কেবাটিও সাধুৰ মাধ্যমেৰে নাট্যকাৰৰ এই আহ্বান ৰাইজলৈ। অসম শিশু সাহিত্য ন্যাসে অসম ভিত্তিত আয়োজন কৰা 'শিশু নাট প্ৰতিযোগিতা'ত 'অন্তৰীণ শৈশৱ' নাটখনে শ্ৰেষ্ঠ নাট্য দলৰ সন্মান লাভ কৰে।

**স্বৰ্গযাত্ৰা ঃ প্ৰণতি গোস্বামী ঃ** সোণালী শৈশৱ কিদৰে লুণ্ঠিত শৈশৱলৈ পৰিৱৰ্ত্তিত হয় তাৰে কৰুণ নাট্যৰূপ স্বৰ্গযাত্ৰা। শিশু শ্ৰমিকৰ কথা সততেই আমি কাকতত পঢ়িবলৈ পাওঁ, চাহৰ দোকান, মানুহৰ ঘৰত কাম কৰা দেখিবলৈ পাওঁ। সিহঁতৰো যে এটা মন আছে,সপোন আছে সেই কথা যেন সভ্য সমাজৰ ভাবিবলৈকে আহৰি নাই। মাৰাত্মক ব্যাধিত, সিহঁতৰ ভোকৰ ভাতৰ আগত সিহঁতৰ সপোন যেন পুৰি চাৰখাৰ হৈ গৈছে। তাকেই প্ৰণতি গোস্বামীয়ে হৃদয় চুই যোৱাদি নাট্যৰূপ দিছে স্বৰ্গযাত্ৰাৰ মাজেৰে।

**লুকা-ভাকু ভাল নালাগে ঃ দ্বিজেন নাথ ঃ** 'লুকা-ভাকু ভাল নালাগে খেলো কইনা-দৰা'ৰ মাজেদি কণমানিহঁতে কইনা-দৰা খেলি লাভ কৰে অনাবিল আনন্দ। কিন্তু এই খেলৰ মাজতো কেতিয়াবা শিশু সুলভ কাজিয়া লাগে। খণ্ডৰ ভমকত সিহঁতে সকলো ভাঙি চিঙি পেলাব বিচাৰে। খেলিবলৈ অনা বাহঁৰ কাঠী এডাল এডালকৈ ভাঙিব ধৰাত 'প্ৰিয়া' নামৰ চৰিত্ৰটোয়ে কয় যে

এডাল ভাঙিব পৰিবি, কিন্তু একেলগে পাৰিবিনে? সিহঁতে বুজি পায় যে সৰু সৰু কথাত কাজিয়া নকৰি একেলগে থাকিলে সিয়েই হৈ পৰে — পৰম বল। কইনা দৰা খেলৰ মাজেৰে নাট্যকাৰে একতাৰ শক্তিৰ বিষয়ে ল'ৰা-ছোৱালীৰ মনোগ্ৰাহীকৈ নাটকখন আগবঢ়াই নিছে।

**গোহালি ঘৰৰ দূৰদৰ্শন ঃ অঞ্জন ভূএগ ঃ** কোনোবা এখন গাঁৱৰ এঘৰ মানুহৰ এটি গোহালি ঘৰত আবেলিৰ সময়ত এজাক ল'ৰা-ছোৱালীয়ে দূৰদৰ্শন দূৰদৰ্শন খেলিছে। দূৰদৰ্শনৰ নাটকত ভাও দিবলৈ গৈ সিহঁতে সিহঁতৰ পাঠ্যপুথিত পঢ়া জয়মতীৰ কাহিনীটোকে নাটক ৰূপে দৰ্শকৰ আগত দাঙি ধৰে। মঞ্চ হ'ল গোহালি ঘৰটো। জয়মতী, লালুক, সৌকাধৰা, ল'ৰাৰজা আদিৰ অভিনয় কৰি গৈ থাকোতে সিহঁতে চাবুক, চোৰাতপাত, গৰমপানী, চমতা আদিৰ ব্যৱহাৰ কৰিব লগীয়া হয়। কিন্তু এইবোৰ যে বেয়া বস্তু সেই কথা সিহঁতে গম পালে। গতিকে সেইবোৰ পৰিত্যাগ কৰাৰ সিদ্ধান্ত ল'লে। যিবোৰ বস্তুৰ ব্যৱহাৰে সিহঁতক দুখ নিদিয়ে তাৰেই খেলিবলৈ সিদ্ধান্ত ল'লে। হাস্যৰসৰ প্ৰাধান্যৰ মাজেদি শিশুসকললৈ ইতিবাচক বাৰ্তা কঢ়িয়াই লৈ যাব বিচাৰিছে নাট্যকাৰে।

**লাইট্ ছাউণ্ড কেমেৰা এক্চন ঃ গুঞ্জন ভৰালী ঃ**— শিশুসকলে যে কিমান ধৰণৰ খেল খেলে তাৰ সীমা সংখ্যা নাই। নিপু, সুমন, প্ৰাণ, জ্যোস্মিতাহঁতে আৰম্ভ কৰে এক নতুন খেল। সিহঁতে 'শ্যুটি' খেল আৰম্ভ কৰে; খেতি-পথাৰত ব্যৱহৃত সঁজুলি, ঘৰৰ সাজ-বাচন, তামোলৰ ঢকুৱা আদি সামগ্ৰীৰেই সিহঁতৰ 'শ্যুটিং' খেল আৰম্ভ হয়। সেই খেলত মমতাজক দিবলৈ এপাহ ফুল চিঙি আনে। তাতেই ক্ষুণ্ণ হৈ প্ৰিয়ঙ্কাই কয়— 'এদিন ফুলজোপা ফুলিল, ইমান ধুনীয়া আৰু ইমান ধুনীয়া গোন্ধায় আবেলি সদায় দুটা পখিলা আহি ফুলপাহত খেলে। ...। আজিও আহিছিল কিন্তু ফুলপাহ নাপাই উভতি গ'ল', সেয়েহে সিহঁতে তাজমহল বনোৱা 'শ্যুটিং' বাদ দি ফুল ৰোৱাৰ 'শ্যুটিং' কৰিবলৈ লয়। নাটকৰ মাজেদি নাট্যকাৰে পৰিৱেশৰ সজাগতা শিশুৰ মাজত দাঙি ধৰাৰ প্ৰয়াস কৰিছে।

**বেলগুৰিৰ হাবিত মৌপিয়াৰ গুণগুণনি ঃ কুঞ্জলতা শইকীয়া বৰা ঃ** হাবিৰ মাজত এটা সৰস্বতী দেৱীৰ মূৰ্তি। কণমানি ছাত্ৰ অৰুণ, তৃষ্ণাই সেৱা কৰি আছে। চন্দনৰ কৌতুহলী মনে জানিব বিচাৰিছে যে হাবিৰ মাজলৈ এই মূৰ্তিটো আনিলে কোনে? কথাৰ মাজতে তৃষ্ণাই কটাক্ষ কৰি সকলোকে কৈছে যে— 'সৰস্বতী পূজাৰ দিনাই যি ধূপ-চাকি জ্বলায় তাৰ পিচত বাৰাণ্ডাৰ চুকত পেলাই থৈ দিয়ে।' কিন্তু সিহঁতৰ মূল কথা হ'ল সিহঁতৰ মাজৰ পৰা টকা, চেইন, টৰ্চ আদি চুৰি কৰাজনক বিচাৰি উলিওৱা। হাবিৰ মাজত থকা দেৱীয়ে আকৌ আচৰিত ধৰণে কথা কয়। দেৱীয়ে চন্দনক চোৰ সাব্যস্ত কৰে। অৱশেষত দেৱীৰ আগত চন্দনে নিজৰ দোষ অনুতপ্ত অন্তৰেৰে স্বীকাৰ কৰে। এনেতে দেৱীৰ পিছফালে লুকাই থকা কণ্ঠস্বৰৰ গৰাকী প্ৰতিমা নামৰ ছোৱালীজনী ওলাই অহাত চন্দনে বুজি পায় যে দেৱীৰ কণ্ঠস্বৰ প্ৰতিমাৰ বাহিনে আন কাৰো নহয়। চন্দন ঘূৰি আহিল অসৎৰ পৰা সৎ পথলৈ। সি মাত্ৰ সুধিলে— চোৰ এটাক বিচাৰি উলিয়াবলৈ এই অভিনয় ব্যৱস্থাটো সিহঁতক কোনে শিকালে।

**নিৰু চিৰু বাঁহৰ পাত ঃ হোমেন ৰাজবংশী ঃ** শিশু কেইটামানে ভাওনাৰ যুদ্ধ যুদ্ধ খেলে ।

আন দুজনমানে যুদ্ধ যে বেয়া সেই কথা কয়। উগ্ৰপন্থীনো কি তাৰো আলোচনা কৰে সিহঁতে। শিশুহতে মিলিজুলি থাকিব বিচাৰে। কিন্তু ঘৰৰ ডাঙৰ মানুহবোৰ কিয় বেলেগ হয় সেয়া সিহঁতৰ বাবে প্ৰশ্ন। সেয়েহে জোনে সংগ এৰি যোৱাৰ দুখত বাকীবোৰে আঘাট পাইছে।

**আমাক অলপ পোহৰ দিয়া ঃ চন্দন দত্ত ঃ** পৃথিৱীত এনে বহু দুভৰ্গীয়া শিশু আছে যি পেটৰ এমুঠি ভাতৰ বাবে লোকৰ ঘৰত কাম কৰি লগীয়া হৈছে। দাৰিদ্ৰতাৰ উপৰি মালিকনীৰ অত্যাচাৰ, ককৰ্থনা সহ্য কৰিবলগীয়া হয়। বহু শিশু আকৌ পিতৃ-মাতৃৰ চেনেহৰ পৰা বঞ্চিত। কাৰণ সন্তানৰ সতে সময় কটাবলৈ পিতৃ বা মাতৃৰ অকনো সময় নাই। শিশুৰ হাঁহিৰে মুখৰিত আকাশ কলীয়া ডাৱৰে ঢাকি ধৰিছে বুলি নাট্যকাৰে অনুভৱ কৰিছে। সেয়েহে নাট্যকাৰে নাটকৰ মাজেৰে বিচাৰিছে — এখন সুন্দৰ পৃথিৱী, মুক্ত আকাশ, অকণি পোহৰ আৰু হাঁহি।

**শিয়ালী এ নাহিবি ৰাতি ঃ হেমন্ত বৰপাত্ৰ গোঁহাই ঃ** এই গীতি নাটিকাখনৰ মাজেদি নাট্যকাৰে ঘাইকৈ প্ৰকৃতি, পৰিবেশ, প্ৰদূষণৰ কথা দাঙি ধৰিছে। মানুহে যে পৰা নিজৰ স্বাৰ্থৰ বাবে এফালৰ প্ৰকৃতি ধ্বংস কৰিছে— পশু-পক্ষী, জীৱ-জন্তুবোৰে সেই কথা আলোচনা কৰিছে। প্ৰবল শক্তিমান মানুহৰ সতে যুঁজাৰ শকতি নাই বুলি জীৱ-জন্তুবোৰে আলোচনা কৰিছে যদিও সিহঁত আশ্বস্তও হৈছে যে মানুহৰ মাজতে আন এচাম মানুহ ওলাইছে যিবোৰে সিহঁতক ৰক্ষা কৰিব। কলুষতা নথকা অকণিহঁতৰ মনত নাট্যকাৰে প্ৰকৃতিক সুৰক্ষা কৰাৰ ধাৰণা সুমুৱাই দিব বিচাৰিছে।

**ধূলিৰে ওমলোতে ঃ নূপুৰ হাজৰিকা ঃ** অতি কষ্টৰ মাজেৰে জীৱন নিৰ্বাহ কৰে কমাৰৰ ছোৱালী ববী আৰু ভায়েকে। ডাঙৰ হৈ অহাৰ লগে লগে জীবন যুঁজৰ সংগ্ৰামত যেন সিহঁতে হাঁহিবলৈ, পঢ়িবলৈ পাহৰি গ'ল। সিহঁতৰ সমনীয়া দুজনমানে আকৌ ধনৰ অহংকাৰত মত্ত হৈ ববীৰ দেউতাকে ঘাম পেলাই গঢ়া দা এখনৰ সামান্য পাৰিশ্ৰমিকখিনিও দিব নোখোজে। ইফালে নয়নহঁতে অসমীয়া সংস্কৃতিৰ ৰক্ষাৰ হকে কাম কৰি গৈছে। ধনীৰ দুলাল ৰাজা, বাবুহঁতে সিহঁতকো পেংলাই কৰে। কিন্তু লোকক বেয়াকৈ ক'লে কওঁতা জনৰহে নিজৰ ৰূপটো ওলাই পৰে, সন্মান হানি হয়। সেয়েহে সকলো মিলি এখন ভাল সমাজ, উন্নত দেশ গঢ়িবলৈ সিহঁত ঘূৰি যাব বিচাৰিছে ধূলিৰে ওমলা সময়লৈকে। কিয়নো এই সময়ত নাথাকে হিংসা, দ্বেষ, কপটতা, থাকে কেৱল মৰম আৰু অফুৰন্ত ভালপোৱা।

**কুৰুক্ষেত্ৰত খেলিমেলি ঃ নিভুল ভূঞা ঃ** কুৰুক্ষেত্ৰক লৈ ভাওনা কৰাৰ প্ৰস্তুতি আইমনি, জিন্তু, মানুকন, পাপু, পোৱালিহঁতৰ। কিন্তু ডাঙৰ ডাঙৰ মানুহৰ মাজৰ কুৰুক্ষেত্ৰ ভাঙিব কোনে? 'পোৱালি'ৰ দেউতাক শয্যাগত। তাৰ মাজতো সি দোকান চলায়। নাটকৰ ৰিহাৰ্চেল কৰিব লাগে। দেউতাকক চাব নে দোকান চলাব, ৰিহাৰ্চেল কৰিব নে প্ৰাপ্তবয়স্কসকলৰ কাজিয়া ভাঙিব? সকলো সমস্যাৰ সমাধান এই ৰিহাৰ্চেলৰ মাজেদিয়েই কণমানিহঁতে সমাধা কৰাৰ চেষ্টা চলায়।

১০ আগষ্ট ২০১০
গুৱাহাটী- ২১

**হৃষীকেশ গোস্বামী**

# সচিবৰ দুআষাৰ

অসম শিশু সাহিত্য ন্যাসে শিশুনাটৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে এখন শিশুনাটৰ সংকলন প্ৰকাশ কৰিবলৈ পৰিকল্পনা হাতত লৈ ডেৰ বছৰ পূৰ্বে বাতৰি কাকত যোগে শিশুনাটৰ পাণ্ডুলিপি বিচাৰি আবেদন জনায়। ইয়াৰ উপৰি কেবাজনো নাট্যকাৰক আমি নিজে অনুৰোধ কৰি অনা কেইখনমান নাটকো এই সংকলন অন্তৰ্ভুক্ত কৰা হৈছে। আনহাতে, ২০০৯ চনৰ ২৯ আৰু ৩০ আগষ্ট তাৰিখে, অসম শিশু সাহিত্য ন্যাসৰ উদ্যোগত গুৱাহাটীৰ শংকৰদেৱ কলাক্ষেত্ৰত দুদিনীয়াকৈ অসম ভিত্তিত আয়োজন কৰা শিশু নাট প্ৰতিযোগিতাৰ পৰা আঠখন নাটকো এই সংকলত অন্তৰ্ভুক্ত কৰা হৈছে। 'শিশুনাট্য সম্ভাৰ'ৰ কাম হাতত লওঁতে আমাক সৰ্বতো প্ৰকাৰে সহায় কৰিছে গুৱাহাটী শিশুনাট্য বিদ্যালয়ৰ অধ্যক্ষ মাণিক ৰয়ে। এই চেগতে মাণিক ৰয়লৈ আমাৰ কৃতজ্ঞতা যাচিছোঁ। সংকলনখন প্ৰস্তুত কৰোতে যিসকল নাট্যকাৰে বৰঙণি যোগালে তেওঁলোক আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। শিশুনাট্য আন্দোলনত এই সংকলনখনে কিছু পৰিমাণে হলেও বৰঙণি যোগাব বুলি আমাৰ বিশ্বাস। 'শিশুনাট্য সম্ভাৰ'খন নাট্যপ্ৰমী পাঠক সমাজে আদৰি ল'লে আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।

১০ আগষ্ট ২০১০
গুৱাহাটী- ২১

**শ্ৰীহৃষীকেশ গোস্বামী**
সচিব
**অসম শিশু সাহিত্য ন্যাস**
ৰত্নগিৰি পথ, বামুণীমৈদাম
গুৱাহাটী-৭৮১০২১

## সূচীপত্ৰ

# নাট্যকাৰ পৰিচিতি



অৰুণ শৰ্মা : সংগীত নাটক অকাডেমী, সাহিত্য অকাডেমী, অসম সাহিত্য সভা বঁটা (নাটকৰ শ্ৰেষ্ঠ পাণ্ডুলিপিৰ বাবে), অসম উপত্যকা বঁটা, শ্ৰীমন্ত শংকৰদেৱ সাহিত্য বঁটা প্ৰাপ্ত পদ্মশ্ৰী শৰ্মাই এতিয়ালৈকে ৪৫ খন অনাতাঁৰ নাট ৰচনা কৰে। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'অনাতাঁৰ নাট্যাৱলী' শৰ্মাই সম্পাদনা আৰু সংকলন কৰিছিল। আনহাতে অসম নাট্য সন্মিলনে দুটা খণ্ডত প্ৰকাশ কৰা আধুনিক অসমীয়া নাটকৰ সংকলক আৰু সম্পাদক আছিল শ্ৰীশৰ্মা। পূৰ্বাঞ্চল নামৰ তিনিদিনীয়া বাতৰি কাকত এখনৰো সম্পাদকৰ দায়িত্ব শ্ৰীশৰ্মাই গ্ৰহণ কৰিছিল। কেইবাখনো টেলিফিল্ম, টেলিনাট আৰু তথ্য চিত্ৰ, তিনিখন চিত্ৰনাট্য আৰু শিশুৰ বিজ্ঞান শিক্ষাৰ বাবে অসম চৰকাৰক এখন পাণ্ডুলিপিও প্ৰস্তুত কৰি দিছিল। লণ্ডন আৰু হাৰ্বাৰ্ড বিশ্ববিদ্যালয়ত শৰ্মাই ভাৰতীয় সাহিত্য, যৌতুক প্ৰথা আৰু সতীদাহ প্ৰথাৰ বিষয়ে লিখিত বক্তব্য আগবঢ়াইছিল। ভাৰতবৰ্ষৰ কেইবাটাও আগশাৰীৰ অনুষ্ঠানৰ সদস্য শ্ৰীশৰ্মাৰ ১৭খন পূৰ্ণাঙ্গ নাটক আৰু পাঁচখন উপন্যাস ইতিমধ্যে প্ৰকাশ পাইছে। শিক্ষকতা, সাংবাদিকতাৰে জীৱন আৰম্ভ কৰা শৰ্মাই ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ সঞ্চালক পদতো অধিষ্ঠিত হৈছিল।



বন্ধু ওজা : পদ্ম বৰকটকী সম্পাদিত 'আমাৰ প্ৰতিনিধি' আৰু 'নতুন প্ৰতিনিধি'-ৰ অকণি চ'ৰাৰ পৰিচালক ওজাকাইজনেই বন্ধু ওজা। অকণ-অকণি আৰু কিশোৰ-কিশোৰীৰ প্ৰিয় আয়োচনী 'ৰং আহে পাখি মেলি'-ৰ সম্পাদক শ্ৰীওজাই অসমীয়া শিশু সাহিত্যলৈ বহুতো কবিতা, গল্পৰ উপৰি মঞ্চ আৰু দূৰদৰ্শনৰ বাবে শিশু উপযোগী নাটকো ৰচনা কৰে। শিশুৰ বাবে শিশু শিল্পীয়ে পৰিবেশনৰ উপযোগীকৈ তেওঁ ৰচনা কৰা নাট সমূহৰ ভিতৰত 'ওমলা ঘৰ, চোৰ, ভালুকৰ ছবি, তৰুলতাৰ জন্ম দিনত আৰু গাধ' উল্লেখযোগ্য। গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ আৰু আকাশবাণীৰ আগচোৱাত অকণিৰ অনুষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত। শিশুপ্ৰেমী শ্ৰীওজাই অকণিৰ বাবে অনেক গীত, গীতি-আলেখ্য আৰু কাৰ্টুন নাটকো ৰচনা কৰে। অসমীয়া কথা ছবি শিল্পৰ লগত এবাৰ নোবাৰা সম্বন্ধ থকা ওজাই হিন্দী ছবি 'টক্দীৰ'ৰ (ভাগ্য নামেৰে) অসমীয়া ডাবিঙৰ বাবে সংলাপ ৰচনা কৰি কৃতিত্বৰ অধিকাৰী হৈছে। প্ৰতিধ্বনি, লটিঘটি, চিক্‌মিক্ বিজুলী আদি কথাছবিৰ সহকাৰি পৰিচালক বন্ধু ওজাই 'হালধীয়া চৰায়ে বাঁওধান খায়'ৰ বাবে বিশিষ্ট পৰিচালক জাহ্নু বৰুৱাৰ লগত যুটীয়াভাৱে সংলাপ ৰচনা কৰিছিল। অসম নাট্য সন্মিলনৰ প্ৰাক্তন সভাপতি শ্ৰীবন্ধু ওজা অসমত 'বাটৰ নাট'ৰ বাটকটীয়া।

চিনেমা, দূৰদৰ্শন, অনাতাঁৰ কেন্দ্ৰ আৰু সাংবাদিকতাৰ জগতলৈ যথেষ্ট অৱদান আগবঢ়োৱা শ্ৰীওজা বৰ্তমান শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ উপ-সভাপতি।



**হৰেন্দ্ৰনাথ বৰঠাকুৰ** : বৰ্তমান তিনিচুকীয়া চহৰৰ বাসিন্দা চেনাইৰাম উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক হৰেন্দ্ৰনাথ বৰঠাকুৰৰ জন্ম শিৱসাগৰ জিলাৰ ম'হখুঁটি চাইদিঙৰ কৃষ্ণবিহাৰী চাহ বাগিচাত (১৯৪৩ চনৰ ১৬ জুন)। শ্ৰীবৰঠাকুৰে ৰচনা কৰা শিশু নাটসমূহ হ'ল— 'ৰজাৰ দেউল, অমাতৰ মাত, বালিমাহীৰ কথা, একলব্যৰ বিচাৰ, পলৰীয়াৰ প্ৰতিধ্বনি, প্লেটফৰ্ম, কেশৱ ককাৰ সাধু, জোনমণিৰ স্বৰ্গযাত্ৰা, নুফুলা ফুলৰ মালিতা।' তেওঁৰ প্ৰকাশিত আন গ্ৰন্থসমূহ হ'ল- বিজ্ঞানে আনিব জোঁৱাৰ, সোণালী দিন জোনালী ৰাতি, শিশু নাট্য প্ৰসঙ্গ, মই কিয় নাস্তিক হ'লো।



**আলী হাইদৰ** : ১৯৫১ চনৰ ১০ জুলাইত জন্ম লাভ কৰা আলি হাইদৰৰ ২০১০ চনৰ মে' মাহৰ ৬ তাৰিখে মৃত্যু হয়। ছাত্ৰ অৱস্থাত তেওঁ 'হিমাচল মইনাপাৰিজাত'ত থাকোতেই ৰচনা কৰিছিল 'জীৱনত আৰু ৰাতি নুপুৱায়'। ইয়াৰ পিছতে 'চেমনীয়া শিল্পী সংঘ, নবাৰুণ নাট্যবিকাশ কেন্দ্ৰ (নাবিক) আৰু শেষত 'নটসৈনিকৰ' যোগেদি তেওঁ নাটৰ চৰ্চা কৰিছিল। আলি হাইদৰে ১৯৭২ চনত ৰচনা কৰে প্ৰথমখন পূৰ্ণাঙ্গ নাট- 'বানপানী'। ইয়াৰ পিছতে ১৯৭৫ চনত তেওঁৰ 'এটা চোলাৰ কাহিনী' নাটখনে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত শ্ৰেষ্ঠ নাটকৰ সন্মান লাভ কৰে, অসম নাট্য সন্মিলনৰ দ্বাৰা শ্ৰেষ্ঠ নাটকৰ পুৰস্কাৰ লাভ কৰাৰ লগতে সৰ্বভাৰতীয় অনাতাঁৰ নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠত্ব অৰ্জন কৰিছিল। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত নাট প্ৰদৰ্শনেৰে শত সহস্ৰ লোকক মুগ্ধ কৰা আলি হাইদৰে সৰ্বভাৰতীয় পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁ ৩০খন মঞ্চ নাট, ২৬ খন অনাতাঁৰ নাট আৰু ২৫খন একাংকিকা নাট ৰচনা কৰে। আলি হাইদৰ অকল নাট্যকাৰেই নাছিল তেওঁ আছিল পৰিচালক, অভিনেতা, কবি, গীতিকাৰ, নিবন্ধকাৰ, সৰ্বপৰি এজন সু-সাহিত্যিক।



**ঐশ্বৰ্য কাকতি** : ১৯৪৫ চনৰ ২ নৱেম্বৰত তেজপুৰ চহৰত শ্ৰীকাকতিৰ জন্ম। ঐতিহ্যমণ্ডিত বাণ ৰঙ্গমঞ্চত ১৯৫৮ চনতে অভিনয়ৰ পাতনি মেলা শ্ৰীকাকতিয়ে শৈশৱ আৰু যৌৱন কালত ফণী শৰ্মা, বিষ্ণু ৰাভা, চন্দ্ৰধৰ গোস্বামী, হীৰেণ চৌধুৰী আদি বৰেণ্য অভিনেতাসকলৰ লগত অভিনয় কৰাৰ সুযোগ আৰু অভিজ্ঞতা লাভ কৰে। ১৯৮৩ চনৰ পৰা নাট ৰচনা আৰু পৰিচালনা কৰা কাকতিয়ে ঔৰংজেবৰ ফাঁচি, শাৰী শাৰী পতাকা, মইনামতীৰ কুৰুক্ষেত্ৰ, ছাঁ পোহৰৰ খেলা, অপৱিত্ৰ দেৱতা, অংকুৰ, দেশ চলি আছে আদি নাটসমূহ ৰচনা আৰু পৰিচালনা কৰিছিল। ১৯৯০ চনৰ পৰাই শিশু নাটক ৰচনা আৰু পৰিচালনা কামত মনোনিবেশ কৰা শ্ৰীকাকতিয়ে বৰ্তমানলৈকে ৰচনা কৰা শিশু নাটসমূহ হ'ল— 'দিৱাৰ টোৰ্‌নি হাই, সঞ্জীৱনী, স্কুল বেগ, ত্ৰিৰঙ্গা, এক বিস্মৃত হোগা, দ্যা লাষ্ট চেল্যুত। দিল্লী, কলকাতা, মুম্বাই, ডেৰাডুন, এলাহবাদ, কোচিন আদিৰ উপৰি জাৰ্মান, ক্ৰেৰেচিয়া, অষ্টিয়া, ছুইজাৰলেণ্ড, তুৰ্কী, জিম্বাবৱে

আদিতো নাট পৰিৱেশন কৰা কাকতি বৰ্তমান কেবাখনো বাতৰি কাকতৰ নিয়মীয়া লিখক।



**ড° শ্যামাপ্ৰসাদ শৰ্মা** : কটন মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ড° শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি তথা প্ৰকাশন বিভাগৰো প্ৰাক্তন সচিব। অসমীয়া সাহিত্য, বিজ্ঞান সাহিত্য, ক্ৰীড়া সাহিত্য, নাট্য সাহিত্য আৰু সাংবাদিকতা জগতলৈ ড° শৰ্মাৰ অৱদান ভিন্নসুৰী। নাট্যকাৰ-অভিনেতা-প্ৰযোজক-পৰিচালক-গীতিকাৰ আৰু সুৰকাৰ শৰ্মাই বিজ্ঞান নাটকক জনপ্ৰিয় কৰাৰ বাবে প্ৰায় ৪৫ বছৰ ধৰি নিৰৱচ্ছিন্নভাৱে কাম কৰি গৈছে। বিজ্ঞান নাটকক জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত আগভাগ লোৱা ড° শৰ্মাই ইতিমধ্যে স্কুল-কলেজ আৰু বিভিন্ন পিছ পৰা ঠাইত ৩৫খনমান বিজ্ঞান নাটৰ কৰ্মশালা পৰিচালনা কৰিছে। তেওঁৰ বিজ্ঞান নাটক- 'মমতাৰ মহাকাব্য' ইতিমধ্যে নেপালী, হিন্দী, পাঞ্জাবী আৰু বড়ো ভাষালৈ অনূদিত হৈছে। নাট্যভূষণ, নাট্যৰত্ন উপাধিৰে বিভূষিত ড° শৰ্মাই তিনিখন অসমীয়া চলচ্চিত্ৰৰ চিত্ৰনাট্যও ৰচনা কৰিছে। ড° শৰ্মাই ৰচনা কৰা নাটবোৰে ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় উভয় স্তৰতে উচ্চ প্ৰশংসিত হৈছে। ড° শৰ্মা 'আৰোহন'ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ (২০০৫-০৮) আছিল। শৰ্মাই ৰচনা কৰা নাটৰ সংখ্যা দুশৰো অধিক। ইয়াৰে প্ৰায় ডেৰকুৰিখন নাটেই শিশু আৰু চেমনীয়াৰ বাবে।



**ড° অনিল শইকীয়া** : মৰাণ মহাবিদ্যালয়ৰ অধ্যক্ষ ড° শইকীয়াৰ জন্ম যোৰহাটৰ বাহনা তিনিআলিত (১৯৫৫ চন ১ আগষ্ট)। অৰ্থনীতি বিষয়ত ডক্টৰেট লাভ কৰা শইকীয়াই ৰচনা কৰা উল্লেখযোগ্য এখন কিতাপ হ'ল 'Migration into Assam 1951-1991'. সংগীতৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত ড° শইকীয়াৰ অন্য এখন পুথি হ'ল- 'সংগীত আৰু নাটকত সংগীত'। ড° শইকীয়াৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা ৯ খন। তাৰে ভিতৰত পূৰ্ণাঙ্গ নাটৰ সংখ্যা চাৰিখন, পূৰ্ণাঙ্গ শিশু নাট দুখন আৰু চুটি শিশুনাট দহখন। ১০০ৰো অধিক প্ৰবন্ধ ৰচনা কৰা ড° শইকীয়া বিহু আৰু বৈষ্ণৱ সংস্কৃতিৰ এজন সাধক।



**শুভেশ্বৰ দাস** : সত্তৰ দশকৰ পৰাই একেৰাহে মঞ্চ, অনাতাঁৰ, দূৰদৰ্শন আৰু চলচ্চিত্ৰ জগতলৈ অৰিহণা আগবঢ়াই অহা শ্ৰীদাসে ৰাজ্যিক তথা ৰাষ্ট্ৰীয় নাটক প্ৰতিযোগিতাত কেবাবাৰো শ্ৰেষ্ঠ বঁটা লাভ কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনে। ২০০৪ চনত নিৰ্মিত তথ্যচিত্ৰ 'আকৌ নতুন প্ৰভাত হ'ব' মুম্বাই আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱলৈ আমন্ত্ৰিত হৈ বিশেষ বঁটা গ্ৰহণ কৰে। প্ৰায় বিশখনতকৈয়ো অধিক ধাৰাবাহিক, টেলি ফিল্ম, তথ্যচিত্ৰ, টেলিনাট, কৰাৰ উপৰি ১৫ খনতকৈয়ো অধিক অনাতাঁৰ নাট ৰচনা আৰু পৰিচালনা কৰে। শ্ৰীদাসে মঞ্চৰ বাবে ১৬খন পূৰ্ণাঙ্গ আৰু একাংকিকা নাট ৰচনা কৰে। তেওঁ ৰচনা কৰা শিশুনাটকেইখন হ'ল প্ৰতিফলন, মৰম, আমাৰে মইনা শুব এ, সিংহাসন, লোভ, সইত সইত তিনি সইত, খেলো কইনা-দৰা, গঙ্গা টোপ, স্বৰ্গ, মইনা, এঁৰাবাৰীৰ ভূত, অকণিৰ ভাঁওনা, সন্ধান, এপাহ বগা গোলাপ, এজাক শিশুৰ হাঁহি, ভীম ভীম নুবুলিবি ভীমৰ আগত, ঔ কন টিলৌ..., টেলিয়া টোপৰ টেলিস্কোপ, নতুন আশা, গৰখীয়া, ইত্যাদি। তেওঁ ৰচনা কৰা প্ৰায়বিলাক শিশু নাটকেই অসমৰ

থলুৱা লোক শৈলীৰ ওপৰত ভিত্তি কৰি লিখা। আশীৰ পৰা নৱৈ দশকৰ ভিতৰত তেওঁ ৰচনা কৰা নাটসমূহ আছিল এক ব্যতিক্ৰম সংযোজন।



**নবেন পাটগিৰি** : নবেন পাটগিৰিৰ জন্ম বৰপেটা জিলাৰ বজালী অঞ্চলৰ মুগুৰীয়া গাঁওত (১৯৬৩ চনৰ ১ জানুৱাৰী)। বৰ্তমান গুৱাহাটী মহাবিদ্যালয় ইতিহাস বিষয়ৰ সহকাৰী অধ্যাপক ৰূপে কৰ্মৰত। পৰিচালক, নাট্যকাৰ পাটগিৰিয়ে নাট্য জীৱনৰ পাতনি মেলে ভাৰতীয় গণনাট্য সংঘৰ মজিয়াত। বাটৰ নাটকেৰে নাট্য জগতৰ লগত সংযোগ সাধন কৰি তেওঁ বৰ্তমানলৈকে এখন পূৰ্ণাঙ্গ নাটকৰ সংকলন 'ৰাগ বসুন্ধৰা আৰু চাৰিখন নাটক', সাতখন শিশু নাটকৰ সংকলন— 'শিশু নাটক ৭ (প্ৰকাশৰ পথত)ৰ বাদেও ভালেমান একাংকিকা, পথ-নাটক আৰু মেকবেথ, ককেচিয়ান, চক চাৰ্কোল, পুণ্টিলা এণ্ড হাৰ মেন মেট্টি (বাৰ্টোল্ট ব্ৰেখটৰ নাটক), ধৰমবীৰ ভাৰতীৰ 'অন্ধযুগ' আৰু সম্প্ৰতি ৰবীন্দ্ৰনাথ ঠাকুৰৰ গল্প 'মধ্যবৰ্ত্তিনী'ৰ নাট্যৰূপ প্ৰদান কৰিছে। তেওঁ নিবন্ধকাৰ, নাট্য-সমালোচক ৰূপেও জনাজাত। ইতিমধ্যে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত তেওঁৰ কেবাখনো অনাতাঁৰ নাটক প্ৰচাৰ হোৱাৰ লগতে পাটগিৰি গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ নিয়মীয়া চিত্ৰনাট্যকাৰ।



**পঙ্কজ জ্যোতি ভূঞা** : গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী ভূঞা বৃত্তিত এজন শিক্ষক। শিক্ষাবৃত্তিৰ উপৰি তেওঁ এজন সফল চিত্ৰনাট্যকাৰ, নাট্যকাৰ, পৰিচালক আৰু অভিনেতা। তেওঁ ৰচনা কৰা প্ৰথম নাটকখন হ'ল- 'পিকনিকত অকাঁ ছবি আৰু আমি'। শ্ৰীভূঞাই ৰচনা কৰা আন নাট সমূহ হ'ল- 'অকথ্য অশ্ৰাব্য, কিবা এটা হৈ আছে, অমাৱস্যাৰ অতিথি, বিস্মিতাৰ এৰাতি অকলে, ৰস, এজনী সুগন্ধী ছোৱালী, নানু এণ্ড কোম্পানী, তিনিটা ৰঙীন পখিলা, মোৰ ককাদেউতাৰ এটুকুৰা তীখা, এ পলিটিকেল ড্ৰীম, প্ৰত্যাবৰ্তনৰ পথত সত্য, ওপৰ মহলাৰ বন্ধুজন, পলাতক পৰিয়াল, প্ৰেমৰ অন্তিম ছবিখন, উমা, চিৰিয়াখানা' ইত্যাদি। তেওঁ ৰচনা কৰা শিশু নাটসমূহ হ'ল- নাহৰৰ বিয়া, বিস্কুত চুৰুণী, সেউজীয়া গাড়ী, আন্ধাৰত মিমি আৰু চুমীহঁত, জিকিমিকি জোনাকত চিকিমিকি সপোনত আদি।



**অনুপ হাজৰিকা** : ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী হাজৰিকা বৃত্তিত এজন পৰিচালক আৰু অভিনেতা। হাজৰিকাই এতিয়ালৈকে বাৰখন পূৰ্ণদৈৰ্ঘ্যৰ অসমীয়া কথাছবি, এখন মিচিং ভাষাৰ পূৰ্ণদৈৰ্ঘ্যৰ কথাছবি আৰু হিন্দী চলচ্চিত্ৰত অভিনয় কৰিছে। ৩৪খন ধাৰাবাহিক ১৩খন টেলিফিল্ম আৰু চাৰিখন তথ্যচিত্ৰত অভিনয় কৰা হাজৰিকাই ২৫খন অনাতাঁৰ নাটত অভিনয় কৰাৰ উপৰি ভ্ৰাম্যমাণৰ লগতে অপেশাদাৰী নাট্যগোষ্ঠীসমূহৰ লগত প্ৰায় ৬৬খন নাটকত অভিনয় কৰিছে। ২৭খন নাটক, তিনিখন টেলি নাট, দুখন তথ্যচিত্ৰ আৰু এখন টেলিফিল্ম তেওঁ পৰিচালনা কৰিছে। নাটকৰ কেবাখনো কৰ্মশালাত সমল ব্যক্তিৰূপে যোগদান কৰা হাজৰিকাই ২০০৪ চনত ৰাজ্য চৰকাৰৰ পৰা শ্ৰেষ্ঠ সহ অভিনেতাৰ বঁটা পাবলৈ সক্ষম হৈছে। শ্ৰীহাজৰিকাৰ প্ৰকাশিত পুথি 'আহাৰৰ এদিন' (অনুবাদ নাটক)।



**পাকিজা বেগম :** অপেচাদাৰী নাটক আৰু অভিনেতা প্ৰশিক্ষণৰ বাবে স্থাপিত হোবা সাংস্কৃতিক সংস্থা 'বা'ৰ সচিব পদত কৰ্মৰতা পাকিজা বেগমে এতিয়ালৈকে ছয়বাৰ শ্ৰেষ্ঠ অভিনেত্ৰীৰ সন্মান আৰু দুবাৰ শ্ৰেষ্ঠ সহ অভিনেত্ৰীৰ সন্মান লাভ কৰিছে। চাৰিখন চলচ্চিত্ৰত অভিনয় কৰাৰ উপৰি দহখন ভিচিডি, ২৪খন দূৰদৰ্শনৰ ধাৰাবাহিক আৰু ২৪খন অপেচাদাৰী নাটকত অভিনয় কৰিছে। ৰাষ্ট্ৰীয় নাট্যবিদ্যালয়ে আয়োজন কৰা কেইবাখনো কৰ্মশালাত প্ৰশিক্ষক হিচাপে উপস্থিত থকা বেগমে কেবাখনো নাটক পৰিচালনা কৰাৰ উপৰি ভ্ৰাম্যমাণ নাট্যদলৰ প্ৰায় ১৯খন নাটকত অভিনয় কৰিছে। পাকিজা বেগমে কেইবাখনো নাটকো ৰচনা কৰিছে।



**মাণিক ৰয় :** গুৱাহাটী শিশু নাট্য বিদ্যালয়ৰ অধ্যক্ষ মাণিক ৰয় শৈশবৰে পৰা অভিনয়ৰ সৈতে জড়িত। অভিনেতা আৰু পৰিচালক হিচাবে মাণিক ৰয়ে সৰ্বভাৰতীয় স্তৰত সন্মান বুটলিবলৈ সক্ষম হৈছে। শিশু নাট্য বিদ্যালয়ে এতিয়ালৈকে প্ৰায় ৩০০ ল'ৰা-ছোৱালীক প্ৰশিক্ষণ দিছে। পূৰ্ণদৈৰ্ঘ্যৰ চাৰিখন চলচ্চিত্ৰত সহকাৰী ৰূপে কাম কৰা মাণিক ৰয় 'ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়'ৰ The Theatre in Education কোম্পানীৰ সৈতে জড়িত। ৰয়ে এতিয়ালৈকে ৮খন শিশু নাট আৰু ২খন পূৰ্ণাঙ্গ নাট ৰচনা কৰিছে। ৰয়ে গভীৰভাৱে বিশ্বাস কৰে- নাটকে ল'ৰা-ছোৱালীক এনেদৰে প্ৰভাৱিত কৰে যে সেই প্ৰভাৱে তেওঁলোকৰ উন্নতিৰ বাধা আৰু দূৰত্ব আঁতৰাই পেলায়।



**কুশলকৃষ্ণ দেৱগোস্বামী :** কুশল কৃষ্ণ দেৱগোস্বামীৰ কেবাখনো নাটকে শ্ৰেষ্ঠ পাণ্ডুলিপি, শ্ৰেষ্ঠ নাট্যদল আৰু শ্ৰেষ্ঠ পৰিচালকৰ বঁটাৰে বিভূষিত হ'বলৈ সক্ষম হৈছে। তেওঁৰ 'ইঙ্গিত' নামৰ নাটকখন দিল্লীৰ দূৰদৰ্শন কেন্দ্ৰৰ যোগেদি হিন্দী অভিযোজনা হৈ সম্প্ৰচাৰিত হৈছে। শ্ৰীগোস্বামীৰ একাংক নাটক সংকলন 'নাট্যাৰ্ঘ' প্ৰকাশ পাইছিল ১৯৮৯ চনত। ১৯৯০ চনত 'একাঙ্ক বিচিত্ৰা' নামেৰে আন এখন নাট্য সংকলন প্ৰকাশ কৰে। ইয়াৰ উপৰি শ্ৰীগোস্বামীয়ে ১৪খন নাট ৰচনা কৰিছে। তেওঁ ৰচনা কৰা শিশু কেইখন হ'ল গধূলি পাঠ, থুপিতৰা, ঝক্ ঝক্ জিৰ্ জিৰ্।



**বিনোদ ভাগৱতী :** বিদ্যুৎ পৰিষদৰ বিতৰণ কোম্পানীৰ কাৰ্যবাহী অভিযন্তা শ্ৰীভাগৱতীৰ জন্ম নলবাৰী জিলাৰ ককয়া গাঁৱত (১৯৫৬ চনৰ ১ মাৰ্চ)। নাটকৰ সৈতে বাল্যকালৰে পৰা জড়িত শ্ৰীভাগৱতীৰ অনাতাঁৰ নাট্যকাৰ হিচাপে আত্মপ্ৰকাশ ঘটে পৰিয়াল কল্যাণ অনুষ্ঠানত। কুৰিখনতকৈয়ো অধিক অনাতাঁৰ নাট ৰচনা কৰিছে ভাগৱতীয়ে। অসম নাট্য সন্মিলনৰ চমতা অধিৱেশন, নিউ আৰ্ট প্লেয়াৰ্চ আৰু অসম শিশু সাহিত্য ন্যাসে আয়োজন কৰা শিশুনাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট্যকাৰৰ পুৰস্কাৰ লাভ কৰে।



**উৎপল কুমাৰ দাস :** বৰপেটাৰ 'পিনাক' নামৰ এটি নাট্যানুষ্ঠানৰ সৈতে জড়িত দাসে এতিয়ালৈকে ১৫খন নাটক পৰিচালনা কৰিছে। দূৰদৰ্শনৰ চাৰিখন

ধাৰাবাহিকত সহ পৰিচালকৰ দায়িত্ব গ্ৰহণ কৰা উৎপল দাসে অভিনয় কৰা নাট আৰু ধাৰাবাহিকৰ সংখ্যা ক্ৰমে ১৫ আৰু ১১খন। দূৰদৰ্শনৰ বাবে চিত্ৰনাট্য ৰচনা কৰা শ্ৰীদাসে তিনিখন তথ্যচিত্ৰ নিৰ্মাণ কৰিছে। তিনিখন বাটৰ নাট ৰচনা কৰাৰ উপৰি গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ যোগে তেওঁ ৰচনা কৰা চাৰিখন নাট সম্প্ৰচাৰিত হৈছিল। শ্ৰীদাসে ৰচনা কৰা নাটসমূহ হ'ল— 'মিছা কথাৰ ঠেং চুটি, প্ৰাচীৰ, শঙ্কা, এটা ৰাতিৰ গদ্য, ইচ্ছামৃত্যু, জাকে জাকে উৰি যায় চৰাই, সৎকাৰ, মিনিষ্টাৰৰ গৰু, নোকোৱা কথাৰ পাক, শিলৰ চোলা আৰু সজ্জন-দুৰ্জ্জন। দাসৰ প্ৰকাশিত গ্ৰন্থ দুখন হ'ল- 'মিছা কথাৰ ঠেং চুটি' (শিশু নাটৰ সংকলন) আৰু নোকোৱা কথাৰ পাক (অনাতাঁৰ নাটৰ সংকলন)। উৎপল দাস ৰচিত আৰু পৰিচালিত শিশুৰ বাবে প্ৰস্তুত কৰা একমাত্ৰ ভিচিডিখন হ'ল- বালিঘৰ।



**নিতুল কুমাৰ মেধি** : নিতুল কুমাৰ মেধিৰ জন্ম বৰপেটা জিলাৰ পাঠশালাত। জীৱিকা সূত্ৰে জলসম্পদ বিভাগৰ বিষয়া শ্ৰীমেধি নাট্যকাৰ-অভিনেতা আৰু পৰিচালক হিচাপে অসমৰ অপেচাদাৰী মঞ্চত এটি চিনাকী নাম। সৰ্বভাৰতীয় অনাতাঁৰ নাট প্ৰতিযোগিতাত দ্বিতীয় শ্ৰেষ্ঠ নাট্যকাৰ, অসম নাট্য সন্মিলনত শ্ৰেষ্ঠ নাট্যকাৰ আৰু পৰিচালককে ধৰি নাট্যকাৰ, অভিনেতা তথা পৰিচালক হিচাপে দুকুৰিৰো অধিক বঁটা বিজয়েৰে তেওঁ প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। শ্ৰীমেধিয়ে এতিয়ালৈকে বিশখনতকৈয়ো অধিক শিশু নাটক ৰচনা কৰিছে।



**প্ৰশান্ত শৰ্মা** : অৰ্থনীতি বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মাৰ জন্ম শিৱসাগৰত। (১৯৭১ চনৰ ৩১ ডিচেম্বৰ)। শিৱসাগৰ নাট্যপীঠৰ সৈতে জড়িত শ্ৰীশৰ্মাই সংগীত নাটক অকাডেমী আৰু ৰাষ্ট্ৰীয় নাটবিদ্যালয়ে আয়োজন কৰা কৰ্মশালাত সমল ব্যক্তি হিচাপে যোগদান কৰিছিল। প্ৰায় পোন্ধৰখনতকৈয়ো অধিক নাটকৰ পৰিচালক শ্ৰীশৰ্মাই বাৰখনতকৈয়ো অধিক শিশু নাটক পৰিচালনা কৰিছিল। শ্ৰীশৰ্মাৰ নাট্যকলা সম্বন্ধীয় প্ৰকাশিত গ্ৰন্থ নাট্যচিন্তা আৰু তেওঁৰ ৰচনা কৰা নাটক দুখন হ'ল দেখহ-শুনহ আৰু আধাৰ শিলা।



**পাৰ্থ জ্যোতি শৰ্মা** : গোলাঘাট উন্নয়ন প্ৰাধিকৰণৰ কৰ্মচাৰী শ্ৰীশৰ্মাৰ জন্ম গোলাঘাটত (১৯৭২ চন ১১ ডিচেম্বৰ)। শ্ৰীশৰ্মাই দূৰদৰ্শন আৰু ভিডিও ছবিত অভিনয় কৰাৰ উপৰি কেবাটাও গল্প আৰু কবিতা ৰচনা কৰিছে। গোলাঘাট এমেচাৰ থিয়েটাৰ চচাইটি, সেউজ তীৰ্থ, ওমলা চৰা আদিৰ সতে জড়িত। অন্তৰীণ শৈশৱ, সাধু শুনো আহাঁ, থুনুক-থানাক, ভোগালী আমাৰ ইত্যাদি শিশুনাটক শ্ৰীশৰ্মাই ৰচনা কৰিছে।



**প্ৰণতি গোস্বামী** : ডেৰগাঁও ইন্দ্ৰানী দেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক হিচাবে কৰ্মৰতা প্ৰণতি গোস্বামীয়ে ৫০০ৰো অধিক চুটি গল্প লিখিছে। অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰিত নাটকৰ বাহিৰেও তেওঁ ২৫খন একাঙ্কিকা নাটক ৰচনা কৰিছে। বাতৰি কাকতৰ স্থায়ী নিবন্ধকাৰ

গোস্বামীৰ এতিয়ালৈকে প্ৰকাশিত কিতাপৰ সংখ্যা দহখন। তেওঁ ৰচনা কৰা উল্লেখযোগ্য শিশু উপন্যাস কেইখন হ'ল— শান্ত হ'ব শান্তনু, মাজনী হাঁহি আৰু কান্দোন, পখীৰ ঘৰ।



**দ্বিজেন নাথ** : শোণিতপুৰ জিলাৰ তেজপুৰ নিবাসী শ্ৰীনাথে ৰচনা কৰা কেবাখনো নাটে ৰাষ্ট্ৰীয় পৰ্যায়ৰ পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। শ্ৰীনাথে ৰচনা কৰা উল্লেখযোগ্য শিশুনাট সমূহ হ'ল— আমি আছো, পৰুৱাৰ জোঁৰ, অ সৰু চৰাই, উপলব্ধি, লোভ, ত্ৰিৰঙ্গা, কৰদৈগুৰিৰ ভগৱান (চেমনীয়া নাট)



**অঞ্জন ভূঞা** : নগাঁও জিলাৰ বৰপানী গাঁৱত শ্ৰীঅঞ্জন ভূঞাৰ জন্ম (১৯৭৯ চনৰ ৩০ এপ্ৰিল)। প্ৰায় ত্ৰিশখনতকৈয়ো অধিক নাটক পৰিচালনা কৰা শ্ৰীভূঞাই অসম নাট্যসন্মিলনে ৰাজ্যিক ভিত্তিত আয়োজন কৰা প্ৰতিযোগিতাত শ্ৰেষ্ঠ পৰিচালক আৰু শ্ৰেষ্ঠ অভিনেতাৰ সন্মান পোৱাৰ উপৰি আন ৰাজ্যিক প্ৰতিযোগিতা সমূহতো কেইবাটাও পুৰস্কাৰ পাবলৈ সক্ষম হয়। নাট্যম আৰু গ্ৰীণ থিয়েটাৰৰ সৈতে জড়িত শ্ৰীভূঞাই এতিয়ালৈকে ১১খন শিশুনাট ৰচনা কৰিছে।



**গুঞ্জন ভৰালী** : ১৯৮৮ চনত নগাঁও জিলাত জন্মগ্ৰহণ কৰা গুঞ্জন ভৰালী এজন নিয়মীয়া নাট্যকৰ্মী। নাটৰ মাজেৰে নিজৰ চিন্তাৰ উন্মেষ ঘটোৱা ভৰালীয়ে এখন পূৰ্ণাঙ্গ নাট, এখন একাঙ্ক আৰু পাঁচখন শিশুনাট ৰচনা কৰি কম বয়সতে নিজৰ নাট্য প্ৰতিভাৰ স্বাক্ষৰ দাঙি ধৰিছে। বৰ্তমান আই টি আইত শিক্ষা গ্ৰহণ কৰি থকা ভৰালীয়ে বাৰখন নাটক পৰিচালনা কৰিছে। তেওঁ ৰচনা কৰা নাটকেইখন হ'ল— আহা সখি সবে মিলি, বেলিৰ পোহৰ, অ তুল তুল অ-বুল বুল, ধুনীয়া চৰাই, নীলা আকাশ, সাগৰ শুকাল (পূৰ্ণাঙ্গ নাটক)।



**কুঞ্জলতা শইকীয়া বৰা** : অসমীয়া বিষয়ত স্নাতকোত্তৰ শ্ৰীমতী শইকীয়া বৰা গোলাঘাটৰ মেলামাৰা কনিষ্ঠ মহাবিদ্যালয়ৰ উপাধ্যক্ষা। বিভিন্ন প্ৰত্ৰিকাত লিখা-মেলা কৰা শ্ৰীমতী বৰাই ৰচনা কৰা শিশু নাটসমূহ হ'ল— 'এখন নাটক এমুঠি সংলাপ আৰু সিহঁত, ধুমুহাৰ শেষত, প্ৰাচীৰ ভঙাৰ গান, এটা সাধুৰ গুণ, জুয়ে পোৰা সোণ, সপোনৰ দেশত সঞ্জীৱনী, মুক্তিৰ সন্ধানত, এজাক মইনা চৰাই, উত্তৰ পূৱৰ পিচত, আঁচল ভৰাৰ ছাঁ, প্ৰাৰ্থনা, স্নিগ্ধ জোনাক।'



**হেমেন ৰাজবংশী** : বৰ্তমান টিহু মহাবিদ্যালয়ৰ প্ৰবক্তা হেমেন ৰাজবংশীৰ জন্ম স্থান মঙ্গলদৈৰ পাভিদৰং। নাট সম্পৰ্কীয় বিভিন্ন গোষ্ঠীৰ সৈতে জড়িত ৰাজবংশীয়ে দহখনতকৈ অধিক নাট পৰিচালনা কৰাৰ উপৰি তেওঁ নিজে অভিনয় কৰিছে। তেওঁ ৰচনা কৰা নাটসমূহ হ'ল— 'এদিম চেদিম গউ, হাল্লা, ৰঙা কৰবীৰ পাহি, সৰগৰ বতৰা, অঞ্জলী ভৰা (শিশু নাট)। ৰাজবংশীৰ নাটক সম্পৰ্কীয় প্ৰকাশিত গ্ৰন্থ 'অসমীয়া নাটকত দৃষ্টিপাত'ৰ উপৰি গল্প আৰু কবিতাৰ গ্ৰন্থও প্ৰকাশ পাইছে।



**চন্দন দত্ত :** জাঁজী হেম নাথ মহাবিদ্যালয়ৰ প্ৰবক্তা দত্ত এগৰাকী সামাজিক সংস্কৃতিক কৰ্মী। এলাহাবাদ আৰু কটকত অনুষ্ঠিত সৰ্বভাৰতীয় নাট প্ৰতিযোগিতাত বঁটা লাভ কৰা দত্তই কেবাখনো পূৰ্ণাঙ্গ আৰু শিশু উপযোগী নাট ৰচনা কৰে। ইয়াৰ উপৰি সংগীত পৰিচালনাত ৰাপ থকা শ্ৰীদত্ত এজন অভিনেতা আৰু পৰিচালকো।



**হেমন্ত বৰপাত্ৰ গোহাঁই :** হেমন্ত বৰপাত্ৰ গোহাঁইৰ জন্ম ধেমাজিৰ ভেহপৰা গাঁওত (১৯৫৯ চনত)। বৰপাত্ৰ গোহাঁইয়ে ৰচনা কৰা পূৰ্ণাঙ্গ নাটক সমূহ হ'ল— 'বাৰুদৰ জুই, কুলধৰ চেতীয়া বুঢ়া হল, জয়মতী, চন্দ্ৰকান্ত । তেওঁ ৰচনা কৰা একাঙ্কিকা নাট সমূহ হ'ল - তিনিজোপা বটবৃক্ষ, নৈসৰ্গিক, স্বপ্ন আমাৰ সূৰ্য্যমূখী ফুল, চন্দিত গদ্যত এপিয়লা মদ্য অথবা এটি পদ্য অথবা নৈবদ্য, নতুন নাটক শীৰ্ষক আলোচনা চক্ৰ, ৰজা যিদিনা মাক হ'ল, লজ্জা যত থমকি ৰৈছিল, এটা ৰাচিয়ান কবিতাৰ আঁত ধৰি (শিশু নাটক)। বৰপাত্ৰ গোহাঁইৰ দূৰদৰ্শন যোগে সম্প্ৰচাৰিত চিত্ৰনাট্যৰ সংখ্যা ৬ খনতকৈয়ো অধিক।



**নুপুৰ হাজৰিকা :** হাজৰিকাৰ জন্ম শোণিতপুৰ জিলাৰ নিজ গহপুৰত (১৯৭৪ চন)। হাজৰিকাৰ প্ৰথম একাঙ্ক নাট 'এনকাউন্টাৰ'। তেওঁ ৰচনা কৰা অন্যান্য নাটসমূহ হ'ল- প্ৰেক্ষাপটত মহাভাৰত, এদেউ-দুদেউ লটানিয়া চেউ, জীৱন জোখা হাঁহি। শিশুৰ বাবে ৰচনা কৰা নাটসমূহ হ'ল— যান্ত্ৰিক, ৰজাই হুকুম দিছে, চৈ চৈ মইনা টে টে, বহুৰম্ভে লঘু ক্ৰিয়া, সপোন ফুলিবৰ বেলা, শ্ৰীহাজৰিকাৰ নাটে জিলা আৰু ৰাজ্যিক পৰ্যায়ৰ বঁটা পাবলৈ সক্ষম হৈছে।



**নিতুল ভূঞা :** শ্ৰী ভূঞাৰ জন্ম উত্তৰ লক্ষীমপুৰত (১৯৭৮ চন ১০ নৱেম্বৰ)। ১০০ খনতকৈয়ো অধিক নাটকত অভিনয় কৰা শ্ৰীভূঞাই ভ্ৰাম্যমাণ নাট্যদল বৰদৈচিলা থিয়েটাৰত অভিনয় কৰাৰ উপৰি পূব-ডিব্ৰুং শিশু বিকাশ কেন্দ্ৰৰ সহযোগত অসমৰ বিভিন্ন প্ৰান্তত নাট প্ৰদৰ্শন কৰিছিল। ভূঞাই কেবাখনো শিশুনাট কৰ্মশালাত মুখ্য প্ৰশিক্ষক হিচাবেও অংশগ্ৰহণ কৰে। সদৌ অসম মইনা পৰিজাত শিশুনাট প্ৰতিযোগিতাত জিলাৰ শ্ৰেষ্ঠ নাট্যকাৰ আৰু পৰিচালকৰ সন্মান লাভ কৰা শ্ৰীভূঞাই ৰচনা কৰা আৰু পৰিচালনা কৰা নাট সমূহ হ'ল— চৰণ দাস চোৰ (অনুবাদ), আখৰা, এক আছিল ৰজা, কুৰুক্ষেত্ৰৰ আগত, দেখহ-শুনহ নিৰন্তৰে হৰিবোল, কুৰুক্ষেত্ৰত খেলি-মেলি।

## অসম শিশু সাহিত্য ন্যাসৰ উদ্যোগত
## ২০০৯ চনৰ ২৯ আৰু ৩০ আগষ্টত গুৱাহাটীৰ
## শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত অসম ভিত্তিত আয়োজন কৰা শিশু নাট প্ৰতিযোগিতা



শিশু নাট প্ৰতিযোগিতা উদ্বোধন কৰি থকা অৱস্থাত নাট্যকাৰ অৰুণ শৰ্মা।



বন্তি প্ৰজ্বলন কৰি থকা অৱস্থাত প্ৰাঞ্জল শইকীয়া আৰু [illegible]।

## প্ৰতিযোগিতাত ভাগ লোৱা নাটসমূহ



অন্তৰীণ শৈশব
আমি নাট্য গোষ্ঠী, মৰাণ



লুকা ভাকু ভাল নালাগে
শোণিতপুৰ শিল্পী সমাজ, তেজপুৰ



এক আছিল ৰজা
কথাশিল্প গুৱাহাটী, বেলতলা



গোহালি ঘৰৰ দূৰদৰ্শন
নাট্যম, নগাঁও



বেলগুৰিৰ হাবিত মৌ-পিয়াৰ গুণগুণনি
দাধৰা ৰূপজ্যোতি মইনা পাৰিজাত, গোলাঘাট



শিয়ালী এ নাহিবি ৰাতি
উদিয়মান নাট্য সংঘ, ধেমাজি



নিৰু চিৰু বাহৰ পাত
আৰ্হি শিশু বিকাশ কেন্দ্ৰ , দৰং



তবাৰ দেশলৈ
বৰদিয়া অগ্ৰদূত নাট্য গোষ্ঠী, মৰিগাঁও



জাকে জাকে উৰি যায় চৰাই
পিনাক, বৰপেটা



আমিও পাৰিম
এমৃব্ৰেচ ইউনাইটেড ক্লাব, গুৱাহাটী



ধুলিৰে ওমলোতে
ইউটপিয়া, গহপুৰ



আমাক অলপ পোহৰ দিয়া
অনন্য সাংস্কৃতিক গোষ্ঠী, শিৱসাগৰ





বঁটা প্ৰদান কৰি থকা অৱস্থাত বাহাৰুল ইছলাম, সঞ্জীৱ হাজৰিকা, শহ্‌গুপ্তা আৰু ভাগীৰথী।



বঁটা প্ৰদান কৰি থকা অৱস্থাত ড° শিৱনাথ বৰ্মন



বঁটা প্ৰদান কৰি থকা অৱস্থাত ড° ৰীতা চৌধুৰী



বঁটা প্ৰদান কৰি থকা অৱস্থাত ড° ৰীতা চৌধুৰী



বঁটা প্ৰদান কৰি থকা অৱস্থাত কুল শইকীয়া



বঁটা প্ৰদান কৰি থকা অৱস্থাত আয়ুক্ত সচিব মহম্মদ ইউনিচ (প্ৰাথমিক শিক্ষা বিভাগ, অসম চৰকাৰ)



বঁটা প্ৰদান কৰি থকা অৱস্থাত ড' শিৱনাথ বৰ্মন

# পোষ্টাৰ

## নাট্যকাৰ ঃ অৰুণ শৰ্মা

চৰিত্ৰসমূহ

| | | | |
|---|---|---|---|
| ১। | কণটি | — | তামোল-পাণৰ দোকানী |
| ২। | লালু | — | জোতা পলিচ কৰা ল'ৰা |
| ৩। | দীন | — | আনৰ ঘৰত কাম কৰি পঢ়া ল'ৰা |
| ৪। | বাচ্চু | — | খালী টিন-বটল বুটলি বেচা ল'ৰা |
| ৫। | বঙ্কু | — | চিনেমাৰ পোষ্টাৰ মৰা ল'ৰা |
| ৬। | ১ম বন্ধু | — | বঙ্কুৰ বন্ধু |
| ৭। | ২য় বন্ধু | — | বঙ্কুৰ বন্ধু |
| ৮। | ৩য় বন্ধু | — | বঙ্কুৰ বন্ধু |
| ৯। | পুলিচ বিষয়া | | |
| ১০। | পুলিচ কনিষ্টবল | | |
| ১১। | ডেকা ল'ৰা | | |
| ১২। | বাবা (বুঢ়া) | — | লালুৰ দেউতাক |
| ১৩। | দিদি | — | লালুৰ বায়েক |
| ১৪। | দুজন যুৱক | | |
| ১৫। | নানা | — | কণটিৰ নানাক |
| ১৬। | তিৰোতা | | |
| ১৭। | মানুহ | | |
| ১৮। | সাংবাদিক | | |

**মঞ্চসজ্জা ঃ**

(জাপানৰ 'কাবুকি' মঞ্চক আৰ্হি হিচাপে লৈ তাত উপস্থাপন কৰিব বিচৰাৰ হেতুকে পৰিচালনাৰ 'আংগিক'ৰ ক্ষেত্ৰত বিশেষ কথা নাটখনিত উল্লেখ কৰা হোৱা নাই। সংগীত আৰু পোহৰৰ গুৰুত্বপূৰ্ণ ভূমিকা। এক টোটেল্ থিয়েটাৰ কাম্য।)

— **নাট্যকাৰ**

মঞ্চৰ মাজত এটা ডাষ্টবিন। ৰাতিৰ পৰিবেশ। এখন গাড়ী আহি ৰোৱাৰ শব্দ। এগৰাকী মহিলাৰ কোঁচত এটা কাপোৰেৰে মেৰিয়াই অনা বস্তু। খোজ কাটলৰোৰ ভয় ভাবৰ হ'ব। মহিলাগৰাকীয়ে মুখখন আধা উলিয়াই ৰাখিব। ডাষ্টবিনত মহিলাগৰাকীয়ে বস্তুটো থ'বলৈ লওঁতে বিপৰীত ফালৰ পৰা পিঠিত এটা বস্তা লৈ এজন মানুহ আহিব। মহিলাগৰাকীয়ে মানুহজনক দেখি খৰখেদাকৈ বস্তুটো ডাষ্টবিনৰ কাষত থৈ উভতি যাব। মানুহজনে তাৰ কাষলৈ গৈ হাতত তুলি দেখে এটা কেঁচুৱা। তাক হাতত লৈ মহিলাগৰাকীক মাতিব 'হেই... হেই...।' আৰু গাড়ী যোৱাৰ শব্দ। মানুহজনে কেঁচুৱাটো লৈ প্ৰস্থান।

(DIRECTION)

বস্তিৰ পৰিবেশ। ল'ৰা-ছোৱালীৰ হুলস্থুল। মাইকী মানুহ এজনীয়ে কেঁচুৱাটোক গাখীৰ খুৱাই থাকিব। আৰু মানুহজন কাষত থিয় হৈ থাকিব।

তিৰোতা : হোঁ ল, তোৰ বাতচ্চা। এতিয়া মোৰ বাতচ্চাক গাখীৰ খুৱাব লাগে।

মানুহ : ইয়াকো তোৰ বাতচ্চা বুলি ধৰি ল'নাৰে।

তিৰোতা : চালা কাৰ, ক'ত ৰাস্তাত পৰি থকা বাতচ্চা চব ধৰি আনিব। কি গৰজত সেইটো মোৰ বাতচ্চা হ'ব। মোৰ নিজৰে তিনিটা-চাৰিটা বাতচ্চা আছে।

মানুহ : ইয়াক মোৰ বাতচ্চা কৰি ল'ব খুজিছো ৰে। মোৰ বাতচ্চাটোকো তোৰ বাতচ্চা বুলি ধৰি ল'নাৰে।

তিৰোতা : তই কি মোৰ মৰদ? হোঁ ল তোৰ বাতচ্চা।

মানুহ : তেতিয়া হ'লে ইয়াক মই কি কৰিম? ইয়াক মই মোৰ বাতচ্চা কৰি ল'ব খুজিছিলো।

তিৰোতা : হোঁ ল তোৰ বাতচ্চা। (কেঁচুৱাটো মানুহজনক দিয়ে, কেঁচুৱাটোৱে কান্দে।) হ'ব বাৰু যা, দে দে মোক দে। মতা ওলাইছ, বাতচ্চাটোক ল'ব নাজান। অলপ ডাঙৰলৈকে মই গাখীৰ খুৱাই দিম, মোৰ নিজৰটোৰ লগতে। বাকী তই চম্ভালিবি। ইমানদিনে মাইকী এটা জোগাৰ কৰিব নোৱাৰিলি। মাইকী নোহোৱাকৈ বাপ বনিব খুজিছ। যি কৰ কৰিবি যা। (প্ৰস্থান)

(DIRECTION)

দীনৰ ঘৰৰ চোতাল

ড্ৰাইভাৰ : অ' সৰু পিতাই তুমি একো চিন্তা নকৰিবা। আমাৰ ঘৰৰ তোমালোকৰ দীনৰ বয়সৰে এজনী ছোৱালী আছে আৰু বাইদেউৰো কোনো কাম নাই। তুমি মাত্ৰ তাক পঠিয়াই দিয়া। বাইদেউৱে তাক মৰমত ৰাখিব।

দীনৰ পিতা ঃ আমাৰ ই চতুৰ্থ শ্ৰেণীলৈকে পঢ়িছিল বুজিছ বোপাই। তাক পঢ়ুৱাব নোৱাৰা হ'লো। ল'ৰা-ছোৱালীও এগালমান। খাওঁতা যিমান ইনকাম তাতকৈ বহুত কম। সিও যদি লোকৰ ঘৰত চাকৰ খাতি দুই পইচা ইনকাম কৰিব পাৰে ঘৰখনৰ উদ্ধাৰ হ'ব। আৰু এটা কাম কৰিবা পাৰিলে তাক তোমাৰ দৰে ড্ৰাইভাৰৰ কাম শিকাবা। পিছলৈকে যদি পাৰে তোমাৰ দৰে ড্ৰাইভাৰকে কৰিব।

ড্ৰাইভাৰ ঃ সৰুপিতাই, মোৰ দেৰি হৈছে, ডাক্তৰ চাহাব মেডিকেল কলেজ গৈ পোৱাৰ আগতে পাব লাগিব, তাক উলিয়াই দিয়া।

দীনৰ পিতা ঃ দীনৰ মাক, হেৰা দীনৰ মাক তাক উলিয়াই দিয়া।

## (DIRECTION)

(দীন আহিব ড্ৰাইভাৰে লৈ যাব। দৃশ্য পৰিৱৰ্তন হৈ দীনক জাৰুমৰা দেখা যাব। মালিকৰ ছোৱালীয়ে তাৰ কাষত আহি কবিতা মুখস্থ মাতিৰ্ব, কিন্তু পাহৰি যাব দীনই মনত পেলাই দিব)

এগৰাকী দেহ বিক্ৰী কৰা মানুহ। তাই দৰ্জাৰ Frameত আওজি থাকিব। বিপৰীত ফালৰ পৰা এজন মানুহ সোমাই আহিব। মানুহজনীয়ে মানুহজনৰ পিনে চাই হাঁহে আৰু চকু টিপিয়াই মাতে আৰু দুয়ো ভিতৰৰ পিনে সোমাই যায়।

গোটেই দৃশ্যটো নিগাৰ হ'ব। Music। বিশৃংখল কিছুমান গানৰ টুকুৰা চলি থাকিব।

(বঙ্কু আৰু তাৰ কিছুমান লগৰীয়াৰ সৈতে হুলস্থূল কৰি মঞ্চত প্ৰবেশ কৰিব।)

বঙ্কু ঃ ঐ চুপ, তইঁতে চালা লাগি থকাৰ সময়ত আহিব নোৱাৰিলি, এতিয়া হাল্লা কৰিব আহিছ।

১ম ঃ দেখ বঙ্কু, ওকে আমি চিনি, ওই কোন বস্তিৰ চেলে ওৰা চালা আমি জান, খতম কৰে দিব।

২য় ঃ বঙ্কু ওচক চৰেংগে নেহি, জান খতমকৰ দেগা।

৩য় ঃ চালা আমাৰ বস্তিত আহি আমাৰ বঙ্কুক মাৰিব, তাৰ হাত কাটি দিম।

বঙ্কু ঃ চল এতিয়াই মাৰি থৈ আহিম।

১ম ঃ দেখ বঙ্কু, অখন অনেক ৰাত হয়েচে, অখন যাব না, কালকে চকাল বেলা যাব।

২য় ঃ উচনে থিকহি ব'লা, কাল চুবই যায়েংগে।

সকলোৱে ঃ (সকলোৱে নিজৰ নিজৰ ভাষাত কালি যাম বুলি কয়।)

বঙ্কু ঃ ঠিক আছে কালি যাম। এতিয়া তইঁতে যা। (সকলোৱে প্ৰস্থান কৰিব)

## (DIRECTION)

(বঙ্কুৱে বহি পৰিব আৰু পেণ্টৰ পকেটৰ পৰা এখন পোষ্টাৰ উলিয়াব। পোষ্টাৰখন উলিয়াই চাব আৰু এখন ছুৰী উলিয়াই fighting ৰ বিভিন্ন action দিব। action দি এটা সময়ত

বন্ধু ভাগৰি যাব আৰু বহি পৰিব। ঘৰৰ ভিতৰৰ পৰা হাঁহি ভাহি আহিব। বন্ধুৱে ঘৰৰ পিনে চাব, শুই পৰিব। অলপ পিছত ঘৰৰ পৰা মানুহজন ওলাই আহিব আৰু প্ৰস্থান কৰিব। মাকে বন্ধুক মাতিব ধৰিব)।

মাক : আৰে ই চালা ইয়াতে শুই আছে। এই বন্ধু, তই ইয়াতে শুলি, উঠ উঠ ভিতৰলৈ ব'ল। বহুত ৰাতি হৈছে।

বন্ধু : চাচা নাই নেকি?

মাক : নাই গ'লগৈ।

বন্ধু : আজি ৰাতি নেথাকে নেকি?

মাক : আজি তাৰ নিজৰ ঘৰত থাকিব।

বন্ধু : বে-চৰম, নিজৰ ঘৰতো থাকিব আৰু ইয়াতো থাকিব।

মাক : তেনেকৈ নক'বি, সি তোৰ বাপ হয় ৰে।

বন্ধু : বাপ হয় যদি সি মোক নিজৰ বেটাৰ দৰে নাভাবে কিয়?

মাক : বাতচ্চাৰ দৰে ৰাখিছে দেখোন তোক। তোৰ কাৰণে চিনেমা হলৰ চাকৰি এটা ঠিক কৰি আহিছে। হৈছে হৈছে আৰুনো কি কৰিব লাগে, হ'ব এতিয়া ঝগৰা কৰিব নালাগে। আজি ভিতৰতে শুব পাৰিবি আহ।

বন্ধু : মই চব দিনাৰ দৰে বাৰাণ্ডাতে শুম, তোৰ আৰু কোনোবা Customer আহিব। মোৰ বাৰাণ্ডাতে ঠিক আছে। (বন্ধু শুই পৰিব)

(DIRECTION)

ৰাজপথৰ Scene। ৰাস্তাত গান গোৱা ছোৱালী এজনী আৰু ভায়েক মানুহ অহালৈ অপেক্ষা কৰি থাকিব।

দিদি : ৰামু দেখ দেখ আদমীলোক আৰহে হে। জলদী কৰ।

লালু : হা দিদি, উধৰচে ভি আৰহা হে।

(DIRECTION)

(মানুহবোৰ আহিব। নাচি নাচি গান গাব)

*(গীত)*

আৰে বাবু হাম হে ভুখে

মঙ্গে দোৱা চবকে

মে গাভি গানা

এক পইচা দেকে জানা

(DIRECTION)

(গান গোৱা শেষ হোৱাৰ পিছত মানুহবোৰ যাব আৰু এজন সাংবাদিকে মাতিব।)

দিদি : চল ৰামু, অব দুচৰা জাগা জানা হে।

সাং : হেৰা ৰ'বাচোন। তোমালোকৰ লগত অলপ কথা পাতো।

দিদি : কিয়া বাত কৰেঙ্গে? গান চুন লিয়া ত' হো গিয়া।

সাং : মই বাতৰি কাকতত কাম কৰো। তোমালোকৰ কথা লিখিম।

লালু : হামাৰে বাৰেমে লিখেংগে?

সাং : বাৰু তোমালোকে ক'ত থাকা?

দিদি : ইহাচে কুচ দূৰ এক বস্তি হে। ৰহি পৰ ৰেহতি হো।

সাং : তোমালোকে এই গান ক'ত শিকিলা?

দিদি : মানে শিখায়া হে।

সাং : মাৰাই কি কৰে?

দিদি : ৰ আজকাল হামাৰে চাথ নেহি ৰহতি। এক ড্ৰাইভাৰ কি চাথ ভাগ গয়ি।

সাং : তোমাৰ বাবা আছে নে নাই?

দিদি : হে

সাং : কি কৰে তেওঁ?

দিদি : পেহলে মুচি থা। মুচি উছকে বিমাৰী কী কাৰণ ঘৰ মে ৰেহতা হে।

সাং : তেনেহ'লে তোমালোকৰ ইনকাম কেনেদৰে হয়?

দিদি : এইচেহি গানা গা কে।

লালু : দিদি চল, দেৰ হ গেয়া।

দিদি : চল ...

সাং : ৰ'বা, ময়ো যাওঁ তোমালোকৰ লগত। (Cut)

(DIRECTION)

(ৰাতিৰ পৰিবেশ। ফুটপাথেৰে ৰামু আৰু বায়েক গৈ থাকে। ভৰিত ঘুংগুৰু বন্ধা থাকে।)

দিদি : ৰামু চল, আজ বহুত দেৰ হ' গেয়া।

(সমুখৰ পৰা দুজন মানুহে আহি দিদিক লৈ যায়।)

(DIRECTION)

(বস্তি, ৰামুৰ বাপেকে লেম্প এটা লৈ ৰামুহঁত অহালৈ অপেক্ষা কৰি থাকে। ৰাতিৰ পৰিবেশ।)

Off voice ঃ আৰে হ’ গোপাল, গোপালুৱা হ’।

Off voice ঃ আৰে হ বাবা, ৰামু আৰ দিদি অখনো আছে নাই নেকি ৰে?

বাবা ঃ নেহিৰে। পেহলে ত ৱ আ জাতে থে। আজ ইতনা দেৰ কৰ দিয়া।

(DIRECTION)

(বুঢ়াই ৰামুহঁত অহা দেখিব। ঘুংগুৰুৰ এপাটৰ শব্দ আহিব। দিদিয়ে কাপোৰ অসংলগ্নতাৰে সোমাই আহি ঘৰ পাবহি। বুঢ়াই চাই থাকে।)

লালু ঃ (কান্দি কান্দি) পিতাজী হামলোগ বৰবাদ হ’ গেয়ে। পিতাজী... পিতাজী... (Cut)

(DIRECTION)

(Morning time)

বুঢ়া ঃ আৰে হ ৰামুৱা...

লালু ঃ কাহে পিতাজী...

বুঢ়া ঃ ইহা আৱত বেটা—

লালু ঃ কাহে পিতাজী—

বুঢ়া ঃ মেৰা জো বেগ হেনা, ৱ লেকে আৱত য। (ৰামুৱে লৈ আহে।) বেটা আজচে গানা বন্ধ। আজচে তু মুচি কাম কৰেগা। তুমহে ত চিলাই কা কাম নেহি আৱত হে। ত তুম পলিচ হি কৰ লেনা। দেখ বেটা পলিচ কেইচে কৰতে হে মে তুমহে দিখাতা হু। (দেখাব।) বেটা, চাথমে ইয়ে হাতোৰা ভি ল লেনা।

(DIRECTION)

(হাতুৰী ল’ব/কান্দিব/যাব/দিদিয়ে কান্দি কান্দি বাপেকৰ ওচৰলৈ আহিব। গানটো Back Groundত লাহে লাহে চলি থাকিব। দুয়োটা Mood ত Cut.

(DIRECTION)

(এটা ফুটপাথ। একাষত এখন জাননী দিয়া আছে ‘ফুটপাথেৰে চলাচলত বাধা নিদিব’। ফুটপাথৰ পিছফালে এখন লোহাৰ বেৰ (ফেন্সিং)। বেৰৰ মাজভাগত এটা খুঁটাৰ অলপ ওপৰত পোষ্টাৰ বা প্ৰাচীৰ-পত্ৰ মৰাৰ ঠাই। ঠাইটুকুৰাত ইতিমধ্যে কিছুমান আধাফলা পোষ্টাৰ লাগি আছে। ফুটপাথৰ এদাঁতিত এটা ডাঙৰ ডাষ্টবিন। এঠাইত সৰু কাঠৰ বাকচ এটাত কণটিৰ তামোল-পাণৰ দোকান। আৰু এঠাইত লালুৰ বুট-পলিচৰ সৰঞ্জাম। নিজৰ নিজৰ ঠাইত বহি কণটিয়ে তামোল কাটি থাকে আৰু লালুৱে জোতা এযোৰ ব্ৰাছ কৰি থাকে।

দুজনমান পথচাৰী ফুটপাথেৰে পাৰ হৈ যায়। এজন পুলিচ সোমাই আহে। কণটিৰ দোকানৰ পৰা অলপ চুণ লৈ হাতত চুখা মোহাৰি যাবলৈ ধৰি লালুক দেখি কয়—

পুলিচ ঃ আকৌ তয়ো আহি নতুনকৈ জুটিছহি, চাওঁ, চাধা অকণমান দে।

কণটি ঃ হয় ছাৰ, ময়ে ক'লো, বাটেৰে গৈ আছিল। মই বোলো বহ ইয়াতে। ওচৰতে দুই-তিনিটা অফিচ আছে, বহুত বাবু আছে।

পুলিচ ঃ বন্ধু জুটি লৈছ। কিন্তু বাট বন্ধ কৰি নাৰাখিবি। টেফিক ছাৰে দেখিলে হাড় ভাঙি দিব। দে, মাৰি দেচোন অলপ ব্ৰাছটো।

(পুলিচে লালুৰ ফালে ভৰি আগুৱাই দিয়ে। লালুৱে ব্ৰাছ মাৰে, কণটিয়ে তামোল এখন আনি পুলিচক দিয়ে। ব্ৰাছ মৰা হোৱাত পুলিচ যায় আৰু এজন ডেকাল'ৰা সোমায়। লালুৰ ওচৰত ৰয়। লালুৱে বৰ আগ্ৰহেৰে ব্ৰাছডাল হাতত লয় আৰু কয়।)

লালু ঃ আয়িয়ে আয়িয়ে বাবু

(ডেকাজনে লালুৰ পৰা ব্ৰাছ লৈ নিজেই জোতাত দুবাৰমান ফুৰাই আকৌ লালুক ঘূৰাই দিয়ে। আৰু কণটিৰ ওচৰলৈ যায়।

কণটি ঃ (আগ্ৰহেৰে) কি লাগিব বাবু?

(ডেকাজনে নিজৰ পকেটৰ পৰা এটা চিগাৰেট উলিয়ায়।)

ডেকা ঃ দিয়াচলাই।

(কণটিয়ে এটা দিয়াচলাই দিয়ে।)

ডেকা ঃ (চলাইটো চাই) নতুন নালাগে, মোৰ চিগাৰেটটো জ্বলাবলৈ লাগে।

(কণটিয়ে ৰছীৰে বান্ধি থোৱা দিয়াচলাই এটা আগুৱাই দিয়ে। ৰছীৰ আনটো মূৰ বাকচটোত বন্ধা আছে। ডেকাজন চিগাৰেট জ্বলাই অহাৰ বিপৰীতে গুচি যায়। কণটি আৰু লালুৱে দুয়ো দুয়োৰে মুখলৈ চায়। নাটকৰ গোটেই দৃশ্যটোত এইদৰে সুযোগ লৈ দুই এজন পথচাৰী অহা-যোৱা কৰি থাকিব।)

(ডেকাজন পাৰ হৈ যোৱাৰ পিছতে দীন সোমাব। তাৰ ডিঙিত কিতাপ-চিলটৰ মোনাটো ওলমোৱা আছে। আৰু হাতত কেইখনমান মেৰিয়াই লোৱা পোষ্টাৰ। মোনাটো গৈ কণটিৰ ওচৰত থয়।)

কণটি ঃ কি অ' দীন আজি স্কুল সোনকালে ছুটী হ'ল নেকি?

দীন ঃ মানে 'বিশ্ব শিশু দিবস' আছিল নহয়। স্কুলত পঢ়া নহ'ল। সভা হ'ল আৰু এয়া অন্য কামহে দিছে।

(দীনই মেৰিয়াই অনা পোষ্টাৰকিখন তামোলৰ বাকচত থৈ কিতাপৰমোনাৰ পৰা আঠাৰ টোপোলা এটা উলিয়ায়)

কণটি ঃ সেইটো মানে কি আকৌ?

দীন : কোনটো?

কণটি : কিযে ক'লি-বিচ নে কি?

দীন : বিচ নহয় অ' - বিশ্ব শিশু দিৱস।

কণটি : অ' কিনো সেইটো?

দীন : তাৰ মানে, ছাৰে কৈছিল, গোটেই পৃথিবীৰ ল'ৰা-ছোৱালীবোৰ আছে নহয়, সিহঁতৰ কথা কৈছে-সিহঁতো তোৰ মোৰ নিচিনাই, দুখীয়া, খাবলৈ নাই-

কণটি : গোটেই পৃথিবীৰ ল'ৰা-ছোৱালী কেনেকৈ দুখীয়া হ'ল অ', তই যাৰ ঘৰত কাম কৰ সেই ডাক্তৰৰ ল'ৰা-ছোৱালীকেইটা কিমান সুখত আছে, কিমান ভাল বস্তু খায় সিহঁতে। পৃথিবীৰ চব ল'ৰা-ছোৱালী কেনেকৈ দুখীয়া হ'ব?

দীন : চব নহয়, কিন্তু ছাৰে কৈছিল, বেছিভাগ ল'ৰা-ছোৱালীয়ে বোলে দুখীয়া, আমাৰ দৰে। খাবলৈ নাই।

লালু : তো ঠিক হেই, বাচ্চালোগ গৰিব হে, খানেক' নেহি মিলতা হে। হামলোগভি গৰিব, হামলোগভি কভি কভি খানেক' নেহি মিলতা। ত' ইচকে লিয়ে তুমলোগক স্কুলচে কিয়া কৰনা হে।

দীন : নাজানো কি কৰিব লাগে। আজি খালী স্কুলত চবকে বুট খাবলৈ দিছে আৰু সোনকালে ছুটী দিছে। আৰু এই কাগজবোৰ দিছে বাটত আৰি দিবলৈ।

(দীনই হাতত পোষ্টাৰ আৰু আঠা লৈ খুঁটা এটাৰ ওচৰলৈ যায়। সি বেঙা মেলি জাননী লগাব পৰা ঠাইডোখৰ ঢুকি পাবলৈ চেষ্টা কৰে, কিন্তু ঢুকি নাপায়। কণটিয়ে লক্ষ্য কৰে আৰু কয়।

কণটি : ঐ দীন, ৰ'বি মই ধৰি দিছো। (কণটি দীনৰ ওচৰলৈ যায়।) এটা কাম কৰোঁ, মই বহো তই মোৰ ওপৰত উঠি ল।

(কণটিয়ে দৰ্শকৰ পিনে পিছ দি দুই হাত দুই আঁঠুৰ ওপৰত ভৰ দি চাপৰি দিয়ে। দীন কণটিৰ পিঠিত উঠি পোষ্টাৰখন মেলাৰ চেষ্টা কৰে। কিন্তু থৰক বৰক লাগে। লালুৱে জাঁপ মাৰি গৈ কণটিৰ গাটো নলৰাকৈ এহাতে ঠেলি ধৰে আৰু আনহাতে দীনক থিয় হোৱাত সহায় কৰে। কণটিয়ে খুঁটাত আঠা সানি পোষ্টাৰখন লগাই দিয়ে। পোষ্টাৰত এই কথাখিনি থাকে —

'বিশ্ব শিশু দিৱস

আজিৰ শিশু

কাইলৈৰ সু-নাগৰিক।'

(কথাখিনিৰ কাষত এহাল সৰু ল'ৰা-ছোৱালীৰ দুখন হাঁহি থকা মুখ। পোষ্টাৰ লগোৱাৰ পিছত তিনিও থিয় হৈ পোষ্টাৰখন চায়।.ঠিক সেই সময়তে বাচ্চু আহে। তাৰ পিঠিত খালী বটলৰ এটা থৈলা। সি ডাষ্টবিনৰ বস্তু খুঁচাৰে।

কণটি ঃ তাতনো কি লিখা আছে অ' দীন?

দীন ঃ 'বিশ্ব শিশু দিৱস', 'আজিৰ শিশু কাইলৈ সু-নাগৰিক'।

লালু ঃ ইচকো মানে কিয়া হ'তা হে?

কণটি ঃ শিশু মানে হ'ল সৰু ল'ৰা-ছোৱালী।

লালু ঃ হামলোগ যেইচ্ছা হতা হে।

দীন ঃ আৰু সু-নাগৰিক মানে হৈছে, আমাৰ দেশখন সাজিবলৈ কিছুমান ভাল মানুহ লাগে নহয়, সেই মানুহবোৰ, ছাৰে কৈছিল।

কণটি ঃ দেশনো আক' কেনেকৈ সাজে অ'?

দীন ঃ দেশত বহুত কল-কাৰখানা হ'ব লাগে, খেতিবাতি বেছি হ'ব লাগে, দেশত দুখীয়া মানুহ থাকিব নালাগে, তেনেকৈ দেশ সাজে, ছাৰে কৈছে।

কণটি ঃ এতিয়া আমাৰ দেশখন ভাল নহয় নেকি?

দীন ঃ নহয় কিজানি, ভাল হ'লেনো মই এইদৰে গাঁৱৰ পৰা নিজৰ ঘৰ এৰি আহিব লাগে নে? তই দোকান দিছ, মই স্কুলত পঢ়িছো, লোকৰ ঘৰত চাকৰ খাতিহে। দেশ ভাল হ'লে আমি চবেই ভালদৰে থাকিবলৈ পাম।

লালু ঃ তুম বহু বাত জানতে হো।

কণটি ঃ জানিবতো, সি স্কুলত পঢ়ে যে।

দীন ঃ কণটি মই যাওঁ দে। আৰু দুখনমান জাননী সেইফালে লগাই থৈ আহোঁ।

কণটি ঃ দীন, জাননী এখন মোক দেনা। সৰু ল'ৰা-ছোৱালীহালৰ ছবিখন ধুনীয়া হৈছে।

দীন ঃ এইবোৰ মানুহক দিবৰ কাৰণে নহয়। বাটৰ কাষত আৰি দিবৰ কাৰণেহে।

কণটি ঃ বাৰু দেচোন এখন। আমাৰ ঘৰৰ বেৰত মাৰি দিম। আমাৰ ঘুমটি ঘৰ ৰাস্তাৰ ওচৰতে, মানুহে দেখা পাব।

দীন ঃ বাৰু তেন্তে, মাৰি দিবি গৈ কিন্তু, নহ'লে ছাৰে খং কৰিব মোক। হোঁ ল। (এখন পোষ্টাৰ কণটিক দিয়ে) মোৰ কিতাপ-চিলঠখিনি ইয়াতে থাকক দে। ঘূৰি আহি লৈ যামহি। (দীনই পোষ্টাৰ আৰু আঠাৰ টোপোলাটো লৈ ওলাই যায়। কণটিয়ে পোষ্টাৰখন জাপি ভালকৈ এঠাইত থয় আৰু তামোলৰ বাকলি গুচাবলৈ লয়।

কণটি ঃ বুজিছ লালু, দীন আৰু মই একেখন গাঁৱৰে আছিলো। মোৰ খুৰাই আমাক লৈ আহিছিল। খুৰাই কলেজত পিয়ন কাম কৰে নহয়। মোক আনি এইখন তামোলৰ দোকান কৰি দিছে। আৰু দীনক ডাক্তৰ এজনৰ তাত কাম কৰিবলৈ থ'লে। দীনই গাঁৱত তৃতীয় শ্ৰেণীলৈ পঢ়িছিল। দেউতাকৰ বহুত ল'ৰা-ছোৱালী, খাবলৈ নাই, এৰি দিলে। ইয়াত এতিয়া ডাক্তৰজনে মৰম কৰি তাক স্কুলত নাম লগাই দিছে। ৰাতি পুৱা ঘৰৰ কাম-বন কৰি সি স্কুললৈ যায়। চাকৰ ল'ৰাবোৰৰ বাবে বোলে এখন বেলেগ স্কুল আছে তাতে।

লালু : ঠিক কাম কিয়া হে। উচকা দিমাগভি আচ্ছা হে। (এজন মানুহ লালুৰ পিনে আগুৱাই আহে।) আয়িয়ে আয়িয়ে বাবু পলিচ—

(মানুহজনে লালুৰ বাকচটোৰ ওপৰত ভৰি এখন দি চেণ্ডেলত গজাল এটা নিজেই হাতুৰীৰে কোবাই ঠিক কৰি লয় আৰু কণটিৰ ওচৰলৈ আহে। তেওঁৰ মুখত ইতিমধ্যে তামোল এমোকোৰা আছে। তেওঁ ইংগিতেৰে কণটিৰ পৰা চাধা অলপ খুজি হাতত লয়। দুখোজ আগলৈ গৈ মুখৰ পৰা পিকখিনি ডাষ্টবিনটোৰ দৰ্শকে দেখি থকা পিনে গাত ফিচিককৈ মাৰি দিয়ে। তাৰ পিছত মুখত চাধাখিনি ভৰাই ওলাই গুচি যায়। ডাষ্টবিনৰ ভিতৰৰ পৰা বাচ্চুৱে তেতিয়াও খুঁচৰি খুঁচৰি টিন বটল উলিয়াই আছিল। সি বেগাই আগলৈ গৈ আগুৱাই আহি ডাষ্টবিনৰ গাত লাগি থকা ৰঙা পিকখিনি দেখে। তাৰ মুখত খঙৰ প্ৰতিক্ৰিয়া ফুটি উঠে। পিক পেলাই যোৱা মানুহজনলৈ খঙেৰে চায়। তাৰ পিছত এখন ফটা কাগজেৰে ডাষ্টবিনৰ পিকবোৰ মচি পেলায়। গোটেই ডাষ্টবিনটো আৰু ডাষ্টবিনৰ তলত লাগি থকা পিকবোৰ চাফা কৰে।)

কণটি : ঐ বাচ্চু তই বৰ লেতেৰা অ'। তাৰ পৰা টিন-বটল বুটল, ঠিক আছে। কামানি কৰিবলে লাগে। সেইদৰে আক' ধামাটো হাতেৰে মচি চাফা কৰিব লাগে কিয়?

বাচ্চু : মোৰ কাম মই কৰিছো। তইঁতে লেকচাৰ মাৰিব নেলাগে। যা। (বাচ্চুৱে টেমা, বটলবোৰ আনি এঠাইত বহে আৰু চাফা কৰি কৰি থৈলাত ভৰায়।)

লালু : ইয়ে চামান তুম কিয়া কৰোগি?

বাচ্চু : অ', তই নতুন আহিছ যেন পাইছো। তবে মই তোক আগে দুচৰা জাগাত দেখিছিলো।

লালু : মটৰ ষ্টেচনমে কুছ দিন থা। উসকে পেহলে কাছাৰীকে নজদিকমে বহুতদিন থা। লেকিন পুলিচনে চভি জাগাহচে ভগা দিয়া, ঔৰ পুৰাণে মিস্ত্ৰীনে চভি জাগাহ পাৰমানন কৰ লিয়া।

বাচ্চু : ঠিক আছে, ইয়াতে বহিবি, ইয়াতো পুলিচচবে মাজে মাজে ঝুলুম কৰে, ফুটপাথ বন্ধ কৰা বুলি।

লালু : এইচা হামেচা হ'তা হে।

বাচ্চু : কোনো দৰ নাই, দুই এক লাঠি খালিটো খালি তাতে কি আছে। ইয়াৰ পৰা ভাগালে আক' দুচৰা জাগাত বহিবি। ইয়াত ভাগাব তাত বহিবি, তাত ভাগাব ইয়াত বহিবি, আমি চবতো হেই ৰকমেই থাকো।

লালু : তুম কাহা ৰেহতে হ'?

বাচ্চু : আমাৰ কোনো ঠিক নাই। ৰেল লাইনৰ সামনত আমাৰ এটা ঝুপৰি ঘৰ আছে। কিমানবাৰ ভাঙি দিছে ঝুপৰিটো। ইয়াত ভাঙিছে তাত বনাইছো, তাত ভাঙিছে ইয়াত বনাইছো। ঝুপৰি ঘৰ কোনো মেহনতি নাই, বাবাই একলাই বনাই দিয়ে।

লালু : তুমাৰা পিতাজী কিয়া কৰতে হে?

বাচ্চু : আগে ঠেলাৱালা আছিল। এতিয়া বুঢ়া বিমাৰী হৈছে, ঠেলা চলাব নোৱাৰে। ঠেলাটোও ভাগি গৈছে। মোৰ এই কামানিতে চলিব লাগে।

লালু : ইয়ে চব চামান লেকে তুম কিয়া কৰোগে?

বাচ্চু : দোকান আছে নহয়। এইচব কিনি লয়, তাতে লৈ যাওঁ।

কণটি : কিন্তু বাচ্চু, তই এই লেতেৰা ধামাটোৰ পৰা বস্তু তোলা ভাল নালাগে দে আৰু সদায় ধামাটো চাফা কৰাটো, তোৰ যে কি দস্তুৰ।

(এনেতে বঙ্কু কান্ধত জখলা, এহাতত তাঁৰেৰে ওলমাই এটা টিং আৰু আনহাতত এজাপ বহল কাগজ লৈ দুৰৈৰ পৰাই সস্তীয়া হিন্দী চিনেমাৰ অতি পাতল প্ৰাপ্তবয়স্ক লোকৰ উপযোগী এটা গান গাই বেগাই সোমাই আহে। বঙ্কুৱে বস্তুবোৰ মাজৰ খুটাটোৰ কাষত থৈ জখলাডাল লগাবলৈ ধৰি ওপৰলৈ চায়। তাৰ মুখৰ গান হঠাৎ বন্ধ হৈ যায়। দুই হাত কঁকালত থৈ দীনই লগাই যোৱা পোষ্টাৰখনলৈ চায়।)

বঙ্কু : আবে, (কণটিহঁতলৈ চাই) কোনে লগাইছে বে। কোন চিনিমা হয় এইটো?

কণটি : চিনেমা নহয়, আন কথাহে আছে তাত।

বঙ্কু : ৰাখবে, হেইটো অমিতা বচ্চনৰ বাচ্চা আৰু হেইজনী ৰাখীৰ বেটী। মই চিনি নেপাওঁ নেকি? ববী চিনিমাৰ নিচিনা দেখাব কিজানি। মুন্না-মুন্নীৰ মোহব্বত।

কণটি : চিনেমা নহয় অ' বঙ্কু। কিবা শিশু দিৱস, ল'ৰা-ছোৱালী ভাল হোৱাৰ কথা কৈছে।

বঙ্কু : চিনিমা নহয়তো কোনে লগাইছে বে এইচব কাগজ?

কণটি : দীনই

বঙ্কু : সেই যে দীন, মোৰ লগৰ, স্কুলত পঢ়ে যে।

বঙ্কু : অ' সেই চাকৰটো। চুৱৰৰ বাচ্চা, চিনি পোৱা নাই...

(বঙ্কুৱে জখলাৰে উঠি গৈ পোষ্টাৰখন ফালি পেলায়। পোষ্টাৰৰ ওপৰখিনি ফলা যায়, তলৰ 'কাইলৈৰ সু-নাগৰিক' কথাখিনি ৰৈ যায়। বঙ্কু আকৌ জখলাৰে নামি জাপ থোৱা কাগজজাপৰ পৰা এখন কাগজ উলিয়াই আনে। এখন চিনেমাৰ পোষ্টাৰ। সি সেইখন মাটিত পাৰি আঠা ঘহে আৰু উঠি গৈ খুঁটাটোৰ ঠাইখিনিত লগাই দিয়ে। পোষ্টাৰত দেখা যায় নায়কে নায়িকাক সাবটি ধৰিছে আৰু ভিলেইনে এহাতত পিষ্টল আৰু এহাতত ছুৰী লৈ থিয় হৈ আছে। পোষ্টাৰখনৰ ঠিক তলতে আগৰ পোষ্টাৰৰ 'সু-নাগৰিক' কথাখিনি দেখা যায়। বঙ্কুৱে আকৌ গীত গাই গাই নামি আহি পেণ্টৰ বুটাম খোলাৰ ভঙ্গীৰে ডাষ্টবিনৰ আঁৰ লয়। তাৰ গাৰ ওপৰ অংশ ওলাই থাকে। বাচ্চুৱে ডাষ্টবিনৰ সমুখত বহি বটল চাফা কৰি থাকে আৰু প্ৰথমে বঙ্কুক লক্ষ্য নকৰে। কিন্তু হঠাৎ কিবা এটা যেন শব্দ শুনি ঘূৰি চায় আৰু বঙ্কুৱে কৰি থকা কামটো দেখা পায়। সি থিয় হৈ আগুৱাই গৈ বঙ্কুৰ পিছপিনে ৰৈ থাকে। বঙ্কুৱে পেণ্টৰ বুটাম মাৰি আগুৱাই আহে। তাৰ মুখৰ গান তেতিয়াও চলি থাকে। বাচ্চুৱে তেনেকৈ

তালৈ চাই থকা দেখি তাৰ গান বন্ধ হৈ যায়। বাচ্চুৰ চকুৱে মুখে খং প্ৰকাশ পায়।)

বাচ্চু : বঙ্কু, তই আজি আকৌ ইয়াত পেচাব কৰিছ।

বঙ্কু : আৰে জমাদাৰৰ বেটা। মই ভাবিছিলো, তই ৰাস্তা চাফা কৰা জমাদাৰৰ বেটা। এতিয়া আক' তই পুলিচৰ জমাদাৰীও কৰিব পাৰ। ৰাস্তাৰ চামনত পেচাব কৰিলে খবৰদাৰী কৰ।

বাচ্চু : দেখ বঙ্কু, মই লাষ্ট কইছো, ডাষ্টবিনৰ চামনত পেচাব নকৰিবি।

বঙ্কু : কিয় নকৰিম বে। এশবাৰ, হাজাৰবাৰ কৰিম। ডাষ্টবিনৰ চামনতটো কৰিমেই, তাৰ ভিতৰতো কৰিম। টিন বটল চবতে—

বাচ্চু : খবৰদাৰ বঙ্কু, ডাষ্টবিনৰ ভিতৰত পেচাব কৰিলে তোৰ জান খতম কৰি দিম।

বঙ্কু : আৰে জান খতম কৰনেৱালা বাচ্চা। (চোলাৰ হাত কোঁচাই বাচ্চুৰ পিনে আগুৱাই আহে।) বঙ্কু বাহাদুৰক চিনি পোৱা নাই, আহ, একদফে লাগি চাবি আহ-

(বঙ্কু আহি বাচ্চুক ঘোচা মাৰি দিয়ে। বাচ্চুৱে বঙ্কুক গবামাৰি ধৰি মাটিত বগৰাই হেঁচা মাৰি ধৰে। উভয়ে উভয়ক গালি পাৰে, এনেতে নেপথ্যৰ পৰা পুলিচে মাতে।)

পুলিচ : (নেপথ্যত) ঐ কুকুৰৰ পোৱালিহঁত, তাৰ পৰা গলি নে?

(বঙ্কু আৰু বাচ্চুৱে এবাৰ পুলিচৰ পিনে ঘূৰি চায়। কিন্তু বাচ্চুৱে বঙ্কুক হেঁচি ধৰি ৰাখে। বঙ্কু ওলাবলৈ চেষ্টা কৰে। কণটি আৰু লালু আগুৱাই আহে।)

পুলিচ : (নেপথ্যত) ৰ গৈছো, মূৰ ভাঙিমগৈ---

কণটি : ঐ, পুলিচ ককাইদেউ আহিছে

(বাচ্চুৱে ঘূৰি চাই বঙ্কুক এৰি দিয়ে আৰু থিয় হয়। বঙ্কু থিয় হৈ গাৰ কাপোৰবোৰ জোকাৰি ঠিক কৰি লয় আৰু জখলা, টিন, পোষ্টাৰৰ কাগজখিনি লৈ ওলাই যায়। বাচ্চুৱেও টিন বটলৰ থৈলাটো লৈ কণটিহঁতৰ ওচৰলৈ গৈ কয়—

বাচ্চু : দেখ কণটি, তইঁতৰ মা-বাবা আছেতো, চচ্ছা মা-বাবা। মোৰ বুঢ়া বাবাই কৈছিল, মোৰ চচ্ছা মা-বাবা নাই। কোনেও নাজানে মোৰ চচ্ছা মা-বাবা কোন। তবে বুঢ়া বাবাই মোক জনমৰ পৰা আপোন বাবাৰ মতন ডাঙৰ কৰিছে। তইঁতৰ বাবাচবতকৈ মোৰ বুঢ়া বাবা একদম কম নহয়। বৰাবৰ সমান।

কণটি : তোৰ মা-বাবাক তই কোনোদিনেই জনা নাই?

বাচ্চু : নাই জনা

কণটি : কিয় জনা নাই, তই দেখা নাই?

বাচ্চু : নাই দেখা, নাজানো। তবে বুঢ়া বাবাই কৈছিল— 'তোৰ বাবা কোন নাজানিলে কি আছে, ময়েতো তোৰ বাবা।' মই সুধিছিলো, মোৰ মা কোন। বুঢ়া বাবাই ৰাস্তাৰ চামনৰ এটা ডাষ্টবিন দেখাই কৈছিল— 'সেইটো তোৰ মা'।

কণটি : ডাষ্টবিন?

বাচ্চু : হঁা, বুঢ়া বাবাই একদিন ৰাতি একটা ডাষ্টবিনত মোক পাইছিল। মোৰ জনমৰ পাছতেই মোক কোনোবাই তাত পেলাই দিছিল। জনম লৈ চানা বাচ্চা মাৰ কোলাত থাকেতো। মই ডাষ্টবিনত আছিলো। সেই কাৰণে, ডাষ্টবীনেই মোৰ মা।
(বাচ্চু অহাৰ বিপৰীতে ওলাই যায়। কণটিয়ে তললৈ মূৰ কৰি তামোল এটা ফালিবলৈ ধৰে। লালুৱে এনেয়ে হাতুৰীটোৰে কাঠ এচটাত কোবাই থাকে। বাটেদি বিভিন্ন মানুহ অহা যোৱা কৰে। প্ৰথমে লাহে লাহে, ক্ৰমে বেগাই, অত্যন্ত খৰ গতিত আৰু শেষত প্ৰায় দৌৰি বাটৰুৱা অহা-যোৱা কৰে। এই কাৰ্যৰ দ্বাৰা সময় পাৰ হোৱা বুজোৱা যাব। দীন সোমাই আহে।)

দীন : কণটি, মোৰ কিতাপখিনি দে
(দীনই হঠাৎ দেখে, খুঁটাটোৰ বিশেষ ঠাইত সি লগাই যোৱা পোষ্টাৰৰ ওপৰত চিনেমাৰ পোষ্টাৰ এখন লগোৱা আছে। সি সোধে—)

দীন : কণটি, মই মৰা জাননীখনৰ ওপৰত সেইখন কোনে মাৰিলে অ'?

কণটি : বঙ্কুৱে মাৰি থৈ গৈছে। তাকটো জানই, যি গুণ্ডা ল'ৰা।

দীন : এহ, বৰ বেয়া কথা। সিটো তাৰ চিনেমাৰ কাগজখন আন ঠাইতো মাৰিব পাৰিলে হয়।

কণটি : তাক জানো বুজাব পাৰি?

দীন : এই ঠাইটুকুৰা বৰ ভাল আছিল। বহুত মানুহে দেখা পায়। (অলপ ৰৈ ইফালে-সিফালে চাই) তোৰ তাত এখন কাগজ দিছিলো নহয়।

কণটি : অ' আছে—

দীন : সেইখনকে আকৌ ইয়াত মাৰি থৈ যাওঁ দে। ইয়াৰ চিনেমাৰ কাগজনো কি— য'তে ত'তে মৰা থাকে।

কণটি : তোৰ আৰু কাগজ নাই নেকি?

দীন : মোৰ তাত এখনো নাই, চব মাৰি থৈ আহিলো।

কণটি : মই আক' এইখন লৈ যাম বুলিহে ভাবিছিলো। হাঁহি থকা ল'ৰা-ছোৱালীহালৰ ছবিখন ইমান ধুনীয়া। গাঁৱৰ ঘৰত মোৰো এহাল ভাই-ভনী আছে।

দীন : ছাৰক খুজি কাইলৈ এখন তোক আনি দিম দে। আজি এইখন মাৰি থৈ যাওঁ। আজিহে আচল দিনটো।

কণটি : হোঁ ল বাৰু, এখন পিছত আনি দিবি আক'। (কণটিয়ে পোষ্টাৰখন উলিয়াই দিয়ে, দীনই লয়।)

দীন : তই আকৌ অথনিৰ দৰে মোক অলপ ধৰি দিব লাগিব। অ' আঠা নাই নহয়। টোপোলাটো পেলাই থৈ আহিছো।

লালু : লে লও, ইয়ে গজাল থুক্‌কে লাগা দেনা।
(লালুৱে গজাল আৰু হাতুৰী দিয়ে। আগৰবাৰৰ দৰে কণটি দুই হাত আৰু আঁঠুৰ ওপৰত

ভৰ দি চাপৰি দিয়ে, দীন তাৰ পিঠিৰ ওপৰত থিয় হয় আৰু লালুৱে হাতুৰী গজাল হাতত লৈ ধৰা মেলা কৰি সিহঁতক সহায় কৰে। দীনই তাৰ হাতৰ পোষ্টাৰখন চিনেমাৰ পোষ্টাৰৰ ওপৰত মেলি ধৰাৰ লগে লগে বঙ্কু সোমাই দূৰৰ পৰা চিঞৰি কয়,—

বঙ্কু : আবে।

(দীন, কণটি, লালুৱে যি অৱস্থাত থাকে তাৰ পৰাই বঙ্কুলৈ যায়। বঙ্কু আহি দীনক ঠেলা মাৰি পেলাই দিয়ে। দীনৰ হাতৰ কাগজখন থাপ মাৰি আনি মোহাৰি পেলাই দিয়ে ডাষ্টবিনটোৰ ফালে। বঙ্কুৰ ঠেলাত কণটি মাটিত পৰি যায়। সিহঁত তিনিও থিয় হয়।

বঙ্কু : আবে তহঁতে মোৰ ঠাইত কিয় কাগজ মাৰিবি বে।

দীন : সেইটুকুৰা ঠাই তোৰ বুলি ক'ত লিখা আছে অ'?

বঙ্কু : আৰে চাকৰৰ বাচ্চা, তই স্কুলত পঢ়িছ কাৰণে তোক লিখা দেখাব লাগে?

কণটি : ঐ বঙ্কু, তই তাক বাৰে বাৰে চাকৰ বুলি কৰ কিয়? তই যেনেকৈ লোকৰ কাম কৰ সিও কৰে আৰু সিটো স্কুলতো পঢ়ে।

বঙ্কু : আ-হা-হা মুহব্বৎ। দোস্তৰ কাৰণে দিল ধৰক ধৰক। আবে চাকৰ নহয় দে,— চাহাব বৰচাহাব— (দীনক উদ্দেশ্যি) চালাম হুজুৰ, তবে হুজুৰ মোৰ এই জাগাত আপুনি আৰু কাগাজ নলগাব। এই জাগা মোৰ।

দীন : তই ক'লৈই তোৰ ঠাই হ'ব নেকি? আমিও তাত কাগজ লগাম। কি কৰিবি?

বঙ্কু : কি কৰিম? আহচোন লগাহি,— চাওঁ আগতে

কণটি : কিয়, লগাব নোৱাৰো বুলি ভাবিছ নেকি? আমি তিনিটা আছো দেখিছ?

বঙ্কু : দেখিছো বে দেখিছো। তিনিটা, তিনিটা কিয় আৰু দহটা মাতি আননা তহঁতৰ দৰে।

কণটি : দহটা নালাগে আমি তিনিটায়ে জোৰকৈ লগাই দিম।

লালু : ঠিক হে, ইয়ে পাকৰো, ওৱ কাগজ হতা দ' ঔৰ উহা অপনা কাগজ লগা দেনা।

দীন : কণটি বাদ দে, ইয়াৰ লগত লাগিব নালাগে। আমাৰ কাগজ নলগাওঁ।

বঙ্কু : কিয় নলগাবি, আহনা, লগাহি তহঁতৰ কাগজ, আহ বে আহনা।

(বঙ্কুৰে প্ৰত্যাহ্বানৰ দৃষ্টিৰে দীনহঁতলৈ চাই থাকে। দীন, কণটি আৰু লালুৱেও বঙ্কুলৈ চাই থাকে। বাচ্চু সোমাই আহি।)

বাচ্চু : ঐ কি হৈছে? ই চালা আকৌ লাগিছে নেকি?

কণটি : চাচোন বাচ্চু, ই সদায় ইয়াত চিনেমাৰ কাগজ লগায়েই থাকে। আজি দীনই সিহঁতৰ স্কুলৰ কাগজ এখন লগাব খুজিছে। ই নিদিয়ে।

লালু : কিয়া, ৱ সোচতা হেই য়ে জাগা উচকা পাৰমানান হে।

বাচ্চু : ঐ বঙ্কু, মোক ঘোচা মাৰি ভাবিছ তই ভাৰী বাহাদুৰ বাচ্চা।

বঙ্কু : দেখি লনা ৰে বাহাদুৰ হওঁ কি নহওঁ! লগানা তহঁতৰ কাগজ, মোৰ জাগাত আহনা।

বাচ্চু : ঠিক আছে, ঐ কণটি লৈ আহ তইঁতৰ কি কাগজ আছে। মই অকলেই লগাই দিম। চালা ই কি ৰকম ৰাখে দেখিম। (বাচ্চু বঙ্কুৰ পিনে অগ্ৰসৰ হয়।)

বঙ্কু : আহ দেখিবি? তবে দেখবে.....
(হঠাৎ বঙ্কুৱে জেপৰ পৰা এখন স্প্ৰিং ছুৰী উলিয়াই লয়। দীনহঁত সন্ত্ৰস্ত হৈ পৰে। বাচ্চুৱে তীক্ষ্ণ দৃষ্টিৰে এবাৰ বঙ্কুলৈ চায়।)

বাচ্চু : ছুৰী দেখুৱাইছ?
(বাচ্চুৱে ঘপকৈ জাঁপ মাৰি বঙ্কুৰ ছুৰী লৈ থকা হাতখনত জোৰে থাপ মাৰি ধৰে আৰু ভৰিৰে লেং মাৰি বঙ্কুক বগৰাই দিয়ে। বঙ্কুৰ হাতৰ পৰা ছুৰীখন এৰাই পৰে। দুয়োৰে মাজত বগৰা-বগৰি লাগে। এটা হুলস্থূল পৰিবেশৰ সৃষ্টি হয়। কেউফালে আহি বাটৰ মানুহ জমা হয়। চিঞৰ-বাখৰ লাগে, অলপ পিছত আঁতৰত পুলিচৰ হুইচেল বাজে। এখন মটৰ ৰোৱাৰ শব্দ শুনা যায়। পুলিচ বিষয়া আৰু দুজন কনিষ্টবল বেগাই চিঞৰি সোমাই আহে।)

পুলিচ বিষয়া : হৈ, হেই, কি হৈছে।

পুঃ কনিষ্টবল্ব (লাঠিৰে মানুহ আঁতৰোৱাৰ চেষ্টা কৰি) হেই ... ভাগ ভাগ ৰাস্তা জাম কৰিছ ..... কোন কোন, কি হৈছে, কি হৈছে.....
(পুলিচৰ খেদাত মানুহবোৰে চিঞৰ-বাখৰ কৰি আঁতৰে। পুলিচে কণটিহঁতক দেখি খেদি যায়, লাঠিৰে কোবায়। বাচ্চু আৰু বঙ্কু দৌৰি পলায় আৰু ডাষ্টবিনটোৰ আঁৰত এফালে লুকাই থাকে। মঞ্চৰ মাজত কণটি, লালু আৰু দীনৰ মাজত পুলিচ কেইজনমান মাত্ৰ থাকে। পুলিচ বিষয়াই কণটি আৰু লালুৰ বাকচ দুটা গুৰিয়াই কয়)

পুলিচ বিষয়া : তইঁতক ইয়াত বহিবলৈ কোনে দিছে?

কণটি : আমি নিজেই বহিছো।

পুলিচ বিষয়া : নিজেই বহিছ, তইঁতৰ বাপেৰৰ মাটি পাইছ, এই মাটিত দোকান পাতি জাম কৰিবলৈ?
ঐ নৰসিংহ (কনিষ্টবলক) ইহঁত গোটেইকেইটাক গাড়ীত তুলি ল।
(কণটিহঁতৰ বাচনবোৰ খুন্দিয়াই) এইবোৰ তুলি ল, থানাত লৈ ব'ল।

কনিষ্টবল : পকৰো, আপনা সামান পকৰো।
(পুলিচে কণটি আৰু দীনক লাঠিৰে কোবাই নিজৰ নিজৰ বস্তু ল'বলৈ কয়। সিহঁতে নিজৰ বস্তুবোৰ তুলি লয়। দীনই ভয়ত দূৰৰ পৰা তাৰ কিতাপৰ মোনাটো চাই থাকে। পুলিচ এটাই মোনাটো দাঙি ধৰে।

কনিষ্টবল : ইয়ে কিচকো? (মোনাটো দাঙি ধৰোতে কিতাপ-চিলঠবোৰ পৰি যায়।)

পুলিচ বিষয়া : এ ইবোৰ কাৰ?

দীন : (ভয়েৰে) মোৰ.....

পুলিচ বিষয়া : তই স্কুলত পঢ় নেকি

দীন ঃ পঢ়ো আৰু ভূএঞা ছাৰৰ ঘৰত কাম কৰোঁ।

পুলিচ বিষয়া ঃ কোন ভূএঞা?

দীন ঃ মেডিকেলৰ ভূএঞা ছাৰ

পুলিচ বিষয়া ঃ অ, তেখেতৰ তাত, কি কাম কৰ?

দীন ঃ পুৰা-গধূলি ছাৰৰ তাত বেমাৰী আহে নহয়, থাকিব লাগে। ছাৰৰ ওচৰলৈ পেচেন মাতি নিব লাগে। আৰু ঘৰ-চৰ সাৰিব লাগে। কেতিয়াবা বাচন-তাচনো ধুব লাগে।

পুলিচ বিষয়া ঃ আকৌ পঢ় কেতিয়া?

দীন ঃ দুপৰীয়া স্কুলত নাম লগাই দিছে নহয়। আমাৰ বেলেগ স্কুল আছে।

পুলিচ বিষয়া ঃ তই আকৌ ইহঁতৰ লগ লাগিছ কিয়?

দীন ঃ (কণটিক দেখুৱাই) ই আমাৰ গাঁৱৰে। ইহঁতক সদায় বাটত লগ পাওঁ। চিনাকি।

পুলিচ বিষয়া ঃ ভাল হ'ব খুজিছ যদি ইহঁতমখাৰ লগ নালাগিবি। ল, কিতাপ-চিলঠ ল। যা যা ইয়াৰ পৰা। (দীনই তাৰ পৰা কিতাপখিনিৰ পিনে আগুৱায়) এই দুটাক থানালৈ লৈ ব'ল। তাত ঠিকছে দিব লাগিব।

(কণটিহঁতক কোবাই কোবাই লৈ যায়। যাওঁতে বঙ্কুৰ জখলাডাল পুলিচ এটাই তুলি লালুৰ কান্ধত দিয়ে। পুলিচ বিষয়াই ছুৰীখন তুলি লৈ জেপত ভৰায়। দীনৰ বাহিৰে বাকীবোৰৰ প্ৰস্থান। দীনই কিতাপ-চিলঠখিনিৰে মোনাটো হাতত লয়। কণটি আৰু লালুক পুলিচে খেদি লৈ যোৱালৈ চাই অলপ পৰ বিমৰ্ষ মনে মঞ্চত অকলে থিয় হৈ থাকে। হঠাৎ সি উচুপে। এনেতে এখোজ এখোজকৈ ডাষ্টবিনৰ আঁৰৰ পৰা প্ৰথমে বাচ্চু আৰু বঙ্কু ওলাই আহে। বাচ্চুৱে দীনৰ ওচৰলৈ আহি কয়)

বাচ্চু ঃ কেলৈ কান্দিছ অ' দীন?

দীন ঃ মোৰ কাৰণেই ইহঁতৰ এইবোৰ হ'ল। শিশু দিৱসৰ কাগজখন ইয়াত নলগালেও হ'লহেঁতেন।

বাচ্চু ঃ এই চালা গুণ্ডাৰ লগত জিদ লাগি গ'লতো। যা যা আফচোচ নকৰিবি। নাকান্দিবি যা। তই স্কুলত পঢ়া ল'ৰা, তোক দেখিছ, পুলিচেও নধৰে। যা যা
(দীনই কান্ধত মোনাটো আৰি এখোজ-দুখোজকৈ ওলাই যায়। বাচ্চুৱে একাষত পৰি থকা থৈলাটো লয়। বঙ্কু আগুৱাই আহে। দুয়ো একাষে বহে।)

বঙ্কু ঃ বাচ্চু

বাচ্চু ঃ (আগলৈ আহি) কি অ'

বঙ্কু ঃ মামলাটো বৰ খাৰাপ হৈ গ'ল।

বাচ্চু ঃ খাৰাপ হ'লটো, য-ত চব তোৰ বাবেই।

বঙ্কু ঃ আৰে বাচ্চু, ইহঁতক থানাত কি কৰিব?

বাচ্চু ঃ কি কৰিব আৰু, ঠিকছে পিতন দিব।

বন্ধু : বেদম পিতিব নহয়?

বাচ্চু : আৰু কি (অলপ সময় দুয়ো নীৰৱ, দুয়ো গহীন।)

বন্ধু : দীনৰ কাগজখনতনো কি লিখা আছিল?

বাচ্চু : কিবা ভাল কথা আছিল, দুখীয়া চব বাচ্চা ল'ৰাৰ কথা। তেতিয়া দীনই কণটিহঁতক কৈ আছিল। আমাৰ দৰে ল'ৰা-ছোৱালীবোৰৰ কথা কোনোবাই ভাবিছে হেনো। আমাৰ দৰে গৰিব ল'ৰাবোৰ....সিহঁতৰ কিচমৎ একদিন ভাল হৈ যাব। দেচত একদিন বহুত ভাল ভাল আদমী হ'ব চব। ঐৰকম কিবা চব কথা কৈছিল।

বন্ধু : ই চালা দীন, ইমান বাচ্চা ল'ৰা, বহুত কথা জানে ৰে।

বাচ্চু : জানিবতো, স্কুলত পঢ়ে।

বন্ধু : (ভাবি) হাঁৰে, লোকৰ ঘৰত নৌকৰিও কৰে, ইস্কুলতো পঢ়ে, বাহাদুৰ;

বাচ্চু : আৰু তোৰ বাহাদুৰি...

বন্ধু : (অলপ নীৰৱতাৰ পিছত) ইহঁতৰ ইস্কুলটো ক'ত?

বাচ্চু : ইষ্টিচনৰ সামনত। ইস্পিচাল ইস্কুল হয়।

বন্ধু : আমি যাব পাৰিম নেকি সেই ইস্কুলত?

বাচ্চু : যাবি, তাত সুধি ল'বি।

(আৰু অলপ নীৰৱতা পাৰ হয়। বন্ধুৱেকিবা মনত পৰাৰ দৰে মোনাৰ পৰা ছুৰীখন উলিয়াই হঠাৎ দূৰলৈ দলিয়াই দিয়ে। তাৰ পিছত সৈ ইফালে-সিফালে কিবা এটা চাই ডাষ্টবিনৰ ওচৰলৈ যায় আৰু সোত-মোত, টোপোলা হৈ পৰি থকা দীনৰ পোষ্টাৰখন তুলি লয়। সি আকৌ ইফালে-সিফালে চাই। কয় ঃ)

বন্ধু : পুলিচচবে মোৰ জখলাটোও লৈ গ'ল। (অলপ বৈ) ঐ বাচ্চু, এইফালে আহতো (বাচ্চু উঠি বন্ধুৰ ওচৰলৈ আহে। বন্ধুৱে একাষত থকা আঠাৰ টিনটোৰ পৰা আঠা লৈ দীনৰ পোষ্টাৰখন লুটিয়াই আঠা ঘহে। আৰু চিনেমাৰ পোষ্টাৰ লগোৱা ঠাইত শিশু দিৱসৰ পোষ্টাৰখন লগাই দিয়ে। বাকীবোৰে বন্ধুক পোষ্টাৰ মৰাত সহায় কৰে। এখন ট্ৰেন যোৱাৰ সংগীত বাজে আৰু মঞ্চ আন্ধাৰ হয়।)

— সমাপ্ত —

# গাধ

রচনা ঃ ৰত্ন ওজা

চৰিত্ৰসমূহ ঃ

১। শিক্ষক
২। ৰমেশ (ছাত্ৰ)
৩। খগেন (ছাত্ৰ)
৪। ৰহিম (ছাত্ৰ)
৫। কিৰিপ (অভিভাৱক)
৬। সভাপতি
৭। মুখ্যঅতিথি
৮। চৌকিদাৰ

## আৰম্ভণি দৃশ্য

[পঢ়াশালিত শিক্ষক আৰু ছাত্ৰ]

শিক্ষক ঃ তহঁতক আজি মই ফল-মূলৰ বিষয়ে শিকাম। ৰমেশ, থিয় হচোন। ক, মাটিৰ তলত কি কি হয়?

ৰমেশ ঃ (থিয় হয়) আলু কচু আদা পিঁয়াজ, আৰু, আ-ৰু (বৈ যায়)

শিক্ষক ঃ আলু কচু আদা পিঁয়াজ খায়েই বাচি আছ নেকি। মূলা নাখাব?

খগেন ঃ (বহি থাকিয়েই হাত দাঙি) মূলা আধা মাটিৰ তলত, আধা ওপৰত থাকে ছাৰ।

শিক্ষক ঃ খগেন, তোক কোনে সুধিছে গাধ। তই মনে মনে থাক। (ৰমেশক) বহ গাধ। (ৰমেশ বহে) অ এইবাৰ ৰহিম তই ক, মাটিৰ তলত আৰু কি পোৱা যায়?

ৰহিম ঃ (হওঁ নহওঁকৈ থিয় হৈ) বৰশী বাবলৈ কেঁচু পোৱা যায় ছাৰ।

খগেন ঃ (খপ্‌কৈ থিয় হৈ) কেঁচুৰ বৰশীৰ টোপ কৰি মাছ ধৰিব পাৰি ছাৰ। বৰশীত ধৰা সৰু মাছ পেট বেমাৰীৰ বাবে বৰ উপকাৰী ছাৰ। পানী মাটিৰ তলত থাকে, মাছ পানীত থাকে, গতিকে—

শিক্ষক ঃ (খগেনৰ কথা শুনি চেকনি হাতত লৈ তাৰ ওচৰলৈ যায়।) গতিকে (খগেনৰ পিঠিত একোব মাৰে), মাছ এবিধ মাটিৰ তলত থকা ফল। গতিকে (আৰু একোব), পানী এবিধ মাটিৰ তলত থকা ফল। গতিকে (আৰু একোব), কেঁচু এবিধ মাটিৰ তলৰ ফল। গাধহঁত ওলা। আটাইবোৰ ওলা। বাহিৰলৈ ওলা। (কৈ থাকিয়েই চকীৰ ওচৰলৈ আহে) পথাৰলৈ যাগৈ। তাত আঁঠু কাঢ়গৈ। আজি মই কুৰি বছৰে শিক্ষকতা কৰিলো। মই জীৱনদাতা মাষ্টৰে কিমান গাধক মানুহ কৰিলো। কিমান গাধই মোৰ চেকনিৰ কোবত হাকিম-মুঞ্ছপ হ'ল। কিন্তু তহঁতকিটা আচল গাধৰো অধম হ'লি। তহঁতকিটাক মই নেৰিছো। কোবাই, আঁঠু কঢ়াই যেনেকৈ হওক তহঁতজাক গাধকো মই মানুহ কৰিহে এৰিম। যা গাধহঁত, এতিয়া আটাইজাকে পথাৰলৈ গৈ আঁঠু কাঢ়ি থাকগৈ। (এজন-দুজনকৈ বাহিৰলৈ যাব ধৰে। দুজনমানে খৰধৰ নকৰা দেখি মেজত চেকনিৰে একোব মাৰি) হেৰৌ লাহে লাহেৰ বংশধৰ, যা বেগেতে, নহ'লে চেকনিৰ কোবত পিঠিৰ ছাল ছিগিব। শুন, কাঁহত জিৰণিৰ কোব নপৰে মানে লৰচৰ নকৰিবি। (ছাত্ৰবোৰ ওলাই যায়। সিহঁত ওলাই যোৱা চাই থাকোতেই খিৰিকিমুখত মানুহ এজন দেখে) খিৰিকিৰ কাষত সেইজন কোন? কোন? কি লাগে ইয়াত? চাওঁ কোন, ভিতৰলৈ আহাচোন (চকীত বহে। অলপ পিছতে ৰজত কিৰিপ সোমাই আহি সেমেনা-সেমেনিকৈ থিয় হয়।) অ' আমাৰ ৰজত কিৰিপ দেখোন! কি হ'ল। আকৌ ছাত্ৰ হ'বৰ মন গ'ল নেকি?

কিৰিপ ঃ নাই দেউ, আমি বুঢ়া শালিকাৰ আৰু ক'ত মাত ফুটিব।

শিক্ষক ঃ তেনেহ'লে কিয় আহিলা?

কিৰিপ ঃ মানে দেউ, মোৰ গাধটোৰ কথাহে...

শিক্ষক ঃ অ' তোমাৰ গাধ ল'ৰাক পঢ়াশালিত দিব খোজা! বৰ ভাল কথা। পিছে—

কিৰিপ ঃ নাই নহয় দেউ, মোৰ কাপোৰ কঢ়িওৱা গাধটোৰ কথাহে ক'ব খুজিছোঁ—

শিক্ষক ঃ অ' তোমাৰ গাধটোৰো কিবা হৈছে? তেনেহ'লে জিলালৈ নিয়া। ভেটেনাৰী ডাক্তৰক দেখুওৱাগৈ। মই কি কৰিম?

কিৰিপ ঃ তাৰ তেনেকৈ একো বেমাৰ হোৱা নাই দেউ। আচলতে তাক আপুনিয়েই ঠিক কৰি দিব পাৰে দেউ।

শিক্ষক ঃ ময়েই ঠিক কৰি দিব পাৰো! অ' কি ক'ব খুজিছা বেগেতে কোৱাচোন।

কিৰিপ ঃ মোৰ গাধটোৱে দেউ, সদায় আপোনাৰ ইস্কুলৰ পথাৰতে চৰি থাকে। সিও আঁঠু কাঢ়িব জানে। পিছে আজ্জি কিছুদিন হ'ল সি বৰ দুৰ্বল হৈছে। আজিকালি মই নিজেই কাপোৰ কঢ়িয়াওঁ। তাক এনেয়েহে পুহি ৰাখিছোঁ। সিও এটা জীৱ। মাৰি পেলাবও নোৱাৰো। মৰিও নাযায়। মানে মোৰ সি দেউ, এটা ভালুকৰ সাঙীহে হৈছে। গতিকে গতিকে—

শিক্ষক ঃ গতিকে ৰ'লা কিয়? পোনাই কোৱা।

কিৰিপ ঃ গতিকে (সেপ ঢুকি), মানে দেউ আপুনি ল'ৰাবোৰক শিকোৱা বাহিৰত থিয় হৈ চাই থাকোঁ। আপুনি পানীত চাবোনৰ ফেন উঠোৱাৰ দৰে ফেনফেনিয়াকৈ শিকাব জানে দেউ।

শিক্ষক ঃ (সন্তুষ্টিৰ হাঁহি মুখত বিৰিঙাই) হয় নেকি!

কিৰিপ ঃ সঁচা দেউ। একেবাৰে সত্য কথা কৈছোঁ। আপুনি পঢ়োৱা চাই থাকিলে মোৰেই নাম লগাবৰ মন যায়। পিছে মোৰতো আৰু বয়স নাই। গতিকে মোৰ গাধটোকেই আপোনাৰ আন গাধবোৰৰ লগতে নাম লগাই দিব খোজো দেউ।

শিক্ষক ঃ (খং ভাব) কি? কি ক'লা?

কিৰিপ ঃ আপুনি খং নেখাই মোক এইফেৰি দয়া কৰক দেউ। দেউৱে কিমান গাধক মানুহ বনালে, হাকিম-মুঞ্চুপ বনালে, গতিকে মোৰ এই বুঢ়া গাধটোক মানুহ বনাওঁতে আপোনাৰ কিমান বেলিনো লাগিব! সি মানুহ হ'লেই হ'ব। হাকিম-মুঞ্চুপ বনাব নেলাগে। পিয়ন-খালাচী কিবা এটা কৰি দিলেই হ'ব। তেতিয়া সি আৰু মোৰ কাপোৰ নকঢ়িয়ালেও কথা নাই। পিয়ন-খালাচী হৈ দুপইচা আৰ্জি দিলেই হ'ব। মোৰ দুখীয়া সংসাৰত বৰ সহায় হ'ব।

শিক্ষক ঃ তুমি এইবোৰ কি কৈছা কিৰিপ? তোমাৰ মূৰটো ঠিক আছেতো?

কিৰিপ ঃ মই সজ্ঞানে সুস্থ শৰীৰে কৈছোঁ। আপোনাৰ দুয়ো ভৰিত ধৰিছোঁ আপুনি সাইখাত দেৱতা। মই নিজ কাণে শুনিছোঁ দেউ, চেকনিৰে কোবাই, আঁঠু কঢ়াই আপুনি বহুতো গাধক মানুহ বনাইছে। মোৰ গাধটোক আপুনি যিমান মাৰে মাৰিব, মাৰি মাৰি গলধন বেঁকা কৰি দিয়ক—

কোনো কথা নাই। মাথোঁ তাক মানুহ বনাই দিয়ক। মই চিৰজীৱন বিনা পইচাতে আপোনাৰ কাপোৰ ধুই দিম। অকল আপোনাৰ কিয়, ল'ৰা-তিৰোতা, শাহু-শহুৰ, জীঁ. জোঁৱাই-খুলশালী সকলোৰে কাপোৰ-কানি বিনা পইচাতে ধুই দিম।

শিক্ষক ঃ (গম্ভীৰ হৈ চিন্তা কৰি) তুমিয়েই দেখিছোঁ মোক চিনি পাইছা। এই অঞ্চলৰ মানুহবোৰ বুজিছা, বৰ গাধ। মই ইমান গাধক মানুহ কৰিলোঁ; তথাপি মোৰ নাম নাই।

কিৰিপ ঃ মই কিন্তু আন মানুহৰ দৰে খাই পাত ফলা নহয়। গুণীৰ মূল্য মই ঠিক দিব জানো। আপুনি মাথোঁ মোৰ গাধটোক মানুহ বনাই দিয়ক, সদায় মই আপোনাৰ নাম ল'ম। আনকি মানুহ হোৱাৰ পাছত সিও চৌবিশ ঘণ্টাই আপোনাৰ নাম, ভকতে হৰিনাম জপা দি ল'ব লাগিব। তাক মই শিকাই দিম নহয় সি সকলোকে ক'বই লাগিব। 'মই আগতে গাধ আছিলোঁ, জীৱনদাতা দেউৱে মোক মানুহ বনাইছে।' আপোনাৰ নাম নৈৰ ঘাট, খাল-বিল, মাছ-বজাৰ, বাট-পথ সকলোতে মানুহৰ মুখে মুখে হ'ব দেউ।

শিক্ষক ঃ তুমি দেখিছোঁ মোক নেৰিছা। ঠিক আছে বাৰু এইবেলি তোমাৰ গাধটোকো মানুহ কৰি চোৱা যাওক সিনো কেনেকুৱা মানুহ হয়। খাই পাত ফলা বিধৰেই হয়নে উপকাৰীৰ শলাগ লোৱা বিধৰেই হয়।

কিৰিপ ঃ মই গেৰেণ্টি দি কৈছোঁ সি একেবাৰে ভাতীত দিয়া পুৰণি বগা খদ্দৰৰ দৰে ফট্‌ফটীয়া মানুহ হ'ব দেউ।

শিক্ষক ঃ ঠিক আছে কিৰিপ, তোমাৰ গাধটো মোৰ ইয়াত এৰি থৈ যোৱা। দুমাহৰ পিছত এবাৰ খবৰ ল'বা। গাধটো তুমি আমাৰ চকীদাৰক চমজাই দি যাবা, বুজিলা! মই তাক বুজাই ক'ম! এতিয়া বাহিৰতে অলপ ৰোৱা, কাঁহত জিৰণিৰ কোব পৰিবৰ হ'লেই। মই আগে চকীদাৰক বুজাই দিওঁ, তাৰ পিছত তুমি লগ ধৰিবা। (চিঞৰি) চকীদাৰ গাধ, ঘণ্টি বজাই দে। (ভাবি) আৰু শুনা কিৰিপ, তোমাৰ গাধটোৰ দানাপানীৰ বাবদ চকীদাৰৰ হাততেই পা-পইচা অলপো দি যাবা।

কিৰিপ ঃ কিয় নিদিম দেউ! অকল দানাপানীৰ খৰচেই নে, ভৰ্তি মাচুল, মাহিলি মাচুল আৰু যদি কিবা মাচুল আছে তাকো দি যাম দেউ। মই তেনেহ'লে দুমাহৰ পিছত আহি গাধৰ ঠাইত মানুহ এজন দেখা পাম।

শিক্ষক ঃ দেখা পাবা মানে, তোমাৰ মানুহ তুমি লৈ যাবা। অ' শুনা, আজিৰ পৰা দুমাহৰ পিছত (অলপ চিন্তা কৰি, আঙুলি মূৰত হিচাপ কৰি) তাৰিখ হ'ব পঁচিশ জেঠ, শুকুৰবাৰ। সিদিনা ঠিক বাৰমান বজাত ইয়ালৈ আহিবা।

[কাঁহত জিৰণিৰ ঘণ্টা বাজে। কিৰিপে শিক্ষকক নমস্কাৰ কৰি ওলাই যাবলৈ ধৰে। ল'ৰাবোৰে আঁঠু মচি মচি সোমাই আহি আকৌ যাবলৈ সাজু হয়। মঞ্চ লাহে লাহে আন্ধাৰ হয়।]

## সামৰণি দৃশ্য

[মঞ্চ আন্ধাৰ হোৱাৰ লগে লগে ছাত্রসকলে কোঠালিত থকা ডেস্কবোৰ আঁতৰ কৰে। ব্লেক ব'ৰ্ডখনৰ ওলোটা পিঠিটো দৰ্শকে দেখা পোৱা ঠাইত থিয় কৰাই থয়। তাত লেখা থাকে ঃ ২৫ জেঠ ঃ শুকুৰবাৰ ঃ বছৰেকীয়া অধিৱেশন। তলক কাৰ্যসূচী। আন্ধাৰতে শিক্ষক বহা ঠাইত তিনিখন চকী পাৰে। চকীবোৰত সভাপতি, মুখ্য অতিথি আৰু শিক্ষক বহি থাকে। সভাপতি আৰু মুখ্য অতিথিৰ ডিঙিত ফুলৰ মালা। কোঠালিৰ বেঞ্চবোৰত ছাত্র-ছাত্রী বহি থাকে। মঞ্চ লাহে লাহে পোহৰ হয়। মাল্যদানৰ সময়ত ছাত্র-ছাত্রীয়ে যিদৰে হাত চাপৰি মাৰে তেনেদৰে হাত চাপৰি মাৰি থাকে। মালা পিন্ধা মুখ্য অতিথিয়ে হাতযোৰ কৰি থিয় হোৱাৰ পৰা বহে।]

সভাপতি ঃ এইবেলি আৰম্ভণি গীত।
(কোঠাটোৰ একোণত এখন মেজৰ ওপৰত থকা হাৰমনিয়াম আৰু তবলাৰ ওচৰলৈ কেইটিমান ল'ৰা-ছোৱালী আগবাঢ়ি আহে। ৰমেশে হাৰমনিয়াম বজাব আৰু খগেনে বজাব তবলা।)

ৰমেশ ঃ আমি গাবলৈ লোৱা গীতটিৰ ৰচনা আমাৰ পঢ়াশালিৰেই ছাত্র শ্রীৰহিম আলীৰ, সুৰ মোৰ, গীতটিত অংশ গ্রহণ কৰিছে.... (বহুতো নাম কৈ থকাৰ দৰে ওঁঠ লৰাই থাকে। মুখেৰে শব্দ নকৰে। এনেতে ৰজত কিৰিপ আহি সোমায়। কিৰিপক দেখি শিক্ষকে বহাৰ পৰা উঠে আৰু ওচৰলৈ যায়।)

শিক্ষক ঃ উস্ ৰক্ষা। বেছ কষ্টৰ মূৰত তোমাৰ গাধটো মানুহ কৰিলোঁ। কেইধাডালো চেকনি ভাঙিলোঁ। আৰু কোবাওঁতে কোবাওঁতে মোৰো হাতত টৌ ফুটি গ'ল বুজিছা। কিৰিপ চোৱা, সেইজন যে, আমাৰ হেডমাষ্টৰৰ কাষতে বহি আছে যে, তেৱেঁই তোমাৰ গাধৰপৰা হোৱা মানুহজন। দেখিছা নহয়।

কিৰিপ ঃ ৰ'ব দেউ ৰ'ব। মোক আগতে ভালদৰে চাই ল'বলৈ দিয়ক। (মুখত তৃপ্তিৰ হাঁহি) আপুনি সাইলাখ ব্রহ্মা দেউ। আপোনাৰ মই নিকিনা গোলাম হৈ থাকিম দেউ। (মুখ্য অতিথিৰ ডিঙিত মালা দেখি) পিছে সি তাত কি কৰিছে? মালা কিয় পিন্ধিছে?

শিক্ষক ঃ লাহে লাহে, সৰুকৈ কোৱা। শুনিব লাগিলে চাকৰি যাব। তোমাৰ গাধটো বুজিলা মানুহ হোৱাই নহয়, এজন ডাঙৰ নেতা হৈ গৈছে। আজিৰ সভাত মুখ্য অতিথি। অলপ পিছতে বক্তৃতা দিব। সেই কাৰণে মালা পিন্ধিছে।

কিৰিপ ঃ তাৰ মানে মোৰ গাধ এতিয়া ডাঙৰ মানুহ! দেউ, আপোনাক, আপোনাক মোৰ কোটি কোটি নমস্কাৰ। (আঁঠু ল'ব খোজে। আনে দেখাৰ ভয়ত শিক্ষকে কিৰিপক মানা কৰে।)

শিক্ষক ঃ হেঃ কি কৰা। এতিয়া ইয়াত এইবোৰ একো নকৰিবা। তুমি গৈ সৌ তাত বহাগৈ (য'ত বহিলে দৰ্শকে কিৰিপৰ ভাব-ভংগী ভালদৰে দেখিবলৈ পায় তেনে ঠাইলৈ আঙুলিয়াই)। বক্তৃতা শুনাগৈ। তাৰ পিছত তোমাৰ ঘৰৰ ছুৱাল ঘৰলৈ লৈ যাবা।

কিৰিপ ঃ (পাছমূৰ খজুৱাই) আপুনি বেয়া নাপায় যদি দেউ মাত্ৰ এটা কথা কওঁ।

শিক্ষক ঃ বেগেতে কোৱা।

কিৰিপ ঃ সি মানুহ হোৱা দেখি মোৰ গা সাতখন আঠখন লাগিছে দেউ। তাৰ লগত দুষাৰ কথা হ'বলৈ বৰ মন গৈছে! পিছে সি দেখোন মোক চিনিকেই পোৱা নাই।

শিক্ষক ঃ তুমিও দেখিছো গাধৰ লগত থাকি থাকি গাধ হৈ গ'লা। তোমাৰে গাধই তোমাকে চিনি নাপাব পাৰেনে?

কিৰিপ ঃ যদি মোক চিনি পাইছে, মোক দেখিও উঠি আহি মাত লগোৱা নাই কিয়? আপুনি দেখোন মোক দেখা মাত্ৰেই মোৰ ওচৰলৈ উঠি আহিল।

শিক্ষক ঃ ওৰে বাপ্! এতিয়া তেওঁ ডাঙৰ মানুহ। মুখ্য অতিথি। সভা শেষ নহয় মানে গম্ভীৰ হৈ থাকিব লাগিব। সেয়েহে কাকো মতা নাই। তুমি এতিয়া বহাগৈ যোৱা।

কিৰিপ ঃ ভাল বাৰু। ময়ো বহি মোৰ গাধৰ বক্তৃতাকে শুনো। (কিৰিপ গৈ শিক্ষকে আঙুলিয়াই দিয়া ঠাইত বহে। শিক্ষকেও নিজৰ আসন লয়। সমবেত গীত আৰম্ভ হয়।)

### গীত

মানুহ আমি ন যুগৰ মানুহ
সৰু-বৰ জাতি ভেদ একো নেমানো
মানুহ আমি ন যুগৰ মানুহ।।
নাঙলৰ শিৰলুত আমিয়ে ধৰো
কলৰ চকৰিও আমিয়ে ঘূৰাওঁ
জ্ঞান বিজ্ঞানৰ বন্তি জ্বলাওঁ
আমাৰ গাঁৱলৈ' ন পোহৰ নমাওঁ।।
মানুহ আমি ন যুগৰ মানুহ
অতীতক সাবটি বহি নেথাকোঁ
নতুনৰ স'তে আমি ন গান গাওঁ
আমাৰ গাঁৱলৈ' ন পোহৰ নমাওঁ।।

[গীত গোৱা চলি থাকোঁতে কিৰিপে মুখ্য অতিথিৰ মুখলৈ সঘনে চায়। চকুৰে চকুৰে পৰা যেন পালেই আকাৰে-ইংগিতে নিজৰ পৰিচয় দিয়ে। মুখ্য অতিথি দুবাৰমান আচৰিত হয়। পিছলৈ ভাবে যে নানান

সভা-সমিতিত তেওঁ বহুতো মানুহ লগ পায়। আনে তেওঁক মনত ৰাখে। তেওঁ মনত ৰাখিব নোৱাৰে। তেনে কোনো মানুহ হ'ব। গীতৰ শেষত হাত চাপৰি।)

সভাপতি : এইবেলি মুখ্য অতিথিৰ ভাষণ। আমাৰ স্কুলৰ বছৰেকীয়া অধিৱেশন উপলক্ষে আয়োজিত এই সভাত মুখ্য অতিথিৰ ভাষণ দিবলৈ অনুৰোধ জনাওঁ আমাৰ পৰম শ্ৰদ্ধেয় নেতা শ্ৰী... (নামটো উচ্চাৰিত নহয়। কিন্তু ওঁঠ লৰাই কৈ যায়। কিৰিপৰ উচ্‌পিচনি বাঢ়ে। নিজকে আঙুলিয়াই দি মুখ্য অতিথিক কিবাকিবি আকাৰে-ইংগিতে কয়। তাৰ পিচত হাত চাপৰি। মুখ্য অতিথি থিয় হয়।)

মুখ অতিথি : পৰম শ্ৰদ্ধাভাজন সভাপতি মহোদয়, শ্ৰদ্ধাস্পদ শিক্ষকসকল, মৰমৰ ছাত্ৰ-ছাত্ৰী আৰু সভাত উপস্থিত থকা ৰাইজ। আজিৰ সভাৰ আৰম্ভণি গীতটি শুনি মোৰ বৰ ভাল লাগিল। এইটি হেনো এই স্কুলৰে ছাত্ৰ এজনে লিখিছে। এইটো পৰম সন্তোষৰ কথা। চাওক ৰাইজ, আমাৰ দেশৰ চুকে-কোণে থকা বিদ্যালয়বোৰত কিমান যে প্ৰতিভা এনেভাৱে লুকাই আছে। সেইবোৰক আমি পোহৰলৈ আনিব লাগিব। (হাত চাপৰি) গীতটিৰ লেখক, এই বিদ্যালয়ৰে ছাত্ৰ শ্ৰীমান— নামটি বা কি আছিল—

শিক্ষক : ৰহিম আলী।

মুখ্য অতিথি : অ অ শ্ৰীমান ৰহিম আলী, এই ৰহিমহঁত আমাৰ বনৰীয়া ফুল। বনৰীয়া ফুলৰ সৌৰভ আমি বনৰ মাজতেই হেৰাই যাবলৈ দিব নোৱাৰো। (হাত চাপৰি) শ্ৰীমান ৰহিমে গীতটিত ঠিকেই লিখিছে, আমি ন যুগৰ মানুহ, সৰু-বৰ জাতিভেদ আমি নেমানো, আমি অতীতক সাবটি বহি নেথাকোঁ। শিক্ষক মহোদয়সকল, আপোনালোকৰ কিছুমানে ছাত্ৰ-ছাত্ৰীসকলক কি শিকায়?

তেওঁলোক ক'ৰ পৰা আহিছে নিশিকায়নে? নিশিকায়নে তেওঁলোকৰ বংশ-কুল, জাতি-ধৰ্মৰ বিষয়ে? কিন্তু সেইবোৰৰ আৱশ্যক কি? আৱশ্যক কি আমাৰ অতীত জনাৰ? আমাৰ পূৰ্বপুৰুষ বান্দৰেই আছিল নে গাধই আছিল সেইবোৰ জানি কি লাভ হ'ব? আমি মাথোঁ জানিব লাগে আমি আটায়ে মানুহ, ন যুগৰ মানুহ। (হাত চাপৰি)

(কিৰিপে থিয় হৈ ঠাৰে-চিয়াঁৰে শিক্ষকক মাতে। দুয়ো একোণত থিয় হৈ কথা পাতে। মুখ্য অতিথিয়ে বক্তৃতা দিয়া ভংগী দি থাকে।)

কিৰিপ : (শিক্ষকৰ ভৰিত উবুৰি খাই পৰি) মই কাবৌ কৰিছোঁ, মোক মানুহ নালাগে দেউ, মোৰ গাধটো পুনৰ গাধ বনাই দিয়ক দেউ।

শিক্ষক : কিয়? কি হ'ল?

কিৰিপ : কি নহ'ল? যি হ'বৰ সকলো হ'ল। সি গাধ থাকোঁতেই ঠিক আছিল। বোজা বব নোৱাৰিলেও মোক সি চিনি পাইছিল। এতিয়া মানুহ হোৱাৰ লগে লগে সি মোক চিনিকেই নোপোৱা হ'ল। তাতে আকৌ নেতা হ'ল। নেতা হৈ তাৰ কি লেচ্‌কাৰ! বাপ্‌ৰে জাতি-কুলৰ কথা শিকাব

নালাগে। আমাৰ পূৰ্বপুৰুষৰ কথা পাহৰিব লাগে। তাৰ মানে সি যে আগতে গাধ আছিল এই কথা ক'লে সি লাজ পাব! গতিকে দেউ—

শিক্ষক ঃ গতিকে, গাধক মানুহ কৰাৰ হেঁপাহ পলাল! কি কোৱা? ঠিক আছে, তুমি ইয়াতেই অলপ ৰোৱা। মই এতিয়াই আহিছোঁ।

(শিক্ষকে মঞ্চৰ আনটো ফালে থিয় হৈ বক্তৃতা শুনি থকা চৌকিদাৰৰ ওচৰলৈ যায়। আনে নুশুনাকৈ কথা পাতে।)

শুনিছনে চৌকিদাৰ গাধ, কিৰিপৰ গাধটো কালিলৈ ৰাতিপুৱাতে উলিয়াই দিব পাৰিবি?

চৌকিদাৰ ঃ কিয় নোৱাৰিম ছাৰ! মিটিং শেষ হ'লেই মই গাঁৱলৈ যাম; ৰাতিটো ঘৰত থাকিম, আৰু পুবে পোহৰ হওঁতেই ঘোঁৰা চেকুৰাম। মানে ছাৰ, গাধটো একেবাৰে মোৰ গাঁৱৰ ঘৰত থৈ আহিছোঁ। এই কেইদিন গাঁৱত মোৰ বৰ নাম হৈছে ছাৰ। মোৰ ঘৰত ঘোঁৰা আছে। গতিকে গাঁৱত মই এজন ডাঙৰ মানুহ। ল'ৰা-ছোৱালীহঁতে এতিয়া ঘোঁৰাত উঠিয়েই বজাৰ-সমাৰ কৰে। এইবোৰ আপোনাৰেই দয়া। পিছে কালিলৈ পুৱা আনিবই লাগিব নেকি ছাৰ?

শিক্ষক ঃ অ, কালিলৈ পুৱা গাধটো আনি স্কুলৰ পথাৰত এৰি দিবি। কিৰিপে সুধিলে ক'বি, ছাৰে ৰাতিৰ ভিতৰতে আকৌ গাধ কৰি দিলে। বুজিলি!

চৌকিদাৰ ঃ হ'ব ছাৰ! কথা কোৱাত মই ওস্তাদৰো ওস্তাদ ছাৰ।

(শিক্ষকে আকৌ কিৰিপৰ ওচৰলৈ আহে)

শিক্ষক ঃ কি কৈছিলা? অ তোমাক তেনেহ'লে মানুহ নেলাগে?

কিৰিপ ঃ সিতো মানুহ হৈ থকা নাই দেউ, তাক দেখোন আপুনি নেতা বনাই দিলে। মোক সি চিনি নাপায়, সেই নেতাও নালাগে, মানুহো নালাগে।

শিক্ষক ঃ (মিচিকিয়াই হাঁহি) ঠিক আছে, কালিলৈ ৰাতিপুৱা আহিবা। দেখিবা তোমাৰ গাধ পুনৰ গাধ হৈ পথাৰত ঘাঁহ খাই আছে।

কিৰিপ ঃ (আচৰিত হৈ) দেউ, এটা ৰাতিৰ ভিতৰতে গাধ বনাব পাৰিব? মানুহক গাধ বনোৱাটো ইমানেই সহজনে? তাতে আকৌ মস্ত ডাঙৰ নেতা! গাধক মানুহ বনাওঁতে দেখোন আপুনি দুমাহ লগাইছিল। মোৰ পৰা দুমাহৰ খৰচ লৈছিল। এতিয়া তাৰ মানে মায়ঙৰ যাদু চলাব নেকি?

শিক্ষক ঃ এৰা কিৰিপ, তুমি সজ কথাকেই কৈছা, গাধক মানুহ কৰিবলৈ কৰিছিলোঁ সাধনা। আৰু মানুহক গাধ কৰিবলৈ মায়ঙৰ মন্ত্ৰ মাতিলেই হ'ব।

কিৰিপ ঃ হয় দেউ, বেয়া হ'বলৈ কিমান পৰ লাগে! ভাল হ'বলৈহে যুগ যুগ লাগে। আজিলৈ মই আহিলোঁ দেউ, নমস্কাৰ।

(কিৰিপে যাবলৈ খোজ লয়। শিক্ষকে আসনৰ মুখে খোজ লয়। চৌকিদাৰে ভিতৰলৈ যাব খোজে। এনেতে মুখ্য অতিথিৰ কথা শুনা যায়।)

মুখ্য অতিথি ঃ মোক ভাষণ দিবলৈ সুবিধা দিয়া বাবে বিদ্যালয়ৰ কৰ্ম-কৰ্তাসকললৈ মোৰ আন্তৰিক ধন্যবাদ। আজিলৈ ইমানতে মোৰ ভাষণ সামৰিলোঁ। নমস্কাৰ।

(হাত চাপৰি। মুখ্য অতিথিয়ে নমস্কাৰ কৰি থকা অৱস্থাতে; চৌকিদাৰ, কিৰিপ আৰু শিক্ষক যেনেকৈ য'ত আছিল তেনে অৱস্থাতে লাহে লাহে মঞ্চ আন্ধাৰ হয়।)

— সমাপ্ত —

(শিশু নাট প্ৰতিযোগিতাত 'ধেপে' চৰিত্ৰটোৱে দ্বিতীয় শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান লাভ কৰে।)

# নুফুলা ফুলৰ মালিতা

(চেমনীয়াৰ নাট)

ৰচনা ঃ হৰেন্দ্ৰ নাথ বৰঠাকুৰ

## প্ৰথম দৃশ্য

(এখন ফুলনিৰ দৃশ্য। সৰু-বৰ শাৰী শাৰী ফুল গছ। কণ কণ ল'ৰা-ছোৱালীয়েই ফুলৰ গছবোৰ হ'ব। দৃশ্যটোৰ আৰম্ভণিৰ পৰাই চৰাই-চিৰিকটিৰ কিচিৰ-মিচিৰ মাতেৰে মুখৰিত হৈ থাকিব। কেইটামান ল'ৰা-ছোৱালী পখিলা, মৌগুটি, জিএঞা, বুলবুলি চৰাই হৈ উৰি ফুৰাৰ ভাও দিব। সঙ্গীতে নৈসৰ্গিক পৰিৱেশৰ আৱেশ সৃষ্টি কৰিব। ফুলৰ গছবোৰত ফুলৰ সলনি জোনমণি, ধনমণি, সেউতী, শেৱালি, সোণটি সোমাই আহিব।)

জোনমণি : বাঃ, কেনে লহ-পহকৈ বাঢ়িছে গছবোৰ চাচোন!

সেউতী : বাঃ, বতাহ-বৰষুণ পাই আনন্দত ততেই নাই। কেনেকৈ হালিছে-জালিছে চা!

শেৱালি : ঐ, চাচোন চা আগবোৰ কলিৰে উপচি পৰিছে।

ধনমণি : গোলাপকেইজোপাৰ কলিবোৰ চা, বেছ্ ডাঙৰ হ'ল।

জোনমণি : চাওঁ, চাওঁ। ইস্ এইকেইটা কলি আজি ৰাতিৰ ভিতৰতে ফুলিব চাবি। বৰষুণ পালেতো কথাই নাই।

সেউতী : মৌগুটি-পখিলা আহিলেই। ফুলিলে যে কিমান আহিব তাৰ ঠিক নাই।

শেৱালি : গোটেইবোৰ ফুলিলে কিযে মজা লাগিব! চকু ছাট মাৰি ধৰিব।

জোনমণি : ৰং-বিৰঙৰ ফুল, তাৰ মাজে মাজে ফুটুকা-ফুটুকী উৰণীয়া ফুল পখিলা। চকু জুৰ পৰি যাব।

ধনমণি : আজি ৰাতিৰ ভিতৰত চাবি অসংখ্য নতুন কলি ওলাব, আজিৰ অসংখ্য কলিয়ে পাহি মেলিব।

সেউতী : মোৰ যে আজি ৰাতি টোপনিয়েই নধৰিব।

শেৱালি : মোৰো, আজি ৰাতি কিজানি সপোনতে দেখিম।

ধনমণি : কলিবোৰ অকণমান চুই চাওঁনে?

জোনমণি : ইস্ নালাগে, কেনেবাকৈ দুখ পাব। নহ'লে ভয় খাবও পাৰে।

সোণটি : দুখো নাপায়, ভয়ো নাখায়। আমাৰ সৰু মামাই ফুল আৰু গছৰ বিষয়ে বহুত কিতাপ পঢ়িছে। মামাই কৈছে গছৰ গাত মৰমেৰে হাত বুলাই দিলে গছে হেনো বৰ ভাল পায়।

সেউতী : তেনেহ'লে মৰম কৰিলে সোনকালে ফুলিবহে চাগে'!

সোণটি : মামাই আৰু কি কয় জান? গছে হেনো গান শুনি বৰ ভাল পায়।

শেৱালি : তেনেহ'লেচোন গান গালেও সোনকালে ফুল ফুলিব কিজানি।

সোণটি ঃ ফুলিব চাগে'।

সেউতী ঃ তেনেহ'লে দেখোন আমি গান এটাকে গাব পাৰো।

জোনমণি ঃ কি গান গাবি?

সেউতী ঃ কেলেই আমাৰ গানটো? 'কি ফুল ফুলিছে আকাশ আৱৰি'।

শেৱালি ঃ আহ, সবেই গাওঁ।

-ঃ গীত ঃ-

কি ফুল ফুলিছে আকাশ আৱৰি
কি ফুলে শুৱায় মাটি;
গুটিমালি যেন ফুলে তৰাফুল
আকাশ আৱৰি ৰাতি।
পুৱাৰ ৰ'দত আমাৰ ফুলনি
ফুলেৰে জকেমকায়।।

তলসৰা ফুল আলফুলে আনি
কত আলপনা আঁকো,
পখিলাৰ স'তে উমলি-জামলি
মনৰ কথা পাতোঁ।
ফুলে হালি-জালি মেলি লাহি পাহি
ৰঙতে মিচিকিয়ায়।।

ফুলৰ ৰঙেৰে বুলালোঁ মন
পাহি কুমলীয়া হিয়া,
ওঁঠত সানি ল'লো ফুলাম ফুলৰ
হাঁহিটি মিচিকিয়া।
বতাহত মিঠাকৈ সুৰভী দিলো
দিশে দিশে ছটিয়ায়।।
(পোহৰ স্তিমিত হৈ মঞ্চ এন্ধাৰ হ'ব)

## দ্বিতীয় দৃশ্য

(প্ৰথম দৃশ্যৰ পুনৰাবৃত্তি। জোনমণিহঁত সোমাই আহি থমকি অবাক হৈ যাব।)

জোনমণি : উৰা, ফুলনিখন কোনে এনেকুৱা কৰিলে!

ধনমণি : আৰে, গোটেইখন দেখোন গচকি-গচকি তহিলং কৰিলে!

সেউতী : আই ঐ দেহি, গছৰ আগবোৰ কিহবাই মোকোৰা-মোকোৰে খালে। এটাও কলি নাই।

শেৱালি : এপাহো ফুল ফুলিবলৈ নাপালে। আই ঐ দেহি!

জোনমণি : কাৰ কাম হ'ব পাৰে বাৰু এইটো।

শেৱালি : (চকুপানী টুকি) ইমান কষ্ট কৰি ফুলনিখন পাতিছিলো। কিমান মৰম কৰি গছবোৰক তুলিছিলো। একে ৰাতিতে সব শেষ কৰি পেলালে।

সেউতী : যোৱা ৰাতি মই সপোনত ফুলনিখনত ফুল ফুলা দেখিছিলোঁ। মোৰ সৈতে কথা পাতিছিল, খিলখিলাই হাঁহিছিল, মই গান গাইছিলোঁ, সিহঁতে নাচিছিল। (উচুপে)

জোনমণি : এতিয়া কান্দিলে কি হ'ব? কোনে এই কাম কৰিলে অনুসন্ধান কৰিব লাগিব। যেনেতেনে দোষীক বিচাৰি উলিয়াবই লাগিব।

ধনমণি : সিহঁতক এসেকা দিবই লাগিব।

সোণটি : সিহঁত বুলিছ যে? কোনোবা এটাওতো হ'ব পাৰে।

জোনমণি : নহয়, ধনমণিয়ে ঠিকেই কৈছে। এটা কেতিয়াও নহয়। গোটেই ফুলনিখন তহিলং কৰি থৈ গৈছে। কোনোবা এজাকমান সোমাইছিল।

সেউতী : হয়, হয়, সৌৱা চা জেওৰাখনো ভাঙি ফান্ ফান কৰি থৈ গৈছে।

জোনমণি : সিহঁত ডকাইত বুজিছ। একেবাৰে দলে-বলে আহিছিল। আমাৰ ইমান ধুনীয়া ফুলনিখন দেখি সিহঁতৰ চকু পুৰিছে।

শেৱালি : কিন্তু দলে-বলে থকা ডকাইতক ধৰিবি কেনেকৈ?

জোনমণি : ধৰিব নোৱাৰিলেও সিহঁতক চিনি থ'ব লাগিব। চিনি লোৱাৰ পিছত কি কৰিম সেইটো পিছৰ কথা।

ধনমণি : ঠিক আছে, এতিয়া আমাৰ অনুসন্ধান, মানে তদন্ত ক'ৰ পৰা আৰম্ভ কৰিবি?

জোনমণি : য'ত ঘটনাটো ঘটে সেই ঠাইৰ পৰাই সাধাৰণতে তদন্ত আৰম্ভ হোৱাটো নিয়ম।

সেউতী : তেনেহ'লে ইয়াৰ পৰাই, মানে ফুলনিৰ পৰাই তদন্ত আৰম্ভ হওক।

ধনমণি : মোৰ মতে তদন্তৰ প্ৰথম বিষয়টো হ'ল— ঘটনা ঘটা ঠাইত অপৰাধীয়ে অসাৱধানতাৰ বাবে কিবা এৰি গৈছে নেকি।

জোনমণি : ঠিক, ঠিক কৈছ তই। সাধাৰণতে অপৰাধীয়ে সদায় ক'ব নোৱাৰাকৈয়ে কিবা নহয় কিবা চিন-মোকাম বা সৰু-সুৰা বস্তু এৰি থৈ যায়।

শেৱালি : তেনেকুৱা কথা কিতাপত পাইছোঁ।

ধনমণি : ঠিক আছে, তেনেহ'লে গোটেই ফুলনিখন এতিয়া আমি চলাথ কৰি চাওঁ ক'ৰবাত তেনেকুৱা কিবা আছে নেকি?
(আটায়ে ফুলনিৰ চুকে-কোণে অনুসন্ধান আৰম্ভ কৰে।)

জোনমণি : (আগৰ ঠাইলৈ আহি) কোনোবাই কিবা পাইছনে?

ধনমণি : নাই একো নাই।

সেউতী : ময়ো একো পোৱা নাই।

জোনমণি : ভালকৈ চা। একেবাৰে তন্ন তন্নকৈ চা।

শেৱালি : ভালকৈ চাইছোঁ। একো নাই।

সোণটি : নাই একো নাই। কুটা এগছ নাই ক'তো।

জোনমণি : একোৱেই নাই নে? কাগজ এখিলাও নাই নে?

সোণটি : মোৰ দুটা বস্তুহে চকুত পৰিছে। সেই দুটা...।

জোনমণি : কি? কি সেই দুটা?

সোণটি : ধেৎ, সেই দুটা বস্তু ডকাইতৰ হ'বই নোৱাৰে।

ধনমণি : ইয়াত ডকাইতহে সোমাইছিল বুলি খাটাংকৈ কোনেও ক'ব নোৱাৰে। আন কিবাও হ'ব পাৰে।

জোনমণি : তই দেখা বস্তুকেইটা কি?

সোণটি : এটা হ'ল খোজৰ চিন?

ধনমণি : খোজৰ চিন? তেনেহ'লেতো ডাঙৰ কথা!

সোণটি : খোজবোৰ মানুহৰ নহয়।

জোনমণি : আৰু আনটো বস্তু কি দেখিছিলি?

সোণটি : একেবাৰে টাট্কা কেঁচা গোবৰ।

সেউতী : ময়ো দেখিছোঁ।

শেৱালি : ময়ো।

জোনমণি : হুঁ, বুজিছোঁ।

ধনমণি : কি?

জোনমণি : এজাক গৰু সোমাই ফুলনিখনৰ এই অৱস্থা কৰিলে।

ধনমণি : তই খাটাং?

জোনমণি : খাটাং। ব'ল, এফালৰ পৰা গৰুবোৰক জেৰা কৰিব লাগিব।

শেৱালি : ব'ল, ব'ল। আমি জানিব লাগিব, যদি গৰুৱেই যত কূটৰ ঘাই হয়, গৰু নিজে আহি সোমাইছিল নে কোনোবাই সুমুৱাই দিছিল।

ধনমণি : এই, ৰচোন ৰ। মোৰ মনত কথা এটা সোমাইছে।

জোনমণি : কি কথা?

ধনমণি : আমাৰ এই ঘটনাটোৰ বাবে দোষী যিয়েই নহওক, ঘটনাটোত আটাইতকৈ ক্ষতি হৈছে কাৰ?

জোনমণি : কাৰ আৰু, আমাৰ। আমাৰ ফুলনি, কিমান কষ্টেৰে আমি এই ফুলনিখন পাতিছোঁ, কিমান যত্নেৰে গছবোৰক তুলি-তালি ডাঙৰ-দীঘল কৰিছোঁ। ইমান দিনৰ ইমান কষ্ট একেদিনাই অথলে গ'ল। আমাৰ ক্ষতি নহৈ কাৰ হৈছে?

ধনমণি : হৈছে, আমাৰ ভীষণ ক্ষতি হৈছে। কিন্তু আমাতকৈও বেছি ক্ষতি হৈছে ফুল গছবোৰৰ। সিহঁতৰ ওপৰত অত্যাচাৰ চলিল, সিহঁতক ভাঙি-ছিঙি-মুচৰি-কামুৰি-গচকি আধা মৰা কৰিলে।

সেউতী : ঠিকেইতো, আটাইতকৈ ক্ষতি হৈছে ফুল গছবোৰৰেই। আক্ৰমণটো চলিছিল সিহঁতৰ ওপৰতেই।

ধনমণি : তেনেহ'লে আমাৰ তদন্তৰ সিহঁতেই আমাৰ প্ৰথম সাক্ষী নহয় নে? এতিয়ালৈকে আমি সিহঁতক এষাৰ কথাও সোধা নাই।

শেৱালি : এৰা, সিহঁতক সুধিলেইচোন হয় ইয়ালৈ কোন আহিছিল, কোনে আক্ৰমণ চলাইছিল। তাকে নকৰি কি বাৰে-বিংকৰাবোৰ বকি আছোঁ আমি।

জোনমণি : এৰা, মই কথাটো একেবাৰে ভবাই নাই। আহচোন, গছবোৰকে সোধো কোনে এই কাণ্ড ঘটালে। আহ। সোধ। (আটাইকেইটাই ফুলৰ গছবোৰৰ মাজে মাজে ঘূৰি ঘূৰি সোধে।)

শেৱালি : আমাৰ ফুলনিৰ মৰমৰ গছবোৰ, তোমালোকৰ এনে অৱস্থা কোনে কৰিলে?

সেউতী : যোৱা নিশা তোমালোকৰ বহুতো কলিয়ে পাহি মেলাৰ কথা আছিল, আজি পুৱাও বহুতো কলিয়ে প্ৰথম চকু মেলাৰ কথা আছিল।

সোণটি : কিন্তু তোমালোকৰ কলিবোৰ নুফুলিল। সদায় ফুলিব ফুলিব বুলি আমি বাট চাই থাকোঁ। নুফুলে।

জোনমণি : কেলেই নুফুলে? অ' ফুল, অ' ফুল, তোমালোক নুফুলা কেলেই?

আটায়ে : অ' ফুল, অ' ফুল নুফুলা কেলেই? নুফুলা কেলেই? (ফুলগছবোৰে যেন সাৰ পাই উঠে।)

ফুলগছ : (কোৰাছত) গৰুৱে যে আগ খায়, আমিনো ফুলিম কেলেই?

জোনমণি : আমি সন্দেহ কৰাটোৱেই হয়। গৰুৱেই যত কূটৰ ঘাই, এতিয়া পলম কৰি লাভ নাই, ব'ল, গৰুবোৰক বিচাৰি যাওঁ।

আটায়ে : ব'ল, ব'ল।

## তৃতীয় দৃশ্য

(জোনমণিহঁত আহি গোহালিৰ গৰুজাকৰ ওচৰত উপস্থিত হ'ল। গৰুবোৰৰ কোনোটোৱে থিয় হৈ, কোনোৱে বহি আৰামত কলমটিয়াই আছে। চকু মুদি মুদিয়েই কোনোৱে মুখৰ ভিতৰতে ঘাঁহ পাগুলি আছে।)

জোনমণি : হেৰা, কাজলী, ৰাঙলী, ক'লী, বগী, সুৰভীহঁত, তোমালোকৰ লগত আমাৰ অলপ কথা আছে।

ধনমণি : অলপ সময় চকু মেলি, কাণ থিয় কৰি, পাগুলিবলৈ এৰি আমাৰ কথা শুনাচোন। (গৰুজাকৰ দুজনীমানে থিয় দিয়ে। আনবোৰ বহি থাকে।)

কাজলী : কিনো হ'ল? একেবাৰে দলে-বলে আহিছহঁক যে?

জোনমণি : চোতালতে সৌটো দেখোন ধান-খেৰৰ প্ৰকাণ্ড মেজি, তাৰে তোমালোকৰ পেট নভৰে হ'বলা?

ধনমণি : নে বাৰীৰ ঘাঁহে গোহালিৰ গৰুৰ ৰাহি নাহে?

কাজলী : জানো কি বলকিছহঁক! একো বুজি পোৱা নাই।

জোনমণি : বুজিবলৈ কিটো আছে? ইমান কষ্টেৰে পতা আমাৰ ফুলনিখন তোমালোকে একেবাৰে তহিলং কৰি পেলালা যে। খাবলৈ আৰু ক'তো ঘাঁহ বিচাৰি নাপালা?

ধনমণি : গছবোৰে কলি মেলিছিলহে। ফুলিবলৈ নাপালেই। কি সতেৰে মুচৰি খালা গছৰ কুমলীয়া আগবোৰ? এবাৰো বেয়া নালাগিল নে?

ৰাঙলী : কোমল কোমল লহপহীয়া আগবোৰ দেখি কোন সতেৰে নোখোৱাকৈ থাকিব পাৰি? বেয়া লাগিবলৈ কিটো আছে? খোৱাবস্তুহে খাইছোঁ।

ক'লী : ভোকত পেটে কলমলাই আছিল, নাখাম কিয়? তাতে কি দায় লাগিল?

সেউতী : দেশত খাবলৈ ঘাঁহ নাইকিয়া হ'ল নেকি? ধান-খেৰে দেখোন দ'ম বান্ধি আছে। আমাৰ ফুলনিৰ গছবোৰ খালেহে হয় নেকি?

মুগী : সেই শুকান নিৰস খেৰবোৰকে চোবাই চোবাই জীয়াই থাকিব পাৰি নেকি?

কাজলী : সেইসোপা খাই গাখীৰ দিব পাৰি নেকি?

ৰাঙলী : তহঁতক গাখীৰহে লাগে। ওহাৰ চুচি গাখীৰ খিৰাবি। আমাৰ পোৱালিকেইটিৰ মুখলৈকো নাচাৱ।

ক'লী : আমি শুকান নৰা খাই জীয়াই থাকিব লাগে, কঁৰিয়া ভৰাই গাখীৰ দিব লাগে আৰু আমাৰ গাখীৰৰ পৰা তহঁতে খাবি দৈ, পনীৰ, মাখন, ঘিউ, ক্ৰীম, পঞ্চামৃত।

জোনমণি : সেই বুলি আমাৰ ফুলনিৰ গছবোৰ খাবা নেকি?

বগী : খামতো, নাখাম কেলেই? ঘাঁহ খাবলৈ নাপালে ফুলকে খাম।

বলধ : শুকান নৰা পাগুলি আৰু কিমান দিন হাল বাবি, মৰণা ঘূৰাবি?

সেউতী : সেই বুলি লোকৰ বাৰীত সোমাই চুৰ কৰি খাবা। চুৰ কৰাটো ভাল কথা নেকি?

ৰাঙলী : বাঃ, আমাৰ পোৱালিৰ মুখৰ গাখীৰ কাঢ়ি খোৱাটো তহঁতৰ কাৰণে ভাল কথা হ'বলা?

বলধ : খাবলৈ নাপালে গাত বল হ'ব ক'ৰ পৰা। হাল বাব নোৱাৰিলে, মৰণা ঘূৰাব নোৱাৰিলে চেকনিৰে কোবাবি। সেইটো হ'বলা তহঁতৰ ভাল কাম?

শেৱালি : কেলেই, তোমালোকক সদায় হাবিৰ পিনে গৰখীয়াই চৰাবলৈ নিয়ে দেখোন। হাবিৰ পিনেও আজিকালি ঘাঁহ নোহোৱা হ'ল নে?

বগী : যাচোন, সোধগৈ তহঁতৰ গৰখীয়াকে। আজি চাৰি দিনে গৰখীয়াৰ মুখেই দেখা নাই।

কাজলী : চাৰি দিনে পেট শুকাই চেপেটা লাগিল। ওহাৰৰ গাখীৰ শুকাল। পোৱালিকেইটাৰ মুখলৈ চাচোন এবাৰ।

ৰাঙলী : অভাৱেহে স্বভাব নষ্ট কৰে। চুৰ কৰি নাখাই কি কৰিবি। নিজে আমাৰ কাৰণে একো এটা কৰিব নোৱাৰ। দায় ধৰিবলৈ আহিছ। যা, আঁতৰ হ বুলিছোঁ।

জোনমণি : (লগৰকেইটাক) যাওঁ ব'ল। ইহঁতক কথা কৈ লাভ নাই। গৰুৰ আগত টোকাৰি বায়, শিং জোকাৰি ঘাঁহ খায়।

ধনমণি : গৰু হ'লে কি হ'ব। সিহঁতেতো মিছা কথা কোৱা নাই! সিহঁতৰ কি দোষ?

শেৱালি : ঠিক কথা, গৰখীয়াই যত কূটৰ ঘাই। তাৰ দায়িত্ব সি মুঠেই পালন কৰা নাই। সি কাম-চোৰ।

সেউতী : ব'ল, তাক ধৰোঁগৈ। সি যদি গৰু চৰাব নোৱাৰে, সেই কাম আনক চমজাই দিয়ক। আচলতে, সিয়েই দোষী।

জোনমণি : ব'ল, ব'ল। তাক ভালকৈ এসেকা দিব লাগিব। (যাব খোজে)

ৰাঙলী : ঐ, তহঁতে তাক কৈ দিবি, গাঁওখনৰ সবৰে বাৰী তহিলং কৰিম— যি হয় হ'ব।

## চতুৰ্থ দৃশ্য

(গছ এজোপাৰ তলত বহি গৰখীয়াই একান্তমনে বাঁহী বজাই থাকে। জোনমণিহঁত আহি তাৰ চাৰিওফালে থিয় হয়। এটা সময়ত গৰখীয়াই চকু মেলি বাঁহী সামৰিবলৈ লয়, তেনেতে চাৰিওফালে তাক আগুৰি থকা জোনমণিহঁতৰ ওপৰত চকু পৰে। সি হাঁহি সিহঁতৰ প্ৰত্যেকৰে মুখলৈ চায়।)

সেউতী : কাম-বন এৰি, চকু-কাণ মুদি বাঁহী বজাই আছা। সাইলাখ ক'লীয়া কানাইহে যেন।

জোনমণি : আজি চাৰি দিনে গোহালিত গৰুবোৰ ভোকত কলমলাই আছে, তোমাৰ খবৰ নাই। বাঁহী বজাই আছা।

গৰখীয়া : মই বাৰু বাঁহী বজাই আছোঁ। তহঁতে হ'বলা গৰুৰ আগত টোকাৰি বাই আহিলি? তহঁতৰ টোকাৰি শুনি শিং জোকাৰি খেদি পঠালে হ'বলা। ভাল, লথিয়াই হাত-ভৰি নাভাঙিলে।

ধনমণি ঃ দোষ গৰুৰ নহয়, তোমাৰহে।

গৰখীয়া ঃ দোষ সিহঁতৰো নহয়, মোৰো নহয়।

সেউতী ঃ কিয় নহ'ব তোমাৰ দোষ? তোমাৰ কাম হ'ল গৰু চৰোৱা, আৰু তুমি আহি গছতলত বহি বাঁহী বজাই আছা। ইফালে চৰিবলৈ নাপাই গৰুৱে আমাৰ ফুলনিখন ব্ৰহ্মপুৰাতে গৈ তহিলং কৰিলে। দোষটো তোমাৰেই। তুমি কাম-চোৰ, দায়িত্বজ্ঞানহীন।

গৰখীয়া ঃ সিহঁতে তহঁতৰ ফুলগছবোৰ কিয় খালে?

শেৱালি ঃ তোমাৰ দোষতে খালে, চৰিবলৈ নাপালে ভোকত যিহকে পায় তিহকে খাব।

গৰখীয়া ঃ অঁ, ঠিক কথা কৈছ। ভাত খাবলৈ নাপালে ময়ো যিহকে পাম তিহকে খাম।

সোণটি ঃ তুমি আকৌ ভাত খাবলৈ নাপাবা কেলেই?

গৰখীয়া ঃ কেলেই মই কেনেকৈ জানিম! আজি চাৰি দিনে ৰান্ধনীয়ে ভাত দিয়া নাই। মই গৰখীয়াহে, গৰু নহওঁ নহয় যে গৰুৰ স'তে চৰি ঘাঁহ খাই জীয়াই থাকিম।

ধনমণি ঃ পিচে কি খাইনো জীয়াই আছা?

গৰখীয়া ঃ দিনৰ দিনটো আৰ বাৰীত তাৰ বাৰীত লুকাই-চুৰকৈ সোমাই আম, কঁঠাল, জাম যিহকে পাইছোঁ তাকে খাইছোঁ। আজি চাৰি দিনে তপত ভাত চুয়েই পোৱা নাই।

জোনমণি ঃ এস্, এইটোতো বৰ বেয়া কথা হৈছে।

গৰখীয়া ঃ তহঁতে আকৌ মোকহে দোষ দিছ।

ধনমণি ঃ তুমি যে চাৰি দিন ভাত খাবলৈ পোৱা নাই, আমিনো কেনেকৈ জানিম?

সেউতী ঃ পঁইতা বা কৰ্কৰাও খাবলৈ নাই নে?

গৰখীয়া ঃ হেৰ', ভাত ৰান্ধিলেহে পঁইতা-কৰ্কৰা ওলাব। আৰু এটা কথা নহয়— ৰাতিপুৱা গৰুজাকক সেই হোলোংহাবিৰ কাষলৈ নিব লাগে। দিনটো চৰাব লাগে। গধূলি আনি গোহালিয়ে গোহালিয়ে চম্‌জাব লাগে। পুৱাতে তপত ভাত এমুঠি খাবলৈ নাপালে গধূলিলৈকে থাকিব পাৰি নেকি? বোলে— "পঁইতা পাল মৰা, কৰ্কৰা লৰমৰা, তপত দিনটোলৈ গাটো শকত।"

জোনমণি ঃ তেনেহ'লে এতিয়া কি হ'ব?

গৰখীয়া ঃ লঘোনে-ভোকে থাকি নোৱাৰোঁ মই গৰু চৰাব। গৰুৰ পেট ভৰাওঁ মই, গাখীৰ কিবা মই খাবলৈ পাওঁ নে? নিজৰ পেট মাৰি আনৰ পেট ভৰাব নোৱাৰি নহয়।

ধনমণি ঃ এৰা, তেনেহ'লেচোন তোমাৰ গাত মুঠেই দোষ নাই।

গৰখীয়া ঃ নাইতো। যত কূটৰ ঘাই সেই ৰান্ধনীজনী। তাই ভাত এমুঠি শুদাই-নিকাই যেনেতেনে ৰান্ধি খুৱাব নোৱাৰেনে মোক?

সেউতী ঃ খুৱাওঁ বুলিলে নোৱাৰাৰতো কথা নাই। কিন্তু নাৰান্ধে কেলেই। তাই নিজেনো ক'ত ভাত খাইছে, কোনে ৰন্ধা ভাত খাইছে?

গৰখীয়া : তাই মাকৰ ঘৰত গৈ আৰামত তপত ভাত খাই আছে।

শেৱালি : এইটোতো বৰ অন্যায় কথা হৈছে। সকলোৱে নিজৰ নিজৰ কাম ঠিক মতে নকৰিলে দেশ চলিব কেনেকৈ?

ধনমণি : মোৰ মতে আচল দোষী ৰান্ধনীহে।

জোনমণি : ময়ো তাকেই কওঁ। ৰান্ধনীয়ে তাইৰ দায়িত্ব ঠিক মতে পালন কৰা নাই।

সেউতী : ব'ল, তেনেহ'লে ৰান্ধনীকে বিচাৰি যাওঁ। হেৰা গৰখীয়া, ৰান্ধনীৰ মাকৰ ঘৰলো কোন পিনে?

গৰখীয়া : এই বাটেই গ'লেই পাবি। সৌ পথাৰখন পাৰ হৈ, পাহাৰটো যে দেখিছ, তাৰ নামনিতে। ৰহ, ময়ো গৈছোঁ। মই অলপ খৰ খোজে যাম, তইঁত মোৰ পিছে পিছে আহি থাক।

শেৱালি : চাচোন চা, আকাশখন কেনেকৈ ক'লা হৈ আহিছে। আকৌ কলহৰ কানে ঢালিব যেন পাওঁ। বেগাই ব'ল।

## পঞ্চম দৃশ্য

(ৰান্ধনীৰ ঘৰ। চোতালতে ৰান্ধনীয়ে ডলা এখনত চাউল লৈ ধান বাছি থাকে। গৰখীয়া সোমাই আহে)

গৰখীয়া : ঐ ৰান্ধনী, আজি তোক ভাত খুৱাব ৰহ। আজি বিচাৰ বহিব, সৌৱা আহি আছে চা। ক'ত পলাই সাৰিবি।

ৰান্ধনী : পলাম কাৰ ভয়ত? কিহৰ বিচাৰ অ', কিহৰ বিচাৰ? আহক, কোন আহে আহিবলৈ দে। মই নিজে ৰান্ধিছোঁ-বাঢ়িছোঁ, নিজে খাইছোঁ।

গৰখীয়া : আনৰ পেট মাৰি নিজে খাইছ। বিচাৰ নহ'ব কিয়?

ৰান্ধনী : মই কাৰো পেট মাৰিবলৈ যোৱা নাই। কাৰো কাঢ়ি খোৱা নাই। খাইছোঁ যদি নিজৰ আইৰ ঘৰৰ খাইছোঁ।

গৰখীয়া : ক'লেই হ'ব নেকি? আজি চাৰি দিনে মই খুজি-মাগি খাই আছোঁ। তোৰ দোষতে গাই-গৰুবোৰো লঘোনে আছে।

ৰান্ধনী : মোৰ দোষত গাই-গৰুবোৰ লঘোনে আছে? মই গৰখীয়া নে তই গৰখীয়া?

গৰখীয়া : সংসাৰে জানে তই গৰখীয়া নহয়, মই গৰখীয়া।

ৰান্ধনী : তেনেহ'লে? দোষটো মোৰ হ'ল কেনেকৈ?

গৰখীয়া : ৰাতিপুৱাই ৰান্ধি ভাত এমুঠি খাবলৈ নিদিলে মই দিনটোলৈ গৰু লৈ ওলাই যাব পাৰোঁ নেকি? উদণ্ডীয়া গৰুৱে ইফালে জেওৰা-জপনা ভাঙি ফুলনি খান্তাং কৰিছে।

ৰান্ধনী : ৰখীয়াই গৰু নৰখিলে তেনেকুৱা হ'বই। তোৰহে দোষ। তোৰহে বিচাৰ জৰিমনা হ'ব লাগে।

গৰখীয়া : ৰান্ধনীয়ে ভাত নিদিলে ৰখীয়াই বতাহ খাই গৰু ৰখিব নেকি? তোৰহে দোষ। তোৰহে বিচাৰ জৰিমনা হ'ব লাগে।

ৰান্ধনী : কথা ক'বলৈ আহিছে, মোৰ বিচাৰ কৰে? মোক দণ্ড দিয়ে? কোন সেইকেইটা বিচাৰক, মুখকেইখন চাওঁচোন মাত, সিহঁতক মাত।

গৰখীয়া : (নেপথ্যলৈ চাই) ঐ, এইফালে আহহঁক! এইফালে।

(ৰান্ধনী ডলাখন লৈ সোমাই যায়। জোনমণিহঁত সোমাই আহে।)

গৰখীয়া : আছে, ভিতৰলৈ গৈছে। ওলাই আহ অ' ৰান্ধনী।

ৰান্ধনী : কি হ'ল? (জোনমণিহঁতলৈ চায়) এইসকলেই নেকি বিচাৰক?

জোনমণি : বিচাৰক নহওঁ আমি। কথা কেইটামান সুধিবলৈহে আহিছোঁ।

ৰান্ধনী : কি কথা সোধ।

ধনমণি : মানে, আমাৰ ফুলনিখনৰ গছবোৰ গৰুৱে খাই তহিলং কৰিলে।

ৰান্ধনী : জানো। গৰুৰ কি দোষ, গৰখীয়াই গৰু নৰখে।

সেউতী : আৰু...

ৰান্ধনী : আৰু গৰখীয়াৰ কি দোষ, ৰান্ধনীয়ে ভাত নিদিয়ে। নহয় জানো?

জোনমণি : হয়, কিন্তু তুমি, মানে ৰান্ধনীয়েনো ভাত নিদিয়া কেলেই?

ৰান্ধনী : ভাত কিহেৰে সিজে?

জোনমণি : জুইৰে।

ৰান্ধনী : জুই কিহেৰে জ্বলায়?

ধনমণি : খৰিৰে।

ৰান্ধনী : খৰি কোনে ফালে?

সেউতী : খৰিকটীয়াই।

ৰান্ধনী : তেনেহ'লে, খৰিকটীয়াই খৰি নিদিলে, ৰান্ধনীয়ে চৌকাত জুই জ্বলাব পাৰেনে?

সেউতী : নোৱাৰে।

ৰান্ধনী : জুই নজ্বলিলে চাউল সিজেনে? ভাত হয়নে?

শেৱালি : নিসিজে।

ৰান্ধনী : তেনেহ'লে বাকীখিনি কথা খৰিকটীয়াক সোধগৈ। বচ্, বিচাৰ শেষ।

জোনমণি : তোমাৰ কথাও পোনছাটেই উৰাই দিব নোৱাৰি। আমি অৱশ্যে বিচাৰ কৰিবলৈ অহা নাই। ভাত নৰন্ধাৰ কাৰণটোহে জানিবলৈ আহিছিলোঁ।

ৰান্ধনী : কেঁচা খৰি ফুৱাই ফুৱাই মোৰ নাকৰ পানী-চকুৰ পানী একাকাৰ হ'ল। ধোঁৱাৰ কোবত চকু মেলিব নোৱাৰা অৱস্থা, কাহি কাহি আধামৰা হ'লো। নাই, নাকেৰে ফোঁচ-ফোঁচাই জুইকুৰা তোলো, বাৰে বাৰে শুই পৰে। খণ্ডতে পানী ঢালি থৈ গুচি আহিলোঁ।

ধনমণি : ভালেই কৰিলা।

ৰান্ধনী : নহয়নো কি? ইমান কষ্টেৰে ভাত ৰান্ধি খুৱাবলৈ গৰজ পৰিছে মোৰ।

সেউতী : তেনেহ'লে যত কূটৰ ঘাই সেই খৰিকটীয়াটো?

ৰাম্ধনী : আৰুনো কোন? সিয়েই যত অথন্তৰৰ মূল। যোৱা, তাৰ বিচাৰ কৰাগৈ : তালৈকে এশিকনি দিয়াগৈ। (সোমাই যায়)

জোনমণি : ব'ল, ব'ল, খৰিকটীয়াকে বিচাৰি যাওঁ।

আটায়ে : ব'ল, ব'ল।

## ষষ্ঠ দৃশ্য

(হাতত কুঠাৰ লৈ ভাওনাৰ চং দি থকা অৱস্থাত খৰিকটীয়া)

'কাণী-মুনি বাঘ
মোৰ গাত দায় নাই।
বৰ গছ, সৰু গছ
কাটি যাওঁ খচাখচ
বৰ-সৰু, কেঁচা-পকা
বাছ্-বিচ্ নাই
মোৰ গাত দায় নাই।

গছ কাটোঁ কাটোঁ
খৰি ফালো ফালো
ৰ'দ নে বৰষুণ
গমি-পিটি চাবলৈ নাই
মই ফলা খৰিৰে
তপত ভাত খাবলৈ পায়।

হাবিত কাহে, ওলাই নাহে
দিলে দিয়ক ৰ'দ, নিদিলেও নাই
দুপৰতো বেলি যদি ওলাই নাহে
নোলালেও নাই
মোৰ গাত দায় নাই,
কুঠাৰৰ কি ভীমৰ ভোক

গছ মাৰি খায়
কাণী-মুনি বাঈ
কোন আহিছ, কোন আহিছ
অগা-দেৱা নকৰিবি ভাই
সাৱধানে চলিবি গা-বচাই
মোৰ গাত দায় নাই।"
(জোনমণিহঁতৰ প্ৰৱেশ)

জোনমণি : ৰ'বাচোন ৰ'বা, অকণমান ক্ষান্ত হোৱা।

খৰিকটীয়া : কোন তহঁত!

ধনমণি : আমি তোমাৰ লগত দুষাৰমান কথা পাতিবলৈ আহিছোঁ। তুমি খৰিকটীয়া নহয় জানো?

খৰিকটীয়া : হয়ওঁ, পিছে কি হ'ল?

জোনমণি : খৰি পিছে ফালানে নাফালা?

খৰিকটীয়া : ভাল অঁকৰা দেই তই! খৰিকটীয়াই খৰি নাফালি তহঁতৰ পিঠি ফালিব নেকি?

সেউতী : তোমাৰ যিহে তাণ্ডৱ নৃত্য দেখিলো, আমাৰ পিঠি ফালিবা যেনেই লাগিছিল।

খৰিকটীয়া : বাৰু, বাৰু, কি কথা পাতিবলৈ আহিছহঁক পাতি পেলা সোনকালে। মোৰ দহ ভাৰমান খৰি এতিয়াও ফালিবলৈ আছে।

শেৱালি : তাৰ মানে তুমি খৰি ফালি আছা?

খৰিকটীয়া : মোৰ দেখোন কামেই খৰি ফলা। জাৰ-জহ, ৰ'দ-বৰষুণ মোৰ বাবে একেই।

গৰখীয়া : তুমি যদি খৰি ফালিয়েই আছা, তেনেহ'লে ৰান্ধনীয়ে কিয় আজি চাৰি দিনে তুমি খৰি দিয়া নাই বুলি ভাতকে ৰন্ধা নাই?

খৰিকটীয়া : মোৰ কাম খৰি ফলা, খৰি যোগোৱা। ৰান্ধনীৰ কাম ভাত ৰন্ধা। তাই কেলেই ভাত ৰন্ধা নাই মই কেনেকৈ ক'ম?

জোনমণি : ৰান্ধনীয়ে কৈছে তুমি বোলে একেবাৰে কেঁচা কৰি দিছা? জুই নজ্বলেহে নজ্বলে।

খৰিকটীয়া : সেইটো মোৰ দোষ নেকি? খৰি লাগে, খৰি দিছোঁ। কেঁচা-পকা চোৱাটো মোৰ কাম নহয়। সৌৱা চা, মাঘৰ মেজি জ্বলাব পৰাকৈ খৰি ফালি দ'মাই থৈছোঁ।

ধনমণি : বৰষুণত তিতি খৰিবোৰ চাগৈ শিপা মেলিলে, কুঁহিপাত ওলাল। সেই যে— "খৰি খৰি খৰি, বজ্ৰৰ খৰি, খৰিয়ে মেলিলে পাত।"

খৰিকটীয়া : নেৰা-নেপেৰাকৈ বৰষুণ দি থাকিলে শুকাব কেনেকৈ?

জোনমণি : তাৰমানে, তোমাৰ মতে কেঁচা খৰিৰ বাবে বৰষুণেই দায়ী?

খৰিকটীয়া : হ'বও পাৰে, নহ'বও পাৰে, মেঘকে সোধগৈ, যা। মুঠতে দায়ী হ'লে মেঘেই হ'ব,

বৰষুণৰ গাত দায় নাই— মোৰ গাতো দায় নাই।

গৰখীয়া : কিয় নহ'ব? এইবোৰ জীয়া গছৰ কেঁচা খৰি বুলি তুমি নাজানা নেকি?

খৰিকটীয়া : জানিলে কি হ'ব? মই শুকুৱাই দিব পাৰোঁ নেকি?

জোনমণি : খৰিকটীয়া ককাই, তুমি যে এই গছবোৰ বাছ-বিচাৰ নোহোৱাকৈ কাটিছা, ভাল কাম হৈছে জানো?

খৰিকটীয়া : মোৰ কাম গছ কটা, খৰি ফলা। ভাল হৈছে, বেয়া হৈছে বিচাৰ কৰিবলৈ মই কোন?

ধনমণি : এনেকৈ গছ কাটি খাস্তাং কৰিলে এসময়ত গছেই নোহোৱা হ'বগৈ। তেতিয়া কি কৰিবা?

খৰিকটীয়া : উৱা, গছ নাকাটিলে খৰি ওলাব ক'ৰ পৰা? ভাত ৰান্ধিবি কিহেৰে?

সেউতী : গছ যেনেকৈ গজে, তেনেকৈ মৰেও নহয়। তুমি মৰা গছবোৰ নাকাটা কেলেই? জীয়া গছৰো ডালবোৰ ডলি দিব পাৰা দেখোন।

খৰিকটীয়া : বৰ আঁকৰী ছোৱালী দেই। ফালিবলৈকে নহয় যদি ফল নলগা গছবোৰ কেলেই?

শেৱালি : গছ নাথাকিলে, হাবি-বন নাথাকিলে চৰাই-চিৰিকটি, জীৱ-জন্তুবোৰ ক'ত থাকিব ভাবি চাইছানে? চহৰত থাকিব নেকি?

সেউতী : তুমি জানানে নাজানা, গছ নোহোৱা হ'লে ভৰ বাৰিষাতো বৰষুণ নোহোৱা হ'ব পাৰে আৰু আবতৰতো কলহৰ কানে বৰষুণ দিব পাৰে।

খৰিকটীয়া : (ডাঙৰকৈ হাঁহি) একেবাৰে আঁকৰী ছোৱালী! বৰষুণ বৰষুণ আৰু গছ গছেই। গছে কিবা বৰষুণক আদেশ দিব পাৰে নেকি? মেঘেহে আদেশ দিয়ে, গুজৰি-গুমৰি উঠে, বজ্ৰ মাৰি পঠিয়ায়। তেতিয়াহে বৰষুণ দিয়ে। মেঘক সোধগৈ যা, সঁচা নে মিছা।

জোনমণি : সুধিবলৈ মেঘকনো ক'ত বিচাৰি পাম?

খৰিকটীয়া : সৌৱা চা, সৌ পাহাৰটোৰ মূধত মেঘবোৰ থুপ খাই আছে চা। যা, পাহাৰৰ নামনিৰ পৰা মেঘক চিঞৰি চিঞৰি সোধ বৰষুণ কেলেই দিয়ে। ব'ল, ময়ো যাম।

## সপ্তম দৃশ্য

(চাইক্ল'ৰামাত পাহাৰ, উৰি ফুৰা মেঘ। জোনমণিহঁত পাহাৰৰ নামনিত থিয় হৈ থাকে।)

খৰিকটীয়া : সোধ, মেঘকে সোধ বৰষুণ দিয়ে কিয়?

জোনমণি : (চিঞৰি) অ' মেঘ, অ' মেঘ, বৰষুণ দিয়া কিয়?

মেঘ : (নিমাত)

সেউতী : অ' মেঘ, অ' মেঘ, বৰষুণ দিয়া কিয়?

মেঘ : (নিমাত)

ধনমণি : অ' মেঘ, অ' মেঘ, বৰষুণ দিয়া কিয়?

মেঘ ঃ (নিমাত)

গৰখীয়া ঃ ৰচোন, মই সোধোঁ। (চিঞৰি) অ' মেঘ, অ' মেঘ, বৰষুণ দিয় কিয়?

মেঘ ঃ (নিমাত)

সোণটি ঃ শুনাই নাই চাগৈ। আটাইবোৰে একেলগে চিঞৰোঁ আহ।

আটায়ে ঃ অ' মেঘ, অ' মেঘ, বৰষুণ দিয়া কিয়?

(হঠাৎ চাইক্ল'ৰামাত বিজুলী ঢেৰেকণি। আটায়ে সচকিত হৈ উঠে। ক্ষন্তেক তেনেদৰে থকাৰ পিছত পৰিৱেশ নিজম পৰে। আচম্বিতে খৰিকটীয়াই উচ্চস্বৰত হা হাঁকৈ হাঁহিবলৈ ধৰে।)

জোনমণি ঃ কি হ'ল হাঁহিছা কেলেই?

খৰিকটীয়া ঃ (হাঁহি সামৰি) শুনিলিহঁত মেঘে কি ক'লে?

জোনমণি ঃ ক'তা, একো কোৱা শুনা নাই। তহঁতে কিবা, কোৱা শুনিছিলি নেকি?

ধনমণি ঃ মেঘৰ গাজনিহে শুনিছিলোঁ।

সোণটি ঃ অঁ, গাজনিহে, কথা কোৱাতো নাই।

খৰিকটীয়া ঃ মেঘে কি কৈছিল মই শুনিছিলোঁ।

সেউতী ঃ শুনিছিলা? যিহে ভয়ঙ্কৰ গাজনি, কাণ তাল মাৰি ধৰিছিল। সেই কাৰণে নুশুনিলোঁ নেকি?

জোনমণি ঃ ঠিক আছে, আমি নুশুনিলো নাই। তুমিনো কি শুনিলা?

খৰিকটীয়া ঃ সবেই জনা কথাটোকে মেঘে ক'লে। বেলেগ আৰু কি ক'ব?

ধনমণি ঃ সবেই জনা কথাটোনো কি?

খৰিকটীয়া ঃ শুনিবি। সবেই শুনিবি। মেঘে কিয় বৰষুণ দিয়ে সেই কথা কাণ পাতি শুনিলেই বুজিবি। সব মনে মনে থাক। একদম চুপ-চাপ। কাণ পাতি শুন।

(পৰিৱেশ নিজম হয়। আটায়ে কাণ পাতে। ইটোৱে সিটোৰ মুখলৈ চায়। লাহে লাহে ভেকুলীৰ টোৰোক্ টোৰোক্ মাত শুনিবলৈ পোৱা যাব। প্ৰথমতে ক্ষীণকৈ, ক্ৰমে কাষ চাপি অহাৰ দৰে মাতটো স্পষ্ট হৈ ভেকুলী এটা জাঁপ মাৰি আহি মঞ্চত পৰিব আৰু দৰ্শকৰ পিনে মুখ কৰি টোৰটোৰাবলৈ ধৰিব।)

জোনমণি ঃ আৰে, এইটো দেখোন ভেকুলী!

(ভেকুলীটোৱে মূৰ তুলি চকু ঘূৰাই ঘূৰাই আকাশলৈ চাই আকৌ টোৰটোৰাব।)

ধনমণি ঃ (খৰিকটীয়া) তুমি দেখোন 'সবেই জনা কথা এটা' মেঘে কোৱা শুনিম বুলি কৈছিলা। ক'তা? ভেকুলীৰ টোৰটোৰণিৰ বাহিৰে কোনোবাই কিবা শুনিলা নেকি?

খৰিকটীয়া ঃ তহঁতে ঠিকেই শুনিছ। সবেই জনা কথা যে ভেকুলীয়ে টোৰটোৰালে মেঘে বৰষুণ দিয়ে।

জোনমণি ঃ তেনেহ'লে মেঘে মিছা কথা কৈছে, সেইটো হ'বই নোৱাৰে।

খৰিকটীয়া ঃ কি ক'লি? মিছা কথা? হ'বই নোৱাৰে? তয়ে কচোন— মেঘে কেনেকৈ জানিব পৃথিৱীত

পানী, মানে বৰষুণ লাগে নে নালাগে। ভেকুলীয়ে জানিবই লাগিব, কাৰণ ভেকুলীহে পানীত থাকে। মই মিছা কৈছোঁ যদি সোধ ভেকুলীক।

ধনমণি : বাৰু ভেকুলী কোৱাচোন, তুমি টোৰ্‌টোৰোৱা কেলেই?

ভেকুলী : অভ্যাস।

সোণটি : অভ্যাস?

ভেকুলী : ওঁ, অভ্যাস। মোৰ বোপাই টোৰ্‌টোৰাইছিল, ককাই টোৰ্‌টোৰাইছিল, আজুককাই টোৰ্‌টোৰাইছিল। আজুককাৰো আজুককাই টোৰ্‌টোৰাইছিল। ময়ো টোৰ্‌টোৰাওঁ। মানে বোপাককাৰ ৰীতিটো কেনেকৈ এৰোঁ?

জোনমণি : বেছ। তাৰমানে তুমি বোপা-ককাৰ ৰীতি মানিহে টোৰ্‌টোৰোৱা। সেইটো তোমাৰ অভ্যাস হৈ গৈছে, নহয় নে?

ভেকুলী : হয়।

জোনমণি : বাৰু, ভেকুলী কোৱাচোন, তুমি কেতিয়া টোৰ্‌টোৰোৱা?

ভেকুলী : পাহাৰৰ মূধচত যেতিয়া মেঘ থুপ খায়, মেঘে যেতিয়া গাজে, বিজুলী মাৰে।

জোনমণি : তাৰ মানে তুমি টোৰ্‌টোৰালে মেঘে বৰষুণ নিদিয়ে, মেঘে গাজিলেহে তুমি টোৰ্‌টোৰোৱা নহয় নে? তুমি বৰষুণ অহাৰ আগজাননী দিয়া, হয়নে নহয়?

ভেকুলী : হয়।

জোনমণি : তুমি আমাক সঁচা কথা কোৱাৰ কাৰণে ধন্যবাদ। সকলোৱে শুনাইক, আমাৰ তদন্ত শেষ হৈছে। এতিয়া আমি বিচাৰ আৰম্ভ কৰিম। ধনমণিয়ে বিচাৰকৰ আসন গ্ৰহণ কৰক। (ধনমণিয়ে দলটোৰ কেন্দ্ৰস্থলত অৱস্থান ল'ব।)

ধনমণি : আমাৰ তদন্ত কালত আমি যি দেখিলো, শুনিলো আৰু দেখি-শুনি যি বুজিলো, সকলোৱে এজন এজনকৈ অভিমত ব্যক্ত কৰিব লাগে। মই সেউতীক তেওঁৰ অভিমত ব্যক্ত কৰিবলৈ প্ৰথমে অনুৰোধ কৰিলো।

সেউতী : মোৰ অভিমত এই যে ঘটনাৰ লগত জড়িত প্ৰত্যেকেই আনৰ ওপৰত দায় দি নিজক নিৰ্দোষী বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। সেইটোৱেই প্ৰমাণ কৰে যে প্ৰত্যেকেই কম-বেছি পৰিমাণে দোষী আৰু অসৎ।

ধনমণি : শেৱালি আহিব লাগে।

শেৱালি : মোৰ মতে ঘটনাৰ লগত জড়িত প্ৰত্যেকেই নিজৰ নিজৰ দায়িত্ব পালনত ফাঁকি দিছে, গাফিলতি কৰিছে। এখন ঠাইত মানুহ একেলগে বাস কৰিলে তেওঁলোকৰ মাজত বুজাবুজি, সহযোগ থাকিব লাগে। ঘটনাটোৰ লগত জড়িতসকল একে ঠাইৰ হ'লেও তেওঁলোক যেন ইজন সিজনৰ শত্ৰুহে।

ধনমণি : সোণটিৰ অভিমত কি?

সোণটি ঃ বৰষুণ আৰু মেঘ দোষী হ'ব নোৱাৰে। তেওঁলোকক ৰেহাই দিব লাগে। বৰষুণ, ধুমুহা, ভূমিকম্প, বানপানী— এইবোৰ প্ৰাকৃতিক ঘটনা। এইবিলাক অজুহাত দেখুৱাই খৰিকটীয়াই নিজৰ দোষ ঢাকিবলৈ বিচাৰিছে আৰু আনফালে তেওঁ নিজেই গছ-বন কাটি প্ৰকৃতিক ধ্বংস কৰাত লাগিছে।

ধনমণি ঃ আমাৰ হাতত সময় বৰ কম। গধূলি হ'বৰ হ'ল। আমাৰ তদন্তকাৰী দলৰ শেষজন সদস্য জোনমণিক তেওঁৰ অভিমত ব্যক্ত কৰিবলৈ অনুৰোধ জনালোঁ।

জোনমণি ঃ আমাৰ দুৰ্ভাগ্য যে তদন্তৰ কাম আমি শেষ কৰিছিলো 'কূপমণ্ডুক'ৰ সাক্ষ্যৰে। 'কূপমণ্ডুক' মানে নাদৰ ভেকুলী, অৰ্থাৎ যি দেশ-বিদেশ দেখা নাই, ঠেক ঘৰটোতে সোমাই থাকে। বোপা-ককাৰ ৰীতিত অৰ্থাৎ পৰম্পৰাকে খামুচি থকাই যাৰ অভ্যাস। তদন্তৰ ঘটনাটোৰ লগত ভেকুলীৰ একো সম্পৰ্কই নাই। তেওঁ ঘটনাৰ সাক্ষীও নহয়। তেওঁ আচলতে তদন্তত খেলিমেলিহে লগালে।

সোণটি ঃ তেনেহ'লে তেওঁকেই প্ৰধান দোষী ঘোষণা কৰা হওক।

ধনমণি ঃ অৰ্ডাৰ, অৰ্ডাৰ। জোনমণিক ক'বলৈ দিয়া হওক।

জোনমণি ঃ তেওঁৰ নিজাকৈ ভাবিব পৰা মগজুৱেই নাই। বোপাককাই শ-শ বছৰৰ আগতে যি কৰিছিল, যি কৈছিল, তেওঁ তাকে কৰে, তাকে কয়। তেওঁ কুঁৱাটোকে সাগৰ বুলি ভাবে। তেওঁৰ নাম আমাৰ তদন্তৰ ৰিপোৰ্টৰ পৰা বাদ দিব লাগে।

ধনমণি ঃ আমি তদন্ত কমিটিৰ সদস্যসকলৰ অভিমত শুনিলো। আমাৰ ৰায় হ'ল— আনৰ ওপৰত দোষ জাপি দি দায়িত্বত গাফিলতি কৰা, প্ৰাকৃতিক ঘটনাৰ অজুহাতত কামত ফাঁকি দিয়া, পৰম্পৰাৰ নামত মানুহক বিপথে নিয়া— এইবোৰ সমাজত চলি থাকিবলৈ দিয়া নহ'ব। আমি কাকো শাস্তি নিদিওঁ, কিন্তু আমাৰ সিদ্ধান্ত সকলোৱে মানি চলাটো বিচাৰোঁ।

জোনমণি ঃ ভেকুলীৰো শাস্তি নহ'বনে?

ধনমণি ঃ নহ'ব। কাৰণ ঘটনাৰ লগত তেওঁৰ সম্পৰ্ক পোনপটীয়াকৈ নাই। বৰং...।
(ধনমণি ক্ষন্তেক ৰৈ যায়। আটায়ে ধনমণিৰ মুখলৈ চায়।)
বৰং, তেওঁৰ যাতে শিক্ষা-দীক্ষা, জ্ঞান-বুদ্ধি হয় তাৰেই ব্যৱস্থা স্বৰূপে...?
(ধনমণি পুনৰ ক্ষন্তেক ৰয়। ভেকুলীয়ে থিয় হৈ টোৰ্‌টোৰাই পুনৰ বহে।)

ধনমণি ঃ তাৰ ব্যৱস্থা স্বৰূপে তেওঁক নাদলৈ পুনৰ ঘূৰি যাবলৈ নিদি আমি সাগৰত নিক্ষেপ কৰিম।
(লগে লগে ভেকুলীয়ে সশব্দে টোৰ্‌টোৰাই দীঘল জাঁপ মাৰি মঞ্চৰ বাহিৰলৈ চকুৰ পচাৰতে ওলাই যায়। সকলোৱে 'পলাল, পলাল, তাক ধৰ্ ধৰ্' বুলি হুলস্থুল কৰি পিছে পিছে খেদি যাবলৈ উদ্যত হোৱাৰ ভঙ্গীত ফ্ৰিজ্ হয়।)

— সমাপ্ত —

### প্ৰথম দৃশ্য

এখন বাগিচা। তাত বহুতো চৰাই-চিৰিকটিয়ে বাস কৰে। ঘৰ-চিৰিকা, কুলি, কেতেকী, ফেঁচুলুকা, কপৌ, ভাটৌ, মইনা, পৰ্ঘুমা আদি নানান বৰণৰ, নানান ধৰণৰ চৰাই তাত থাকে।

বাগিচাত চৰাই-চিৰিকটিৰ মাজত বিয়াৰ পৰিৱেশ। বাগিচাত চিক আৰু চিৰিকা নামৰ এহাল ঘৰ-চিৰিকা চৰাইৰ বিয়া। বিয়াৰ উখল-মাখলত আন আন চৰাইবিলাক আনন্দত মছগুল। চিক আৰু চিৰিকাক লগৰ আন চৰায়ে জোকাই-মেলি ধেমালি কৰে। বিয়ানাম গায়।

সকলো চৰায়ে গীত গায় ঃ

বনত আজি উখল মাখল
ঘৰ-চিৰিকাৰ বিয়া ঐ
চিক-চিৰিকাৰ বিয়া,
কুলি-কেতেকীয়ে বিয়ানাম গায়
উগুল-থুগুল হিয়া ঐ
চিক-চিৰিকাৰ বিয়া।
কইনাঘৰ শুৱনি
আমাৰে ধনেশপখী
দৰাঘৰ শুৱনি
কৰে ঐ ভাটৌজনী।
শুৱনি, শুৱনি
ৰভাঘৰ শুৱনি
চিক-চিৰিকাৰ বিয়া - - -
কইনাঘৰে যতাইছে
এঁৰা দৈৰ লগে
কোমল চাউল গুড়,
দৰাঘৰে আনিছে
গায়তী চৰায়েৰে
বিয়ানাম, যোৰানামৰ সুৰ।
সখীয়তী, মইনামতী .
উৰুলি এজোলোকাকে দিয়া - - -

## দ্বিতীয় দৃশ্য

পৰিৱেশ : প্ৰথম দৃশ্যৰ বাগিচাখন।

বাঁহী-বিয়া। সকলো চৰায়ে নিজৰ নিজৰ কামত লাগি যায়। মতা চৰাইবিলাকে নিজৰ নিজৰ আহাৰৰ বাবে - পোক, পৰুৱা, টোপ আদি বিচাৰি আঁতৰি যায়। মাইকী চৰাইবিলাকে নিজৰ নিজৰ বাহ ৰখে। কিছুমান চৰাই বাহৰ ভিতৰত থাকে, কিছুমান বাহৰ মুখত বহি থাকে আৰু কিছুমানে ইফাল-সিফাল কৰি থাকে।

বাগিচাখনৰ সৰু গছ এজোপাৰ ডাল এটাত বহি চিক আৰু চিৰিকাই কথা পাতি থাকে।

চিৰিকা : পিছে চিক, এতিয়া আমাৰ থকা-মেলাৰ দিহা এটা কৰিব লাগে নহয়।

চিক : হ'ব, চিন্তা নকৰিবা। ইমান ধুনীয়া বাগিচাখনত আমাৰ বাবে বাহ এটা নোলাবনে? তাতে বাগিচাৰ কাষে কাষে ইমানবিলাক ডাঙৰ ডাঙৰ গছো আছে। তাত বহুতো ধোন্দ ওলাব।

চিৰিকা : কোনটো ধোন্দুনো আমাৰ বাবে ঠিক কৰিছা?

চিক : যিকোনো এটা বিচাৰিব লাগিব। বিচাৰি তাৰে এটাত বাহ সাজিব লাগিব।

চিৰিকা : তাৰ মানে তুমি নিজাকৈ, আগতীয়াকৈ আমাৰ বাবে বাহ এটা ঠিক কৰি ৰখা নাই?

চিক : ক'ত বাহটো ঠিক কৰিছোঁ! সময়নো পাইছোঁ ক'ত? ফূৰ্তি-ফাৰ্তা কৰি, জোৰকৈ আৰ তাৰ বাহত নিশা কটাই, আনৰ লগত যুঁজ কৰিয়ে দিনবোৰ নিয়াইছিলোঁ। জানা চিৰিকা, মোৰ বহু বল আছে। এই বাগিচাখনৰ সকলো চৰাই-চিৰিকটিতকৈ মোৰেই বল-শক্তি বেছি।
(চিকে নিজৰ শক্তি পৰীক্ষা কৰি দেখুৱায়। ডালে ডালে জঁপিয়ায়। সেই ফালেদি অহা-যোৱা কৰি থকা আন চৰাইবিলাকৰ মাজৰ পৰা নিমাখিত চৰাই এটাক ধৰি খুঁটিয়াই খুঁটিয়াই লৈ যায়।)

চিৰিকা : (ভয়ত) হ'ব, হ'ব। মোৰ আগত নিজৰ বল দেখুৱাবলৈ গৈ সেই নিৰীহ নিমাখিত চৰাইটোক খুঁটিয়াই ভয় খুৱাব নালাগে। এতিয়া নিজৰ থকা ঠাই এডোখৰ বিচাৰ-খোঁচাৰ কৰা।

চিক : ৰ'বা। মই বাহ এটা বিচাৰি যাওঁ।
(চিক উৰি যায়। চিৰিকাই উলাহতে ইফালে-সিফালে জঁপিয়াই জঁপিয়াই ফুৰে। কিছু সময়ৰ পাছত চিক ঘূৰি আহে।)

চিৰিকা : কি হ'ল?

চিক্ : সকলো বাহ, ধোন্দ আদিত চৰাইবোৰ আছেই - খালী দেখোন নায়েই। নতুনকৈ বাহ সাজিবলৈ ক'তো ঠাই নাই।

চিৰিকা : তেতিয়াহ'লে চিক্ আমাৰ কি হ'ব! বাগিচাত যেতিয়া ক'তো সুৰুঙাই নাই, তেতিয়াহ'লে আমিনো বাহ সাজিম ক'ত?

চিক্ : তুমি এই বিষয়ে চিন্তা কৰিব নেলাগে।

চিৰিকা ঃ আমাৰ থকা-মেলাৰ দিহা এটা লাগিলেই হ'ল।

চিক্ ঃ হেঃ সেইটোনো কি কথা।

চিৰিকা ঃ মানে?

চিক ঃ ওচৰৰ খোৰোঙত থকা কাৰোবাৰ বাহ এটা দখল কৰি ল'লেইচোন লেঠা মৰিব।

চিৰিকা ঃ ইহ্, সেইটো কেনেকৈ হ'ব? আনে সাজি লোৱা বাহ কাঢ়ি ল'ব নাপাই নহয়।

চিক ঃ এহ থোৱাহে, এনেকৈয়ে মই চলি আহিছোঁ।

চিৰিকা ঃ এতিয়াও এনেকৈয়ে চলি থাকিম বুলি ভাবিলে কেনেকৈ হ'ব? আনে নিজৰ বাহটো তোমাক এনেয়েই এৰি দিবনে?

চিক ঃ নিদিয়াকৈনো কেনেকৈ পাৰে মই সেয়া চাই ল'ম নহয়।

চিৰিকা ঃ মানে তুমি যুঁজ কৰিবা?

চিক ঃ যুঁজ-বাগৰ নকৰিলে মুখতেই লোকৰ বাহটো কাঢ়ি ল'ব পাৰিম নে?

চিৰিকা ঃ নেলাগে। মিছাতে আনৰ লগত যুঁজ-বাগৰখন কৰিব নালাগে। আমি বাস কৰিবলৈ আন এটা ব্যৱস্থা কৰা।

চিক ঃ (নিজে নিজেই) চিৰিকাজনী ইমান ভয়াতুৰ আৰু লাজুকী। মই যে যুঁজ-বাগৰ কৰি ভাল পাওঁ সেই কথা তাই নাজানেই। মই এতিয়া চিৰিকাৰ আগত নিজৰ সাহ-পিত দেখুৱাবৰ কাৰণে সুযোগ পাইছোঁ। মোৰ বাহাদুৰী চিৰিকাক দেখুৱাব লাগিব।

চিৰিকা ঃ যুঁজ-বাগৰলৈ মোৰ ভয় লাগে।

চিক ঃ ভয় কৰিবলৈ কিটো আছে? তুমি চাই থাকিবা মোৰ লগত যুঁজ কৰি আন কোনেও জিকিব নোৱাৰে।

চিৰিকা ঃ হ'লেও তুমি ইমান কম বয়সতে আনৰ লগত যুঁজ-বাগৰখন কৰি ফুৰিব নেলাগে।

চিক ঃ কি কম বয়স দেখিলাহে? এতিয়া মই এবছৰীয়া হ'লোঁ।

চিৰিকা ঃ এবছৰীয়া হ'লা - এতিয়াও নিজৰ ঘৰ এটা সাজি ল'ব নোৱাৰিলা?

চিক ঃ ৰ'বা, তুমি এইবোৰ কথা ভাবিব নেলাগে। এতিয়া বাহবোৰত গিৰিহঁত নাই। মই তাৰে এটাত সোমাই দখল কৰি ল'ম।

চিৰিকা ঃ গিৰিহঁত নাথাকিলে কি হ'ল? গৃহিণীবিলাক বাহত সোমাই আছে।

চিক ঃ থাকিলেও থাকিব দিয়া, সিহঁতক সজাৰ পৰা খেদাই পঠাম।

চিৰিকা ঃ নেলাগে, নেলাগে, তুমি সেইখন অপকৰ্ম কৰিব নেলাগে।

চিক ঃ ইননি-বিননিখন নলগাবাচোন। ৰ'বা, সৌ মস্ত জামু গছজোপাৰ সেই ধোন্দত মোৰ সমনীয়া আন এটা ঘৰ-চিৰিকা থাকে। সি বৰ দুৰ্বল-ক্ষীণ। সি মোৰ লগত যুঁজত নোৱাৰে। এতিয়া সি তাৰ ঘৰত নাই। সেই ধোন্দটোকে আমাৰ কৰি লওঁগৈ।

চিৰিকা ঃ বাহত তাৰ গৃহিণী নাই জানো?

চিক ঃ সি বোধহয় বিয়া কৰোৱাই নাই! কৰাইছে যদিও কোনে খবৰ ৰাখি ফুৰিছে!

চিৰিকা ঃ যদি বিয়া কৰালে!

চিক ঃ কৰালেও কৰাওক। সেই ধোন্দত সোমাই আগতে বহি লওঁ। তাৰ পাছত বেটা ঘৰ-গিৰী উভতি আহিলে মই চিঞৰ-বাখৰ লগাই দিম, সকলোকে ক'ম ... সিহে মোৰ ঘৰ দখল কৰি ল'ব খুজিছে। লগে লগে আমাৰ এই বাগিচাৰ বুঢ়া-মেথা সকলো চৰাই ততালিকে গোটখাই যাব আৰু তেতিয়া আমি আটায়ে তাক মজাটো দিম বাপেকে...

চিৰিকা ঃ এইবোৰনো কিয় কৰিব লাগে? তাতকৈ নিজেই ঘৰ এটা সাজি লোৱাৰ কথাহে ঠাৱৰ কৰিব লাগে।

চিক ঃ এহ্ ৰ'বা, তুমি পেক্-পেকাই নেথাকিবা। মই যি ভাল দেখোঁ তাকে কৰিম।
(চিক উৰা মাৰে জামুগছৰ ফালে। চিৰিকাই ভয়তে পেপুৱা লাগে।)

চিৰিকা ঃ (নিজে নিজেই) মই এতিয়া কি কৰোঁ? মই দেখোন ভয়তে পেপুৱা লাগিছোঁ! চিকটো ইমান দুষ্ট, ইমান অঘ্লাইতং কিয় বাৰু? তাকনো মই কিদৰে ধৰি ৰাখোঁ? তাক মই ধৰি ৰখাৰ আগতেই সি ভুৰুং কৰি মস্ত জামু গছজোপাৰ ফালে উৰা মাৰিলে। তাৰ লাজুকী ঘৈণীয়েকজনীৰ বিষয়ে এবাৰো ভাবি নাচালে।
(চিক উৰি উৰি গৈ আঁতৰত থকা জামুগছৰ ধোন্দ এটাৰ ওচৰত থকা ডাল এটাত পৰিল।)

চিক ঃ (নিজেই নিজেই) এয়া মই চুবুৰীয়াৰ বাহটোৰ মুখত আহি বৈছোঁ। গিৰীহঁত নথকাৰ সুবিধা লৈ মই তাৰ বাহটো দখল কৰি ল'ম। মই প্ৰথমে মূৰটো ধোন্দটোৰ ভিতৰত গুজি দিওঁ তাৰ পাছত সোমাই যাম।
(চিকে খোৰোংটোৰ ভিতৰলৈ মূৰটো গুজি সুমুৱাই দিওঁতে ভিতৰৰ পৰা আন এটা চৰায়ে তাৰ নাকত খোঁট মাৰি দিয়ে। চিক পিছুৱাই আহে।)

চিক ঃ আঃ কিহবাই মোৰ নাকতে খোঁট মাৰি দিলে দেখোন! উঃ বিষত একেবাৰে চেক্-চেকাই গৈছে।
(বাহটোৰ ভিতৰত তিঁতিয়া নামৰ মাইকী ঘৰ-চিৰিকা এটাই খঙত ভোৰভোৰাই উঠে।)

তিঁতিয়া ঃ (নিজে নিজেই) কোন অ' এই আপদটো? অধমটোৱে নেজানে নেকি মই আজি পাঁচ দিন ধৰি এই ধোন্দৰ ভিতৰত ঘৰ সজাৰ কাম কৰি আছোঁ। ঘৰৰ গিৰীহঁত চিনিকে ঘৰ সজাৰ বস্তু-বাহানি বাহিৰৰ পৰা আনি যোগাৰ দি আছে -- তাৰ খবৰেই নাই। ইতিমধ্যে যে এই ঘৰৰ গিৰী চিনিকৰ লগত মোৰ বিয়া হৈ গৈছে সেই খবৰ বাপুৱে ৰখায়েই নাই হ'বলা! সৌৱা - ৰ বাপেকে ঘৰৰ গিৰীহঁত চিনিক আহিছে, মজা পালি দিব।
(চিনিক নামৰ ঘৰ-চিৰিকাটো আহি চিকৰ পিছফালৰ পৰা ফেপেৰি পাতি ধৰিলে।)

চিনিক ঃ ঐ চিক, তই মোৰ ঘৰৰ মুখত কি কৰিছ?

চিক ঃ কি! তোৰ ঘৰ? মোৰ ঘৰটো তোৰ ঘৰ বুলিব আহিছ?

চিনিক্ ঃ ঐ, অহৌবলিয়াৰ দৰে কথাবোৰ নক'বি দেই। মোৰ ঘৈণী ভিতৰতেই আছে দেখা নাই?

চিক ঃ তই আকৌ বিয়া পাতিলি কেতিয়া? মই দেখোন গমকে নাপাওঁ।

চিনিক্ ঃ মই, মোৰ বিয়া পাতিছোঁ বুলি ঢোল পিতি চবকে জনাই ফুৰিম নেকি? গাঁৱৰ সকলোৱে মোৰ বিয়াৰ কথা জানে, – ই নাজানে! – ক'ৰপৰা জানিবি – আনৰ ঘৰ-বাৰী তহিলং কৰি ঘূৰি ফুৰিবি...

চিক ঃ মনে মনে থাক। মিছা মাতিবলৈ ঠাই নেপালি?

(বাহৰ ভিতৰৰ পৰা তিঁতিয়া ওলাই আহে।)

তিঁতিয়া ঃ কিহৰ মিছা মতা দেখিলি? ভিতৰত বুঢ়ীমাৰ সোমাই আছোঁ গম নাপাৱ?

চিক ঃ তহঁতে মোৰ ঘৰটো লৈ এতিয়া মোৰ ওপৰতেই বৰমতা ওলাব আহিছ?

চিনিক্ ঃ ঐ, কথাবোৰ অলপ ভালদৰে ক'বি, নহ'লে কৈ দিছোঁ একা— ভাল নহ'ব কিন্তু...

চিক ঃ কি ভালদৰে কথা ক'ব লাগে? তই মোক কিডাল কৰিবি? মোক চিনি পোৱা নাই?

চিনিক্ ঃ মোৰ আগত বাহাদুৰি নকৰিবি...

চিক ঃ কি!

(চিক চিনিকৰ ওচৰলৈ আগবাঢ়ি যায়। তাকে দেখি চিনিকো আগবাঢ়ে। দুয়োটাৰে মাজত জোঁটা-পোটা লাগিল। দুয়োটা মাটিত আছাৰ খাই পৰিল। তাৰ পাছত বাগৰি এটা খাৱৈত পৰিলগৈ। যুঁজ কৰাত পাকৈত চিকৰ লগত যুঁজি যুঁজি চিনিক্ হেলাই-হেফাই ভাগৰি পৰিছে। আনহাতে, নিজৰ ঠাইৰ পৰা চিঁৰিকাই চাই থাকে। সিহঁতৰ যুঁজ দেখি তাই ভয় খায়।)

চিঁৰিকা ঃ (নিজে নিজেই) চিকে সঁচাকৈ যুঁজ কৰিলেগৈ! দুয়োটা জোঁটা-পোটা লাগি মাটিত আছাৰ খাই পৰিল আৰু তাৰ পাছত বাগৰি বাগৰি খাৱৈত পৰিল! মোৰ ভয় লাগিছে! এতিয়া কি হ'ব? মই চিকৰ ওচৰলৈ যাওঁ।

(চিঁৰিকাই উৰা মাৰে। তাই উৰি গৈ চিক আৰু চিনিক্ যুঁজ কৰি থকা ঠাইৰ ওচৰত বয়গৈ আৰু লাহে লাহে চিকৰ ওচৰলৈ চাপি যায়। তাকে দেখি তিঁতিয়াও চিঁৰিকাৰ ওচৰলৈ চাপি যায়।)

চিঁৰিকা ঃ (কান্দি) আঐ কিহে পাইছে অ' যুঁজখন কৰিবলৈ!

(চিঁৰিকাই ক্ৰমান্বয়ে ইনাই-বিনাই কান্দে।)

তিঁতিয়া ঃ (চিঞৰি, চিঞৰি কান্দি) কোন আছে ঐ— মোৰ চিনিকক মাৰিলে অ'... অঘাইতংটোৱে চিনিকক মাৰিলে অ'...

খালে অ'...

(তিঁতিয়াই চিঞৰি চিঞৰি হাঁয়ে-বিঁয়ে লগোৱা শুনি বাগিচাৰ ওচৰে-পাঁজৰে থকা বিভিন্ন চৰাইবোৰ লৰি- ঢাপৰি কাষ চাপি আহে।)

১ম চৰাই ঃ ৰ'বি, ৰ'বিহঁত। কাজিয়া বন্ধ কৰ।

২য় চৰাই ঃ তহঁতৰ হৈছে কি? কাজিয়াখননো কিয় কৰিব লগা হ'ল?

(কিছুমান চৰায়ে চিক আৰু চিনিকৰ কাজিয়া ভাঙে।)

চিনিক্ ঃ (ফোঁপাই ফোঁপাই) ই মই নথকা অৱস্থাত, মোৰ ঘৰত সোমাইছে।

চিক ঃ (ফোঁপাই) ইঃ কথা ক'বলৈ আহিছ?

৩য় চৰাই ঃ ৰ', ৰহঁত। তহঁতৰ কাজিয়াৰ বিচাৰ হ'ব।

সকলো চৰায়ে ঃ অঁ, বিচাৰ হ'ব লাগে। বিচাৰ হ'ব লাগে।

১ম চৰাই ঃ এতিয়া বিচাৰৰ বাবে মেল হ'ব।

সকলো চৰায়ে ঃ মেল হ'ব লাগে। মেল হ'ব লাগে।

মেল আৰম্ভ কৰিব লাগে। মেল আৰম্ভ কৰিব লাগে।

মেলুৰৈসকল চাপি আহক। চাপি আহক।

২য় চৰাই ঃ অঁ, এতিয়া আমি মেল আৰম্ভ কৰিছোঁ।

৩য় চৰাই ঃ এতিয়া ক কাৰ কি ক'ব লগা আছে।

চিক ঃ মেলুৰৈ, ই চিনিকে মিছা মাতিছে। সেইটো তাৰ ঘৰ নহয়। মোৰ ঘৰ।

মেলুৰৈ ঃ কি হ'ল? কি হ'ল?

ঃ তই কি ক'লি চিক!

ঃ সেইটো তোৰ ঘৰ?

ঃ আমি ইমানবোৰ মেলুৰৈৰ আগত তই বৰ সঁচা কথাষাৰ ক'লি!

ঃ আমি নাজানো নেকি -- সেইটো কাৰ ঘৰ?

ঃ চিনিক্ আৰু তিঁতিয়াৰ বিয়া-বাৰু হোৱাৰ পাছত সেই খোৰোংটোত আজি পাঁচ দিনমানৰ পৰা ঘৰ সজা আমি নিজ চকুৰে দেখি আহিছোঁ...

ঃ ই আকৌ কয়— সেইটো বোলে তাৰ ঘৰ!

ঃ সেইটো চিনিকৰ ঘৰ। চিনিকৰ ঘৰ।

চিক ঃ তহঁতৰ বিচাৰ ভুল।

মেলুৰৈ ঃ কি? আমাৰ বিচাৰ ভুল!

চিক ঃ তহঁতে চিনিকৰ ফলীয়া হৈ মোৰ প্ৰতি অন্যায় কৰিছ।

মেলুৰৈ ঃ ঐ, সেইবোৰ আজে-বাজে কথা নক'বি— কৈ দিলো একা।

চিক ঃ মই ঠিক কৈছোঁ— তহঁতৰ বিচাৰ ভুল। এশবাৰ ভুল। আনৰ দোষ মোৰ ওপৰত জাপি দিছ?

মেলুৰৈ ঃ কি হ'ল? কি হ'ল? তই কি ক'লি?

ঃ তই বৰ বৰ কথা কৈছ দেখোন?

চিক ঃ কি বৰ বৰ কথা কোৱা দেখিলি? মই ঠিক কথা কৈছোঁ।

মেলুৰৈ : কি ঠিক কথা কৈছ?
চিক : মোৰ ঘৰ, মোক লাগিব। নহ'লে মই কৈ দিছোঁ কথা বেয়া হ'ব।
মেলুৰৈ : কি ক'লি? কথা বেয়া হ'ব।
: আমাৰ বিচাৰ ভুল।
: ই বৰ বাঢ়ি গৈছে।
: ইয়াক, আমাৰ মাজৰ পৰা খেদাব লাগে।
: খেদাব লাগে -- খেদাব লাগে।
: কি চাই আছ? ইয়াক ইয়াৰ পৰা খেদা।
: ইয়াক, ধৰ-মাৰ - - -
: ইয়াক এসেকা ভালকৈ দে - - -
(লগে লগে চিকৰ ওপৰত সকলো জঁপিয়াই পৰে। আটায়ে চিকক মাৰ-ধৰ আৰম্ভ কৰে। চিৰিকাই ভয়তে আঁতৰি গৈ কান্দে। চিকে মাৰ-ধৰ খাই কথমপিহে জীউটো লৈ পলায়। চিকৰ লগে লগে চিৰিকাও কান্দি কান্দি যায়।)

## তৃতীয় দৃশ্য

(পৰিৱেশ : এডৰা জোপোহা গছ-বনেৰে ভৰা ঠাই।
চিক আৰু চিৰিকা আহি সেইখিনি পায়হি। চিকে বিষত কেঁকাই থাকে। চিৰিকাই চিকৰ কাষতে ভয়ত জঠৰ লাগি বৈ থাকে।)

চিক : (কেঁকাই) উঃ গোটেই গাত বিষ। বিষত থাকিব নোৱৰা হৈছোঁ।
চিৰিকা : (উচুপি) মোৰ বৰ ভয় লাগিছে। বেজাৰো লাগিছে।
চিক : (নিজে নিজেই) চিৰিকাজনীয়ে ইমান বেজেৰৰা মাতেৰে কথাবোৰ কৈছে। মোৰেই দুখ লাগি গৈছে। আমি চৰাইবোৰে মানুহৰ দৰে কান্দিব জনা হ'লে কিজানি মই হুক-হুকাই কান্দি দিলোহেঁতেন।
চিৰিকা : চিক, আমাৰ এতিয়া কি হ'ব?
চিক : এৰা, আমিতো আৰু কেতিয়াও নিজা বাগিচাখনলৈ উভতি যাব নোৱাৰোঁ।
চিৰিকা : কোৱাচোন তেনেহ'লে— আমাৰ সন্তি-সন্তান হ'লে ক'তনো জাওৰ-পীয়ল কৰা যাব?
চিক : (নিজে নিজেই) সেইটো কথা ময়ো বুজোঁ। বুঢ়া-মেথাসকলৰ আগত পৰিলে মোৰ আৰু ৰক্ষা নাই। সদায়ে মই সিহঁতৰ পৰা আলেঙে-আলেঙে থাকিব লাগিব। নহ'লে সিহঁতে খুঁচি খুঁচি মোক মাৰি পেলাব।— (কিবা এটা ভাবি) নাই, নাই তথাপি মোৰ নিজৰ ভয়ৰ কথা

যৈণীজনীক বুজিবলৈ কিন্তু দিব নোৱাৰি। মোৰ আউল-বাউল পাখিবোৰ ঠোঁটেৰে ঘঁহি ঘঁহি অলপ নিমজ কৰি লওঁ।

(চিকে দীঘল হুমুনিয়াহ এটা কাঢ়ি নিজৰ পাখিবোৰ ঠিক কৰে।)

চিৰিকা : ঠাইডোখৰো অচিনাকি!... শুনা চিক, আমাৰ থকা-মেলাৰ দিহা এটা নকৰা জানো?

চিক : (আগৰ বেপৰোৱা ভংগীৰে) এঃ থোৱাহে, এটা ঘৰহে লাগে! আন ঠাইত বিচাৰি ল'ব পাৰিম দিয়া, দেখিবা আমাৰ বাগিচাতকৈ ভাল ঠাইহে পাম।

চিৰিকা : তেতিয়াহ'লে আমি এতিয়া কি কৰিম?

চিক : ব'লা, আমি ইয়াৰ পৰা উৰা মাৰি গৈ থাকো— যিফালে চকু যায় সেইফালেই উৰি গৈ থাকিম।

চিৰিকা : এৰা, ব'লা— এডোখৰ নতুন ঠাই, থকাৰ কাৰণে এটি নতুন ঘৰ বিচাৰি যাওঁ...

(দুয়ো উৰা মাৰে। সিহঁত উৰি উৰি গৈ থাকে। ওপৰৰ পৰা চিৰিকাই তললৈ দেখুৱায়।)

চিৰিকা : সৌৱা চোৱাচোন— তললৈ।

চিক : কিনো?

চিৰিকা : এখন নীলা নদী। ইমান ৰঙিয়াল। নদীখনৰ সৰু সৰু ঢৌবোৰে কিদৰে পাৰত খুন্দা মাৰিছে!

চিক : অঁ, দেখিছোঁ। নদীৰ সিপাৰে সেয়া মস্ত ওখ এটা ৰঙা পাহাৰ মূৰ দাঙি আছে। পাহাৰখন ৰঙা মাটি আৰু বালিৰে গঢ়া।

চিৰিকা : আচলতে, এতিয়া বেলিটো লহিয়াইছে— বেলিৰ ৰঙা কিৰণ পাহাৰৰ গাত পৰি ৰঙা হৈ পৰিছে।

চিক : হ'লেও এতিয়া সেইখন ৰঙা পাহাৰ।

চিৰিকা : সৌৱা চোৱাচোন, পাহাৰটোৰ মূধৰ অলপ তললৈ পাহাৰৰ এচলীয়া গাত বহুতো সৰু সৰু ফুটা আৰু বিন্ধা আৰু ডাঙৰ ডাঙৰ জলঙাবোৰৰ সমুখত যোৰে যোৰে বহি আছে কাউচা, চিলনী আৰু গংগাচিলনীবোৰ। তাৰ উপৰি সৌৱা, চাতক চৰাইবোৰে সৰু সৰু ফুটাবোৰৰ পৰা ঘনেপতি ওলাইছে আৰু সোমাইছে।

চিক : চাতকবোৰে ৰঙতে ইফালে-সিফালে ডেও দি, ডেও দি ফুৰা-চকা কৰিছে।

চিৰিকা : সিহঁতে কেনেকৈ ৰং-তামাচা কৰি ফুৰিছে? আহা চিক, আমি এই ৰঙা মাটিৰ পাহাৰতে ঘৰ সাজোঁ।

চিক : এৰা, চাতকবোৰ ভালদৰেই আছে।

চিৰিকা : সিহঁতে বালিৰ মাজত নিজেই থকা-মেলাৰ গাঁত খান্দি লৈছে।

চিক : তেতিয়াহ'লে আমি এতিয়া কিনো কৰিম? মই কাৰোবাৰ ঘৰ দখল কৰি ল'বৰ বাবে যুঁজ কৰিবলৈ যাম নেকি... উঃ অথনি যুঁজ কৰা... গোটেই গাত গাঁঠিয়ে গাঁঠিয়ে হোৱা বিষ-কোপবোৰ আঁতৰাই নাই।

চিৰিকা : (ভয়ত) নেলাগে! সেইবোৰ যুঁজ-বাগৰ কৰাৰ কথা মুখলৈ নানিবা।

চিক : চিৰিকা, সৌৱা শুনাচোন,—উঃ সিহঁত চৰাই মখাই কিদৰে ইমান চিঞৰ-বাখৰখন কৰিছে. মোৰ হ'লে ইয়াত মুঠেই ভাল লগা নাই। বুজিছা, সিহঁতৰ কোৰ্হালত কাণ কলা হৈ যাব।

চিৰিকা : তেন্তে ব'লাচোন, অলপ দূৰলৈ উৰি উৰি গৈ থাকোঁ; ক'ৰবাত কিবা ভাল সুবিধা গুলায়েবা! (চিক আৰু চিৰিকা উৰি উৰি গৈ থাকে।)

## চতুৰ্থ দৃশ্য

(পৰিবেশ চাপৰ চাপৰ গছ-বনেৰে এখন সৰু হাবি। তাৰ পিছফালে কাঠৰ চালি ঘৰৰে সৈতে এটা জুপুৰি। চিক আৰু চিৰিকা আহি চালি ঘৰটোৰ ওপৰত পৰেহি।)

চিক : চিৰিকা, এই চালি ঘৰটো একেবাৰে নিজান-জান-খালী হৈ পৰি আছে।

চিৰিকা : এৰা চিক, ঠিকেই কৈছা। এইখন চাপৰ চাপৰ গছ-বনেৰে এখন সৰু বাৰী। বোধহয় ইয়াত কোনো গিৰীহঁত নাই। এৰা-বাৰী।

চিক : লক্ষ্য কৰিছানে নাই, ইয়াত কোনো চাতক, আন ঘৰ-চিৰিকা বা আন চৰাইৰ বংশই নাই।

চিৰিকা : নাই। কোনো চৰাই-চিৰিকটি নাই। একেবাৰে নিমাও-মাও।

চিক : এয়াহে আমাৰ বাবে বাস কৰাৰ উপযুক্ত ঠাই। (আনন্দ মনেৰে) মন কৰিছা নে, চোতালত কিমান খুদকণ পৰি আছে! আমি অকলেই ইয়াত থাকিম আৰু কাকো ইয়াৰ ওচৰে-পাঁজৰে আহিবলৈ নিদিওঁ।
(চিৰিকাই দূৰত কিবা এটা দেখে।)

চিৰিকা : (ভয়ত) উঃ—হ !

চিক : কি হ'ল? ইমান ভয় কৰিছা কিয়?

চিৰিকা : (ভয়ে ভয়ে ফুচফুচায়) চোৱা চোৱা সৌটো কি? উঃ কি ভয়ানক!

চিক : কি? ক'ত?

চিৰিকা : সেইটো-পিৰালিত যে!

চিক : ঠিকেইতো। দেও-ভূতহে যেন! পিৰালিতে শুই আছে।

চিৰিকা : সেইটো বাদামী ৰঙৰ মস্ত নোদোকা এটা বোন্দা।

চিক : হয়, তুমি ঠিকেই কৈছা, সেইটো বোন্দা মেকুৰী।
(ঘৰটোৰ পিৰালিত এটা মস্ত বোন্দা মেকুৰী শুই আছে। সি পিৰিক-পাৰাককৈ ঘৰ-চিৰিকাহাললৈ চাই আছে।)

চিৰিকা : সি আমালৈ পিৰিক-পাৰাককৈ চাই আছে।

চিক : হে! বেটাই আমাক কি কৰিব?

চিৰিকা : বোন্দাটোৰ নাকৰ তলতেই ৰুটীৰ টুকুৰা এটা পৰি আছে।

চিক : চাই থাকা, তাক মই এতিয়াই এশিকনি দি আহোঁ।

চিৰিকা : নেলাগে, নেলাগে...

চিক : (ভেকাহি মাৰি) ৰ'বাহে..

(লগে লগে চিক উৰা মাৰি বোন্দাৰ ওচৰলৈ ছোঁ মাৰি যায়। চিৰিকাই ভয়ত চিঞঁৰি দিয়ে।)

চিৰিকা : আঐ, চিকে কিদৰে চালিখনৰ পৰা জাঁপ মাৰি ভূতটোৰ পিনে ছোঁ মাৰি গৈছে! উঃ! তাৰ ভয়-চয় অকণো নাই, ইমান টিমক। হায়, হায়—বোন্দাৰ নাকৰ তলৰ পৰা থাপ মাৰি ৰুটীৰ টুকুৰাটো চকুৰ পচাৰতে লৈ আনিছে—হাঃ! বোন্দাটোৱে চক খাই গ'ল।

(চিকে ৰুটীৰ টুকুৰাটো লৈ আকৌ চালিখনলৈ উভতি আহিল।)

চিৰিকা : উঃ মোৰ জীউটো ওলাই যাবলৈ ধৰিছিল।

চিক : কি দেখিলাতো? তুমি আকৌ ভয়তে টেপা খাইছিলা!

চিৰিকা : বোন্দাটোৱে অকণো লৰচৰ নকৰিলে!

চিক : সি কিডাল লৰচৰ কৰিব!

চিৰিকা : বোন্দাটোৱে ইমান চোকা চাবনিৰে তোমালৈ চাই আছে।

চিক : চাওক। তাৰ পৰা কি হ'ল?

চিৰিকা : এতিয়া এইবোৰ চুপতা-চুপতি থোৱা। এতিয়া আহা দুয়ো মিলি-জুলি এইবাৰ ঘৰ সজাৰ কাৰণে ভাল ঠাই এডোখৰ বিচাৰোঁ।

(দুয়ো ইফালে-সিফালে ঠাই বিচৰাত লাগে। চিক চালিখনৰ ওচৰলৈ গৈ কয়।)

চিক : এই চালিখনৰ আওলাৰ তলতেই -- এয়া, ডাঙৰ দুটা ফুটা আছে। ইয়াতে ঘৰ সাজিবলৈ ভাল হ'ব।

চিৰিকা : হ'ব। এই দুটা ফুটাই ভাল হ'ব। তুমি যোৱা, বাহ সাজিবৰ কাৰণে খেৰৰ কুটা গোটাই-মেলি কঢ়িয়াই আনাগৈ, মই ভিতৰত বাহ সজা কামত লাগোঁ।

চিক : ঠিক আছে মই সেইবোৰ আনোগৈ।

চিৰিকা : তাৰ পাছত আৰু হেৰি কৰিবা, পাৰিলে ঘোঁৰাৰ চুলি, নোম আৰু কোমল কোমল পাখিও আনিবা।

চিক : হ'ব, তুমি সেইবোৰ কথা ভাবিব নেলাগে।

(চিক উৰা মাৰে। দিন অতিক্ৰম কৰা বুজাবলৈ মঞ্চত মাজে মাজে আন্ধাৰ আৰু পোহৰ হ'ব। মাজে মাজে ৰৰমুণ-ৰ'দ হ'ব। চিকে কুটা কঢ়িয়াই আনে, চিৰিকাই সেইবোৰ ভিতৰলৈ নি বাহ সাজে। এইদৰে কেইবাদিনো সিহঁতে বাহ সজাত লাগে। সিহঁতে বাহ সাজি থাকোতে নেপথ্যৰ পৰা এটা গীত ভাহি আহিব।)

গীত :-

নতুন আশা

নতুন সপোন

নতুন এটি ঘৰ,

ঘৰ-চিৰিকাই

সাজে আজি

এটি আপোন ঘৰ।

এটি, দুটি খেৰ-কুটা

জীৱ-জন্তুৰ নোম

লগত আনে ঘোঁৰাৰ চুলি,

দিন-ৰাতি, ৰ'দ-বৰষুণৰ

মাজে মাজে উৰা মাৰে

কুটা আনো বুলি।

দেহা ভাঙি সাজে

ঘৰ-চিৰিকাই নিজৰ এটি ঘৰ...

ধুমুহালৈ কাণসাৰ নিদি

দূৰ-দূৰণিলৈ উৰা মাৰি,

গোটাই-পিতাই আনে আজি

কুকুৰা-কোমল কোমল পাখি।

ভাগৰ নাই, জিৰণি নাই

লাগে এটি নিজৰ ঘৰ...

(গীত শেষ হোৱাৰ লগে লগে মঞ্চ আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ পোহৰ হ'ব। ইতিমধ্যে চিক-চিৰিকাৰ বাহ সজা সম্পূৰ্ণ হয়। আকৌ দিন যায়। চিক বাহৰ বাহিৰত ঘূৰি ফুৰে। চিৰিকাই বাহৰ পৰা ওলাই আনন্দতে চিকক কয়।)

চিৰিকা : চোৱাহিচোন, চোৱাহি চিকঃ আমাৰ বাহত কেবাটাও কণী গোট খাইছে।

চিক্ : (আনন্দত) ক'তা? (বাহৰ ভিতৰলৈ জুমি চায়) একেবাৰে এখনি কণী।

চিৰিকা : কণীৰ ওপৰত গোলাপী-মুগা দাগেৰে ভৰা।

চিক্ : বাঃ! ছ'-টি কণী ইমান ধুনীয়া।

চিৰিকা : ইঃ মুখ লাগিব এতিয়াঃ থুঃ, থুঃ...

চিক্ : থোৱা দেও মই মুখখন লগাবলৈ যোৱা নাই নহয়। মোৰ ভাল লাগিছে বাবেহে কৈছোঁ।

চিৰিকা : ভালতো মোৰো লাগিছে।

চিক্ ঃ তোমাৰ আৰু মোৰ নিজৰ সন্মানত এটা গানকে গাওঁ... (চিকে নাচি নাচি গান গায়।)
চিঁ - চিঁ চিৰিকা - চিক।
চিৰিকা, চিক - চিক,
চিঁ - চিঁ, চিক - চিক - চিক।

চিৰিকা ঃ (মুখ টিপি হাঁহে) কিনো গানটো গাইছা? গানটোৰ লেশমানো অৰ্থ নাই দেখোন।

চিক ঃ কিনো অৰ্থটো লাগিছে হে? চকোৱাৰ ওপৰেদি ডেও দি, ডেও দি নাচি-বাগি গাবলৈ ভাল লাগিছে-গাই ছোঁ।

চিৰিকা ঃ তুমি তোমাৰ সেই গানবোৰ গাই থাকা, মই কণীকেইটা উমনি দিওঁগৈ।

চিক ঃ আমাৰ পোৱালি হ'লে, আমি সিহঁতৰ জন্মদিন পাতিম; ওচৰ-পাঁজৰৰ সকলো চৰাইকে নিমন্ত্ৰণ কৰিম। খুৱাম, গান-বাজনাৰ জলছা পাতিম।

চিৰিকা ঃ (হাঁহি, হাঁহি) তুমি সেইবোৰ সপোন দেখি থাকা, মই বাহৰ ভিতৰলৈ যাওঁ।
(চিৰিকা বাহৰ ভিতৰলৈ সোমায়।)

চিক ঃ (নিজেই নিজেই) বহুত চৰাই-চিৰিকটি মোৰ পোনাহঁতৰ জন্মদিনলৈ মাতিম। মানুহে পতাৰ দৰে পোনাহঁতৰ জন্মদিন পাতিম।... বিবিধ খোৱাবস্তু আনিম... জাক-জমক্‌কৈ গোটেইখন সজাম... মানুহে কৰাৰ দৰে গান-বাজনা কৰিম... বাঃ...
(চিকে আপোন ভাবত বিভোৰ হয়। লগে লগে মঞ্চ এন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চ পোহৰ হ'ব। মঞ্চত দেখা যায় চিকহঁতৰ বাহত জাক-জমক্ কৰি ধুনীয়াকৈ সজোৱা। বিবিধ ৰঙৰ, বিবিধ ফুল। বেলুন, ৰং-বিৰঙৰ কাগজৰ ফুল কাটি ওলমাই ৰখা হৈছে। বিবিধ জাতৰ বহুতো চৰাই-চিৰিকটি গোট খাইছে। সকলোৱে ফূৰ্তি-ফাৰ্তা, ৰং-ধেমালি কৰিছে। কিছুমানে গান গাইছে। ভাগে ভাগে গীতাৰ, মেণ্ডোলীন, বংগো কংগো আদি বাদ্য-যন্ত্ৰ বজাইছে। কিছুমানে আকৌ নাচিছে।)

গীত ঃ

চিক-চিৰিকাৰ পোনাহঁতৰ
আজি জন্মদিন;
আনন্দ কৰা, ফূৰ্তি কৰাৰ
আজি শুভ ক্ষণ,
বনৰ সকলো পখীয়ে নাচা,
গোৱা, বজোৱা
কংগো, বংগো, ঢোল-দগৰ
আৰু গীতাৰ, বীণ।

জন্মদিনতে বহু বহু
শুভ-কামনা
দীৰ্ঘায়ু হোৱা
সেয়াই আমাৰ বাসনা।
এধানি এধানি
অতিকৈ কণমানি
ছয়টি পোৱালি,
হেপ্পি বাৰ্থ দে টু -- পোনাইঁত
হেপ্পি হেপ্পি বাৰ্থ দে টু ইউ
ছয়টি পোৱালি।

(গীত শেষ হোৱাৰ লগে লগে আকৌ মঞ্চ আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ মঞ্চত পোহৰ হ'ব। চিক আগৰ দৰেই ভাবত বিভোৰ হৈ থাকে। চিৰিকাই বাহৰ পৰা ওলাই আহি চিকক মাত লগায়।)

চিৰিকা ঃ কি হ'ল! তুমিনো কি ভাবি আছা?

চিক ঃ হা? অ'- মই পোনাইঁতৰ জন্মদিনৰ কথা ভাবি আছোঁ।

চিৰিকা ঃ হ'ব, হ'ব -- এতিয়া সেইবোৰ ভাৱনা থোৱা, এতিয়া খাবৰ কাৰণে আহাৰ যোগাৰ কৰি আনিব লাগে।

চিক ঃ অ' মই পাহৰিছিলোৱেই, তোমাৰ কাৰণে পোক-পৰুৱা ধৰি আনিব লাগিব। কাৰণ তুমি লঘু অথচ বল-শক্তি হোৱা বস্তু খোৱাতো দৰকাৰ।

(চিক উৰা মাৰে। চিৰিকা বাহত সোমায়। খন্তেকৰ পাছত আকৌ ওলাই আহি চিক অহালৈ ইফালে-সিফালে চায়।)

চিৰিকা ঃ (নিজে নিজেই) আজি চিক ঘূৰি আহোতে অলপ পলম কৰিছে! সি ক'তনো কি কৰি ফুৰিছে!

(ঠিক সেই সময়তে -- চিৰিকাই গম নোপোৱাকৈ অতি মনে মনে বোন্দা মেকুৰীটো আহি তাইৰ পাছফালে থিয় হয়। বোন্দাই তাৰ দীঘল দীঘল নখৰ এখন হাতোৰা তাইৰ ফালে আগবঢ়াই দিয়ে। এনেতে তাই বোন্দাটোক দেখি গোটেইজনী জিকাৰ খাই উঠি চিঞৰি দিয়ে।)

চিৰিকা ঃ আঐ... খালেঐ...

(বোন্দাই থাপ মাৰি চিৰিকাক ধৰিব খোজোতেই, চিৰিকা লৰ মাৰে আৰু তাইৰ একোছা পাখি বোন্দাৰ হাতোৰাৰ মাজত ৰৈ গ'ল। কথমপিহে বেচেৰীৰ জীৱন ৰক্ষা পৰিল। বোন্দাই চিৰিকাক ভৰিৰ পৰা মূৰলৈকে এবাৰ ভালদৰে চায়। তাৰ পাছত খোৰোঙৰ ভিতৰলৈ

বোন্দাই হাতোৰা সুমুৱাই দিয়ে। লগে লগেই গোটেই বাহটোকেই টানি উলিয়াই আনে। খেৰ-কুটা, নোম, পাখি আদি সকলোবোৰ লাং-লাং, থাং থাং হৈ পৰিল। চিৰিকাই চিঞৰ-বাখৰ কৰে। চিঞৰি চিঞৰি তাইৰ মাত ভাঙে। ঠিক এনে সময়তে চিক উভতি আহি, তাৰ সৰ্বশক্তিৰে বোন্দাৰ ওপৰত জঁপিয়াই পৰি, যুঁজ কৰে। সিহঁতক সহায় কৰিবলৈ কোনো আগুৱাই নাহিল। বোন্দাটোৱে বাহৰ পৰা উলিয়াই অনা ছটা কণী বহি ধীৰে-সুস্থিৰে খাবলৈ ধৰিলে।

চিৰিকা ঃ খালে ঐ... কোন ক'ত আছা... আমাক ৰক্ষা কৰা... বাদামী ৰঙৰ ডকাইতটোৱে আমাৰ বাহটো ভাঙি পেলালে ঐ... (কান্দে) কোন আছা ঐ... কোন আছা? বোন্দা ডকাইতটোৱে আমাৰ চেনেহৰ কণী ছটা খাই পেলালে... ঐ বোন্দা মেকুৰীটোৱে আমাৰ সকলো শেষ কৰিলে ঐ... আমাৰ সৰ্বনাশ কৰিলে ঐ...

(বতাহে চিক আৰু চিৰিকাৰ উদং বাহটো উৰুৱাই নিলে। বোন্দাই কণীকেইটা খাই তাৰ পৰা লাহে লাহে আঁতৰি যায়। চিক আৰু চিৰিকাই তাতে কান্দি কান্দি বহি পৰে।)

## পঞ্চম দৃশ্য

(পৰিবেশ ঃ গছ-গছনিৰে ভৰা এখন হাবি। হাবিৰ মাজত কিছুমান চৰায়ে বাস কৰে। তাৰ ভিতৰত বহল ঠোঁটৰ ফিঞ্চ গায়ক-গায়িকা, বাৰে বৰণীয়া মাখি খোৱা আৰু মাখি খাইতী আৰু লগতে ধুন-পেচ মৰা সোণালী ফিঞ্চ দম্পতী। চিক আৰু চিৰিকা আহি সেইখিনি পায়। ইতিমধ্যে তাত থকা চৰাইকেইটাই গান গাই গাই খেল-ধেমালি কৰে।)

গীত ঃ বনৰে আমি
বনৰীয়া পখী
নাই নাই আমাৰ ভিন পৰ,
বনতে থাকো
ফুল, পাতেৰে ঘৰটি সাজো
বনেই আমাৰ ঘৰ।
গছে - ডালে
আমি নাচোঁ;
মাটিলৈ নামি
মাটিৰ গীতকে গাওঁ,
জাকি মাৰি

উৰি উৰি
বহল আকাশৰ কথাকে কওঁ।
নীলাকৈ আকাশে আমাক দিয়ে আকাশী মন;
সেউজকৈ ঘাঁহনিয়ে আমাক দিয়ে মাটিৰে ধন,
উমলি-ধেমালি, হাঁহি-নাচি
উৰণীয়া পখী আমি
একেলগে থকাৰ আমাৰ পণ।

(খেল-ধেমালি শেষ হোৱাৰ লগে লগে চিৰিকাই মাত লগায়।)

চিৰিকা : তোমালোকৰেই ভাল, তোমালোকে বেছ হাঁহি-ধেমালিৰে আনন্দ কৰি আছা।

(ধুন-পেচ মাৰি ফুৰা ধুনতী নামৰ মাইকী ফিঙ্গু চৰাইজনীয়ে মাত লগালে।)

ধুনতী : আমাৰ লগত থাকিলে তোমালোকেও আমাৰ দৰে থাকিব পাৰিবা।

(লগে লগে মাখি-খোৱা নামৰ মতা চৰাইটোৱে মাত দিয়ে।)

মাখি-খোৱা : আমাৰ ইয়াত খোৱাবস্তুও যথেষ্ট আছে। ঘৰ-দুৱাৰবিলাকো আমি ধুনীয়া ধুনীয়াকৈ সাজি লৈছোঁ।

(ধন নামৰ মতা ফিঙ্গু চৰায়ে ক'লে।)

ধুন : আমি সকলোৱেই নিজৰ নিজৰ কামত ব্যস্ত থাকোঁ।

(গায়ক-গায়িকা নামৰ ফিঙ্গু চৰাইহালে নিজৰ কথা ক'বলৈ আগবাঢ়ি আহিল।)

গায়ক : মই আৰু মোৰ গায়িকা স্ত্ৰীয়ে ঠায়ে ঠায়ে গান গাই ফুৰোঁ।

গায়িকা : চৰাই-চিৰিকটিবিলাকৰ গানৰ সভা আৰু জলছাবোৰত আমি গান গাই গাই বেছ আমোদ পাওঁ। প্ৰশংসাও পাওঁ।

মাখি-খাইতী : এওঁলোকৰ গান আমাৰ ওচৰৰ অঞ্চলবোৰত বেছ জনপ্ৰিয়। বেছ দাম আছে।

গায়ক : আমি মাজে মাজে বনৰ জীৱ-জন্তুৰ মাজতো গান পৰিবেশন কৰোঁ।

চিক : সঁচা নেকি?

গায়ক/গায়িকা : (একেলগে) মিছা ক'বলৈ কিটো আছে?

চিক : জীৱ-জন্তুবোৰে তোমালোকক একো নকৰে নে?

গায়ক : আমাক কিবা কৰিলে, সিহঁতৰ মাজত কোনে গান গাবলৈ যাব?

চিৰিকা : আমি সেই কাঠৰ চালি ঘৰ এৰি একেবাৰে গুচি আহিলোঁ ভালেই হ'ল। এই হাবিৰ মাজত থাকিবলৈ ল'লে, আমি সেই বাদামী ৰঙৰ ডকাইত বোন্দা-মেকুৰীটোৰ চকুত নপৰোঁ।

মাখি-খোৱা : চিন্তা নকৰিবা। ইয়ালৈ কোনো নাহে। এই ডাঠ হাবিৰ মাজত তোমালোকক কোনেও নেদেখে।

চিক : হ'ব, আমি ইয়াতে থাকিম। এই গছজোপাৰ ধোন্দ এটাও খালী হৈ এনেয়ে পৰি আছে। মোৰ যথেষ্ট বল-শক্তিও আছে। সোনকালেই নতুন ঘৰ এটা সাজি ল'ব পাৰিম।

ধুন : তেতিয়াহ'লে তোমালোক ইয়াতে থাকা। আমি ইয়াত বৰ আৰামত আছোঁ। কোনো চিন্তা-ভাবনা নাই।

ধুনতী : ধুন আৰু মই— আমি দুয়ো ধুন-পেচ মাৰিয়েই ঘুৰি ফুৰোঁ। অন্য কথা চিন্তা কৰিবলৈ সময়কে নাপাওঁ। আৰু দৰকাৰো নহয়। ইয়াত খোৱা-বোৱাৰ কাৰণে বৰ এটা চিন্তা কৰিবলগীয়া নাই।

গায়িকা : আমাৰ ধুন-ধুনতীয়ে আকৌ পুখুৰী বা জান-জুৰিৰ পানীৰ দাপোণত নিজৰ চেহেৰা চাই চাই মুখে-ঠোঁটে, গালে-নখে ৰং লগাই ফুৰাতেই মচগুল।

গায়ক : একেবাৰে মানুহে লগোৱাৰ নিচিনা লিপিচ্টিক্, পাউডাৰ, নখ পলিচ আদিৰ দৰে।

চিক : এইবোৰ ৰঙনো ক'ৰ পৰা পায়?

গায়িকা : ক'ৰ পৰা পাব? ইয়াত দেখোন ইমান ৰং-বিৰঙৰ ফুল-ফল আছেই— ৰঙৰ বাবে চিন্তা কৰিব লাগেনে? সেইবিলাক আনি ঘঁহি-মেলি, গুড়ি কৰি ৰং উলিয়াই ঘঁহে আৰু— সেয়া আমাৰ ধুন-ধুনতীক সুধিলেই হ'ল।

ধুনতী : বৰ ফেল-ফেলাই নাথাকিবা। আমাৰো মুখ আছে।

গায়িকা : আমি কিবা মুখ নাই বুলি কৈছোনে?

ধুনতী : মুখ মেল খালে কিন্তু সকলো উজাৰি দিম— অঁ।

ধুন : ধুনতীয়ে ঠিকেই কৈছে। আমি জানো নহয়, গানৰ সভাবোৰত, জলছাবোৰত গান গাবলৈ যাওঁতে, আনৰ চকুত পৰিবলৈ কোনোবাইহে সাজি-কাচি, ধুন-পেচ কৰি যায়?

মাখি-খোৱা : হ'ব, হ'ব এতিয়া নিজৰ ভিতৰতে কাজিয়াখন কৰিব নেলাগে। আমি কোন কি সকলোৰেই ভালদৰেই জানো। তাক আৰু ক'ব নেলাগে।

মাখি-খাইতী : ধুন-পেচনো কোনে নকৰে? নানা ধৰণৰ মাখি খাই ফুৰিলেও আমিওতো ধুন-পেচ কৰোঁ।

মাখি-খোৱা : আজিকালি সেইবোৰ আছেই।

চিৰিকা : চিক, আমি এতিয়া নিজৰ বাহ সজাৰ কামত লাগিব লাগে।

সকলোৱে : অঁ, অঁ, তোমালোকে নিজ ঘৰ-দুৱাৰ ঠিক কৰি লোৱা।

চিক : তোমালোক আটায়ে লাগি দিলে মই সোনকালে এটা বাহ সাজি ল'ব পাৰিম। নহ'লে এসপ্তাহমান লাগিব।

মাখি-খোৱা : এঃ আমি আকৌ দুদিনমান অলপ কামত ব্যস্ত থাকিম।

মাখি-খাইতী : মানে খোৱাৰ কাৰণে মাখি অলপ ধৰিব লাগিব। মাখি ধৰাতো কিমান আপদৰ কাম।

মাখি-খোৱা,

মাখি-খাইতী : (দুয়ো একেলগে) যাওঁ দিয়া, বেয়া নাপাবা, আনকালে কেতিয়াবা সহায় কৰি দিম।

(মাখি-খোৱা আৰু মাখি-খাইতী আঁতৰি যায়।)

গায়ক : ই, আমাৰো জানো লেঠা কম! এটাৰ পাছত এটা জঞ্জাল আছেই! কি কোৱা— হয়নে গায়িকা?

গায়িকা : এৰা ঠিকেই, বহুতদিন গানৰ জলছা পোৱা নাই। আন নহ'লেও আমি দুদিনমান লাগি-ভাগি জলছা এটাকে ঠিক কৰিব লাগিব...

গায়ক : ব'লা, ব'লা দেৰি কৰি লাভ নাই...

গায়ক-গায়িকা : (একেলগে) যাওঁ দেই চিক্-চিৰিকা।

(গায়ক-গায়িকা খুব খৰ-ধৰকৈ ব্যস্তভাৱে তাৰ পৰা গুচি যায়। চিক-চিৰিকাই উপায় নাপাই ধুন আৰু ধুনতীলৈ চায়। ধুন-ধুনতীয়ে ইজনীয়ে সিজনীৰ মুখলৈ চায়।)

ধুন-ধুনতী : (একেলগে) আমালৈ নাচাবাই। আমাৰ একেবাৰেই সময় নাই। আমি যাওঁৱেই...

(লগে লগে বেগা-বেগীকৈ ধুন আৰু ধুনতী আঁতৰি যায়। আনহাতে, তাত থকা আন আন চৰাইবিলাকো এটা-দুটাকৈ আঁতৰি দিয়ে। চিক আৰু চিৰিকাই আটাইবিলাক যোৱাৰ ফালে কিছু সময় চাই থাকে, পাছত দুয়ো দুয়োলৈ অসহায়ভাৱে চাই ৰয়। লগে লগে মঞ্চ আন্ধাৰ হ'ব। নেপথ্যৰ পৰা আগৰ '... নতুন আশা, নতুন সপোন, নতুন এটি ঘৰ...' গীতটো ভাহি আহিব। খন্তেকৰ পাছত আকৌ মঞ্চ পোহৰ হয়। চিকে নিজৰ বাহৰ সন্মুখত বৈ চিঞৰি চিঞৰি আনক গালি পৰাৰ দৰে কথা কয়।)

চিক : এনেকুৱা চুবুৰীয়াৰ লগত থাকিব নাপায়। চব কামচোৰ। আপোন-পেটা।

(বাহৰ পৰা চিৰিকা ওলাই আহে।)

চিৰিকা : কিনো হৈছে? এনেকৈ চিঞৰ-বাখৰখন কিয় লগাইছা?

চিক : মোৰেই কিবা কপাল বেয়া, এইখন কুৰচুতীয়াৰ মাজত সোমালো। আজি সম্পূর্ণ এসপ্তাহ অকলে অকলে খাটি-মেলি নতুন ঘৰটো বনালোঁ। নাই, চুবুৰীয়া বুলি কোনো এটা আহি সহায় নকৰিলে। চব অধঃপতন যাবিহক...

চিৰিকা : হ'ব দিয়া— সহায় নকৰিলে নাই, সেই বুলি এনেকৈ চিঞৰ-বাখৰ কৰিব লাগে নেকি?

চিক : মই ইহঁত সকলোকে এসেকা দিব পাৰোঁ। ইহঁতে মোক কি বুলি ভাবিছে! ইঃ মোৰ ঘৰটো বনাবৰ বেলিকা সিহঁতৰ কাম ওলাল! ৰসাতললৈ যাবিহক। বদমাচবোৰ ক'ৰবাৰ...

(এনেতে বাহৰ পৰা মাখি-খোৱা আৰু মাখি-খাইতী ওলাই আহে।)

মাখি-খাইতী : (খঙতে) ঐ, এনেকৈ গুৱাল-গালি কাক পাৰিছ?

মাখি-খোৱা : চিক, তোৰ উৎপাত চৰিছে নেকি?

চিক : ঐ মাখি-খোৱাৰ জাত...

মাখি-খোৱা,

মাখি-খাইতী : (একেলগে) ঐ, জাতত নধৰিবি। জাতত নধৰিবি।

চিক : ময়ো কৈ দিছোঁ, মাজত মাত মাতি বাটৰ কচু গাত ঘঁহি নলবি। মই কাক গালি পাৰিছোঁ, কোনোবাই গম নোপোৱাকৈ আছে নেকি?

চিৰিকা : চিক, মনে মনে থাকাচোন।

চিক : কি মনে মনে থাকিব লাগে? মোক এই চুৰা খোৱাৰ জাতবোৰে ঘৰটো বনোৱাৰ বেলিকা অকণো সহায় নকৰিলে...

(লগে লগে গায়ক-গায়িকা, ধুন-ধুনতী আদি আটায়ে খঙত বাহৰ পৰা ওলাই আহে।)

ধুনতী : কোন চুৰাখোৱাৰ জাত! ঐ, কোন চুৰাখোৱাৰ জাত? কথা ভাল নহ'ব কৈ দিছোঁ... বুঢ়ীমাৰক চিনি ল'বি...

গায়িকা : তোৰ অতপালি বাঢ়ি গৈছে...

চিক : মোৰ সাহ-পিত দেখা নাই। চব মাৰি মাৰি ঘুগুলা কৰি দিম।

মাখি-খাইতী : ঐ হেৰিয়াৰৰ হেৰি, আমাক মাৰি ঘুগুলা কৰিবলৈ আমি তোৰ ঘৰত চুৰা খাই পৰি আছো নেকি?

মাখি-খোৱা : মুখ চম্ভালি কথা ক'বি হোঁ...

ধুনতী : তোৰ ঘৰ বনোৱাত আমি বন কৰি মৰিবলৈ, তোৰ আমি নিকিনা গোলাম নেকি?

ধুন : আমাৰ আৰু কাম-বন নাই নহয়, কোনে ক'ত ঘৰ বনাইছে; তাৰ পিছে পিছে লাগি ফুৰিবলৈ।

চিক : তহঁতে মো[illegible] স'তে ফেপেৰি পাতি নল'বি কৈ দিছোঁ...

ধুনতী : আমি পাতিছোঁনে, তই আমাৰ লগত ফেপেৰি পাতিছ?

ধুন : দন্দুৰা ক'ৰবাৰ, কাজিয়া কৰিবলৈ ঠাই বিচাৰি নেপালি?

চিক : যা, যা— ঘৈণীয়েৰক মূৰত তুলি ধুন-পেচ মাৰি চেহেৰা দেখুৱাই, চেহেৰা দেখুৱাই ঘূৰি ফুৰ। এহালেতো গান গাই ফুৰাৰ ছলেৰে চেহেৰা দেখুৱায়...

গায়িকা : ঐ, আমাৰ খং তুলি নল'বি, একেবাৰে থেকেচি দিম বাপেকে।

চিক : কি হ'ল? কি হ'ল? মুখত হুপ দি কথা ক'বি।

গায়ক : নহ'লে কি কৰিবি?

চিক : কি কৰিব পাৰিম চাব বিচাৰিছ নেকি?

গায়ক : আমোকাই মুখেৰে কথা কোৱা ভকত নহয়!

চিক : অ' বেটাই মোক চিনি পোৱা নাই। মোৰ গাত কিমান বল আছে চাব বিচাৰিছ?

গায়ক : সেইখন মুখৰ ফিতাহি নামাৰিবি।

গায়িকা : যা, তোৰ ঘৰ-চিৰিকাৰ মাজলৈ যা, তাত তোৰ এইবোৰ মুখৰ ফুটনি দেখুৱাবিগৈ ইয়াত নহয়।

গায়ক : ইয়াত তোৰ মুখ-হাত ভাঙি গুড়ি কৰি দিম।

চিক্ ঃ আহ, তোৰ কিমান সাহ-পিত আছে তাকে চাওঁ...
(চিক আগবাঢ়ি যায়, চিৰিকাই ধৰি লয়।)

চিৰিকা ঃ চিক নেলাগে, মিছা-মিছি কাজিয়া কৰিব নালাগে।
(চিক্ চিৰিকাৰ হাতৰ পৰা এচাৰ মাৰি আগুৱাই যায়।)

চিক ঃ নহয়, সিইঁতক মই মোৰ বল শক্তি দেখুৱাই দিওঁ...

গায়ক ঃ ময়ো তোক চাই লওঁ আহ...
(গায়ক আগবাঢ়ে।)

গায়িকা ঃ যোৱাহে তাক এশিকনি ভালদৰে দি আহা। পিছলৈ সি আৰু যাতে এনেদৰে অতপালিখন নকৰে।

গায়ক ঃ ঐ, আহ...

চিক ঃ আহ...
(চিক আৰু গায়ক দুয়ো-দুয়োৰে ফালে চোঁচা লয়। দুয়োৰে মাজত ভীষণ কাজিয়া হয়। চিৰিকাই খুব ভয় কৰে। ভয়তে পেপুৱা লাগে। বাকীবোৰে গায়কক উচটাই দিয়ে। কাজিয়াত গায়কে চিকক ভালদৰে এশিকনি দিয়ে। চিকে মাৰ খাই আঁতৰি গৈ চিৰিকাৰ কাষ চাপে।)

চিক ঃ (বিষত কেঁকাই) উ - উঃ...
(চিৰিকাই চিকক ভালদৰে ঘঁহি-পিটিকি বেজাৰ মনেৰে কয়।)

চিৰিকা ঃ তোমাৰনো মিছাতে কাজিয়া কৰিবলৈ কিহে পাইছিল?

চিক ঃ উঃ - হ - উঃ... মইনো কেনেকৈ জানো তাৰ গাত ইমান বল আছে বুলি!

চিৰিকা ঃ সেইবাবে আগ-পাছ গুণি চলিব লাগে।

চিক ঃ এৰা,... আহ - হঃ... তুমি ঠিকেই কৈছা।

চিৰিকা ঃ আজিৰ পৰা কাজিয়া-পেচাল কৰিবলৈ মন নেমেলিবা।

চিক ঃ নেমেলোঁ... উ - হু - হ... আঃ...
(চিৰিকাই ভালদৰে চিকৰ গা পিটিকি দিয়ে।)

চিৰিকা ঃ ভাল পাইছানে?

চিক ঃ হ'ব, হ'ব (নিজেই থিয় হয়।) ভাল পাইছোঁ।

চিৰিকা ঃ ব'লা, ব'লা—ভিতৰলৈ ব'লা।

চিক ঃ ৰ'বাচোন। (গাটো পোনাই, আকৌ আনবোৰ চৰাইৰ ফালে চাই গালি পৰাৰ দৰে চিএঁৰি কয়।) মই তহঁতক এইবাৰ এৰি দিলোঁ। চাবি কেতিয়াবা চাই ল'ম। আজি মোৰ গাটো ভাল নহয় দেখিহে চল পালি! অধমবোৰ ক'ৰবাৰ!

মাখি-খোৱা ঃ ঐ, পাখিবোৰ ফুলাই, অবাইচ মাত মাতি চেঁ-চেঁয়াই নাথাকিবি। নহ'লে কিন্তু গায়কে

আকৌ এসেকা দিব।

গায়ক : এঃ মাখি-খোৱাকাই, যাবলৈ দিয়া; এইবোৰ মুখৰ ফুচ্-ফুচনিত বৰকৈ দায়-জগৰ নধৰিবা।

ধুন : এৰা, এৰা, আমিওতো এইদৰে টপ্-টপাই নিজৰ ফুটনি যহাই ভাল পাওঁ।

গায়ক : সি বেটাই এশিকনি পাইছে আৰু। ব'লা, ব'লা...

আটায়ে : ব'লা ব'লা...

(চিক আৰু চিৰিকাৰ বাহিৰে আটাইবিলাক চৰাই নিজৰ নিজৰ বাহত সোমায়। চিৰিকাই চিকক ভালদৰে চোৱা-চিতা কৰে। চিকে বিষত মাজে মাজে কেঁকায়।)

(লগে লগে মঞ্চ আন্ধাৰ হ'ব। কিছু সময়ৰ পাছত আকৌ মঞ্চ পোহৰ হ'ব। বাহৰ আগত থিয় হৈ ফিঞ্চ চৰায়ে ডাঙৰ ডাঙৰকৈ চিঞৰে।)

গায়ক : ৰিউম্-পিংক্-পিংক্! ৰিউম্-পিংক্-পিংক্!

গায়িকা : ৰিউম্-পিংক্-পিংক্! ৰিউম্-পিংক্-পিংক্!

(দুয়ো নিজৰ বাহৰ চাৰিওফালে উৰি উৰি লৰি-ঢাপৰি চিঞৰে।)

গায়ক-গায়িকা : (একেলগে) বিপদ! বিপদ!

(বাকীবোৰ চৰাই আটায়ে নিজৰ নিজৰ বাহৰ পৰা বাহিৰলৈ ওলাই আহে। ভয় আৰু উৎকণ্ঠাৰে গায়ক, গায়িকাৰ মাত শুনে আৰু চাৰিওফালে বিপদৰ অনুমান কৰিবলৈ চেষ্টা কৰে।)

চিক : চিৰিকা, চিৰিকা বেগেতে ওলাই আহা... (চিৰিকা বাহৰ পৰা ওলাই আহে।) শুনিছানে ফিঞ্চে বিপদৰ জাননী দিছে। কিবা এটা ডাঙৰ বিপদ।

চিৰিকা : হয় ঠিকেই, সেয়া ফিঞ্চ পখীৰ বিপদ সংকেতৰ ৰিং।

চিক : সিহঁত আমাৰ পৰা দূৰত থাকে যদিও সিহঁতৰ ৰিঙটো ঠিক কাণত পৰিছে।

গায়ক : ৰিউম্ - পিংক্ - পিংক্... বিপদ আহিছে...

(ধুনে গায়কৰ চিঞৰ অনুকৰণ কৰাৰ দৰে বাকীবোৰ চৰাইলৈ চাই চিঞৰে।)

ধুন : চিঁ - ই - ক্, চিঁ - ইঁ-ক্ — চিঁউ - চিঁউ - চিঁউ - - - শুনাহক, গায়ক ফিঞ্চ পখীয়ে বিপদৰ জাননী দিছে -

(ধুনৰ চিঞৰক প্ৰায় অনুকৰণ কৰি মাখি-খোৱাই বাকীবোৰ চৰাইক উদ্দেশ্য কৰি চিঞৰে।)

মাখি-খোৱা : কিঁউ-কিঁফ্ — কিঁউ-কিঁউ - - - ভয়ংকৰ বিপদ - - - সাৱধান! গায়ক চৰাইৰ বিপদ সংকেতৰ ৰিং - -

গায়ক : ভয়ংকৰ কিবা এটা আমাৰ পিনে আগুৱাই আহিছে - - - ৰিউম্ — পিংক - পিংক - - -

ধুন : বিপদ অতি ওচৰত — সাৱধান! চিঁ - ই - ক, চি-ই-ক্, চি - ইঁ - ক্ — চিঁউ - চিঁউ - চিঁউ - - -

মাখি-খোৱা : সাৱধান! সকলো সাৱধান হ'বাহঁক! কিঁউ-কিঁফ্ — কিঁউ-কিঁউ - - -

গায়ক ঃ বিপদৰ মুখামুখি হ'বলৈ সাজু হ'বাইক। আমি সাজু হৈছোঁ।

ধুন ঃ গায়কহঁত বিপদৰ মুখামুখি হ'বলৈ সাজু হৈছে। আমি সাজু হৈছোঁ – আপোনালোক সাজু হোৱা - - -

মাখি-খোৱা ঃ আমিও সাজু আছোঁ - - - (চিকহঁতৰ ফালে চায়) তোমালোক সাজু হোৱা - - -

চিৰিকা ঃ চুবুৰীয়াহঁতে চিঞৰিছে, চিক বিপদ বোলে ওচৰত।

চিক ঃ আমিও সাৱধান হোৱাই ভাল।

(আকৌ গায়কহঁতে দূৰৰ পৰা চিঞৰে।)

গায়ক ঃ ভয়ানক শত্ৰু! বোন্দা মেকুৰী! সি মুকলি ঠাইকণলৈ ওলাই আহিছে - - -

ধুন ঃ বোন্দা আহিছে - - -

মাখি-খোৱা ঃ মুকলি ঠাইলৈ ওলাই আহিছে, ওচৰ পালেহি - - -

(বোন্দাটো মুকলি ঠাইলৈ ওলাই আহে। চৰাইবোৰ নিজৰ বাহৰ ওচৰে-পাঁজৰে উৰি ইফালে- সিফালে দৌৰে।)

চিক-চিৰিকা ঃ (একেলগে) বোন্দা মেকুৰী!

চিক ঃ আমাৰ শত্ৰু! সেই ডকাইত-ভোবোৰা, ৰঙা-বাদামী বোন্দা মেকুৰী!

চিৰিকা ঃ সি আমাৰ বাহৰ ফালে ধিয়াই আহিছে।

চিক ঃ ব'লা বাহৰ পৰা আঁতৰি যাওঁ - - -

(চিক আৰু চিৰিকাই উৰি ইফালে-সিফালে যায়! চৰাইবোৰে চিঁ-চিঁয়াই চিঞৰে।)

বোন্দা ঃ (নিজে নিজেই) অ' চুবুৰীয়াই ঘৰ-চিৰিকাহঁতক আগতেই সতৰ্ক কৰি দিলে! চেঃ এতিয়া ঘৰৰ ভিতৰত চিৰিকাক ধৰিব পৰা নাযাব। (খঙত) ধুৰন্ধৰ চৰাইবোৰ! তহঁত চবকে খাই শেষ কৰিম চিনি পোৱা নাই!

(বোন্দা আগবাঢ়ে। চৰাইবোৰে চিঞৰি চিঞৰি উৰি ফুৰে। চিক আৰু চিৰিকায়ো চিঞৰি উৰি ফুৰে।)

বোন্দা ঃ (গছ এজোপাৰ তলত ৰয়।) এই গছজোপাৰ ওপৰতেই সৌৱা ঘৰ-চিৰিকাৰ ঘৰ। বাহ! আৰুনো কি লাগিছে? বাহৰ ভিতৰত ঘৰ-চিৰিকাহঁত নাথাকিলেও নাই। আধা ডজন কণী হয়তো আছে, ৰাতিপুৱাৰ জলপানটো খুব বেয়া নহ'ব হ'বলা! (জিভা উলিয়াই ওঁঠ চেলেকে। খপ্‌জপকৈ গছত উঠে।) এইটো ধোন্দ। এতিয়া ইয়াত হাতোৰা ভৰাই দিওঁ।

(বোন্দাই ধোন্দৰ ভিতৰত হাতোৰা ভৰায়।)

চিৰিকা ঃ (চিঞৰি) আমাৰ বাহটোৰ ভিতৰলৈ বোন্দাটোৱে হাতোৰা ভৰালে ঐ - - - কোনোবাই আমাক সহায় কৰা - - - আমাক সহায় কৰা - - -

চিক্ ঃ চুবুৰীয়াহঁত, আমাক ৰক্ষা কৰা – সহায় কৰা - - -

(সকলোৱে নিজৰ নিজৰ বাহ ৰক্ষা কৰাত ব্যস্ত। সকলোৱে ভয়ত চিঞৰিছে।)

চিৰিকা ঃ নাই ঐ - - - (কান্দি) কেও কোনো নাই - - - আমাক ৰক্ষা কৰা কোনো নাই ঐ (কান্দে) - - -

আনবিলাক চৰাই ঃ নিজৰ ঘৰৰ বাবেই আমাৰ চিন্তাৰ অন্ত নাই। কোনে জানে কি হয়?

(বৰ বোন্দাই তাৰ হাতোৰাৰ নখেৰে চিকহঁতৰ এধানি বাহটো খামুচি ধৰিলে, তাৰ পাছত ধোন্দৰ পৰা হাতোৰা উলিয়াই আনি দেখিলে তাত কণী এটাও নাই। একো নাপাই বোন্দাই কোৱাৰি চেলেকিলে। সি বিৰক্তি আৰু খঙত বাহটোকে তললৈ দলিয়াই দিলে আৰু নিজেও মাটিত জঁপিয়াই নামিল। ঘৰ-চিৰিকা দুটাই তাৰ পিছে পিছে চেঁ - চেঁয়াই চিঞৰি যাবলৈ ধৰিলে, বোন্দাই ঘৰ-চিৰিকাহঁতৰ পিনে চকু পকাই খঙত চালে।)

বোন্দা ঃ (ঘৰ-চিৰিকাহঁতক উদ্দেশ্য কৰি।) ৰহ, বেটাহঁত! ৰহ! মোৰ হাতৰ পৰা যাবি ক'লৈ? আকৌ নতুন ঘৰ সাজ, য'তে মন যায় কণী পাৰ আৰু মই তাত ঠিকেই ওলামগৈ চাবি! সেইবোৰতো খামেই, তহঁতো পিছে বাদ নাযাব!

(বোন্দাই বৰ খঙত ফোৰোহনি মাৰিলে। ভয়ত চিৰিকা কঁপিবলৈ ধৰিলে।)

চিৰিকা ঃ (ভয়ত) চিক, বৰ বোন্দাই খঙত; তাৰ ভাষাতে কিবা এটা কৈছে - - -

চিক ঃ হয়তো, সি আমাক আকৌ ধৰাৰ কথা কৈছে - - -

(বোন্দা তাৰ পৰা যায়গৈ।)

চিক ঃ (হুমুনিয়াহ কাঢ়ি) সি বোন্দাই আমাক ক'তো ৰক্ষা নিদিব!

চিৰিকা ঃ শুনা চিক, আৰু কেইদিনমানৰ ভিতৰতেই আকৌ আমাৰ কণী জৰুল গোট খাব। সোনকালে ইয়াৰ পৰা উৰি গুচি যাওঁ ব'লা। নৈৰ সিপাৰে য'তেই হওক এডোখৰ ঠাই বিচাৰি ল'মগৈ। তেতিয়াহ'লে এই ৰাক্ষস বোন্দাৰ পৰা অন্ততঃ হাত সাৰিব পাৰিম!

চিক ঃ এৰা! যাওঁ ব'লা - - -

(দুয়ো উৰি গুচি যায়।)

## ষষ্ঠ দৃশ্য

(পৰিৱেশ ঃ এখন নদীৰ কাষৰ পাহাৰ। পাহাৰখন ৰঙা মাটিৰ। পাহাৰখনৰ এঢলীয়া ঠাইত চাতক, চিলনী, গংগাচিলনী, কাউচা আদি চৰায়ে বাহ সাজি বাস কৰা কিছুমান গাঁত। মাজে মাজে ডাঙৰ ডাঙৰ কিছুমান শিল আৰু গছ-গছনিও কিছু আছে। চিক আৰু চিৰিকা আহি তাৰে দূৰত থকা শিল এটাত পৰেহি। তাৰ চাতক চৰাইবোৰে সিহঁতক দেখি চিঞৰি মাতে।)

প্ৰথম চাতক ঃ তোমালোকৰ এলাই-এথানিৰ কথা আমি শুনিলোঁ। তোমালোক বৰ দুখত আছা।

দ্বিতীয় চাতক ঃ আমাৰ ওচৰলৈ আহা -- আমাৰ লগত থাকিবা।

প্ৰথম চাতক ঃ আমাৰ এই পাহাৰীয়া মাটিৰ জীৱন ৰঙিয়াল।

দ্বিতীয় চাতক ঃ আমি আটায়ে মিলি-জুলি থাকোঁ।

চিক ঃ হুঁ, মুখেৰে কৈছাতো; কিন্তু মই ঠিক জানো - পাছত নিজেই কাজিয়া খাঁমত্ত কৰিবা।

আন সকলো চৰাই ঃ কাজিয়া-পেচাল কৰিবলৈ আক' যাম কেলৈ?

প্ৰথম চাতক ঃ ইয়াত, নৈৰ কাষে কাষে ইমান মহ-ডাঁহ যে সকলোৱে খায়ো শেষ কৰিব নোৱাৰি।

দ্বিতীয় চাতক ঃ আমাৰ ৰঙা মাটিৰ পাহাৰত কিমান গাঁত দেখিছা, এনেয়ে খালী পৰি আছে বহুতো -

প্ৰথম চাতক ঃ তোমালোকে তাৰে নিজৰ মনে খোৱা গাঁত এটা বিচাৰি ল'লেই হ'ল।

চিক ঃ (ভয় আৰু চিন্তিতভাৱে।) কিন্তু চিলনী, কাউচা, গংগাচিলনী? এইবোৰ একা?

প্ৰথম চাতক ঃ চিলনীবোৰেতো পথাৰত ফৰিং আৰু নিগনি ধৰি খায়।

দ্বিতীয় চাতক ঃ আমাক তেওঁলোকে অকণো দিগদাৰ নিদিয়ে।

প্ৰথম চাতক ঃ আমি আটায়ে ইয়াত মিতা-মিতিনী, বুজিছা।

প্ৰথম গংগাচিলনী ঃ আমি ইয়াত সকলো মিলি-জুলি থাকোঁ। সকলো কাম মিলি-জুলি কৰোঁ।

চিৰিকা ঃ শুনা চিক, উৰি উৰি কিমান ঠাই বিচাৰিলোঁ, মোৰ মনেৰে ইয়াতকৈ ধুনীয়া ঠাই আৰু নাই।

চিক ঃ ময়ো তাকে ভাবিছোঁ।

চিৰিকা ঃ ইয়াতে থাকি যাওঁ, কি কোৱা?

চিক ঃ ব'লা তেনেহ'লে। খালী গাঁতো আছে আৰু কোনেও হাই-কাজিয়াও নকৰে বুলিছে যেতিয়া এবাৰ পৰীক্ষা কৰিয়েই চোৱা যাওক। ব'লা - - -

(চিক আৰু চিৰিকা শিলৰ পৰা নামি বাকীবোৰ চৰাইৰ ওচৰলৈ আহে।)

দ্বিতীয় চিলনী ঃ নিজৰ পছন্দমতে খালী গাঁত বিচাৰি লোৱা।

প্ৰথম চাতক ঃ ৰ'বা, আমি খালী হৈ থকা গাঁতবোৰ এটা এটাকৈ দেখুৱাই দিওঁ - - -

(চিক আৰু চিৰিকাক গাঁত বিচৰাত সকলোৱে সহায় কৰে।)

চিৰিকা ঃ ওচৰা-উচৰিকৈ দুটা গাঁত হ'লেই হ'ল।

দ্বিতীয় গংগাচিলনী ঃ হ'ব, হ'ব – বহুত গাঁত আছে। তেনেকুৱা দুটা গাঁত ওলাই যাব।

প্ৰথম গংগাচিলনী ঃ এই দুটা চোৱাহিচোন। বেছি দ নহয় আৰু গাঁতৰ মুখখনো বহল।

দ্বিতীয় চাতক ঃ জোৰা-খোজা দুটা গাঁত। হ'ব যেন লাগিছে।

চিক আৰু চিৰিকা গাঁত দুটাৰ ওচৰলৈ আহি চাইহি।

চিক-চিৰিকা ঃ (একেলগে) হ'ব, হ'ব ভাল হ'ব।

চিক ঃ চিৰিকা, এটাত তুমি থাকিবা, আনটোত মই থাকিম। তুমি থকা গাঁতটো কিছু ডাঙৰ হ'লে ভাল। তাত তুমি কণী গোটাব পাৰিবা!

প্ৰথম চিলনী ঃ আমাৰ ইয়াত থকা আটাইবোৰ মাইকী চৰায়ে কণী পাৰি উমনি দিয়ে, গো-পোৱালিও ইতিমধ্যে হ'ল।

দ্বিতীয় চিলনী ঃ চিৰিকাই আন্ধাৰ গাঁতটো বিচাৰি ল'লেই সুবিধা হ'ব।
চিক ঃ হ'ব। আমি এতিয়া নিজৰ গাঁতত বাহ সজাৰ কাম আৰম্ভ কৰোঁ।
চিৰিকা ঃ এৰা, লৰালৰিকৈ ঘৰটো সাজিবলৈ ঠিক কৰা।
আনবিলাক চৰায়ে একেলগে ঃ ৰ'বা, ৰ'বা -- আমিও লাগি-ভাগি দিওঁ - - -
প্ৰথম চাতক ঃ সকলোৱে মিলি-জুলি কামত ধৰিলে ঘৰটো সোনকালে বনোৱা হ'ব।
প্ৰথম চিলনী ঃ আগে-পিছেও আমি তেনেদৰেই কাম কৰোঁ।
সকলো চৰায়ে ঃ ব'লা তেনেহ'লে সকলোৱে হাতে-কামে লাগি যাওঁ। (আটায়ে বাহ সজা কামত লাগি যায়। হাঁহি-ধেমালি, নাচি-বাগি, গান গাই গাই কাম কৰে।)

গীত ঃ- বিয়লি বন-বননিতে
পখীজাক উৰিছে
হাঁহি গাই সাজিছে বাহ,
আনৰ বাবেও কৰিছে
সহায়ো আগবঢ়াইছে
বুকুতে বান্ধিছে সাহ।
মাতে মাত মিলাই
সুৰীয়া মাতেৰে
গাইছে মুকুতিৰ গান,
মৰমৰ বান্ধেৰে
একতাৰ ডোলেৰে
নকৈ পাইছে প্ৰাণ।
ব'লা, ব'লা বনৰীয়া পখীৰে জাক
কোন ক'ত আছে সকলোকে মাত,
লগেভাগে একেলগে সাজো বাহ
ধৰোঁ চৰাই সবে মিলনৰ জাত।

(গীত শেষ হোৱাৰ লগে লগে ক্ৰমান্বয়ে মঞ্চ আন্ধাৰ হ'ব। খন্তেকৰ পাছত আকৌ লাহে লাহে মঞ্চ পোহৰ হ'ব। মঞ্চত দেখা যায় চিকে চিৰিকাৰ বাহটোৰ আগেদি খুব ব্যস্তভাৱে ইফাল-সিফাল কৰি থাকে। এটা দুটাকৈ আনবিলাক চৰাই তাৰ ওচৰলৈ চাপি আহে।)
প্ৰথম চাতক ঃ চিক, ঠিকমতে পোক-পৰুৱা চিৰিকাক আনি দিছানে?
চিক ঃ দিছোঁ। দি আছোঁ। এতিয়া কণীৰ চোকোৰাৰ ভিতৰত অকণমানি পোৱালিৰ চেঁ-চেঁয়নি কেতিয়া শুনিবলৈ পাম তাৰ কাৰণেহে বাট চাই আছোঁ।
প্ৰথম গংগাচিলনী ঃ কি ঔ চিক, কণীত টুক্ কৰিছে নে নাই?

চিক : নাই, এতিয়াও নাই।

প্ৰথম চিলনী : দেৰি হ'ব নেকি?

চিক : নাই, সোনকালেই টুক্ কৰিব।

দ্বিতীয় চিলনী : টুকতো কৰিবই লাগে, এপষেকতো পাৰ হৈ গ'ল!

চিক : হওঁতে এপষেক গ'ল।

দ্বিতীয় চাতক : তোমালোকৰ শত্ৰু ৰঙা-মুগা বৰণৰ বোন্দাৰ ছাঁটোও এইফালে দেখা-সাক্ষাৎ নাই।

চিক : তাৰ কথা পাহৰিলোৱেই। বোন্দাটো এইফালে কিদৰে আহিব? মাজতে এই নদীখন দেখোন আছেই! সি পাৰ হ'ব নোৱাৰে।

দ্বিতীয় গংগাচিলনী : নদীখনত কাঠৰ দলং এখন আছে নহয়।

প্ৰথম গংগাচিলনী : আছেতো। আৰু সেই বোন্দাটো এইফালে প্ৰায় সঘনে অহা-যোৱা কৰা দেখোঁ।

সকলো চৰায়ে : অঁ, অঁ, সি প্ৰায় এইফালে আহে, আমি দেখোঁ।

চিক : দলংখন যে আছে সেয়া আমি নাজানোৱেই। তেতিয়াহ'লে সি ইয়ালৈও আমাক বিচাৰি আহিব।

প্ৰথম চিলনী : ভয় নকৰিবি, সি তহঁতক একো কৰিব নোৱাৰে - আমি আছোঁ।

দ্বিতীয় চিলনী : আমি আটায়ে একেলগ হ'লে সি অকলে কি কৰিব?

দ্বিতীয় গংগাচিলনী : আমাৰ এটাই অকলে একো কৰিব নোৱাৰোঁ। আমাৰ আটায়ে লগ-লাগিলে আনে আহি আমাৰ গাৰ নোম এডালো লৰাব নোৱাৰে।

চিক : ইমান ডাঙৰ প্ৰাণীটোৰ লগত আমি সৰু সৰু চৰাইবিলাকে যুঁজিব পাৰিম জানো?

প্ৰথম চাতক : আমি সৰু হ'লে কি হ'ল? একগোট হৈ যুঁজিলে সেই ডাঙৰ প্ৰাণী বোন্দাটোক বলে পাৰিম।

আন চৰাইবিলাক : হয়, হয় - - - আমি একগোট হ'লে বোন্দাই আমাৰ লগত নোৱাৰিব।

**(লাহে লাহে মঞ্চ আন্ধাৰ হ'ব। কিছু সময়ৰ পাছত আকৌ মঞ্চ লাহে লাহে পোহৰ হয়। চিৰিকাই বাহৰ ভিতৰত কিছুমান সৰু সৰু কণীত কাণ পাতি কিবা শুনিবলৈ চেষ্টা কৰে। কিছু দূৰত উৎকণ্ঠা ভাবত চিক ৰৈ থাকে। একোবাৰত চিৰিকাই আনন্দত ৰিঙিয়ায়।)**

চিৰিকা : বেগেতে আহা, চিক বেগে আহা, এটাত টুক্ কৰিছে।
(চিক্ কোবাকুবিকৈ চিৰিকাৰ ওচৰলৈ আহে। কণীটোত কাণ পাতি শুনে।)

চিক : হয়, হয় আনবোৰতো টুক্ টুক্ কৰিছে।

চিৰিকা : (আনবোৰ কণীৰ ওচৰলৈ গৈ) আনবোৰতো টুক্ টুক্ কৰিছে হ'বলা!
(চিক্ আৰু চিৰিকাই আনবোৰ কণীত-কাণ পাতি শুনে।)

চিক : হয়, হয় আনবোৰতো টুক্ টুক্ কৰিছে। অকণমানি *ঠোঁটেৰে* পোৱালিবোৰে চোকোৰাৰ ভিতৰত টুকৰিয়াইছে।

চিৰিকা : শব্দবোৰ তেনেই খীণ, ভালকৈ নুশুনিয়েই।

চিক : অতি সাৱধানেৰে চোকোৰাৰ ভিতৰত থকা পোৱালিবোৰক সহায় কৰি দিয়া। চোকোৰাৰ চাৰিওফালে অকণ অকণকৈ ভাঙি দিয়া।

(চিৰিকাই কণীৰ চোকোৰাবোৰ ভাঙে। খন্তেকৰ পাছত এটা এটাকৈ আটাইকেইটা কণীৰ পৰা অকণ অকণ চকু মেল নোখোৱা, লঠঙা, নোম-পাখি নগজা পোৱালিবোৰ ওলাই আহে।)

চিৰিকা : নিচেই এধানি!

চিক : নঙঠা, লঠঙা - চকু মেলখোৱাই নাই।

চিৰিকা : ইমান মৰম লগা।

চিক : একেবাৰে চিঁয়া, অকণমান ডিঙিটোৰ ওপৰত সিহঁতৰ ডাঙৰ টকলা মূৰটো লৰ-চৰ কৰিছে।

চিৰিকা : এৰা, এৰা - সিহঁতৰ চকু মেল খাবলৈ বেছি সময় নেলাগে।

চিক : অহ্ কেনে হাঁহি উঠা ধৰণৰ চোৱাচোন।

চিৰিকা : (অভিমান কৰি) কি হাঁহি উঠা যেন দেখিলা?

চিক : মানে, মানে -- কিমান ধুনীয়া পোনাহঁত!

চিৰিকা : যোৱা, নলগা জেঙত লাগিব নেলাগে। যোৱাচোন, কণীৰ খোলাবোৰ বাহৰ পৰা দূৰত পেলাই দিয়াগৈ

(চিকে চোকোৰাবোৰ এটা এটাকৈ দূৰলৈ নি পেলায়। ঠিক সেই সময়তে গোটেই ৰঙাপাহাৰ জুৰি বিপদ-সংকেত আৰম্ভ হ'ল।)

আনবিলাক চৰাই : বিপদ! - - - বিপদ!

চিক্ : (ভয় আৰু আচৰিতভাৱে) আমাৰ চুবুৰীয়া চৰাইবিলাকে বিপদৰ সংকেত দিছে!

চিৰিকা : (ভয়ত) কিবা এটা হৈছে!

চিক : ৰ'বা, মই চাই আহোঁ।

(চিক চিৰিকাৰ কাষৰ পৰা কি হৈছে চাবলৈ আঁতৰি যায়।)

দ্বিতীয় চাতক : বাদামী ৰঙৰ বোন্দা আহিছে -- বিপদ!

প্ৰথম চাতক : বৰ বোন্দা থিয় পাহাৰটোত ঢ়ৰক্তৰকৈ ওপৰলৈ উঠি আহিছে — বিপদ! বিপদ!

(চিক চিৰিকাৰ ওচৰলৈ উধাতু খাই আহে।)

চিক : (উত্ৰাৱল হৈ।) চিৰিকা, বোন্দাটো আকৌ আহিছে। সি মোক দেখা পাইছে।

চিৰিকা : (ভয়ত) কি! আকৌ সি ডকাইতটো আহিল।

(আকৌ ৰঙা পাহাৰ জুৰি চিএৱৰ-বাখৰ। আনবোৰ চৰায়ে ৰিঙিয়াই ৰিঙিয়াই বিপদৰ সংকেত দি থাকে।)

প্ৰথম চিলনী : সাৱধান বিপদ! সকলো সাৱধান হ'বা।

প্ৰথম গংগাচিলনী ঃ আমি আছোঁ, চিন্তা নাই।

দ্বিতীয় চিলনী ঃ আমি যুঁজলৈ সাজু হৈছোঁ।

চিক ঃ (চিৰিকাক কয়) সি এতিয়াই ইয়ালৈ আহি আমাৰ পোনাকেইটিৰ সৈতে আমাক টানি-আঁজুৰি উলিয়াই নিব।

চিৰিকা ঃ এতিয়া আমাৰ কি হ'ব?

চিক ঃ লৰালৰি কৰা, ইয়াৰ পৰা আমি বেগেতে পলাই যাওঁ।

চিৰিকা ঃ (বেজেৰুৱা মাতেৰে) নাই, নাই নাযাওঁ, মই মোৰ এধানি পোনাকেইটিক এৰি ক'লৈকো যাব নোৱাৰোঁ। তেহে'লে ভাগ্যত যি আছে তাকে হওক।

চিক ঃ নহয়, নহয় ব'লা, নহ'লে বোন্দাই আমাক খাই শেষ কৰিব। ব'লা।

চিৰিকা ঃ তুমি যোৱা, মই নাযাওঁ। মোৰ যি হয়- হ'ব।

চিক ঃ তুমি এইবোৰ কি কৈছা? বিপদৰ সময়ত নিজক ৰক্ষা কৰাটো বুদ্ধিমানৰ কাম।

চিৰিকা ঃ নিজক বচাবলৈ গৈ পোনাকেইটিক মৰণৰ মুখলৈ ঠেলি দিব নোৱাৰোঁ।

চিক ঃ চিৰিকা, বোন্দা আহি পালেহি -- তুমি আজলমঠালিখন নকৰিবা।

চিৰিকা ঃ এই বাহ এৰি -- ঘৰ এৰি গুচি যোৱাৰ নামেই ল'ব নোৱাৰোঁ।

(চিক উধাতু খাই বাহৰ পৰা অকলেই উৰা মাৰি বাহিৰ ওলাল। চিকে বলিয়াৰ দৰে বোন্দাৰ কেউফালে উৰি ধৰফৰাই তাক খুঁটিয়াবলৈ চেষ্টা কৰে। থিয় পাহাৰটো বগাই বগাই মেকুৰীটো উঠি আহে। তাৰ মূৰৰ ওপৰত চাতকবোৰে ছাটি ধৰিছে। লগে লগে সাহায্যৰ বাবে চিলনী, গংগাচিলনী, কাউচা আদি চৰাইবোৰে ছোঁ মাৰি মেকুৰীটোৰ ওচৰলৈ আহে। ইতিমধ্যে বোন্দা আহি চিৰিকাৰ বাহৰ ওচৰ পালেহি।

বোন্দা ঃ (বাহৰ আগত থিয় হৈ, হাঁহে) হেঃ হেঃ হেঃ এতিয়া পাহাৰ বগাই বগাই ঘৰ-চিৰিকাৰ বাহৰ মুখ পালোহি। মতা ঘৰ- চিৰিকাটো আঁতৰি ফুৰিছে, মাক আৰু পোৱালিবোৰ ভিতৰতে আছে। বঢ়িয়া কথা। গধূলিও হ'ল! আজি নিশাৰ আহাৰ হাততে পাইছোঁ। এতিয়া মাত্ৰ মোৰ এটাই কাম বাকী আছেগৈ -- ঘৰ-চিৰিকাৰ গাঁতত হাতোৰা সুমুৱাই দিয়া আৰু কণী, পোৱালি যি আছে মাকৰে সৈতে গোটেই বাহটো টানি উলিয়াই অনা। বোন্দাই তাৰ হাতোৰা বাহৰ ভিতৰলৈ সুমুৱাবলৈ ধৰোতেই চিলনী এটাই ছোঁ মাৰি আহি বোন্দাৰ নেজত খোঁট মাৰিলে আৰু গংগাচিলনী এটাই তাৰ মূৰত খুঁটিয়ালে। বাকীবোৰ চৰায়ে আকৌ তাৰ ঠিক পিঠিখনত খোঁট মাৰিবলৈ ধৰিলে।

চাতকবোৰ ঃ ধৰা, ধৰা আটায়ে ধৰা। খুঁটিয়াই যোৱা। একেলগে খুঁটিয়াবলৈ ধৰা।

(তাত থকা সকলো চৰায়ে খুঁটিয়াবলৈ ধৰাত বোন্দাই বিষত তত্ নাপাই ফোঁচ-ফোঁচাই উঠিল। মেউ-মেউ কৰি চৰাইবোৰক তাৰ হাতোৰাৰে ধৰিবলৈ থাপ মাৰে। কিন্তু চৰাইবোৰ সাউৎকৰে আঁতৰি যায়। এনেদৰে কৰোতে একোবাৰত বোন্দাৰ পাহাৰৰ পৰা খোপনি এৰাই

যোৱাত সি নিজেই পাহাৰৰ গৰাইদি বাগৰি পৰিল।)

আটায়ে ঃ (বোন্দাক খুঁটি খুঁটি কয়।) খোঁটা, খোঁটা তাক এৰি নিদিবা। তাক মাৰি মাৰি শেষ কৰি পেলোৱা।

(বোন্দাৰ লগত সকলো চৰায়ে বহুত সময় ধৰি যুঁজ-বাগৰ কৰি থাকে। বোন্দাই বিষত খুব চিঞৰিবলৈ ধৰিলে। পাহাৰৰ ৰঙা বালিবোৰ আহি তাৰ গাত পৰিবলৈ ধৰিলে।)

বোন্দা ঃ আই - ঔ- - - মৰিলো ঔ - - - মৰিলোঁ - - - পাহাৰৰ বালিয়ে মোক পুতি দিব ঔ- - -

আটায়ে ঃ খোঁটা, খোঁটা - - -

ঃ আৰু চৰাই খাবলৈ আহিবি?

ঃ সৰু সৰু দুৰ্বল চৰাইবোৰ পাই - তই ডাঙৰ বোন্দা হৈ নিজৰ বল দেখুৱাই মাৰি খাবলৈ আহিছ?

আটায়ে ঃ চা, চা -- আমি সৰুবোৰে লগ লাগিলে - - - তই ডাঙৰ হৈয়ো একো কৰিব নোৱাৰ -- চা - - -

ঃ তই এই ৰঙা পাহাৰৰ ফালে আকৌ কেনেকৈ আহ -- তাকে চাওঁ - - -

(বোন্দাক খুঁটিয়াই তত্ নোপোৱা কৰে। বোন্দাই খামুচি ধৰিবলৈ কোনো সুচল খোপনি নাপাই একেবাৰে খহি খহি নদীৰ পানীত টপং কৰি পৰে।)

আটায়ে ঃ বোন্দা খহি পৰিল - - -

ঃ একেবাৰে বালিয়ে-চালিয়ে পৰিল - - -

ঃ সৌটো নদীৰ পানীত পৰিল - - -

ঃ সি পানীত পৰি নেদেখা হৈ গ'ল - - -

ঃ হ'ল, হ'ল - - - ব'লা, ব'লা - - - গোটেই ৰাতিটো যুঁজা হ'ল - - -

ঃ এতিয়া আৰু কোনো ভয় নাই - - -

ঃ সি ভালকৈ পাইছে - - -

ঃ বোন্দাই আৰু কোনোদিনে এইফালে মুখ নকৰে - - -

ঃ ৰাতিপুৱাৰ বেলিও ওলাল।

ঃ পাহাৰখন ৰঙা হৈ গৈছে - - -

(সকলো চৰাইৰ গাত পুৱাৰ বেলিৰ ৰঙা পোহৰ পৰে। সকলো ৰঙা হৈ পৰে। সকলোৱে জয়-উল্লাসত বোন্দাৰ ফালে চাই থাকে। চিক উৰি আহি চিৰিকাৰ ওচৰত ৰয়। চিৰিকা ইতিমধ্যে বাহৰ পৰা ওলাই আহে। লাহে লাহে ঘৰ-চিৰিকাৰ পোৱালিকেইটাও ওলাই আহে।)

— সমাপ্ত —

# দ্যা লাষ্ট চেলুট

নাট্যকাৰ ঃ ঐশ্বৰ্য কাকতি

(এখন পাৰ্কত হীৰু, নীনা, ৰাণা, ৰমা, প্ৰিয়া— দুভাগ হৈ এদলে অন্যহঁতৰ tag of War খেলিছে। কিছু সময় খেলাৰ পিছত এটা দল জিকিলে। যিটো দল জিকিছে সেই দলটোৱে হাত চাপৰি বজাই চিঞৰি, জঁপিয়াই কৈছে— হেই পাকিস্তান হাৰি গ'ল, পাকিস্তান হাৰি গ'ল। — যিটো দল জিকিছে সেইফালে আছে ৰমা, প্ৰিয়া আৰু হীৰু। আৰু অন্য দলটোত ৰাজু আৰু নীনা।)

প্ৰিয়া : কি হ'ল? উঠিবৰ শক্তি বাকী আছেগৈ নে নাই?

হীৰু : দিং দং 'লাইফবয় হে জাহা তনদ্ৰুস্তি হেই বাঁহা।

ৰমা : এই এতিয়া উঠা আৰু লাইফবয় চাবোন লৈ গা-হাত-মুখ ধুই লোৱা। (ৰাজু আৰু নীনা উঠে)

নীনা : বাঃ তোমালোকৰ তিনিটা হৈ আমাৰ দুটাক হৰুৱাই বৰ ডাঙৰ কাম কৰিলা নহয়?

ৰাণা : আজি আমাৰ ভাগ্যই বেয়া, নহ'লে নহ'লে আজি চালাহেঁতেন....

প্ৰিয়া : নহ'লে আজি কি কৰিলেহেঁতেন?

ৰমা : ইণ্ডিয়াক কি খাই শেষ কৰিলাহেঁতেন?

হীৰু : ৰাজু; তুমি ইমান শকত-আৱত হৈও...

ৰাণা : সময়ে আজি সুবিধা নিদিলে নহ'লে তোমালোকৰ নিচিনা কেইটামানক আমি কোনো কষ্ট নকৰাকৈয়ে এনেয়ে হৰুৱাব পাৰিলোহেঁতেন।

প্ৰিয়া : তুমিও যে আৰু, পাকিস্তানৰ মানুহৰ নিচিনাকৈয়ে বৰ ডাঙৰ ডাঙৰ কথা ক'বলৈ ধৰিছা।

ৰমা : আমি ইমান খীণ-মীন ল'ৰা-ছোৱালী তিনিটাকে তোমালোকে হৰুৱাব নোৱাৰিলা।

ৰাণা : আমাক এনেকৈ কৈ লাজ নিদিবি দেই, ইয়াৰ পৰিণাম কিন্তু বহুত বেয়া হ'ব দেই মই কৈ দিছো কিন্তু।

হীৰু : ৰাণা, তুমি সদায় আমাৰ লগত হাৰা কিন্তু সদায় আমাৰ লগত কাজিয়া কৰা।

নীনা : তোমালোকে ৰাণাক কিয় ইমান অপমান কৰিছা?

প্ৰিয়া : বন্ধুৰ মাজত তো হাঁহি-মজাক থাকিবই। ইয়াত কাজিয়া-পেচাল কৰাৰ কথা আহিল ক'ৰ পৰা?

নীনা : অ' এইটোতো সঁচা কথা।

ৰমা : চোৱা সৌ ইটো Partৰ ল'ৰা-ছোৱালীবিলাকেতো আমাক সদায় down দিয়াতেই থাকে। কিয়নো যোৱাবাৰ যে Quiz competition হৈছিল তাত যে তাহাত কোনেও Prize নাপালে সেই কাৰণেই।

হীৰু : অ অ তাহাতৰ লগৰ যে সেই 'আক্ৰম' বোলাটো সিটো আৰু সুবিধা পালেই কেৱল কাজিয়া কৰাতেই থাকে।

নীনা : আমি জানো কষ্ণ নেকি?

প্ৰিয়া ঃ সেই কাৰণেতো কৈছে আমি গোটেইকেইটাই কাজিয়া নকৰি মিলা-প্ৰীতিৰে থাকিব লাগে।

ৰমা ঃ আমি বাৰু কাৰো লগত কাজিয়া নকৰো কিন্তু কোনোবাই যদি আমাক অকামিলা বুলি ভাবি কিবা কৰিব আহে তেতিয়া কিন্তু আমি যথাযথ উত্তৰ দিবই লাগিব।

প্ৰিয়া ঃ সেইটো আমি কেতিয়া কৰিব পাৰিম জানা, যেতিয়া আমি গোটেইকেইটাই একগোট হৈ মিলা-প্ৰীতিৰে থাকিব পাৰিম।
(চবেই হাত মিলায়)

নীনা ঃ শত্ৰুৱে তেতিয়াহে ভয় কৰিব— যেতিয়া তেওঁলোকৰ আক্ৰমণকাৰী একগোট হৈ থাকিব।

প্ৰিয়া ঃ (ভাঙি যোৱা ঝুলনাখন দেখুৱাই) আৰে এইখন আকৌ কি হ'ল? কোনে আমি খেলি থকা ঝুলনাখনৰ এই অৱস্থা কৰিলে?

ৰাণা ঃ কিয়? মই কৰিলো।

হীৰু ঃ তুমি,— তুমি কিয় এনে কৰিলা?

ৰাণা ঃ কালি মোক খেলিব দিছিলা? সেই কাৰণেই খেলা এতিয়া।

ৰমা ঃ আৰে, আমাৰ চবতকৈ বেছি সময় দেখোন তুমিয়েই খেলি থাকা। তথাপি তুমি...

ৰাণা ঃ বিচৰা বস্তুটো যদি মই নাপাওঁ নহয়, মোৰ বিৰাট খং উঠে জানা।

হীৰু ঃ খং কেৱল তোমাৰে নুঠে ৰাণা। খং আমাৰবিলাকৰো উঠে।

ৰাণা ঃ বাদ দিয়া, তোমাৰ খং মোৰ ঠেংগা।

প্ৰিয়া ঃ ইমান গোৱৰামি কিন্তু ঠিক নহয় দেই ৰাণা।

ৰাণা ঃ মোৰ Power আছে। সেইবাবে মোৰ খং বেছি।

নীনা ঃ ঠিক, ৰাণাই ঠিকেই কৈছে।

হীৰু ঃ চুপ, ৰাণাৰ লিগিৰী, চামচি...

ৰাণা ঃ কি হ'ল— কি হ'ল? — নীনাক তুমি চামচি বুলি কৈছা? — তোমাক ... (হীৰুৰ সৈতে কাজিয়া-ঠেলা-ঠেলি লাগে সেই সময়তে দূৰৰ পৰা পাথৰ এটা আহি ৰাণাৰ মূৰত লাগেহি।)

ৰাণা ঃ আস্ — (বুলি কৈ বহি পৰে, অকমান তেজ ওলাই আহে)

হীৰু ঃ কি হ'ল ৰাণা? তেজ কেনেকৈ ওলাল? মই তো...

ৰমা ঃ অ' সৌৱা চোৱা আক্ৰম আৰু ফাতেমা। তাহাঁতৰ হাতত দেখোন পাথৰ। ৰবা তোমালোকৰ আজি মজা উলিয়াম। ব'লা চব (সকলো যায়। কিছু দেৰিৰ পিছত ঘূৰি আহে।)

হীৰু ঃ খুব দুখ পালা নেকি ৰাণা?—খুব বিষাইছে নেকি?

(হীৰুই নিজৰ ৰুমালখন উলিয়াই ৰাণাৰ কপালত পট্টি বান্ধি দিয়ে।)

ৰাণা ঃ হীৰু মই তোমাক ইমান বেয়াকৈ কোৱা সত্ত্বেও...

প্ৰিয়া ঃ আৰে- বন্ধুৰ মাজত তো মাজে-সময়ে এনেকুৱা হ'বই। কিন্তু চোৱা যেতিয়া শত্ৰুপক্ষই আক্ৰমণ কৰিবলৈ আহিব তেতিয়া আমি সকলোৱেই শত্ৰুপক্ষক পৰাজয় কৰাবলৈ এক হ'বই লাগিব। এই কথাটোকে আমাৰ দেশবাসীয়েও শিকা উচিত।

ৰাণা ঃ (মূৰ তল কৰি) মোক ক্ষমা কৰি দিয়া হীৰু।

হীৰু ঃ তুমি মোৰ বন্ধু। বন্ধুৱে বন্ধুৰ পৰা কেতিয়াবা মাফ বিচাৰেনে? (ৰাণাই হীৰুক সাবটি ধৰে। তাকে দেখি বাকীচবেই হাত চাপৰি বজাই বাঃ বাঃ দিয়ে।)

প্ৰিয়া ঃ বাঃ বাঃ বঢ়িয়া, বঢ়িয়া।

ৰমা ঃ ইয়াকে কয় দোস্তি।

নীনা ঃ ৰাজু তুমি হীৰুক ....

ৰাণা ঃ বচ বচ নীনা— মোৰ আজি শিক্ষা হৈ গৈছে। হীৰুৱে মোৰ খং, মোৰ মান-অভিমান সকলোবিলাক বৰফৰ দৰেই ঠাণ্ডা কৰি দিলে। চোৱা নীনা আজি যদি মই হীৰুৰ জাগাত হ'লো হয় আৰু মোৰ যদি এনেদৰে আঘাত পাই তেজ ওলালেহেঁতেন তেন্তে মই এনেদৰে পট্টি বান্ধি দিয়াতো বাদেই, মই ছাগে হীৰুৰ ঠাট্টা-মস্কৰা কৰি হাঁহিলোহেঁতেনহে।

প্ৰিয়া ঃ আজিৰে পৰা আমি একেজোপা গছৰেই ফুল। আমি আজিৰ পৰা কেতিয়াও কাজিয়া-পেচাল নকৰো। যদি কেতিয়াবা কৰিব লগাও হয় তেন্তে আমি আমাৰ শত্ৰুৰ লগতহে যুঁজ কৰিম।

নীনা ঃ ঠিক আছে সেইটোৱেই হ'ব, আজিৰ পৰা কাজিয়া কেৱল আমাৰ শত্ৰুপক্ষৰ লগতহে হ'ব।

হীৰু ঃ তোমালোকে চবেই জানা যে আমাৰ দেশৰ এটা মূৰত শত্ৰুপক্ষৰ মাজত যুদ্ধ চলি আছে।

ৰমা ঃ মোৰ দাদাই কি কৈছে জানা?— এই যুদ্ধত জয় হেনো আমাৰেই হ'ব।

নীনা ঃ আমাৰ দেশৰ জয় নহে কি কাৰ জয় হ'ব?

প্ৰিয়া ঃ তাত বহুত ঠাণ্ডা পৰিছে নহয়?

হীৰু ঃ চাৰিওফালে বৰফেই বৰফ। বৰফত ঠাণ্ডা নহে কি গৰম লাগিব নেকি?

প্ৰিয়া ঃ আমাৰ দেশৰ ফৌজি uncle বিলাকে আমাৰ দেশৰ কাৰণে কিমান কষ্ট কৰিছে নহয়, চবতো তেওঁলোকে আমাৰ ভালৰ বাবেই কৰিছে।

নীনা ঃ আমিওতো তেওঁলোকৰ কাৰণে কিবা কিবি কাম কৰিব পাৰো। কৰাটো উচিত নহয় জানো?

হীৰু : নিশ্চয় কৰাটো উচিত। কিন্তু আমিনো কি কৰিব পাৰো?

ৰাণা : uncle হঁতক শুভেচ্ছা জনাই আমি ফুল পঠাব পাৰো।

হীৰু : ৰাণা তোমাৰো যে কথাবিলাক আৰু। ইয়াৰ পৰা ফুলবিলাক গৈ গৈ সেইখিনি পাওঁতে গোটেই ফুলবিলাক মৰহি যাব। আৰু মৰহা ফুলৰ আদৰ ক'ত?

প্ৰিয়া : আমি কাৰ্ডওটো পঠাব পাৰো।

হীৰু : কাৰ্ড অৱশ্যে পাৰি কিন্তু আমি তেওঁলোকলৈ এনে কিছু বস্তু পঠাব লাগিব যাৰ পৰা তেওঁলোকৰ কিছু কামত আহে।

(গোটেইকেইটাই চিন্তা কৰিব ধৰে।)

নীনা : হ'ব— এক আইডিয়া পালো।

সকলো : কি? কি? কি?

নীনা : আমি সকলোৱেই আমাৰ টিফিনৰ পইচা বা, Pocket Money বচাই একেলগ কৰি তেওঁলোকৰ কাৰণে পঠাই দিওঁ।

প্ৰিয়া : বাঃ নীনা- আমি কি ভাবিছিলো জানা- তোমাৰ বিচাৰ বুদ্ধি আমাতকৈ বহুত কম। কিন্তু এতিয়া দেখিলো তোমাৰ বিচাৰ — No.1।

হীৰু : আমি এইটোকে কৰিম দিয়া।

ৰমা : কি হ'ল আজি ৰাজু দেখোন এতিয়ালৈকে নাহিল।

প্ৰিয়া : অ' সিটো সদাই আমাতকৈ আগতেই আহে।

নীনা : আজি তাৰ কোনো পাত্তাই নাই। কিয় বা দেৰি কৰি আছে আজি।

ৰাণা : ৰাজুক বৰ মৰম লাগে নহয়। বৰ মৰম লগা ল'ৰা সি।

ৰমা : সেইটোতো হয়েই।

হীৰু : কিন্তু সি বৰ জেদী ল'ৰা জানা।

ৰমা : তুমি এশ শতাংশই সঁচা কথা কৈছা। এদিন কি হ'ল জানা।

সকলোৱে : কি?

ৰমা : ৰাজুৰ মাকে এদিন তাক বিনা দোষতেই বহুত গালি পাৰিলে আৰু সেইকাৰণেই সি গোটেই দিনটো গেটৰ বাহিৰতে বহি থাকিল। চবেই ইমান বুজালে, নাই কাৰো কথাই নুশুনে সি।

নীনা : ইয়ে পিছত কি হ'ল।

ৰমা : যেতিয়া ৰাতি দহটা বাজিল তাৰ দেউতাক কামৰ পৰা ঘৰলৈ ঘূৰি আহিল তেতিয়াহে তেওঁ তাক বুজাই-বঢ়াই ঘৰৰ ভিতৰলৈ লৈ আনিলে।

প্ৰিয়া : ইমান জেদী হোৱাতো ভাল নহয় দেই।

হীৰু : অ' ভাল নহয়তো।

ৰমা : কিন্তু সি এনেকুৱাই আৰু।

ৰমা ঃ অঁ আমি ইমান ডাঙৰ যদিও তাৰ লগত খেলিব লাগে। কিয়নো তাৰ মাক-দেউতাক আমাৰ মা-দেউতাৰ বন্ধু।

মেনকা ঃ সৌৱা চোৱা ৰাজু আহিছে।

ৰমা ঃ আৰে ৰাজুক চোৱাচোন কেনেকৈ আহিছে? কি ল'ৰা এইটো তাৰ.... (ৰাজু আহে হাফপেণ্ট, খালী গা আৰু ভৰিত জোতা।)

প্ৰিয়া-মেনকা ঃ আৰে ৰাজু তুমি ছাৰ্ট-টাৰ্ট নিপিন্ধাকৈ আহিছা কিয়? (কামকৰা ছোৱালী গৌৰীয়ে হাতত এটা ছাৰ্ট লৈ তাৰ পিছে পিছে দৌৰি আহিছে।)

গৌৰী ঃ ৰাজু বাবা, ৰাজু বাবা— এই ছাৰ্টটো পিন্ধি লোৱাছোন।

ৰাজু ঃ মই কিমানবাৰ কৈছো আজি মই ছাৰ্ট নিপিন্ধো বুলি।

গৌৰী ঃ ৰাজু দয়া কৰি তুমি এই ছাৰ্টটো পিন্ধা, মোক বাইদেউৰ গালি নুখুৱাবা।

ৰাজু ঃ ভালেই হৈছে আজি তুমি ৰুটি খাবই নালাগে। বাইদেউৰ গালিৰেই তোমাৰ পেট পূজা কৰি লোৱা। (সকলোৰে হাঁহে)

গৌৰী ঃ তোমালোকে তাক বুজোৱা না।

ৰমা ঃ ৰাজু তুমি আজি কিয় ছাৰ্ট পিন্ধি অহা নাই?

ৰাজু ঃ আজি মোৰ জন্মদিন।

প্ৰিয়া ঃ তেতিয়াহ'লেতো আজি আৰু ভালকৈহে পিন্ধিব লাগে।

হীৰু ঃ অঁ নতুন ধুনীয়া ছাৰ্ট।

ৰাজু ঃ মোক কিয় তোমালোকে বুৰ্বক বুলি ভাবিছা? জন্মদিনৰ নতুন কাপোৰ মই নিশ্চয় পিন্ধিম।

গৌৰী ঃ এইটোতো নতুন ছাৰ্ট। তোমাৰ মায়ে এইমাত্ৰ এই ছাৰ্টটো তোমাৰ কাৰণে কিনি আনিছে।

ৰাজু ঃ এইটো ছাৰ্ট তুমিয়েই কোৰ্মা বনাই খাই লোৱা
(ৰমা আৰু মেনকাই হাঁহে) (... কোৰ্মা বনাই খাই লোৱা, কোৰ্মা বনাই খাই লোৱা।)

গৌৰী ঃ আৰে ভাই, তোমাক কোনে মনাব পাৰিব?

ৰাজু ঃ ফৌজিৰ ল'ৰা মই, দেউতাৰ পৰা এটা মাত্ৰই কথা শিকিছো— জীৱনত হৰা-জিকা আছেই। যুদ্ধত গৈ জয় হওক বা পৰাজয় কেতিয়াও শিৰ নত কৰিব নালাগে।

মেনকা ঃ বাপৰে, তোমাৰ কথা দেখোন একেবাৰে হিমালয়ৰ দৰে উচ্চ।

ৰাজু ঃ শত্ৰুৰ লগত যুঁজ কৰিবলৈ দেউতাও হিমালয়লৈ গৈছে। গতিকে তেনে বীৰৰ পুত্ৰ হৈ-মোৰ কথা হিমালয়ৰ দৰে হ'বই।

গৌৰী ঃ বাবা, ৰাজু বাবা, ছাৰ্টটো পিন্ধি লোৱাচোন।

ৰাজু ঃ তুমি যদি মোক আৰু এবাৰ ছাৰ্ট পিন্ধাৰ কথা কোৱা নহয় মই মোৰ এই পেণ্টটোও খুলি দিম। তলত আণ্ডাৰ পেণ্টো নাই কিন্তু।

ৰমা-প্ৰিয়া ঃ নাই নাই ৰাজু। এইবিলাক নকৰিবা। (চবেই হাঁহে)।

ৰমা ঃ গৌৰী তুমি যোৱাগৈ। মিছাকে ৰাজুৰ লগত লাগি তোমাৰ একো লাভ নহ'ব। সি যি জেদী ল'ৰা ক'ত তোমাৰ কথা মানিব। তুমি যোৱাগৈ।

নীনা ঃ আমি আন্টিক সকলো বুজাই ক'ম।

প্ৰিয়া ঃ তেতিয়া তুমি গালিও খাব নালাগে। (গৌৰী যায়গৈ)

ৰমা ঃ ঠিক আছে ৰাজু, তুমি বাৰু ছাৰ্ট কিয় পিন্ধা নাই এই কথা বুজিলো। কিন্তু তুমিটো এটা গেঞ্জী পিন্ধিব পাৰা।

ৰাজু ঃ আজি দিনটোৰ বাবে গেঞ্জী মোৰ বাবে আটাইতকৈ ডাঙৰ শত্ৰু। যেনেকৈ সেই মানুহবিলাক দেউতাৰ শত্ৰু।

নীনা ঃ কেনেকৈ ৰাজু।

ৰাজু ঃ আৰে তোমালোকে নাজানা নেকি যে আজি মোৰ জন্মদিন। দেউতাই তাৰ পৰা ফোন কৰিছে যে যুদ্ধ এতিয়া শাম কাটিছে। আৰু দেউতায়ো ছুটী লৈছে ঘৰলৈ আহিবৰ বাবে।— আৰু আজি আবেলি মোৰ জন্মদিনৰ উপহাৰ লৈ দেউতা ঘৰ পাবহি।

ৰমা ঃ তাৰ লগত তোমাৰ গেঞ্জী পিন্ধাৰ কি সম্বন্ধ থাকিব পাৰে?

ৰাজু ঃ এটা বৰ ডাঙৰ সম্বন্ধ আছে।

ৰাণা ঃ বুজিলো, তোমাৰ দেউতাই তোমালৈ জন্মদিনৰ বাবে হয়তো নতুন ছাৰ্ট-পেণ্ট আনিব আৰু তুমি তেতিয়া সেইযোৰ পিন্ধিবা।

হীৰু ঃ কিন্তু গেঞ্জীটোৱে তোমাৰ কি দোষ কৰিলে?

ৰাজু ঃ বৰ বেৱকুফ দেই তোমালোক। ইমান সামান্য কথা এটাও বুজি নোপোৱানে? — দেউতাই মোলৈ কিয় ছাৰ্ট-পেণ্ট আনিব কোৱাছোন?

ৰমা ঃ কিয়নো তেওঁ তোমাক বহুত মৰম কৰে।

ৰাজু ঃ সেইটোৱেইতো কথা। —সেই ছাৰ্ট মই ক'ত পিন্ধিম?

ৰাণা ঃ তোমাৰ গাত পিন্ধিবা।

ৰাজু ঃ সেই কাপোৰযোৰ দেউতাই মোলৈ কিমান মৰমত আনিব। যদি মই এটা গেঞ্জী পিন্ধো তেন্তে মোৰ শৰীৰৰ আধা মৰম গেঞ্জীয়ে লৈ যাব। — সেই কাৰণে মই একো নিপিন্ধাকৈ দেউতাই মৰমত অনা সেই কাপোৰ পিন্ধিবৰ বাবে মোৰ খালী গাটো সাজু কৰি ৰাখিছো।

ৰমা ঃ অ' গড। ইমান সৰু ল'ৰা এটাৰ মগজত ইমান ডাঙৰ কথা এটা।

ৰাণা ঃ ৰমা এটা কথা কোৱাচোন? মিলিটেৰীৰ জীৱনটো বাৰু জীৱন বুলি ক'ব পাৰিনে?

ৰমা ঃ মোৰ মায়েতো সদায় কয়- জীৱনক মৃত্যুৰ আগত ৰাখি চাকৰি কৰা।

প্ৰিয়া ঃ হয় দিয়া, বন্দুকলৈ যে মোৰ ভীষণ ভয় লাগে।

নীনা : মোৰো ভাই। মই দেৱালীৰ দিনটো ঘৰৰ ভিতৰফে সোমাই থাকো ৰাণা।

হীৰু : আৰ্মিৰ চাকৰি কৰাতকৈ আমাৰ দেউতাৰ দৰে Business কৰাই ভাল।

ৰাজু : তোমালোক দেখাতহে মোতকৈ ডাঙৰ।— কিন্তু বিচাৰ-বুদ্ধি মোতকৈ বহুত কম। কোৱাচোন বাৰু মিলিটেৰীৰ কাম কি? কোৱা, কোৱা, কোৱা।

ৰাণা : দেশবাসী আৰু দেশখনক ৰক্ষা কৰা।

প্ৰিয়া : দেশখনক ৰক্ষা কৰা।

ৰাজু : দেশ মানেনো কি?

ৰমা : দেশ মানে দেশ আৰু।

ৰাজু : নহয় নহয় দেশ মানে দেশ নহয়। —দেশ হ'ল আমাৰ 'মা'।

ৰমা : হয় যদি হয় তাতে আমাৰ কি?

ৰাজু : হয় যদি হয় তাতে আমাৰ কি ? ... — শুনা— দেশ হ'ল আমাৰ 'মা' আৰু আমি হ'লো তেওঁৰ সন্তান। — মোৰ দেউতাও সেই একে মাতৃৰে সন্তান'— দেশমাতৃক ৰক্ষা কৰাটো প্ৰতিজন সন্তানৰে কৰ্তব্য।

ৰমা : তুমি ইমানবিলাক কথা ক'ৰ পৰা শিকিলা ৰাজু?

ৰাজু : যুদ্ধলৈ যোৱাৰ সময়ত মায়ে যেতিয়া কান্দিছিল তেতিয়া দেউতাই মাক বুজাই দিছিল— যেনেকৈ 'শিক্ষক' এটা চাকৰি নহয় দেশসেৱা, ঠিক তেনেকৈয়ে সৈনিকো কেৱল চাকৰি নহয় ই এটা মহান দেশসেৱা।

প্ৰিয়া : তথাপিও দিয়াছোন।

ৰাজু : তোমাক সকলো বুজাই কোৱাৰ পিছতো কি তথাপিও-তথাপিও কৰি আছা? তোমালোকৰ দেউতাই ইয়াতেই চাকৰি কৰি সদায় আৰামত গাড়ীত অহা-যোৱা কৰেতো। তোমালোকক তোমালোকৰ লগত খেলা-ধূলা কৰিবলৈ সময় পায়তো সেইবাবেঁহ কৈছো নহয়? — কিন্তু মোলৈ চোৱাছোন — মোৰ দেউতা যেতিয়া যুদ্ধলৈ যাবলৈ ওলায়, মোৰ কিমান দুখ লাগে। ধাৰাসাৰে বৈ অহা চকুৰ পানীক তেতিয়া মই দেউতাৰ কথা চিন্তা কৰিয়েই বহুত কষ্টেৰে বাধা দিব লগা হয়।

ৰমা : হ'ব হ'ব ৰাজু তুমিয়েই সঁচা, তুমিয়েই সত্য।

ৰাণা : ভগৱানে নকৰক— যদি তোমাৰ দেউতাই যুদ্ধত প্ৰাণ আহুতি দিব লগা হয় তেতিয়া?

হীৰু : তেতিয়া কি হ'ব?

ৰাজু : তোমাৰ দেউতাও যদি অফিচৰ পৰা আহোঁতে গাড়ী দুৰ্ঘটনাত মৰি যায় তেতিয়া?

ৰমা : সেইটো বেলেগ কথা।

ৰাজু : কথা একেটাই। —মৃত্যুৰ কোনো বেলেগ নাম থাকিব নোৱাৰে। মৃত্যু মৃত্যুৱেই। মোৰ দেউতাই কি কয় জানা— এজন সৈনিকৰ মৃত্যুত গোটেই দেশবাসীয়ে কান্দে, সান্ত্বনাৰ

বাণী দিয়ে কিন্তু অন্য মানুহৰ মৃত্যুত কেৱল তেওঁলোকৰ নিজৰ পৰিয়ালৰ মানুহখিনিয়েহে কান্দে।

ৰমা ঃ (হাত যোৰ কৰি) তোমাৰ লগত হাৰি গ'লো আৰু দেই। মানি ল'লো বাবা তোমাৰ কথা।

নীনা ঃ ... সকলোতকৈ ডাঙৰ মানুহ দিয়া।

ৰমা ঃ বাৰু ৰাজু কোৱাচোন— তুমি ডাঙৰ হৈ কি হ'বা?

ৰাজু ঃ মই ডাঙৰ হৈ কি হ'ম জানা— ডাঙৰ হৈ মই নুধী uncle ৰ দৰে ব্ৰিগেডিয়াৰ হ'ম। (ৰাণা আৰু প্ৰিয়া দুয়ো ৰাজুক উঠাই। Direction)

ৰাণা ঃ কিন্তু তুমি ইমান খীণ-মীন হৈ ব্ৰিগেডিয়াৰ হ'বা।

প্ৰিয়া ঃ অ তুমিটো বহুত খীণ।

ৰাজু ঃ শকত-আৱত মানুহ দেখিলেই ভয় নাখাবা-চোটা দেখকে লৰ নামাৰিবা আৰু খীণ-মীন মানুহ দেখিলেই আনৰ লগত যুঁজিবলৈ নাহিবা।
(ৰমা আৰু প্ৰিয়াই হাঁহে।)

ৰমা ঃ বাপৰে মেৰা চোটা হীৰো।

সকলোৱে ঃ বাঃ ৰে হমলোগ কা হীৰো—(গৌৰী আহে)

গৌৰী ঃ (কান্দি কান্দি) ৰাজু বাবা তোমাক মায়ে ঘৰলৈ মাতিছে।

ৰাজু ঃ (চিঞৰি) ইয়ে মোৰ দেউতা আহি গ'ল, মোৰ দেউতা আহি গ'ল। –– মোৰ কাৰণে birthdayৰ ছাৰ্ট আনিছে। I Love you daddy. I Love you very much. চিঞৰি দৌৰি যায়গৈ —আকউ দৌৰি দৌৰি ঘূৰি আহিম।

ৰাজু ঃ তোমালোক নাযাবা হাঁ। — মই এই মাত্ৰ যাম আৰু দেউতাই অনা birthdayৰ নতুন ছাৰ্ট পিন্ধি পাঁচ মিনিটত ঘূৰি আহিম হাঁ। মোৰ birthdayৰ ছাৰ্ট তোমালোকে চাইহে কিন্তু যাব পাৰিবা দেই। (ৰাজু যায়। গৌৰীয়ে চকু মোহাৰি মোহাৰি পিছে পিছে যায়।)

ৰমা ঃ ৰাজুৱে দেউতাকক বিৰাট ভাল পায় নহয়?

সকলোৱে ঃ অ অ'- ৰাজুৱে দেউতাকক বিৰাট ভাল পায়।

প্ৰিয়া ঃ কিন্তু এটা কথা তুমি বাৰু লক্ষ্য কৰিলানে ৰমা?

নীনা ঃ কি কথানো?

প্ৰিয়া ঃ গৌৰীৰ চকুত যেন চকুৰ পানী আছিল। তাই যেন কান্দি কান্দি আহিছিল, তুমি মন কৰা নাই?

ৰমা ঃ ক'তা মইতো মন কৰিবলৈ নহ'ল। হ'বও পাৰে। আন্টিয়ে ছাগে কিবা কথাত ধমকি দিছে।

ৰাণা ঃ অ হ'বও পাৰে দেই। মোৰ আক গৌৰীক দেখি ভয় লাগি গৈছিল— কিজানি বা ৰাজুৰ দেউতাক...

সকলোৱে ঃ ধেৎ কিনো অমংগলীয়া কথাবিলাক কৰ অ' ৰাণা।

ৰাণা ঃ নাই নাই, এনেয়ে হঠাৎ মনলৈ ভাব আহি গ'ল। কিন্তু এটা কথা ৰমা, যদি সঁচাই ৰাজুৰ দেউতাকৰ কিবা এটা হৈ যায়— বেচেৰা ৰাজু একদম ভাগি পাৰিব— নহয়?

ৰমা ঃ কিনো তুমি বাৰে বাৰে একেটা কথাকে...

হীৰু ঃ নকওঁ নকওঁ দিয়া।

ৰমা ঃ uncle দেখোন আজি ৰাজুৰ birthdayৰ ছাৰ্ট লৈ অহাৰ কথা। ইতিমধ্যে পালেহিয়েই ছাগে।

ৰাণা ঃ ঠিকেই ৰমাই ঠিকেই কৈছে। আমাৰ মনলৈ এনে ভাব আনিবলৈ নাপায়।

ৰমা ঃ ৰাজুৱে দেউতাকক যে ইমান ভাল পায় নহয়, যেতিয়া uncle ইয়ালৈ আহে নহয় তেতিয়া সি গোটেই সময়খিনি uncleৰ লগত এনে ধৰণে কটায় যেন- জোনৰ লগত তৰাটোহে।

ৰাণা ঃ সেইটোতো ময়ো দেখিছো। সেই কাৰণেইতো মই কৈছো যদি কিবা অঘটন ঘটে ৰাজুৰ অৱস্থা কি যে হ'ব। প্ৰাণজিতৰ দেউতাকৰ মৃত্যুৰ পিছত তাৰ অৱস্থা কি হৈছিল দেখা নাই।

ৰমা ঃ হয় পাই প্ৰাণজিত কেনেকুৱা ল'ৰা আছিল আৰু আজিকালি চাচোন কেনেকৈ চুপচাপ মন-চন মাৰি বহি থাকে।

ৰাণা ঃ এ বাদ দে এইবিলাক। কিনো কথাবিলাক পাতি সময় কটাইছো। যিটো হোৱাই নাই তাৰ বিষয়ে কথা পতাৰ কি দৰকাৰ। এতিয়া অলপ খেলো আহা।

ৰমা ঃ নাজানো কিয় আজি খেলিবৰ মন যোৱা নাই।

হীৰু ঃ তেতিয়াহ'লে ব'লা ঘৰলৈকে যাওঁগৈ।

ৰমা ঃ নহয় নহয়, আমি যদি ৰাজুৰ দেউতাকে ৰাজুৰ বাবে অনা birthdayৰ কাপোৰযোৰ নোচোৱাকৈ গুচি যাওঁ ৰাজুৱে আহি বৰ বেয়া পাব।

প্ৰিয়া ঃ ৰাজুৰ দেউতাকৰ লগতে আমাৰ দেশেও যুদ্ধত নিশ্চয় জয়লাভ কৰিব।

ৰাণা ঃ কিয় নহ'ব? হম হোংগে কামিয়াব। (সকলোৱে— মে হোংগা কামিয়াব গাব) (Direction)। গানৰ শেষত ৰাজুক অহা দেখা যায়।

ৰাণা ঃ সৌৱা চোৱা ৰাজু আহিছে।

ৰমা ঃ আৰে ৰাজুক চোৱাছোন ই কি কাপোৰ পিন্ধি আহিছে। (ৰাজু আহে, পিছে পিছে গৌৰী। বগা কাপোৰ ধুতী আৰু গাত বগা কাপোৰ।)

প্ৰিয়া ঃ ৰা..জু, ৰাজু তুমি।

ৰাজু ঃ চোৱা। দেউতাই মোলৈ কেনেকুৱা birthdayৰ কাপোৰ লৈ আহিলে।

ৰমা ঃ গৌৰী, এইবিলাক...

গৌৰী : আমাৰ ছাৰ শত্ৰুপক্ষৰ গুলী লাগি... কান্দে। (তাইৰ কথা শুনি বাকীবিলাকে কান্দে।)

ৰাজু : তোমালোকে কিয় কান্দিছা বাৰু? মোৰ দেউতাতো এটা উজ্জ্বল তৰা হ'ল। তেওঁ ছহিদ হ'ল। দেউতাৰ লগততো মোৰ সদায় কথা-বতৰা হৈয়ে থাকিব। তেওঁক মই সদায় দেখা পায়েই থাকিম।

নীনা : ইয়াক কিয় লৈ আহিছা গৌৰী?

ৰাজু : মই তোমালোকক মোৰ birthdayৰ কাপোৰ দেখাম বুলি কৈ গৈছিলো নহয় সেইকাৰণেই মই সেই কাপোৰ পিন্ধি তোমালোকক দেখাব আহিলো। নহ'লে তোমালোকে মোলৈ অপেক্ষা কৰি থাকিবা নহয়। চোৱা কেনে লাগিছে মোৰ birthdayৰ কাপোৰ যোৰ?

প্ৰিয়া : তুমি ঘৰলৈ যোৱা ৰাজু।

ৰাজু : দেউতাৰ অবিহনে ঘৰখন বহুত খালী খালী লাগিব নহয়? কেনেকৈ যাওঁ মই ঘৰলৈ? (ৰাজুৱে বহি পৰে। কিছুপৰৰ পিছত চকু-মুখ মচি হঠাৎ আগৰ ৰাজু হৈ পৰে।)

ৰাজু : নাই, মই আৰু নাকান্দো। মই কন্দা দেখিলে দেউতাই খুব বেয়া পায়। দেউতাই মোৰ চকুপানী চাব নিবিচাৰে। মই তোমালোক চবৰে আগত শপত খাই কৈছো— ডাঙৰ হৈ মই এনে এক আৰ্মি হ'ম দেউতাৰ শত্ৰু মোৰ দেশৰ শত্ৰু সকলোকে এটা এটা কৰি মাৰি শেষ কৰি দিম। চৰফৰচ কা তামন্তা অব দিল মে হাই... দেখনা হাই জোৰ কিতনা বাজুৱে কাতিল মে হাই।

ৰমা : এইটোতো সঁচা কথা— কিন্তু এতিয়া তুমি ঘৰলৈ ব'লা।

ৰাজু : চোৱা আকাশখনলৈ চোৱা, তাত থকা সৌ তৰাটো চোৱাছোন, সেই তৰাটোৱেই মোৰ দেউতা। দেউতা তুমি মোৰ প্ৰতিজ্ঞা শুনিলা নহয়— মই এইটোৱেই কৰিম— মই মোৰ প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰিম। মই পালন কৰিম।

সকলোৱে : হ'ব হ'ব ৰাজু এতিয়া ঘৰলৈ ব'লা।

ৰাজু : দেউতা তোমাৰ ৰাজু, তোমাৰ অতি মৰমৰ ৰাজু, তোমাৰ নয়নৰ মণি ৰাজুৱে তোমালৈ জনাইছো এটা Last Salute।

(ৰাজুৱে Salute কৰে আৰু বাকীকেইটায়ো ৰাজুক দেখি Salute কৰে। বিকুল বাজে লাহে লাহে। ৰাজুৰ ওপৰত Light Concentrate পৰ্দা আহে।)

— সমাপ্ত —

# মিলি-জুলি মিতিৰালি...

## (পূৰ্ণাঙ্গ মঞ্চনাট— শিশু-চেমনীয়াৰ)

**শ্যামাপ্ৰসাদ শৰ্মা**

চৰিত্ৰসমূহ ঃ

| কিশোৰ | কিশোৰী |
|---|---|
| (৮ - ১২ বছৰ) | (৮ - ১২ বছৰ) |
| ১। মুকুল | ৬। মণি |
| ২। আব্দুল | ৭। ভণ্টি |
| ৩। অনন্ত | ৮। মণিতা |
| ৪। পোনা | ৯। লক্ষ্মী |
| ৫। পুহাই | |

১০। টেঁপেৰা ( ১০-১২ বছৰ)
১১। কান্দুৰা (১০-১২ বছৰ)
১২। টেঁপেৰাৰ মাক (৩০-৩২ বছৰ)
১৩। শিক্ষয়িত্ৰী বাইদেউ (২৪-২৫)

● দলীয় অভিনয়ৰ বাবে আৰু চাৰিটা ল'ৰা, চাৰিজনী ছোৱালী দিব পাৰি।

❐ দৃশ্যসজ্জা নাই। মঞ্চ সামগ্ৰীৰে সাংকেতিক ইংগিত দিলেই হ'ব। ছাত্ৰ-ছাত্ৰী মাটিত কঠ লৈ বহিব। বাইদেউৰ বাবে চহী-মেজ, ব'ৰ্ড। ঘৰৰ বাবে মূঢ়া, ভগা চকী, প'ল', জাকৈ, চৰাইৰ সজাত চৰাই।

❐ **প্ৰস্তাৱনা দৃশ্য**

[আঁৰ-কাপোৰ উঠাৰ লগে লগে আটাইবোৰ শিল্পী মঞ্চত শাৰী পাতি থাকে। তিনি বা চাৰিটা শাৰীত সজাই ল'ব। ঘোষণাৰ পিছতেই সকলোৰে নাচি-গাই দৰ্শকক প্ৰণাম জনায়।

গীত/সমবেত/কথা-সুৰ ঃ **শ্যামাপ্ৰসাদ শৰ্মা**

জয় জয় বোলা ৰাইজৰজয় বোলা মানুহৰ হে।
জয় জয় বোলা ৰাইজৰজয় বোলা মানুহৰ হে।।
আমাৰ নাট আমাৰ কথা আনিছো সজাই হে।
দায়-দোষ খেমি তাক ল'বা শুধৰাই হে।।
কাৰো প্ৰতি হীন ভাব নাই যে আমাৰ।
বেয়াকেহে বেয়া বোলা প্ৰয়াস আমাৰ।।
এ ভ্ৰাম্যমাণ নোহে ইটো নোহে বাটৰ নাট।
য'তে য'তে নাট দৰদী তাতেই আমাৰ নাট।।

প্ৰণামো দৰ্শক ৰাইজ আম্মা-া-া না-ট-ক-ৰ।
সংস্কৃতিৰ বৰ ঢো-ো-ল বজা-া-া নিৰন্ত-ৰ।।

নাচ-গান শেষ হোৱাৰ পিছত শিল্পীসকলে প্ৰথম দৃশ্যৰ বাবে নিজ নিজ ঠাইলৈ গৈ বহিব। বাকীবোৰে দৰ্শকক নমস্কাৰ জনাই, দৰ্শকক পিছ নিদিয়াকৈ নেপথ্যলৈ সোমাই যাব।]

## প্ৰথম দৃশ্য

[গাঁৱৰ পাঠশালা বিদ্যালয়ৰ এটা শ্ৰেণী। শ্ৰেণী শেষ হোৱাৰ ঘণ্টা পৰিছে। ছাৰ ওলাই যোৱাৰ পিছৰ হুলস্থূলীয়া পৰিবেশ। হৈ-চৈ চিঞৰ-বাখৰ আদি বাস্তৱিক সংলাপেৰে পৰিৱেশ সৃষ্টি কৰিব। তাৰ মাজতে স্পষ্টভাৱে তলৰ সংলাপখিনি শুনা যাব।]

মণি : ঐ ভাই! সৌ দুটাক দেখিছনে নাই? আজিও ওলাই গৈছে ভাই!

মুকুল : কোন ঔ?

(বাহিৰৰ বিলৰ পিনে চায়।)

অ'। কান্দুৰা আৰু টেপেৰা!

ভণ্টি : যাঃ! সিহঁতৰ আৰু কাম কি আছে? বিলৰ পাৰত বহি চৰাই ধৰা আৰু...

মণি : শুকুৰবৰীয়া হাটত নি বিক্ৰী কৰা।

মুকুল : কেইদিন যে তাকে লৈ ছাৰৰ কাণমলা খাইছে!!

মণি : তথাপি ভাই সিহঁতৰ লাজ নহ'ল দেই!!

ভণ্টি : এইবাৰ ধৰা পৰিলে কিজানি সিহঁতক স্কুলৰ পৰাই খেদাই দিব দেই!

মণি, ভণ্টি : বাপৰে বাপ! এই ভেটগুটি দুটাৰ কম সাহস নহয় দে!!

মুকুল : ভেটগুটি নে বিহগুটি??

(আটায়ে প্ৰাণখুলি হাঁহে। লগে লগে বাইদেউ সোমাই আহে। হৈ-চৈ আৰু হাঁহি নিমিষতে মাৰ যায়, কাঁহ পৰি জীণ যোৱাৰ দৰে।)

আটায়ে : বাইদেউ নমস্কাৰ! বাইদেউ নমস্কাৰ!!

বাইদেউ : নমস্কাৰ! নমস্কাৰ!! বহাদেই...

(বাইদেৱে চকু ফুৰাই সকলোকে চাই লয়। ছোৱালী কম দেখি অসন্তুষ্ট হয়।)

কি হ'ল? আজি দেখোন ল'ৰা-ছোৱালী আকৌ কম। পুহাই? কি হ'ল? আজি দেখোন চুবাৰ তইহে অকলে...।

পুহাই : স-ব মাখাই পথ্ৰত গেছি বাই!

বাইদেউ : ওঁ! পথাৰত গৈছে!! তেনেহ'লে তয়েই বা নগ'লি কিয়??

পুহাই : আমাৰ খেতিৰ মাটিয়ে নাইক্যা... কাৰ পথ্ৰত যাম আৰ'?

বাইদেউ : ওঁ! সৰুমাইহঁতৰ চুবাৰো কাকো দেখা নাই দেখোন!

লক্ষ্মী : সিহঁতৰ সবেই বিলত মাছ ধৰিব গৈছে। মোকো লগ ধৰিছিল। মই নগ'লো, বাইদেউ!

বাইদেউ : ভালেই কৰিলি দে। ৰাভা চুবুৰিৰো দেখোন কোনো নাই!

পোনা ঃ সিহঁতৰ খেলত আজি পৰৱ আছে বাইদেউ!

বাইদেউ ঃ বাৰু হ'বদে! যিকেইজন আহিছ তাৰেই হ'ব দে। এই! তহঁত আটায়ে ক'বি বুজিছ... ক'বি বোলে এনেকৈ ঘনে ঘনে স্কুল খতি কৰা বেয়া কথা।

আটায়ে ঃ ক'ম বাইদেউ!!

বাইদেউ ঃ বেছ ভাল কথা! বাৰু আমি আজি নতুন পাঠ এটা আৰম্ভ কৰোঁচোন। পাঠটোৰ নাম হৈছে আমাৰ পৰিৱেশ...। হেৰৌ! শেষৰ পিনে তহঁত দুটাই... অঁ অঁ... তহঁত দুটা... আব্দুল আৰু অনন্ত... তহঁত দুটাই বাহিৰলৈ চাই চাই কি কথা পাতি আছ?

আব্দুল + অনন্ত ঃ না-না-নাই বাইদেউ!!

বাইদেউ ঃ কি না-না কৰি আছ? চাওঁ থিয় দে...।

(দুয়ো সেমেনা সেমেনি কৰি থিয় দিয়ে।)

আব্দুল ঃ ম-ম-মই নহয় বাইদেউ। ই-ই-ই অনন্তইহে মোক দেখুৱাই দিছে...।

অনন্ত ঃ ন-ন-নহয় বাইদেউ! ম-ম-মই নহয় বাইদেউ!! ই-ই আব্দুলহে মোক দেখুৱাই দিছে।

বাইদেউ ঃ ঠিক আছে, বুজিলো বাৰু! কোনে কাক দেখুৱাই দিছে, সেইটো তহঁতে সৈ নাকাঢ়িলেও মই ঠিকেই বুজিছো। ওঁ! এতিয়া ক, কি দেখুৱাইছে?

আটায়ে একেলগে ঃ সৌৱা! বিলৰ পাৰত কান্দুৰা আৰু টেপেৰা...

(কৈয়েই সকলোৱে গিৰ্জনি মাৰি হাঁহে।)

বাইদেউ ঃ এই! মনে মনে...

(সকলো শান্ত হয়।)

আব্দুল ঃ হ-হ-হয় বাইদেউ। আমি একো কৰা নাই; বাইদেউ!!

অনন্ত ঃ কান্দুৰা আৰু টেপেৰাইহে... সৌ-সৌ তাতে... বিলৰ পাৰত চৰাই ধৰিব গৈছে বাইদেউ!!

বাইদেউ ঃ বাৰু ঠিক আছে! মই সিহঁত দুয়োটাকে...

(বাইদেউৰ খং দেখি ল'ৰা-ছোৱালীবোৰৰ মাজত গুণগুণনি আৰম্ভ হয়। সিহঁতে ফুচফুচাই, গুণগুণাই গুণা-গঁথা কৰে, আজি বাপেকে পাব মজা দুয়োটাই ইত্যাদি। এইখিনি সংলাপ স্বাভাৱিকতা ৰক্ষা কৰি সাজি ল'ব বা ল'ৰা-ছোৱালীহঁতকে ঠিক কৰি ল'ব দিব।)

ওঁ! তোমালোকে গোলমাল নকৰিবা দেই। ... মই এইমাত্ৰ আহিছোঁ।

মণিতা!

মণিতা ঃ কি বাইদেউ?

বাইদেউ ঃ চাওঁ! তোমাৰ পুথিখন লৈ ইয়ালৈকে আহা।

(মণিতা আগবাঢ়ি আহে।)
এই কবিতাটো তুমি আটাইকে আবৃত্তি কৰি শুনোৱাচোন। মই যে শিকাই দিছিলো, মনত আছে নহয়?

মণিতা : আছে বাইদেউ!

বাইদেউ : তোমালোকৰ আৰু কোনোবাই মণিতাৰ লগত আবৃত্তি কৰিবা নেকি?

আটায়ে : আমি কৰিম! আমি কৰিম!!

বাইদেউ : বেছ! শুনা তেন্তে! মণিতাই তোমালোকক ধৰি দিব, তোমালোকে লগে লগে ধৰি যাবা।

আটায়ে : হ'ব বাইদেউ!

বাইদেউ : তোমালোকে একদম হৈ-চৈ নকৰিবা দেই!
(বাইদেউ ওলাই যায়। হাতত বেতডাল। মণিতাই হাতত সাৰে ভৰিত সাৰে বাইদেউক অনুসৰণ কৰে। বাকী দুটামানেও তাকেই কৰে।)

মণিতা : আজি মজা পাব বাপ্লেকে!

আটায়ে : আজি মজা পাব বাপ্লেকে!

মণিতা : এই! মনে মনে!! এইটো পুথিৰ বাক্য নহয় নহয়। এতিয়া চোৱা। মই তোমালোকক গোটকেইটা ভগাই দিছো।
(সেইমতে ল'ৰা-ছোৱালীখিনিক তিনি বা চাৰি ভাগত ভাগ কৰি সজাই দিয়ে।)
ওঁ, ৰেডি?

আটায়ে : ৰে-ডি!!

মণিতা : ঠিক আছে। মই লগাই দিম, তোমালোকে ঠিক সেইদৰে ধৰি যাবা দেই!

আটায়ে : হ'-ব!!
(সেইমতে ঘূৰি ঘূৰি প্ৰতিটো গোটৰ কাষলৈকে গৈ মণিতাই আবৃত্তি কৰি যায়। সেইমতে প্ৰতিটো গোটে আবৃত্তি কৰি যায়।)

**অকণি অকণি বিজ্ঞানপ্ৰেমীসকললৈ...**
**আশাৰে আগলৈ চাবলৈ হ'লে**
**বিজ্ঞান আমাৰ সাৰ্থক সমল।।**
**আজিৰ গৰিমা ভৱিষ্য সপোন**
**সকলোৰে সাৰ বিজ্ঞানৰ ধল।।**
**অতীত আমাৰ গৰিমাময়**
**চৰক-কণাদ-সুশ্ৰুতে কয়।।**

আৰ্যভট স'তে বৰাহমিহিৰ
বিজ্ঞান চৰ্চাৰ অমৰ বীৰ।
আজিৰ ভাৰতো নোহে পিছপৰা
ৰমন-ৰামানুজতো সেই পৰম্পৰা।
হে মোৰ অকণি! অসমী আয়ে
আছে তোমাৰেই মুখলৈ চাই
ৰামানুজী মেধা ৰামনী সাধনা
জাগ্ৰত কৰা জনে জনে ভাই।

সভ্যতাৰ অগ্ৰগতি প্ৰগতিৰ ৰথচক্ৰ
বিজ্ঞানৰ আলমত চলে নিৰন্তৰ
যশোৱন্ত হ'ব হ'লে নিজৰ নামেৰে
বিজ্ঞানৰ সাধনাত হোৱা অগ্ৰসৰ।

তোমাৰ সাধনা হওক জ্ঞানবিজ্ঞানত
প্ৰগতিৰ প্ৰশান্ত পাথেয়
তোমাৰ সাধনা হওক শান্তি প্ৰতিষ্ঠাত
প্ৰযুক্তিৰ প্ৰশান্ত প্ৰয়োগ
দুখিতৰ দুখ নাশি
বিশ্বজোৰা বন্ধুত্বৰ প্ৰকৃষ্ট পাথেয়
দেশে দেশে বিজ্ঞানৰ মহাসভা সাজে
হোৱা তুমি পৰম শ্ৰদ্ধেয়
হোৱা তুমি পৰম শ্ৰদ্ধেয়
হোৱা তুমি পৰম শ্ৰদ্ধেয়

(পোহৰ কাট)

## দ্বিতীয় দৃশ্য

(বিলৰ পাৰ। চৰাই-চিৰিকটিৰ মাতেৰে পৰিৱেশ সৃষ্টি কৰিব। গছৰ আঁৰত লুকাই টেপেৰা আৰু কান্দুৰাই চৰাই ধৰাৰ ব্যৱস্থা কৰি আছে। কাষত সাধাৰণ বেগ এটাও এটা দেওহাঁহ আৰু এটা শৰালি।)

টেপেৰা : ... এটাতো ধৰিলোৱেই! ... যাঃ! ইটো গৈ সৌ বটৰ মূধচ পালেগৈ। কেতিয়া যে নামিব!!

কান্দুৰা : ... ক'ত আৰু নামিব? ... নমালৈকে বোলে ইয়াতে পৰ দি থাকিব? ... তাতকৈ এটা কাম কৰো দে।

টেপেৰা : কি?

কান্দুৰা : মই বাটলু মাৰি তাক গছৰ ওপৰতে ঘায়েল কৰি দিওঁ... সি টপ্ কৰে সৰি পৰিব আৰু...

টেপেৰা : আৰু মই তাক ঠিক মাটিত পৰাৰ আগতেই ওপৰতে কেৎচ ধৰিমগৈ...। চাবি কিন্তু! তাৰ একদম মূৰতে গুল্টি নলগাবি। মূৰত লাগিলে সিহঁত মৰি যায় আৰু বজাৰত...

দুয়ো : মৰা চৰাইৰ দাম একদম কম।

টেপেৰা : ঠিক আছে তেন্তে; তই গুল্টি ঠিক কৰ। মই গৈ আছোঁ...

কান্দুৰা : ঐ চাবি! একদম শব্দ নকৰাকৈ যাবি...

(সি সেইমতে যায়। কান্দুৰাই গুল্টিৰ 'নিচানা' ঠিক কৰে। টেপেৰা গৈ নেদেখা হোৱাৰ আগতেই বিপৰীত পিনৰ পৰা বাইদেৱেও টেপেৰাৰ দৰে একে ধৰণৰ খোজ দি দি সোমায়। কান্দুৰাই নিচান কৰাত ব্যস্ত।

বাইদেউৰ মুখত দুষ্টালিৰ হাঁহি। টেপেৰা গৈ ভিতৰ পোৱাৰ লগে লগে, বাইদেৱে কান্দুৰাৰ কাণত লাৰি দিয়ে। সি কিবা ম'হ-ডাঁহ বুলি মন নকৰাকৈয়ে হাতেৰে জোকাৰি দিয়ে। বাইদেৱে অলপ ৰৈ আকৌ কাণখন লাৰে। এইবাৰ সি গম পায়। কোনোবা মানুহৰ হাত। সি টেপেৰাৰ বুলি ভাবি খং কৰে।)

কান্দুৰা : যা না। ... নিচানা লগোৱাৰ সময়ত কিনো দিগ্‌দাৰিখন কৰি থাক।

... যা না। একেবাৰে চিধাই গছৰ তলত থাকগৈ...

(আকৌ নিচানা কৰে।)

চাবি দেই! লাহে লাহে... আৰু অলপ সোঁফালে.... সৌ তাতে ... অঁ... ৰেডি। ৰেডি বান টু...

বাইদেউ : থ্রি-ৰ্ৰি্ৰি...!!!

(বুলি সজোৰে তাৰ কাণত ধৰে। সি বাটলু পেলাই ঘূৰি চাই ভয়তে কম্পমান। সজোৰে চিঞৰি উঠে।)

কান্দুৰা : আই ঐ মৰিলোঁ ঐ!

নেপথ্যৰ পৰা টেপেৰা : কি হ'ল ঐ? সাপে খালে নেকি?

(খবৰ ল'বলৈ সিও দৌৰ মাৰি আহে। আহি কান্দুৰাৰ অৱস্থাটো দেখি সিও ভয় খায়। বাইদেৱেকে একো নোকোৱাকৈয়ে সি নিজেই নিজৰ কাণত ধৰে।)

কান্দুৰা : সা-সা-সাপ মানে... একেবাৰে আচল বিধেই...

বাইদেউ : কি ক'লি?

(এইবাৰ আৰু জোৰে কাণ মলি দিয়ে।)

কান্দুৰা : আই ঐ! বাইদেউ!!

দুয়ো : এৰি দিয়ক না বাইদেউ! বৰ দুখ পাইছোঁ-ওঁ!!

বাইদেউ : এৰি দিব লাগে? ... দিম বাৰু! পিছে, এৰি দিলে নপলাব তো?

দুয়ো : কেতিয়াও নপলাওঁ, বাইদেউ!!

বাইদেউ : ঠিক আছে তেনেহ'লে...। ওঁ...

(দুয়োকে সজোৰে কাণ মলি এৰি দিয়ে। টেপেৰাই এই সুযোগতে বেগটো লয়।)

দুয়ো : আই ঐ! [illegible]কা দে!!

বাইদেউ : ওঁ! এতিয়া ইজনে সিজনৰ কাণত ধৰি মোৰ আগে আগে গৈ থাক...

(কান্দুৰাই টেপেৰাৰ দুই কাণত ধৰে। টেপেৰাৰ হাতত বেগ থকা বাবে সি কান্দুৰাৰ এখন কাণতহে ধৰিব পাৰে।)

টেপেৰা : ঐ! মই তোৰ এখন কাণতহে ধৰিছোঁ। তয়ো মোৰ এখন কাণত ধৰ।

বাইদেউ : কি হ'ল? গৈ থাক বুলিছোঁ নহয়।

(ধৰাৰ অসুবিধাৰ বাবে সিহঁতে খোজ দিয়ে যদিও আগবাঢ়িব নোৱাৰে। ঠাইতে ঘূৰি থাকে। বাইদেৱে চাই ৰস পায়।)

দুয়ো : যাবৰ চেষ্টাতো কৰিছোঁই... পিছে...

(ইচ্ছা কৰি ঘূৰি দেখুৱায়, অলপ বেছি কৰে। টেপেৰাই হাতত বেগটো অদল-বদল কৰি চায়ো দেখে, খোজ দিলে সিহঁতে ঠাইতে ঘূৰি থাকে।)

টেপেৰা : বাইদেউ! হিচাপটো কিবা বেহিচাপ হৈছে বাইদেউ!

কান্দুৰা : এনেকৈ গৈ থাকিলে আমি ইয়াতে বুঢ়া হ'ব লাগিব বাইদেউ! স্কুল গৈ পোৱা আৰু নহ'ব বাইদেউ!!

(সিহঁতৰ অকৰামিত বাইদেৱে ৰস পায়। দুয়োকে ধৰি গঢ় লগাই দিয়ে। কান্দুৰাই

টেপেৰাৰ এখন কাণত আৰু টেপেৰাই কান্দুৰাৰ এখন কাণত ধৰাৰ ব্যৱস্থা কৰি দিয়ে। এতিয়া সিহঁতৰ জঁট ভাঙে। দুয়ো থিতাতে বৈ খোজকাঢ়ি গৈ থকাৰ ভংগী দি দি কথা কৈ থাকে। বাইদেৱেও ঠাইতে থাকি খোজকাঢ়ি গৈ থকাৰ ভংগী দি থাকে।)

বাইদেউ ঃ ওঁ! এতিয়া গৈ থাক। মাজতে গোলমালখন লগাই ঘূৰি নাথাকিবি আকৌ। ওঁ! গৈ থাক বুলিছোঁ নহয়।

দুয়ো ঃ ক'-ক'-ক'লৈ বাইদেউ??

বাইদেউ ঃ ক'লৈ-ট'লৈ নাই। তহঁত হাতে-লোটে ধৰা পৰিছ যেতিয়া...। ওঁ ব'ল বুলিছোঁ নহয়।

দুয়ো ঃ ওঁ! বলিছোঁ বাইদেউ! বলিছোঁ...

(তিনিও গৈ থকা অৱস্থাৰ ভাও দি থাকে। দুয়ো ফুচফুচাই আলচ কৰি থাকে।)

টেপেৰা ঃ ঐ ভাই কান্দুৰা!

কান্দুৰা ঃ ক ভাই টেপেৰা!!

টেপেৰা ঃ গতি-গোত্ৰ বিষম পাইছোঁ।

কান্দুৰা ঃ বাইদেউৰ মেজাজ আজি বৰ গৰম পাইছোঁ।

টেপেৰা ঃ পোনছাটে হেডছাৰৰ তালৈ...

কান্দুৰা ঃ নিশ্চয় চালান দিব যেন পাইছোঁ।

টেপেৰা ঃ ... তাৰ মানে, দুয়োৰে পিঠিৰ ছাল...

দুয়ো ঃ ... আঙুলিৰ গাঁঠি...

টেপেৰা ঃ ... আৰু হেডছাৰৰ সৌকাৰ সোঁ-সোঁৱনি...

কান্দুৰা ঃ ... ছাঁৎ, ছাঁৎ...

(দুয়ো বুধি পাঙে। টেপেৰাই ছাঁৎ বুলি কোৱাৰ লগে লগে, তাৰ পিঠিত সৌকাৰ কোৱ পৰা বুলি ধৰি চিঞৰিব ধৰে।)

টেপেৰা ঃ আই ঔ! মৰিলোঁ ঔ!!

(তাকে দেখি কান্দুৰায়ো ভাও ধৰে।)

কান্দুৰা ঃ আই ঔ! মৰিলোঁ ঔ! বাইদেউ!! মৰিলোঁ...

বাইদেউ ঃ হেৰৌ! মৰিবলৈ আকৌ তহঁতৰ কি হ'ল?

(দুয়ো ভৰিত পৰি সাবটি ধৰি কাবৌ কৰে।)

দুয়ো ঃ অ' বাইদেউ! বধ দিছোঁ, বাইদেউ!!

টেপেৰা ঃ আমি আপোনাৰ ভৰিত ধৰিছোঁ, বাইদেউ!

কান্দুৰা ঃ কাবৌ কৰিছোঁ, বাইদেউ!!

টেপেৰা ঃ ... আপুনি আমাক যি কৰে কৰক।

কান্দুৰা : ... মাৰে-ধৰে...

টেপেৰা : ... বান্ধে-ছাটে

দুয়ো : ... যি কৰে কৰক; কিন্তু

কান্দুৰা : ... মৰি গ'লেও বাইদেউ!

টেপেৰা : ... আপুনি আমাক হেডছাৰৰ তালৈ...

দুয়ো : ... নিনিব।

(দুয়ো হুৰাওৰাৱে কান্দিব ধৰে। সিহঁতৰ কান্দোনত বাইদেউৰ মন কোমলে।)

বাইদেউ : এই! চাওঁ, উঠছোন উঠ! এনেকৈ দুয়ো দুপিনে ভৰিত পৰি থাকিলে... মইনো...

দুয়ো : ঠিক আছে, বাইদেউ! এৰিলোঁ বাৰু...

কান্দুৰা : কিন্তু আমাক...

টেপেৰা : ... আমাক বাইদেউ! হেডছাৰৰ তালৈ... এই কান্দুৰা! হুঁ ধৰ... বেগটো ধৰ...

(চৰাই থকা বেগটো আগবঢ়াই দিয়ে। চৰাইকেইটাই চিঞৰি উঠে।)

কান্দুৰা : মই কিয় ধৰিব লাগে?... তই আনিছ, তই ধৰ...

টেপেৰা : ... ঠিক আছে। তই নধৰ যদি... ঠিক আছে... বাইদেৱে আমাক আজি হাতে-লোটে ধৰিছে যেতিয়া... এইকেইটা বাইদেৱেই নিয়ক আজি...

কান্দুৰা : ... আমাৰ নাম কৰি বাইদেৱে আজি এসাঁজ...

দুয়ো : ... ভাল চৰাইৰ মাংসই খাওক।

টেপেৰা : ... দে কান্দুৰা! দে... চৰাই দুটা মাৰি, পাখি গুচাই বাইদেউকে দি দে...

বাইদেউ : ... কি কিনো আছে বেগটোত?

(বাইদেউ আগ্ৰহী হোৱা বুলি ভাবি দুয়ো উৎফুল্লিত হয়। আগ্ৰহেৰে কয় আৰু দেখুৱায়।ঃ

কান্দুৰা : এটা শৰালি...

টেপেৰা : আহ! শৰালিৰ মাংসৰ যে কি সোৱাদ!

(বাইদেৱে মূৰ দুপিয়াই সমৰ্থন কৰে।)

কান্দুৰা : ... আৰু এটা বগা পাখিৰ দেওহাঁহ!

(নামটো শুনি বাইদেউ আচৰিত হৈ যায়।)

বাইদেউ : বগা পাখিৰ দে-ও-হাঁ-হ!!

(দুয়ো আৰু সাহস পায়।)

কান্দুৰা : ইয়াৰ মাকে হাঁহৰ আণ্ডা বৰ সোৱাদ কৰি বনায় বাইদেউ! আঃ জুতিটো মোৰ এতিয়াও...। লাগে যদি তাৰ মাককে দি ৰন্ধাই দিবও পাৰিম।

টেপেৰা : ... অঁ বাইদেউ! আপুনি কয় যদি ময়েই গধূলি আপোনাৰ ঘৰত...

বাইদেউ : ৰ'ছোন ৰ! ... বগা পাখিৰ দেওহাঁহ তাত আৰু কিমানটা আছিল?

টেপেৰা : একেলগে এযোৰ আছিল বাইদেউ!

কান্দুৰা : তাৰে এটাহে ধৰিব পাৰিলোঁ।

টেপেৰা : বাকীটো...

বাইদেউ : বাপ্‌ৰে বাপ্! কি সাংঘাতিক কাণ্ড! একেলগে এযোৰ বগা পাখিৰ দেওহাঁহ!!

কান্দুৰা : কিয় বাইদেউ? এটাৰে মাংস হ'ব নেকি বাইদেউ?

টেপেৰা : যদি কম হয়...

কান্দুৰা + টেপেৰা : আমি ইটোও ধৰি দিব পাৰোঁ বাইদেউ!

বাইদেউ : চাওঁ, বেগটো মোক দেছোন!
(এজনে দিয়ে। দি ইংগিত দিয়ে, বাইদেউক ঘোচ দিয়া হ'ল যেতিয়া আৰু চিন্তা নাই। বাইদেৱে বেগৰ ভিতৰতে চৰাই দুটা পৰীক্ষা কৰি চায়। দুয়ো বাইদেউক লক্ষ্য কৰি স্বস্তিৰ নিশ্বাস পেলায়।)
ওঁ! দুয়োটাই বেছ আঘাত পাইছে। একেবাৰে জুপুকা মাৰি আছে। শৰালিটো নাবাচিবই কিজানি...! ওঁ ব'ল এতিয়া।

দুয়ো : হে-হে-হেডছাৰৰ তালৈ নেকি বাইদেউ?

বাইদেউ : ব'ল বুলিছোঁ নহয়, ব'ল এতিয়া। ধৰ, ইটোই সিটোৰ কাণত ধৰ আৰু ব'ল...
(ধমকি খাই দুয়ো আগবাঢ়ে। লাহে লাহে আন্ধাৰ নামি আহে।)

## তৃতীয় দৃশ্য

(শ্ৰেণীকোঠাৰ হৈ-চৈ। তাৰ মাজতে দুজনমানৰ স্পষ্ট সংলাপ।)

আব্দুল : হায় আল্লা! কি যে হ'ব এতিয়া?

অনন্ত : ... তই লগাই দিছিলি নহয়...। হায় ৰাম! বাইদেৱে সিহঁতক হাতে-লোটে ধৰিছে ভাই!!

আব্দুল : শাস্তি পোৱাৰ পিছত সিহঁত দুয়ো কিজানি আমাক বাটত ধৰি...

অনন্ত : ইস্! আমি নাই কোৱা বুলি ক'লেই হ'ল।

আব্দুল : দেছোন দে! ভাব!! বদমাছ দুটাৰ পৰা কেনেকৈ ৰক্ষা পৰিব পাৰি... ভাব, ভালকৈ ভাব...
(সিহঁতে চিন্তা কৰিব ধৰে। আন দুজনমানৰ সংলাপ স্পষ্ট হৈ পৰে।)

মণি : ইস্ ৰাম! আজি মজা পাব বাপেকে!

মুকুল : একেবাৰে হাতে-লোটে ধৰা পৰিছে যেতিয়া...

ভণ্টি : বাচাইঁতৰ বদমাছি মুখেদি বাহিৰ হৈ যাব...

মণিতা : ঐ! বাইদেউ অহাত দেৰি আছে। ... এটা কামকে কৰো দে'

বাকী ছোৱালী : কি?

মণিতা : অলপ বিহুকে মাৰো দে।

বাকী ছোৱালী : অঁ বঢ়িয়া হ'ব দে, বঢ়িয়া হ'ব। তই লগাই দে হেঁ... আমি ধৰি যাম।
(প্ৰথমতে ছোৱালীইঁতে ধৰে। ল'ৰাইঁতৰো গা উঠে। যোগ দিয়ে।)

ছোৱালী : কান্দুৰা-টেপেৰা যোৰা পাভযোৰা... (দুইবাৰ)
বাইদেউৰ কাণমলা খায়

ল'ৰা : হ-য়!!

ছোৱালী : ইটোৱে সিটোৰ কাণত ধৰি ঘূৰে...
চৰাই ধৰি বৰ ভাল পায়।

আটায়ে : হ-য়!!

ল'ৰা : আই ঐ! কান্দুৰা ঐ!!
আই ঐ! টেপেৰা ঐ!!

ছোৱালী : অ' কান্দুৰা! সেইটো চৰাই বৰ ধুনীয়া
অ' টেপেৰা! ধৰি দে আমি বিহুবলিয়া

আটায়ে : আই ঐ কান্দুৰা ঐ!
আই ঐ টেপেৰা ঐ!

ছোৱালী : চ'তে গৈয়ে গৈয়ে ব'হাগে পালেহি
কুলিয়ে জুৰিলে মাত
ধৰিবলৈ গৈ দুই ধুৰন্ধৰ
পৰিলেগৈ পৰিলেগৈ পৰিলেগৈ
খালৰে বোকাত,
কান্দুৰা টেপেৰাৰ যোৰা পাভযোৰা...
(মণিয়ে বাহিৰলৈ চাই দেখে, বাইদেউ আহি আছে। তাই সকলোকে সাৱধান কৰি দিয়ে।)

মণি : শ্চি-ৰ্ি... !!! বাইদেউ!!
'আগে আগে কান্দুৰা-টেপেৰা। পিছে পিছে বাইদেউ আহি ভিতৰ সোমায়হি। দুয়ো দুয়োৰে কাণত ধৰি বিষণ্ণ মনে আহি আছে যদিও তাৰ বাবে দুয়োৰে কাৰোৱে লাজ লগা নাই। সিহঁত আহি কাণৰ হাত এৰি পোনে পোনে বাইদেউৰ মেজৰ কাষতে

ৰৈ যায়। ল'ৰা-ছোৱালীবোৰে প্ৰথমতে সিহঁতক তেনেদৰে সোমোৱা দেখি হাঁহি ৰ'ব নোৱাৰে। পিছত বাইদেউক দেখি হঠাতে নীৰৱ হৈ পৰে যদিও, যেয়ে যেনেকৈ পাৰে হাঁহি চেপি ৰাখিবৰ চেষ্টা কৰে।)

বাইদেউ : ওঁ মণিতা! তুমি পাঠটো পঢ়ি দিলানে?

মণিতা : দিছোঁ বাইদেউ!

(কান্দুৰা-টেঁপেৰাই প্ৰথমতে কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰে। বাইদেউ স্বাভাৱিক হোৱা দেখি সিহঁতে নিজৰ ভিতৰতে ফুচফুচাই কিবা কোৱা-কুই কৰে আৰু নিজৰ আসনৰ পিনে আগবাঢ়ে।)

বাইদেউ : বাৰু!... ঐ! তহঁত দুটা আকৌ ক'লৈ যাব?

টেঁপেৰা + কান্দুৰা : আ-আ-আমাৰ ছিটত বহোঁগৈ।

বাইদেউ : একো দৰ্কাৰ নাই। শেষৰ পিনে বহি লৈ হৈ-চৈখন কৰি থাকিব নালাগে। ... ইয়াতে এইফালে এইফালে...

(ব'ৰ্ডৰ পিনে দেখুৱাই দি)

তহঁত দুয়ো থিয় দি থাক...।

(দুয়ো সেমেনা-সেমেনি কৰি সেই ঠাইত থিয় দিয়ে। দুয়ো সোমাই আহোঁতে ধৰাৰ দৰে ইজনে সিজনৰ কাণত ধৰে। তাকে দেখি ল'ৰা-ছোৱালীমখাই গিৰ্জনি মাৰি হাঁহে। বাইদেৱে হাঁহিৰ কাৰণ ধৰিব নোৱাৰি খং কৰে।)

বাইদেউ : ওঁ! গোলমাল নকৰিবা। মনে মনে...

(অলপপৰ সকলোৱে জোৰ কৰি মনে মনে থাকিবৰ চেষ্টা কৰে। মণিতাই হাঁহি চেপি ৰাখিব নোৱাৰি খুক্‌খুকাই হাঁহি দিয়ে।)

ম-ণি-তা! মনে মনে থাকিব কৈছোঁ নহয়!!

মণিতা : হ-হ-হয় বাইদেউ!

(হাঁহি ৰাখিব নোৱাৰে। তাই হঁহা দেখি বাকীবোৰে লাই পায়। আটায়ে হাঁহিত যোগ দিয়ে আৰু কয়।)

আটায়ে : সি-সি-সিহঁত দুটাক চা'ক বাইদেউ।

(বাইদেৱে চাই নিজেও হাঁহিত বাগৰি পৰে।)

বাইদেউ : অ'...। ... ঐ কান্দুৰা! ঐ টেঁপেৰা!!

দুয়ো : কি বাইদেউ?

বাইদেউ : তহঁতক মই কাণত ধৰি থিয় হৈ থাকিবলৈ দিছিলো নে এনেয়ে থিয় হৈ থাকিবলৈ দিছিলোঁ?

দুয়ো : এনেয়ে থাকিবলৈ দিছিল।

বাইদেউ : তেনেহ'লে কাণত ধৰি আছ কিয়?
টেপেৰা : ই আগতে ধৰা দেখি, ময়ো ধৰিছোঁ।
কান্দুৰা : নহয় বাইদেউ! ই আগতে ধৰা দেখি...
টেপেৰা : নহয় বাইদেউ! ই আগতে...
কান্দুৰা : নহয় বাইদেউ! ই আগতে...
(এইদৰে দুয়োৰে চিঞৰ-বাখৰ অলপপৰ চলে। তাকে দেখি ৰস পাই লক্ষী আৰু ভণ্টিয়ে সিহঁতক অনুকৰণ কৰি সিহঁতৰ দৰেই কাজিয়া কৰে। বাকীবোৰে কান্দুৰা-টেপেৰাক যেয়ে যি ধৰণে পাৰে জোকায়। বাইদেউ অতিষ্ঠ হৈ বেতডালেৰে মেজতে কোব দি সকলোকে ভয় খুৱায়।)
বাইদেউ : আস্‌সা! মনে মনে থাক বুলিছোঁ নহয়!!
(সকলো শান্ত হয়।)
মই যেনেকৈ থাকিব দিছোঁ, তেনেকৈয়ে থাক। বেছি ভক্তি দেখুৱাই কাণত ধৰি দেখুৱাব নালাগে; কাৰণ অতি ভক্তি...
আটায়ে : চোৰৰ লক্ষণ!!!
(টেপেৰা-কান্দুৰাক বাদ দি আটায়ে হাঁহে।)
বাইদেউ : বাৰু শুনা। এই ইহঁত পাষণ্ড দুটাই কি কৰিছে তোমালোকে গম পাইছাই নহয়!
আটায়ে : পাইছোঁ বাইদেউ!
বাইদেউ : দুয়ো দুটা চৰাই ধৰিছে।
মুকুল : আবেলিৰ হাটত সিহঁতে বিক্ৰী কৰিব বাইদেউ।
আব্দুল : শুকুৰবৰীয়া হাটত সিহঁতে সদায় চৰাই বিক্ৰী কৰে বাইদেউ!
বাইদেউ : ওঁ! হয় নে?
(কান্দুৰা আৰু টেপেৰাই সেমেনা-সেমেনি কৰে।)
বাৰু চোৱা। সিহঁতে ফন্দি কৰি দুটা চৰাই ধৰিছে...
(বেগটো মেজৰ ওপৰলৈ তুলি আনে।)
আহাচোন আহা! ওচৰলৈ আহি চৰাই দুটা চোৱাহি।
(কান্দুৰা আৰু টেপেৰাৰ বাহিৰে আটায়ে হৈ-চৈ কৰি মেজৰ ওচৰলৈ আহে।)
এই মনে মনে হৈ-চৈ নকৰিবা।
(ল'ৰা-ছোৱালীবোৰে এনেভাৱে ঘেৰি ধৰিব যাতে বাইদেৱে চৰাই উলিয়াই দেখুৱালে, দৰ্শকে সম্পূৰ্ণভাৱে দেখি চিনিব নোৱাৰে; কিন্তু চৰাই দেখুওৱাৰ আভাসটো পায়।)
বাৰু! এইটো, এইটো চোৱাচোন। চিনি পাইছানে এইটো...? এইটো হ'লগৈ...

আটায়ে : শ-ৰা-লি।
বাইদেউ : চোৱা বাটলুৰ গুটি বেয়াকৈ লগা বাবে...
আটায়ে : এইটো মৰিলেই। ইচ্ ৰাম!!
বাইদেউ : আৰু এইটো হ'লগৈ...
(কোনেও চিনিব নোৱাৰে। বি-বি বু-বা লাগে। ল'ৰা-ছোৱালীহঁতৰ মাজত 'কি ভাই? ইয়ে কেনেকুৱা দেখোন?' ইত্যাদি স্বাভাৱিক সংলাপেৰে পৰিস্থিতি সৃষ্টি কৰিব।)
ধৰিব পাৰিছানে কোনোবাই?
ভণ্টি : এ ভাই! একদম আমাৰ হাঁহৰ দৰে...
মণি : যাঃ! নহয় যাঃ!! মূৰটো দেখোন ফুটফুটীয়া বগা!... নিশ্চয় চীনা হাঁহ!!
মুকুল : দেখাত কেম্পবেল হাঁহৰ দৰেও লাগে।
মণিতা : যাঃ! কেম্পবেল নহয় যাঃ। কিবা বনৰীয়া হাঁহ।
বাইদেউ : বাৰু। তোমালোকৰ কোনোবাই ক'ব পাৰিবা নে, এইটোৰ নাম কি?
আটায়ে : নোৱাৰো বাইদেউ!
বাইদেউ : বাৰু। আগতে চোৱাছোন ভালকৈ চাই লোৱা... এই চোৱা! এইটো আমি পোহা চীনা হাঁহতকৈ অলপহে সৰু!
আটায়ে : হয় বাইদেউ!
বাইদেউ : ঠোঁট, ঠেং, আকাৰ স-ব হাঁহৰ দৰেই...
আটায়ে : হয়, বাইদেউ!
বাইদেউ : আৰু এই চোৱা! ডিঙিৰ মাজভাগৰ পৰা, এই চোৱা... একেবাৰে তালু হৈ বিয়পি আছে কিছুমান...
আটায়ে : ফুট্‌ফুটীয়া বগা দাগ!
বাইদেউ : ওঁ! ঠিক ধৰিছা! এই জাতৰ সব চৰাইৰে এইটো এটা বিশেষ চিন। চোৱা, আৰু এটা বিশেষ চিন আছে...।
আটায়ে : কি বাইদেউ??
বাইদেউ : এই চোৱা। ডেউকাৰ ভিতৰ ফালে এচমকা একেবাৰে বগা পাখিও আছে...
আটায়ে : হয় বাইদেউ! বৰ ধুনীয়া!!
বাইদেউ : এই বিশেষ ধৰণে থকা বগা পাখিখিনিৰ কাৰণেই এইবিধ চৰাইক বগা পাখিৰ দেওহাঁহ বোলে! কি বোলে?
আটায়ে : বগা পাখিৰ দে-ও-হাঁ-হ!!!
বাইদেউ : অঁ বগা পাখিৰ দেওহাঁহ। বাৰু। আটায়ে চালা নহয়! যোৱা এতিয়া নিজৰ নিজৰ

ঠাইত বহাগৈ।

(ল'ৰা-ছোৱালীহঁতে গৈ নিজৰ ঠাইত বহেগৈ। যাওঁতে দুই এজনে তলত দিয়া ধৰণে সংলাপ কৈ যাব)

— ইচ ৰাম! বিৰাট ধুনীয়া ভাই!!

— আগেয়েতো এনেকুৱা হাঁহ দেখা নাছিলোঁ।

— পুহিব পাৰিলে বেছ ভাল হ'ব দেই।

— পোৱালিতে যে ইহঁতক কি মৰম লাগিব।

— বা-া-া। কান্দুৰা-টেপেৰা কম বস্তু নহয় দেই! ইত্যাদি।

(বাইদেৱে চৰাই দুটা বেগটোত ভৰাই কাষৰীয়া কৰি থ'ব।)

মণিতা : তাৰ মানে বাইদেউ! অইন ধৰণৰ দেওহাঁহো আছে নেকি?

বাইদেউ : আছেতো! আকাৰে-ওজনে ঠিক এইটোৰ নিচিনা আৰু এবিধ দেওহাঁহ আছে। সেইবিধক ৰঙামূৰীয়া দেওহাঁহ বোলে।

মুকুল : নিশ্চয় চাগে' তাৰ মূৰটো ৰঙা।

ভণ্টি : দেখাত চাগে' বিৰাট ধুনীয়া!!

বাইদেউ : তোমালোকে ঠিকেই ধৰিছা। সেইবিধ হাঁহো দেখাত বৰ ধু-নী-য়া!!!

(ইতিমধ্যে দুয়ো আটাইৰে লগত চৰাই চোৱাত ভাগ ল'বহি অন্যমনস্কভাৱে। চোৱা শেষ হোৱাৰ আগে আগে আহি আকৌ কাণত ধৰি আগৰ দৰে থিয় দি থাকিবহি আৰু দুয়ো টোপনিয়াব ধৰিব।)

এই কান্দুৰা! ঐ টেপেৰা!!

(দুয়ো ধহমহকৈ সাৰ পাই উঠে।)

দুয়ো : কি বাইদেউ?

বাইদেউ : তহঁতেতো আজিলৈকে বহুত চৰায়েই ধৰিলি?

(সিহঁতে বাইদেউৰ প্ৰশ্নৰ অৰ্থ বুজি পায়।)

দুয়ো : ওঁ... ওঁ... ওঁ...। নাই বাইদেউ! তেনেকুৱা হাঁহটো আমি কেতিয়াও দেখা পোৱা নাই।

বাইদেউ : বাৰু। তোমালোকৰ কোনোবাই ক'ৰবাত দেখিছা নেকি?

আটায়ে : নাই বাইদেউ!!

লক্ষী : বাইদেউ! আপুনি দেখিছে নে?

বাইদেউ : নাই দেখা! দেখিবানো কেনেকৈ??

মণিতা : ৰঙামূৰীয়া দেওহাঁহবিধ ক'তোৱে দেখিবলৈ নাই নেকি, বাইদেউ?

বাইদেউ : নাইতো! এই দেওহাঁহবিধ পৃথিৱীৰ পৰা একেবাৰেই নাইকিয়া হৈ গৈছে।

মুকুল : ক'তো এটাও পাবলৈ নাই নে বাইদেউ?

বাইদেউ : সবেইতো নাই বুলিয়েই কয়।

আটায়ে : ইচ্ ৰাম!

বাইদেউ : এইদৰে এটা ধৰণৰ এবিধ চৰাই বা জন্তু নাইকিয়া হৈ গ'লে সিহঁতক বিলুপ্ত হৈ যোৱা বুলি কয়? কি বুলি কয়?

আটায়ে : বি-লু-প্ত!!

বাইদেউ : ওঁ বি-লু-প্ত! তাৰ মানে ৰঙামূৰীয়া দেওহাঁহ এতিয়া এবিধ বিলুপ্ত চৰাই।

মণি : বাইদেউ! সেইবিধ চৰাই নো এনেকৈ একেবাৰে নাইকিয়া হৈ গ'ল কেনেকৈ?

বাইদেউ : কেনেকৈ আৰু? এই ইহঁতৰ দৰে বদমাইচ আৰু দগাবাজবোৰৰ কাৰণে...

দুয়ো : বিদ্যা শপত বাইদেউ! মা কামাখ্যা বাইদেউ!! মাটিৰ তল হ'বলৈ...

কান্দুৰা : আমি কেতিয়াও ৰঙামূৰীয়া দেওহাঁহ...

টেপেৰা : দেখাও নাই, ধৰাও নাই।

বাইদেউ : ... তহঁত দুটাইহে ধৰা নাই; কিন্তু এই গো-টে-ই পৃথিৱীখনত তহঁতৰ দৰে বদমাইচ-দগাবাজ চৰাই ধৰি ফুৰা ল'ৰা, মানুহ, চোৰাং চিকাৰী কি-মা-ন আছে। সেইবোৰৰ লোভ আৰু মূৰ্খামিৰ কাৰণেইতো আজি, সেইবিধ দেওহাঁহ বিলুপ্ত হৈ গৈছে।

(দুজনমানে আঙুলি টোঁৱাই কান্দুৰা-টেপেৰাক মুখ ভেঙুচায়।)

... এনেকৈ যে এবিধৰ পিছত এবিধকৈ, কিমানবিধ চৰাই আৰু জন্তু লোপ পাব ধৰিছে, তাৰ সীমা-সংখ্যাই নোহোৱা হ'ব ধৰিছে!!

(সকলোৱে নীৰৱে বাইদেউৰ কথা শুনি থাকে।)

ভাবি চোৱাছোন, কিমান দুখৰ কথা? যিবিধ চৰাই বা জন্তু বিলুপ্ত হৈ যায়, সেইবিধ আৰু আমি কোনো কালেই এই পৃথিৱীত দেখা পাব নোৱাৰোঁ; আৰু এই চৰাই আৰু জীৱ-জন্তুবোৰে আমাক কিমান ধৰণে যে সহায় নকৰে!! এই যে ইহঁত দুটাই ধৰি আনিছে এই বগা পাখিৰ দেওহাঁহটো... এইটোও এতিয়া প্ৰায় নোহোৱা হৈয়েই আহিব ধৰিছে। কি ঠিক, আজি ইহঁত দুটাই দেখা এইযোৰেই কিজানি ইহঁতৰ একমাত্ৰ শেষ যোৰা।

আটায়ে : ইচ্ ৰাম!

বাইদেউ : তাৰে এটাকতো ইহঁতে ধৰিলেই, বাকীটোৰ বা কি হ'ল? যদি ইহঁতেই এই পৃথিৱীত এই জাতটোৰ শেষ যোৰা হয়, তেতিয়াহ'লে, এইটোৰ কিবা এটা হ'ব লাগিলে... ইহঁতৰ আৰু কেতিয়াও পোৱালি নহ'ব আৰু ৰঙামূৰীয়া দেওহাঁহৰ দৰে এই বগামূৰীয়া দেওহাঁহবিধো চিৰদিনৰ কাৰণে পৃথিৱীৰ পৰা.... কি হৈ যাব?

আটায়ে : বিলুপ্ত হৈ যাব!! ইহঁত দুয়ো বৰ বে-য়া কা-ম কৰিছে বাইদেউ।

বাইদেউ : তাকেইতো! সেইবাবে ইহঁতক যি শাস্তিয়েই দিয়া যায়, কম হ'ব। কিন্তু লগতে আৰু এটা কথা! এই বদমাইচ দুটাক শাস্তি দিলেইতো বিলুপ্ত হ'ব ধৰা এই দেওহাঁহ ৰক্ষা নপৰে।

(কান্দুৰা আৰু টেঁপেৰাই বাইদেৱে নেদেখাকৈ হাত মিলায়। স্বস্তিৰ নিশ্বাস পেলায়।)

গতিকে কথাটো সঁচাকৈয়ে দ'কৈ ভাবি চাবলগীয়া। সেয়ে এইবোৰ ৰক্ষা কৰিবৰ বাবে আমি প্ৰত্যেকে হাতে-কামে কিবা কৰিব লাগিব,— এৰা আমি প্ৰত্যেকেই যেয়ে যেনেকৈ পাৰো...

(কান্দুৰা-টেঁপেৰাই নিজৰ ভিতৰতে মূক আলোচনা কৰি বাটলু বাইদেউৰ পিনে আগবঢ়াই দিয়ে। নেপথ্যত গীত।)

তোমাৰ দৰেই সিহঁতৰো সৰ্বা
জীয়াই থকাৰ অধিকাৰ আছে
সখা হ'ব এৰি শতৰু হোৱাৰ
তোমাৰনো কি অধিকাৰ আছে।
বুলেট বাটলু দলিয়াই দি
[illegible]াঁকোৱালি লোৱা ভাই
মিলিজুলি থাকা মিতিৰালি পাতা
পশু-পখী গছ লই।

(বাটলু গৈ বাহিৰলৈ দলিয়াই দিব। কান্দুৰা-টেঁপেৰাই এই কাম নীৰৱে সমৰ্থন কৰিব। ল'ৰা-ছোৱালীবোৰে কান্দুৰা-টেঁপেৰাৰ বাবে দুখ কৰিব।)

কান্দুৰা + টেঁপেৰা : বাইদেউ!

কান্দুৰা : ... আমি বৰ সাংঘাতিক ভুল কৰিছোঁ বাইদেউ।

টেঁপেৰা : ইমানবোৰ কথা নাজানো দেখিয়েই আমি এই বেয়া কামটো কৰি আহিছোঁ, বাইদেউ!

কান্দুৰা : আপুনি আমাক যি শাস্তি দিয়ে দিয়ক; কিন্তু...

টেঁপেৰা : তাৰ আগতে বগা পাখিৰ দেওহাঁহটো আমাক দিয়ক।

কান্দুৰা : তাক আমি শুশ্ৰূষা কৰি ভাল কৰি তুলিম।

টেঁপেৰা : আৰু ভাল হোৱাৰ পিছত, তাক আমি য'তেই ধৰিছিলোঁ...

দুয়ো : তাতেই এৰি দি আহিম।

বাইদেউ : বৰ ভাল কথা! বৰ ভাল কথা!! শুনিছানে তোমালোকে। ইহঁত দুটাই সজ সিদ্ধান্তকে লৈছে। পিছে, কথাটো সেইখিনিতেই শেষ হ'ব নালাগে। ইহঁতে নাজানি

দোষ কৰিছিল আৰু তাতেই আনন্দ পাইছিল। আচলতে আমি কথাবোৰ বুজি-সুজি ল'লে সকলোৰে বাবেই ভাল।

আটায়ে : হয় বাইদেউ!

বাইদেউ : এই দিশত জানিবলগীয়া আৰু বহু কথাই আছে।
(হাতৰ ঘড়ীলৈ চায়।)
আজি বেল মাৰিবৰে হ'ল। অইন এদিন ক'ম বাৰু!!
(বেগটো দুয়োকে দিয়ে।)
হুঁ ল'। চাবি আকৌ, তইঁতে নিজে শুশ্রূষা কৰিবলৈ গ'লে ক'বাত আইধৰতকৈ বাইধৰখনহে চৰিব। ইয়াক পোনে পোনে ডাক্তৰৰ তালৈ লৈ যা...

দুয়ো : ভাল বাইদেউ!

বাইদেউ : এই শুন!
(দুয়ো উভতি চাই ৰৈ যায়।)

বাইদেউ : কোন ডাক্তৰৰ তালৈ নিবি?

কান্দুৰা : লিয়াকত ডাক্তৰৰ তালৈ।

বাইদেউ : অ' এই অঞ্চলত তেওঁহে পশু-পক্ষীৰ ডাক্তৰ...

দুয়ো : ভাল বাইদেউ!
(বেল মাৰে। ল'ৰা-ছোৱালীবোৰে বাইদেউক নমস্কাৰ দি হৈ-চৈ কৰি ওলাই যায়। বাইদেৱে ৰেজিষ্টাৰ, কিতাপ, দাষ্টাৰ, বেত আদি সামৰি লয়। দুয়ো বেগ লৈ ওলাই যাব ধৰি ৰৈ যায়। বাইদেৱে সিহঁতক লক্ষ্য নকৰি ওলাই যাব ধৰে। দুয়ো নিজৰ ভিতৰতে আলোচনা কৰি থিৰাং কৰে আৰু বাইদেউক মাতে।)
বাইদেউ!!
(বাইদেৱে উভতি চাই ৰৈ যায়।)

বাইদেউ : কি হ'ল?

টেঁপেৰা : শৰালিটোতো মৰিয়েই থাকিল!

কান্দুৰা : সেইটো বাইদেউ!...

দুয়ো : আপুনিয়েই লৈ যাক।

বাইদেউ : নালাগে। তইঁতে কষ্ট কৰি ধৰিছ যেতিয়া, তইঁতেই আজি ৰাতিলৈ ইয়াৰে ভোজভাত খাবি।
(দুয়ো প্ৰস্তাৱটো ভাল নাপায়। ক'বলৈ সাহস নাপায়। সেমেনা সেমেনি কৰে।)
কি হ'ল? ৰৈ থাকিলি দেখোন??
(কান্দুৰাই সাহস গোটাই কয়।)

কান্দুৰা : খাবলৈছোন... বে-য়া-ই লাগিব বাইদেউ।

বাইদেউ : মৰিয়েই থাকিল যেতিয়া নাখাইনো কিডাল কৰিবি?
(দুয়ো মূৰ খজুৱাই অনিচ্ছা সত্ত্বেও সন্মতি প্ৰদান কৰে।)
শুন এইবাৰেই শেষ বুলি প্ৰতিজ্ঞা কৰি খা। তেতিয়া হ'লে আৰু দোষে নাপায়। বাচ! আগলৈ আৰু জধে-মধে চৰাই চিকাৰ নকৰোঁ বুলি শপত খালেই হ'ল।

টেপেৰা + কান্দুৰা : খাইছো বাইদেউ! সইত, সইত তিনি সইত খাইছোঁ বাইদেউ!

বাইদেউ : তেনেহ'লে যা ভালকৈ ৰন্ধা-বঢ়া কৰি...

দুয়ো : বাইদেউ! আৰু এটা কথা!

বাইদেউ : আৰু কি কথা?

টেপেৰা : বেয়া নাপাব বাইদেউ। আমি বৰ দুখীয়া মানুহ... শৰালিটো ৰান্ধিমেই যেতিয়া... আপুনিও আজি ৰাতি আমাৰ লগতে...
(সিহঁতৰ উদাৰতা দেখি আৰু মনৰ পৰিৱৰ্তন দেখি বাইদেউৰ চকুলো ওলায়। চছমা খুলি মচে...)

বাইদেউ : মই...?

দুয়ো : অঁ বাইদেউ!! আপুনিও আহকনা...! শুদাই-নিকাই...

বাইদেউ : হ'ব যা। দৌৰ মাৰ। আগতে লিয়াকত ডাক্তৰৰ তালৈ...

দুয়ো : হ'ব বাইদেউ! আপুনি আহিব কিন্তু...
(স্ফূৰ্তিতে নাচি-বাগি দৌৰ দিয়ে। বাইদেৱে বাৎসল্য আৰু গৌৰৱত সিহঁতৰ পিনে চাই থাকে। আন্ধাৰ নামি আহে।)

## চতুৰ্থ দৃশ্য

(টেপেৰাহঁতৰ ঘৰ। অতি দুখীয়া ঘৰৰ দৃশ্যসজ্জা। চিয়াঁহীৰ দোৱাতেৰে কৰা কেৰাচিনৰ চাকি জ্বলাই টেপেৰা-কান্দুৰাই শৰালিটো বাছি-কুটি অঁটাইছে। কলপাতত তাকে ঠিক-ঠাক কৰি থৈছে। টেপেৰাৰ মাকে ভিতৰ-বাহিৰ কৰি কৰি যা-যোগাৰ কৰি আছে আৰু সিহঁতক বকা-বকি কৰি আছে। যোগাৰ মানে এবাৰ খৰি অনা, এবাৰ বাৰীৰ পৰা শাক-পাত-কচু অনা এইবোৰ। প্ৰথমতে খৰি মুঠা লৈ সোমায়।)

মাক : মাষ্টৰণীক খাব মাতিছ ভাল কথা! পিছে যোগাৰ ক'ত? নিজে এই দুটা প্ৰাণী পোহ যোৱাৰ যোগাৰ নাই, আৰু বোলে আলহী...!! তাতে আকৌ যেই সেই আলহী নহয়,— একেবাৰে মাষ্টৰণী!!!

কান্দুৰা : খৰিৰ যোগাৰছোন হ'লেই... বাকীবোৰো হৈ যাব দে খুৰী।

মাক : ওঁ, হে যাব! কেনেকৈ হ'ব?? ওপৰৰ পৰা ভগৱানে হোৰাহোৰে বস্তু পেলাই দিব নেকি?
(খৰিমুঠা লৈ ভিতৰলৈ সোমাই যায়।)

টেপেৰা : ঐ! মা আজি বেলেগ গৰম দেই

কান্দুৰা : ৰহ, ৰহ। কোনোমতে বুজাই-বঢ়াই ঠাণ্ডা কৰিব লাগিব। হয় অ'। কথাটোতো আমিও ভাবি নাচালো, ... যা নাই যোগাৰ নাই... তৎক্ষণাতে হঠাতে বাইদেউক...

টেপেৰা : এস্ তেতিয়া সেইবোৰ কথা মনলৈ নাহিলেই নহয়...।

কান্দুৰা : হয় অ'! অহা হ'লে আগতেই মাৰ সৈতে কথা পাতি খবৰ দি...
(মাকে আকৌ বকি বকি ওলাই আহে।)

মাক : বাঃ! বৰ মহাত্মাডাল ওলাইছে।
(পাকতে মাংসখিনি ভিতৰত থৈ আহে আৰু মুখ ভেঙুচাই কয়।)
আজিৰ পৰা আৰু চৰাই নধৰোওঁ, নেবেচোওঁ...। হেৰৌ! যদি চৰায়েই নধৰ, চৰায়েই নেবেচ... খাবি কি? আছে? খেতি কৰি পেট পুহিবলৈ খেতিৰ মাটি আছে?? এই শুন! কালিৰ পৰা আৰু তই স্কুলত যাব নালাগে। স্কুলত পঢ়ি তাকে শিকিছ নহয়? হেৰৌ! পেটটো ডাঙৰ নে বিদ্যা ডাঙৰ??
(আকৌ খং কৰি ওলাই যায়। টেপেৰাই মন বেয়া কৰে।

কান্দুৰা : কি হ'ল? মন বেয়া নকৰিবি। মাৰৰ খং মাৰ গ'লে স-ব পাহৰি যাব।

টেপেৰা : হয় অ'। মায়ে ঠিক কথাকেই কৈছে। চৰায়েই যদি নধৰোঁ তেনেহ'লে খাম কি? আমি দুয়ো দেখোন নাখাই মৰিব লাগিব।

কান্দুৰা : দে, দে, সেইবোৰ চিন্তা কৰি এতিয়া লাভ নাই। আগে কেনেকৈ যা-যোগাৰ কৰি বাইদেউক খুৱাই-বুৱাই পঠিয়াব পাৰি, তাৰেই দিহা কৰ!

টেপেৰা : মায়ে বিহুত দিয়া গামোচা এখন আছে... সেইখনকে বিক্ৰী কৰি...
(ভিতৰৰ পিনে চাই, দেওহাঁহটোৱে পাখি কটালা দেখি আনন্দ পায়।)
এই চাছোন চা। হাঁহটোৱে পাখি কটালিছে।
(দুয়ো গৈ নেপথ্যত থকা হাঁহটোৰ কাষ পায়গৈ। পাৰ্শ্বপৰ্দাৰ কাষত বহিলেই সংলাপেৰে পৰিস্থিতি বুজিব পৰা হৈ পৰিব।)

কান্দুৰা : ইয়ে ৰাম! তেনেহ'লে আৰু ই নমৰে...

টেপেৰা : ডাক্তৰেতো তাকেই কৈছিল!
(ওপৰৰ পিনে চাই সেৱা জনায়।)

কান্দুৰা : 'সখি' উঠিলে ডাক্তৰে তাক অলপ 'সেক-পোটক' দিয়াৰ কথা কৈছিল নহয়। চাওঁ চাকিটো আনছোন... খাচাৰ খেৰখিনি জ্বলায়েই তাক অলপ সেক-পোটক কৰি দিওঁ।

(টেপেৰাই দৌৰ মাৰি গৈ চাকিটো আনি দিয়ে। কান্দুৰাই লৈ নেপথ্যলৈ সোমাই যায়)

টেপেৰা : ঐ চাবি! সাৱধানে। ...একেবাৰে ওচৰতে নিদিবি আকৌ।

কান্দুৰা : হ'বদে তই চিন্তা নকৰিবি। তই গামোচাখন উলিয়াই আন মানে...

(সি ভিতৰলৈ দৌৰ মাৰে। লগে লগে মঞ্চ খালী নোহোৱাকৈ মাকৰ প্ৰৱেশ। হাতত অলপ শাক-পাত আৰু কচু। আহিয়েই পুতেকক তেনেদৰে দৌৰি যোৱা দেখি সন্দেহেৰে চায়। ইপিনে চকু ঘূৰায়েই নেপথ্যত কান্দুৰাই হাঁহটোক সেক-পোটক দি থকা দেখে। মাকৰ আৰু খং উঠে।)

মাক : ওঁ! হাঁহটোৰ চিকিৎসা চলিছে নহয়!

(নেপথ্যৰ পৰা কান্দুৰাই মাত দিয়ে।)

কান্দুৰা : খুৰী! চাহিছোন চাহিছোন চাহি। সেক পাই ই কেনেখন কৰিব ধৰিছে...

মাক : হৈছে, হৈছে। সেইবোৰ ল'ৰা-ধেমালি চাই থকাৰ সময় মোৰ নাই। বাঃ! বৰ একেবাৰে ৰত্নাকৰ গুচি বাল্মীকি হ'ব ওলাইছেও... "চৰাই নধৰোঁ, চৰাই নেবেচোঁ..." হেৰৌ! চৰাই নধৰিলে, চৰাই নেবেচিলে খাবি ক'ৰ পৰা??

কান্দুৰা : খুৰী! আহছোন আহ, চাহিছান...।

মাক : ওঁ, এটা নহয়, একেবাৰে হালেসৈতে ৰত্নাকৰৰ পৰা বাল্মীকি হ'বিগৈ যেন পাইছোঁ! হেৰৌ! মাষ্টৰণীক খাব মাতিছ, ভাল কথা! মৰা শৰালিটোৰে বাৰু মাংসখিনি হ'লেই... পিছে বাকী যোগাৰখিনিৰ কথাওতো ভাবিব লাগে। অন্ততঃ সেইটোকে...

(কান্দুৰাই আপঁডাল কৰি থকা হাঁহটোলৈ ইংগিত দি)

বেচি দিলেওতো বাকী যা-যোগাৰখিনিৰ খৰচটোকে...

কান্দুৰা : খুৰী! সব ঠিক হৈ যাব। তুমি চিন্তা নকৰিবা...

মাক : ওঁ! তইঁতে ক'লি আৰু মই শুনিলোঁ, বাচ, হৈ গ'ল...। "হৈ যাব!" হেৰৌ! কেনেকৈ হ'ব, তাকেই এবাৰ ভাঙি পাতি ক'ছোন শুনোঁ...।

(ভিতৰৰ পৰা নতুন গামোচাখন লৈ টেপেৰা ওলাই আহে। মাকৰ মুখামুখি হৈ সি থতমত খায়। গামোচাখন লুকাবৰ চেষ্টা কৰে। মাকে সন্দেহেৰে তাক নিৰীক্ষণ কৰে। সি সেমেনা-সেমেনি কৰে। কি কৰোঁ কি নকৰোঁ একো ঠিক কৰিব নোৱাৰে। পৰিস্থিতি পাতল কৰিবৰ বাবে মাকক ভালৰি লগাই কয়।)

টেপেৰা : ... হৈ ... হৈ ... হৈ যাব মা! তই যি-যি-যিখিনি আছে তাৰেই আৰম্ভ কৰছোন...। বাকী আমি-ি-ি...

(নেপথ্যৰ পৰা বাইদেৱে মাতে।)

বাইদেউ : ... অ' এইটো টেপেৰাৰ ঘৰ হয়নে?

টেপেৰা : সেয়া, বাইদেউ আহিছে ভাই!

(মাকক ধৰি ঠেলা মাৰি দিয়ে।)

যা না, এইখিনি থৈ তই ভালকৈ ওলাই আহ।
(সিফালৰ পৰা কান্দুৰাও আহি ওলায়হি।)

কান্দুৰা : হয় অ'। বাইদেৱেই হয়। যা না খুৰী! ঠিক-ঠাক হৈ আহ... আমি বাইদেউক...
(মাকে এবাৰ বাহিৰৰ পিনে জুমি চাই ভিতৰলৈ যায়গৈ।)

দুয়ো : বাইদেউ! আহক আহক...
(বাইদেউ সোমাই আহে। হাতত মজলীয়া ধৰণৰ বেগ এটাত বয়-বস্তু।)

বাইদেউ : মই বোলোঁ, হয় নে নহয়...? পিছে কি কৰি আছিলা?

টেপেৰা : না-না-নাই বাইদেউ! এনেয়ে...

কান্দুৰা : বাইদেউ! হাঁহটোক চিকিৎসা কৰাওঁতে সি ভাল হৈ উঠিছে। সৌৱা চা'ক...। মই তাক সেক-পোটক দি আছিলোঁ...।

বাইদেউ : চাওঁ কোনপিনে?
(দুয়ো মঞ্চৰ পৰা নেপথ্যৰ পিনে দেখুৱাই দিয়ে।)

দুয়ো : সেয়া! সেই তাতে...

বাইদেউ : ওঁ! তেনেহ'লে আৰু ভয়ৰ কাৰণ নাই। সি বাচিব যেতিয়া...
(ভিতৰৰ পৰা মাক ওলাই আহে। আগৰ লেতেৰা চাদৰখন সলাই সামান্য ভাল এখন লৈছে। হাতত এটা অতি পুৰণি মূঢ়া। কোনোমতেহে বহিব পাৰি। বাইদেৱে মাকৰ পিনে চাই মাক বুলি ধৰিব পাৰে। মাকক স-সন্মানে নমস্কাৰ জনায়।)

টেপেৰা : এয়া মা!

মাক : বহক আৰু!
(মূঢ়াটো আগবঢ়াই দিয়ে।)
আমি বৰ দুখীয়া মানুহ। বহিব দিবলৈ চকী এখনো নাই...

বাইদেউ : নাই, নাই, একো নাই। ইয়াতেই হ'ব।
(বাইদেউ বহি পৰে।)
আপোনাৰ ল'ৰা টেপেৰা পিছে বৰ ভাল, আগলৈ আৰু ভাল হ'ব...
(বদমাইচটোৰ প্ৰশংসা শুনি মাক আচৰিত হয়।)

মাক : ভালতো হয়েই..., পিছে - ে - ে...

বাইদেউ : পিছে কি?
(মাকক দুয়ো আচল কথাটো নক'বলৈ ইংগিতেৰে বাধা দিয়ে।)
অলপ দুষ্ট। মানে, এই বয়সত অলপতো...

মাক : সব আপোনালোকৰ আশীৰ্বাদ আৰু...
(কান্দুৰা আৰু টেপেৰাই বাইদেউক বহিব দি গামোচাখন বেচি বয়-বস্তু অনাৰ দিহা

কৰিব খোজে। মূক অভিনয়েৰে সেইখিনি বুজাব। বাইদেৱে ইফাল-সিফাল নিৰীক্ষণ কৰে। মাক স-সম্ভ্ৰমে থিয় দি থাকে।)

টেপেৰা : মা! তই বাইদেউক তামোল-চালি দে...। আমি এতিয়াই আহিছোঁ...
(মাকে মূৰ দুপিয়াই ভিতৰলৈ যাব ধৰে।)

বাইদেউ : ৰ'বা! এই ৰাতিখন আৰু ক'লৈ যোৱা? অ' চাওঁ! এইখিনি মাৰক দিয়াছোন...
(বেগটো আগবঢ়াই দিয়ে। কথা শুনি মাক ৰৈ যায়। কান্দুৰাই বেগটো দাঙি গধুৰ পাই আচৰিত হয়।)

কান্দুৰা : ব-ৰ গধুৰ দেখোন বাইদেউ! কি আছেনো ইয়াত?

বাইদেউ : নাই... এনেয়ে সামান্য বস্তু অলপ...। মানে আমাৰ চাৰিটাৰ জোখাৰে চাউল-দাইল-তেল-নিমখ আৰু মাংসৰ বাবে মছলা অকমান... বাচ সেয়াই...
(মাকে স্বস্তিৰ নিশ্বাস পেলায়। ওপৰলৈ চাই হাতযোৰ কৰে।)

কান্দুৰা : এস্ বাইদেউ! সেইবোৰনো আপুনি আৰু কিয় আনিব লগা হ'ল?
(কান্দুৰাই বেগটো খুৰীয়েকৰ পিনে দিয়ে। তেওঁ লৈ বাইদেউৰ অলক্ষিতে বয়-বস্তুখিনি চায়।)

মাক : নিজৰ বুলিহে আনিছে আৰু...। আনিছে ভালেই কৰিছে দে।
(টেপেৰাই বাইদেউৰ অলক্ষিতে মাকৰ মুখখন বন্ধ কৰি দি মনে মনে থাকিব দিয়ে।)

টেপেৰা : শ্চি - চি -ি...
(ইংগিতেৰে বুজাই দিয়ে বাইদেউৰ সৈতে বেছি কথা নাপাতি, ভিতৰলৈ গৈ ৰন্ধা-বঢ়াৰ দিহা কৰিব লাগে। সি তাৰ হাতত থকা গামোচাখন লাৰি চায়। কৃতজ্ঞতাত তাৰ মন ভৰি উঠে। সি আহি আঁঠুকাঢ়ি বাইদেউৰ ডিঙিত গামোচাখন পিন্ধাই দি সেৱা এটা কৰে। কান্দুৰাই হাততালি দিয়ে। তাকে দেখি টেপেৰাইও হাততালি দিয়ে।)

টেপেৰা : ঐ মা! দে তয়ো হাততালি দে...

কান্দুৰা : দুখীয়াৰ ঘৰত বাইদেউক আৰু নো কিহেৰে আদৰিম...? দে খুৰী! সবেই ডাঙৰকৈ হাততালি দে...।
(হাততালিৰে মঞ্চ মুখৰিত হৈ উঠে। নেপথ্যৰ পৰা হাঁহটোৱেও আনন্দতে কিৰিলি পাৰি উঠে।)

গীত

বাইদেউ অ' বাইদেউ

তুমি দয়া তুমি মায়া
তুমি উদাৰতা
দুষ্ট আমি মূঢ়মতি
তুমি মহানতা

বাইদেউ অ' বাইদেউ
তুমি সখা তুমি গুৰু
তুমি পথ তুমিয়ে পাথেয়
তুমি আই তুমি জোৰ
তোমাৰ সমান কোন
দিনমণি পোহৰো তুমিয়ে...।।

## পঞ্চম দৃশ্য

(বিদ্যালয়ৰ শ্ৰেণী। এটা শ্ৰেণী হৈ যোৱাৰ পিছত বেল পৰিছে। ছাত্ৰ-ছাত্ৰীয়ে গুণগুণাই কথা পাতি আছে। তাৰ মাজতে বাইদেউ সোমাব।)

আটায়ে : বাইদেউ নমস্কাৰ!!

বাইদেউ : বহা দেই! এই বদমাইচ দুটা ক'ত? অহা নাই নেকি?

টেপেৰা + কান্দুৰা : আহিছোঁ বাইদেউ!

বাইদেউ : অ'!! আজি ঠাই বদলাইছ।

টেপেৰা : হয় বাইদেউ! আগৰ ঠাইত বহিলে বিলখনলৈ চকু পৰেতো...

কান্দুৰা : পৰিলেই মনটো কেনেবা কেনেবা লাগি যায় বাইদেউ!

বাইদেউ : দেখিছা! ইহঁতৰ বুদ্ধিটো কম নহয় দেই। শুনিছানে তোমালোকে? এই বদমাইচ দুটাই যদি সিহঁতৰ বুদ্ধিখিনি ভাল কামত লগায়, তেতিয়া হ'লে ইহঁত দুয়ো সংসাৰত একঠা খাব দেই!

মুকুল, ভণ্টি : বা - া - া টেপেৰা!!

মণি, মণিতা : বা - া - া কান্দুৰা !!

চাৰিও মিলি : তেনেহ'লে বাইদেউ! আমি কান্দুৰা আৰু টেপেৰাক লৈ গৌৰব কৰিব পাৰিম। সিহঁতৰ নাম লৈ জিন্দাবাদ দিব পাৰিম?

আটায়ে ঃ টেপেৰা-কান্দুৰা জিন্দাবাদ!
টেপেৰা-কান্দুৰা জিন্দাবাদ!!

বাইদেউ ঃ বাৰু, বাৰু! আমি এতিয়া আচল কথালৈ আহোঁ। দেওহাঁহটো এৰি দিলিনে?

কান্দুৰা ঃ দিলোঁ বাইদেউ!

টেপেৰা ঃ আপুনি যে সেইদিনা দেখি আহিছিল— তাৰ পিছৰ দিনাও আমি তাক ঘৰতে ৰাখি ঔষধ-পাতি দিলো।

কান্দুৰা ঃ তাৰ ঠিক পিছদিনা সি একেবাৰে ঠন্ ধৰি উঠিল নহয়...

টেপেৰা ঃ তেতিয়া আমি দুয়ো লগ লাগি...
(দুখতে মাত থোকাথুকি দিয়ে।)

বাইদেউ ঃ লগ লাগি কি কৰিলি?

টেপেৰা ঃ ক'বলৈ বেয়াই লাগিছে বাইদেউ!

কান্দুৰা ঃ সেই দুদিন যে আমি তাকে চোৱা-চিতা কৰিছিলোঁ, সি তাৰ বাবে আমালৈ কেনেকৈ চাই থকা কৰিলে...

টেপেৰা ঃ বিপদত পৰা কেঁচুৱাক সহায় কৰিলে যেনেকৈ চায়, ঠিক তেনেকুৱা চাৱনি...

কান্দুৰা ঃ এই দুদিনতে সি আমাক যেনেদৰে আদৰ লগাব ধৰিলে যেন...

দুয়ো ঃ যেন সি আমাৰ সৰু ভাইহে!!

বাইদেউ ঃ মাত নোহোৱা জীৱবোৰৰ আদৰ তেনেকুৱাই অ'।

টেপেৰা ঃ সেই কাৰণে, তাক এৰি দিবৰ দিনা...

দুয়ো ঃ ... এতিয়াও লাগি আছে।

বাইদেউ ঃ এতিয়া বুজিলিনে? জীৱ-জন্তুৱে মানুহৰ দৰে কথা কৈ বুজাব নোৱাৰে যদিও, সিহঁতৰ চাল-চলন আৰু আচাৰ-ব্যৱহাৰৰ দ্বাৰাই সিহঁতে মানুহকো আপোন কৰি ল'ব পাৰে। বাৰু, এৰি দিয়াৰ সময়ত লগৰটো আছিল নে?

টেপেৰা ঃ আমি দেখা নাছিলো বাইদেউ!

কান্দুৰা ঃ তাক বিলত এৰি দিয়াৰ লগে লগে সি আনন্দতে কেইটামান কিৰিলি পাৰিলে।

টেপেৰা ঃ কিৰিলি পাৰি, পাখি কটালি, একে ঠাইতে ঘূৰি ঘূৰি, আকৌ কিৰিলি পাৰিলে।

বাইদেউ ঃ তাৰ দ্বাৰা সি লগৰটোক সংকেত দিলে যে বিপদৰ ভয় নাই।

কান্দুৰা ঃ হয় বাইদেউ! তাৰ অলপ পিছতে, ওচৰৰে গছ এজোপাৰ পৰা একে ধৰণৰ মাত শুনিবলৈ পালোঁ...

টেপেৰা ঃ বুজি পালো, লগৰটো ওচৰৰ গছতে লুকাই আছে কিন্তু ...

বাইদেউ ঃ তহঁতক দেখি সিজনী নামি অহা নাই।

দুয়ো ঃ হয় বাইদেউ!

টেপেৰা : আমি দুয়ো কথাটো গম পাই যেই তাৰ পৰা আঁতৰি গছ এডালৰ আঁৰত লুকালোহি...
কান্দুৰা : ... সেই তাৰ লগে লগে বিলৰটোৰে অলপ বেলেগ ধৰণে মাতিলে।
টেপেৰা : লগে লগে গছৰ ওপৰৰটোৱেই ঠিক তেনে ধৰণেই মাতি, নামি আহি বিলত পৰিলহি। (কৈ কৈ সিহঁত উচ্ছ্বসিত হৈ পৰে।)
কান্দুৰা : অলপ পৰ দুয়ো...
টেপেৰা : ... ইটোৱে সিটোৰ পাখি কটালি দিলে।
কান্দুৰা : ঠোঁটে ঠোঁটে খুটিয়াখুটি কৰিলে আৰু...
টেপেৰা : ... আনন্দৰ কিৰিলি পাৰি...
দুয়ো : ... যোৰ পাতি উৰি গ'ল।
কান্দুৰা : উৰি যাওঁতে আমাৰ কিন্তু...
দুয়ো : ... চকু দুটা একেবাৰে সেমেকি উঠিছিল! (ছাত্ৰ-ছাত্ৰীসকলে কাঁহ পৰি জী যোৱাৰ দৰে দুয়োৰে বৰ্ণনা শুনি থাকিব।)
বাইদেউ : হ'বতো! এই জীৱ-জন্তুবোৰে যে কিমান মৰম লগাব পাৰে!!
কান্দুৰা : বাইদেউ!
বাইদেউ : ওঁ!
কান্দুৰা : আমি কিন্তু আপোনাক নোসোধাকৈয়ে আৰু এটা কাম কৰি পেলাইছোঁ!
বাইদেউ : কি কাম অ'?
টেপেৰা : এখন চিঠি লিখি, চিঠিখন প্লাষ্টিকেৰে মেৰিয়াই তাক ডেউৰাৰ তলৰ পিনে বান্ধি দিছোঁ।
বাইদেউ : চিঠিত কি লিখিছিলা?
কান্দুৰা : আৰম্ভণিৰে পৰা গোটেই ঘটনাটো লিখি দিছোঁ।
টেপেৰা : দি, শেষত এনেকৈ লিখিছোঁ ঃ জানি-শুনিও যদি কোনোবাই এই দেওহাঁহটোক বধ কৰে, তেনেহ'লে সি কান্দুৰা আৰু টেপেৰাৰো বধৰ ভাগী হ'ব। (কৈ কান্দি দিয়ে।)
কান্দুৰা : কাৰণ... কাৰণ এইটো এটা আপুৰুগীয়া চৰাই!! (সিহঁতৰ পৰিৱৰ্তনৰ ধৰণ দেখি সকলো আচৰিত হয়। সকলোৱে সিহঁত দুয়োকে শলাগে।)
দুজনমান : বাঃ! ইহঁতে বৰ ভাল কাম কৰিছে দেই!
আন দুজন : বাঃ! ইহঁতৰ বৰ বুদ্ধি দেই!!
মুকুল : বাঃ - ৷ টেপেৰা! তই নামতহে টেপেৰা, বুদ্ধিত একেবাৰে মাউণ্ট এভাৰেষ্ট...
মণি : বাঃ - ৷ কান্দুৰা! তই নামতহে কান্দুৰা; আচলতে কিন্তু মস্ত এটা বুদ্ধিৰ সঁফুৰা...

বাইদেউ : সঁচাই অ'! কান্দুৰা-টেপেৰা...

আটায়ে : জিন্দাবাদ!

কান্দুৰা + টেপেৰা : আমাৰ বাইদেউ...

আটায়ে : জিন্দাবাদ!!

বাইদেউ : বাৰু, বাৰু! এতিয়া আটায়ে শুনা দেই!!
(সকলো শান্ত হয়। বাইদেউৰ কথাত মন দিয়ে।)
ইহঁতে যে চিঠিখন লিখি দিলে, তাৰ পৰা কি লাভ হ'ব কোৱাছোন? বাৰু কোনে ক'বা? লক্ষ্মী!!

লক্ষ্মী : মানে... বাইদেউ! ইহঁতৰ নিচিনা কোনোবা দগাবাজে যদি বাটলু গুটি মাৰি সেই দেওহাঁহটো পায়, তেতিয়া হ'লে লাৰি-চাৰি চাওঁতেই সেই চিঠিখন পাব...

মণিতা : ... আৰু চিঠিখন পঢ়ি চালেই, সিহঁতে ঘটনাটো বুজি পাব আৰু...

বাইদেউ : ... সেই চৰাইটো যে মাৰিব নালাগে, তাক আপডাল কৰি বচাই-বৰ্তাই ৰাখিব লাগে, সেই কথা বুজিব পাৰিব। তাৰ মানে, যেতিয়াই যাৰ হাততেই সি ধৰা পৰিব, সিয়েই এই দৰ্কাৰী কথাটো চিঠিখনৰ পৰা জানিব পাৰিব... আৰু তেওঁ যদি অলপ ভাবি চায়, কথাটোৰ গুৰুত্ব বুজিব পাৰিব... আৰু দেওহাঁহটো নামাৰি তাক এৰি দিব। বাৰু, ইয়াৰ দ্বাৰা আৰু এটা লাভ হ'ব। কি বাৰু, ক'ব পাৰিবানে?

ভণ্টি : ... যেতিয়াই য'তেই সি ধৰা পৰিব তাতেই চিঠিখন লৈ আলোচনা হ'ব আৰু তাৰ পৰা আপুৰুগীয়া জীৱ-জন্তুক আমি সকলোৱে যে ৰক্ষা কৰিব লাগে সেই কথাটো সকলোৱে জানিব পাৰিব।

বাইদেউ : ঠিকেই কৈছা! এই জ্ঞান বিলাই দিব পৰাটো কম কথা নহয়। টেপেৰা আৰু কান্দুৰাই আজি নিজৰ বুদ্ধিৰে যিখিনি কৰিব পাৰি তাকেই কৰি দেখুৱালে। বেছি ঢাক-ঢোল বজাই ইটো কৰ সিটো কৰ কৰি উপদেশ দি থকাতকৈ, এই দগাবাজ দুটাই যিদৰে হাতে-কামে কিবা এটা কৰি দেখুৱালে আমিও প্ৰত্যেকে ঠিক তেনেদৰে কিবা অকণ কৰাৰ চেষ্টা কৰিব লাগে...।

আটায়ে : হয় বাইদেউ! এতিয়াহে বুজিছোঁ।

বাইদেউ : আমাৰ পৰিৱেশ ভাল কৰি ৰখাৰ বাবে এনে ধৰণৰ সৰু-সুৰা কামবোৰেই বিৰাট ভাল ফল দিব পাৰে। কাৰণ পৰিৱেশৰ ভাল-বেয়াৰ ওপৰতেই আমাৰ সকলোৰে ভাল-বেয়া নিৰ্ভৰ কৰে। আমাৰ মানে কাৰ-কাৰ বাৰু?

মুকুল : আমাৰ মানে আমাৰ আটাইৰে,— জীৱ-জন্তু, মানুহ-দুনুহ, গছ-গছনিকে ধৰি জীৱ থকা সকলোৰে...

বাইদেউ : এৰা, ঠিকেই কৈছা। জীৱ থকা সকলোৰে...

মণিতা ঃ তাৰ মানে বাইদেউ! আমি আমাৰ নিজৰ ভালৰ কাৰণেই পৰিৱেশ ভাল কৰি ৰাখিব লাগে।

বাইদেউ ঃ অঁতো! পিছে তুমি যে কৈছা 'আমাৰ',— আমাৰ মানে কিন্তু কেৱল মানুহকেই নধৰিবা। মানুহৰ লগতে...

মুকুল + মণিতা ঃ গছ-গছনি, জীৱ-জন্তু, পোক-পৰুৱা সকলোবোৰ ধৰিছে।

বাইদেউ, আটায়ে ঃ আমাৰ এই পৰিৱেশ।

বাইদেউ ঃ মানুহে মানুহে যেনেদৰে মিলিজুলি একেলগে থাকিব লাগে, ঠিক সেইদৰে মানুহে নিজেও গছ-গছনি, জীৱ-জন্তু আদিৰ সৈতেও মিলিজুলি মিতিৰালি পাতি থাকিব লাগে; কাৰণ প্ৰকৃতিৰ সন্তান হিচাপে গছ-গছনি, জীৱ-জন্তু, পশু-পক্ষী, বায়ু, পানী, মাটি আটাইবোৰেই আমি ভাই-ককাইৰ দৰে, সহোদৰ...। ইটোক বাদ দি সিটো কেতিয়াও জীয়াই থাকিব নোৱাৰে। এটাক হিংসা কৰি, এটাৰ অনিষ্ট কৰি, আনটো কেতিয়াও নিৰ্বিঘ্নে বৰ্তি থাকিব নোৱাৰে। পৰিৱেশ নষ্ট কৰা মানে, পৰিৱেশ ভালদৰে ৰখাৰ কামত হাতে-কামে আগবাঢ়ি নহা মানেই...

আটায়ে ঃ নিজৰ ধ্বংস নিজে মাতি অনা...

বাইদেউ ঃ এৰা! নিজৰ ধ্বংস নিজে মাতি অনা...। সেই বাবেই আজি গোটেই বিশ্বতে পৰিৱেশ ভালদৰে ৰখাৰ ওপৰত জোৰ দিয়া হৈছে। তোমালোকৰ পাঠৰ শেষত দিয়া গীতটোতো সেই কথাই কোৱা হৈছে। মনত আছে নহয় গীতটো?

আটায়ে ঃ আছে বাইদেউ!

বাইদেউ ঃ দিয়া তেন্তে। টেঁপেৰা আৰু কান্দুৰাই কৰা ভাল কামৰ প্ৰতি সন্মান জনাই আমি আজি সকলোৱে মিলি গীতটো আকৌ এবাৰ গাওঁ...ওঁ মই লগাই দিছোঁ, তোমালোকে ধৰি যাবা দেই...

আটায়ে ঃ হ'ব বাইদেউ!!

বাইদেউ ঃ গছ লতা		নদ-নদী
অৰণ্য-বনানি
কীট-পোক		জীৱ-জন্তু
বায়ু মাটি পানী

আটায়ে ঃ সকলোটি মিলিজুলি
মিতিৰালি পাতি
ৰচো আমি আমাৰেই বাবে
সিহঁতৰ কাইলৈৰ বাবে
সুবিমল পৰিৱেশ
সকলোৰে বাবে...

বাইদেউ ঃ উদাৰতা লৈ আকাশৰ
আটায়ে ঃ বিমলতা লৈ জলধিৰ
বাইদেউ ঃ সজীৱতা আনি সেউজৰ
আটায়ে ঃ দেশে দেশে দিওঁ বিয়পায়
পৰিৱেশ সুৰক্ষাৰ সুবিমল বাণী
গছ-লতা নদ-নদী
অৰণ্য বনানি...।।
আটায়ে ঃ প্ৰণামো দৰ্শক ৰাইজ
আত্মা - া না - া - ট -কৰ
সংস্কৃতিৰ বৰ ঢো - ে - া - ল
বজা - া - া নিৰ - ন্তৰ।।

(গীত আৰু নাচৰ মুদ্ৰাৰে ল'ৰা-ছোৱালীহঁতে অভিনয় কৰিব। তাৰ মাজত বিভিন্ন চৰাই-চিৰিকটিৰ সুললিত ধ্বনি ক্ৰমান্বয়ে বাঢ়ি আহি এক সুন্দৰ মূৰ্চ্ছনাৰ সৃষ্টি কৰিব। তাৰ মাজতে লাহে লাহে আঁৰ-কাপোৰ নামি আহিব।)

— সমাপ্ত —

# ৰং আহে পাহি মেলি

(শিশুনাট)

নাট্যকাৰ ঃঅনিল কুমাৰ শইকীয়া

'ৰং আহে পাহি মেলি' নাটকখনৰ জুমুঠিটো জ্যোতিষ চন্দ্ৰ দত্তৰ বোধহয় 'ফুলৰ দেশ' নামৰ এটি গল্পৰ পৰা লোৱা হৈছে, এই গল্পটো সৰুতে সাধুকথা হিচাবেও শুনিছিলো। মূল গল্পটোৰ শেষত 'ৰজা'ই সকলোকে মিলিজুলি থাকিবলৈ আহ্বান জনাইছে। আমি নাটকখনত 'বিহলঙনী' চৰিত্ৰৰ যোগেদি সেই কাৰ্য সম্পাদন কৰাইছো। মূল গল্পটোত ফুলসমূহৰ মাজত নিজে নিজে বিবাদ হয়, নাটকখনত বিবাদৰ কাৰণ দেখুৱা হৈছে।

নাটকখনত, ৰজা, ৰাণী, বিষয়া, সোণটি, বিহলঙনী, চোৰাত, যমলাখুটি, বান্দৰ কেঁকোৰা, ঘোষক, কেতেকী, মালতী, বৰগছ আদি চৰিত্ৰকেইটা নিৰ্দিষ্ট হ'ব। বাকী চৰিত্ৰসমূহ যেনে প্ৰথম গছ, দ্বিতীয় গছ...... প্ৰথম ফুল, দ্বিতীয় ফুল........ সেইবোৰ ইচ্ছানুসৰি হ'ব পাৰে। আৱশ্যক হ'লে প্ৰথম ফুলৰ সংলাপ তৃতীয় ফুলেও ক'ব পাৰে।

### প্ৰথম দৃশ্য

মঞ্চত এখন দীঘল প্লেটফৰ্ম। প্লেটফৰ্মৰ মাজভাগত শিশু এটিক মাকে নিচুকনি গীত গাই শুৱাই আছে।

আমাৰে মইনা শুব এ
ফুলৰে দেশলৈ যাব ও
ফুলৰে দেশতে লুকাভাকু খেলি
মইনাই উমলিব।

মাকে শিশুটিক (সোণটিক) শুৱাই থৈ ভিতৰলৈ যায়। যোৱাৰ আগতে দুই এবাৰ চাই যায়। সোণটিয়ে সপোন দেখে।

(সপোনৰ সংগীত)

সোণটি থিয় হয়। ......সৰু সৰু শিশু কিছুমানে ৰে'লগাড়ীৰ আৰ্হিত ওলাই আহে। ৰে'লৰ নাম ফুল-ৰাণী এক্সপ্ৰেছ।

ৰে'লগাড়ীৰ সংগীত...
**গীত**
ৰে'ল অ' ৰে'ল, দীঘে লেল পেল।
পেটৰ মাজত বহি আছে
ল'ৰা বুঢ়াৰ মেল।
ফুলৰে দেশলৈ, ৰঙৰে মেলালৈ
কোন যাবা কোন যাবা আহা-আহা
চাবা মজাৰ খেল।

সোণটি : এইখন বাৰু ফুলৰ দেশলৈ যোৱা ৰে'লগাড়ীখন নহয়নে?

ৰেল : হয় হয়, এইখনেই ফুলৰ দেশলৈ যোৱা ৰে'লগাড়ী।

সোণটি : মোকো তোমালোকৰ লগতে ফুলৰ দেশলৈ নিবানে?

ৰেল : নিম, কিয় নিনিম, আহা আমাৰ লগতে উঠাহি।

ফুলৰ দেশত আছে এজন ৰজা
মইমতালি চাই পাবা মজা
অকাৰণে অনাহকে শাস্তি দিহে
বিধে বিধে গছ লতা চাবা যিহে .
গছবোৰে কথা পাতে, পাতে বহু মেল
আহা ৰে'লত উঠি চাবা মজাৰ খেল।

বিহলঙনী হেনো বৰ যাদুকৰ
ফু-মাৰি নাশ কৰে যত বিষ জ্বৰ
কোটকৰা চোৰাতে শাস্তি বিহে বৰ
ফুলে বোলে সবাকে ধৰ ধৰ ধৰ।
ফুলে ফুলে গান গাব নাই কোনো মেল
আহা ৰে'লত উঠি চাবা মজাৰ খেল।

(ৰে'ল গৈ বৈ যায়। ইতিমধ্যে মঞ্চত শিশু কিছুমানে ফুলৰ দৰে হালিজালি থাকে।)

ৰে'ল : এইখনেই ফুলৰ দেশ সোণটি
সোণটি : বাহ্ ইমান ধুনীয়া।
ফুল : ফুলৰ দেশত তুমিনো কোন?
সোণটি : মই সোণটি।
ফুল : তুমিনো ক'ৰ পৰা আহিছা?
সোণটি : মই সপোনৰ দেশৰ পৰা আহিছো।
ফুল : তুমিনো ইয়ালৈ কিয় আহিছা?
সোণটি : মই তোমালোকৰ লগত সখী পাতিবলৈ আহিছো। হ'বানে লগৰী তোমালোক মোৰ?
ফুল : হ'ম হ'ম কিয় নহ'ম?
সোণটি : তোমালোকৰ লগত একেলগে গীত গাবলৈ দিবানে বাৰু মোক?
ফুল : দিম দিম, কিয় নিদিম, তুমি আমাৰ লগত গীত গালে আমি ভালহে পাম।
সোণটি : তোমালোকেনো বাৰু কি গীত গাবা?
ফুল : ৰজাই আমাক সভালৈ মাতিছে, যামনে নাযাম ভাবি আছো।
সোণটি : ৰজাৰ সভালৈ যাবহে লাগে আক'।
ফুল : যাব লাগেতো ঠিকেই। কিন্তু আমাৰতো অসুবিধাও হ'ব পাৰে-
সোণটি : অসুবিধা হ'লে নাযাবা।
ফুল : ৰজাই সেইবোৰ বুজি নাপায় নহয়, নগ'লে আকৌ আমাক শাস্তি দিব।
সোণটি : নগ'লে শাস্তি দিব, এইবোৰ কেনেকুৱা কথা আক'।
ফুল : সেইবোৰ এইদেশৰ নিয়ম।
সোণটি : পিছে তোমালোকে এতিয়া কি কৰিবা।
ফুল : আমি গীত গাম, নাচিম, নাযাওঁ ৰজাৰ সভালৈ।
সোণটি : বাৰু, সেইবোৰ পাছত হ'ব। এতিয়া গীত আৰম্ভ কৰা-

(গীত আৰম্ভ হয়। সোণটিয়ে প্ৰথমে নাচিবলৈ চেষ্টা কৰে। পাছত ক্ৰমে ক্ৰমে নাচে)

-গীত-

ফুল আছো ফুলনিত, নাচো হালিজালি
অ' যাম নাযাম লাগিছে, ৰজাৰ হুকুম আহিছে।
অলন দলন কৰিছে, ৰজা-ৰাণী আহিছে
মুকলিতে বহিছে, মনৰ মৰম যাচিছে।
বতাহ জিৰজিৰিয়া ফুল আছো ফুলনিত
আকাশখনি সুৰীয়া -ফুল আছো ফুলনিত
মুকলি মুকলি লাগেহে - ফুল আছো ফুলনিত
নাচো হাঁহো উমলি
ইমান বহল পৃথিবীত কৰো আমি ধেমালি।
বতাহ জিৰজিৰিয়া, আকাশখনি ধুনীয়া
ইমান বহল পৃথিবী, কৰো আমি ধেমালি
ফুল আমি ফুলনি - সখী আমাৰ ধৰণী
নিজে ফুলো নিজে হাঁহো, কাৰো নাই আমনি।

[গীতৰ শেষত সংগীতে ভয় লগা পৰিবেশ সৃষ্টি কৰিব। ফুলনিৰ মাজলৈ ডাওৰকৈ হাঁহি, কোটকৰা, চোৰাত, বান্দৰ কেঁকোৰা, যমলাখুটি, আদি গছবোৰ সোমাই আহিব।]

গছবোৰ : ৰজাসভালৈ নাযাবা? ল উপযুক্ত শাস্তি, (যাঠিবোৰ গাত লগাই দিয়ে, ফুলবোৰে চিঞৰে, বহি দিয়ে, গছবোৰে প্ৰতিজোপা ফুলকে শাস্তি দিয়ে।)

সোণটি : তোমালোকে এওঁলোকক শাস্তি দিছা কিয়?

কোটকৰা : ৰাজসভালৈ নোযোৱাৰ শাস্তি। কেনে মজা কেনে মজা।

চোৰাত : ৰজাসভালৈ নাযাবা, ল উপযুক্ত শাস্তি।

সোণটি : ফুল সখীসকলক এৰি দিয়া ভাইসকল, এৰি দিয়া।

বা. কেঁকোৰা : ইস্, এতিয়া এৰি দিব লাগে, ধৰ ইহঁতক জীয়াই জীয়াই ধৰি নি ৰজাক চমজাই দিওঁগৈ। ৰজাই যি বিচাৰ কৰে কৰক।

সমূহ ফুল : তেনে কাম নকৰিবা গছ ককাইহঁত। আমি নিজেই ৰাজসভালৈ যাম।

যমলাখুটি : ইস নিজেই ৰাজসভালৈ যাম, কথা শুনা। এতিয়া ভয়ত তাকে নকৈ ক'বা কি?

কোটকৰা : সখীসকলক নাবান্ধিবা। পাহিবোৰ সৰি যাব।

চোৰাত : কথা শুনা। হবৌ ৰজাৰ কথা নমনা, ৰজাৰ কথালৈ পিঠি দিয়া, এইবোৰ দোষ বুলি নাজাননে?

বা. কেঁকোৰা : নিয়মমতে দোষ, কি চাই আছা ভাইসকল, শাস্তি দিয়া ইহঁতক।
(গছবোৰে হাতৰ যাঠিবোৰ ফুলবোৰৰ গাত লগাই দিয়ে, ফুলবোৰে চিঞৰে)

সকলো ফুলঃ এৰি দিয়া আমাক, নাযাওঁ আমি ৰাজসভালৈ, কি কৰিবা?

যমলাখুটি ঃ আও বৰ সাহ দেখোন, একেবাৰে ফেপেৰি পাতি আহিছে চোন। বোলো পাহীবোৰ ছিঙি পেলাম, ডালবোৰ ভাঙি পেলাম-লেৰেলি যাবি।

সোণটি ঃ পাহিবোৰ ছিঙি পেলাবলৈ ফুলবোৰে কি কৰিলেনো।

কোটকৰা ঃ আও কথা শুনা। একেবাৰে অজলা হৈ দেখুৱাইছা। হেৰৌ তহঁতে ৰজাৰ বচন নমনা হৈছ। ৰজাই বিচাৰে ভক্তি তহঁতে দেখুৱাইছ শক্তি। কি চাই আছা ভাইহঁত ইহঁতক ধ্বংস কৰা।

(ফুলবোৰক পুনৰ শাস্তি দিয়ে)

সোণটি ঃ মই থাকোতে তোমালোকে ফুলবোৰক শাস্তি দিব নোৱাৰা।

(সকলোৰে অট্টহাস্য)

যমলাখুটি ঃ ধৰি ৰজাৰ আগত হাজিৰ কৰালে গম পাবি, ভাইসকল কি চাই আছা।

(যুদ্ধ- ফুলক আক্ৰমণ কৰা সংগীত)

কোটকৰা ঃ আহা ভাইসকল, ইহঁত ইয়াতে পৰি থাকক।

সকলো গছ ঃ ব'লা। (গছবোৰ যাবলৈ সাজু হয়।)

সোণটি ঃ হেৰা গছ ককাইহঁত ৰ'বাচোন।

গছ ঃ কিবা ক'বা নেকি?

সোণটি ঃ তোমালোকে ৰজাক ক'বাগৈ, এনেকৈ প্ৰজাক শাসন নকৰে। ভৱিষ্যতে এনেকুৱা কৰিলে আমিও চাই নাথাকো।

গছ ঃ (অট্টহাস্য কৰে) কি কৰিবা? কি কৰিবা? পাৰা যদি তোমাৰ সৈন্য সকলক জীয়াই তোলা, ব'লা ব'লা...। (সকলো যায়।)

(ঘূৰি ফুলবোৰক চায়, ফুলবোৰে উচুপি থাকে)

সোণটি ঃ সখীসকল বৰ দুখ পালা নেকি?

ফুল ঃ বৰ বিষাইছে অ' সোণটি?

সোণটি ঃ বৰ বিষ-বাৰু তোমালোকে উঠিবলৈ চেষ্টা কৰাচোন।

ফুল ঃ নোৱাৰো সোণটি নোৱাৰো, বৰ বিষ।

সোণটি ঃ তেনেহ'লে এতিয়া কি কৰা যায়। (ভাবি) অ' সৌৱাচোন বিহলঙনী ককাই তেওঁকে মাতোচোন তেৱেঁই কিজানি ফুলবোৰক ভাল কৰিব পাৰে। বিহলঙনী ককাই, অ' বিহলঙনী ককাই।

বিহলঙনী ঃ বোলো কোননো? (দূৰৰ পৰা চিঞৰি)

সোণটি ঃ মই সোণটি। চাওঁ অকমান ইয়ালৈ আহাঁচোন।

বিহলঙনী ঃ গৈছো ৰবা। (বিহলঙনী সোমাই আহে)

বিহলঙনী : বোলো ভনীহঁতৰ কি হলনো। কান্দি আছা যে?
ফুল : (নিমাত)
বিহলঙনী : বোলো কি হ'লনো, নামাতা কেলৈ?
ফুল : আস্ বিষাইছে।
বিহলঙনী : বিষাইছে? কিয় বিষাইছে?
ফুল : আস্ বিষাইছে অ', বৰ বিষাইছে।
বিহলঙনী : বোলো কথাটো বুজাই কোৱাচোন কিয় বিষাইছে?
ফুল : উস... বৰ বিষাইছে বিহলঙনী ককাই।
বিহলঙনী : এহ্ (খঙেৰে) একেডাল কথাকে কৈ থাকে, বোলো নক'লেনো কেনেকৈ বুজিম। কথাটো কোৱা আকৌ কিহৰ বিষ।
ফুল : বিষ অ' বিহলঙনী ককাই, বৰ বিষ।
বিহলঙনী : (সকলো ফালে ভালকৈ চাই) বোলো কোনোবাই মাৰিলেনে গৰুৱে খালে?
সোণটি : মাৰিলে অ' বিহলঙনী ককাই মাৰিলে।
বিহলঙনী : হয় নেকি? বোলো কোনে মাৰিলে কৈ দিয়া, ৰজা আছে নহয়, ৰজাক কৈ দিওঁগৈ।
ফুল : নালাগে অ' বিহলঙনী ককাই নালাগে।
বিহলঙনী : কিবা এটা ভিতৰুৱা কথা আছে ছাগে (নিজে নিজে কয়), বাৰু ইহঁতৰ বিষয়টোকে নাটকীয়া কৰো। ভনীসকল মই বিহলঙনী আহিছো নহয়, ৰ'বা সকলোৱে আৰাম পাবা। চিন্তা নকৰিবা। তোমালোকে কান্দি নাথাকিবা আক'। কান্দিলে দুখ আঁতৰ নহয় নহয়। বিপদত ধৈৰ্যহে ধৰিব লাগে। অহ তোমালোক সাজু হোৱা, অ' সাজু হোৱা দেই, এয়া চোৱা মই মন্ত্ৰ মাতিছো।

ঔম হিং হিং ফট্ ফট্ ফট্
ঔম হিৰিং হিৰিং ফট্ ফট্ ফট্
ঔম হি গিৰিং হিং গিৰিং
ধিচিং ধাচাং ধিচিং ধাচাং ফট্ ফট্ ফট্
ঔম হিং গিৰিং ধিচিং ধাচাং ফট্ ফট্ ফট্.........
ফট্... (দুপাহমান ফুল থিয় হয়)
ফট্... (দুপাহমান ফুল থিয় হয়)
ফট্... (দুপাহমান ফুল থিয় হয়)
ফট্... (দুপাহমান ফুল থিয় হয়)
(চাৰিওফালৰ ফুলবোৰ উঠি থিয় হয়)

সকলো ফুল: ধন্যবাদ বিহলঙনী ককাই, অশেষ ধন্যবাদ।

বিহলঙনী : আনন্দ পাইছো, আনন্দ পাইছো, কোৱাচোন তগৰ, কোনেবা লগালে জগৰ, কিনো হ'ল নহ'বৰ?

তগৰ : নক'বা আৰু বিহলঙনী ককাই, তোমাৰ লগৰে চন্তৰী গছ কিছুমানে আমাক শাস্তি দিলে।

বিহলঙনী : ঔং হিৰিং গিৰিং, শাস্তি, কিহৰ শাস্তি?

সোণটি : ৰাজসভালৈ নোযোৱাৰ শাস্তি।

বিহলঙনী : ৰাজসভালৈ নোযোৱাৰ শাস্তি, অও এইবোৰ আকৌ কেনে কথা। ৰজাই ৰজাৰ কাম কৰক। প্ৰজাই প্ৰজাৰ কাম কৰক। কোন ক'লৈ যায়, কোন ক'লৈ নাযায়, এইবোৰ আকৌ ৰজাক কিয় লাগে?

ফুল(১) : ৰজাক নালাগে বিহলঙনী ককাই।

বিহলঙনী : মই ঠিকেই অনুমান কৰিছিলো, ৰজাৰ সুন্দৰ কাম কিছুমানো আমাৰ পাবত গুজা কিছুমানে অসুন্দৰ কৰে। ৰজাই প্ৰজাৰ হিতৰ বাবে দহ টকাৰে আমাৰ কিছুমানে খাই পাঁচ টকা। ইহঁতক এশিকনি দিব লাগিব।

ফুল (৩) : আমি তাকে কৰিবলৈ গৈছিলো।

বিহলঙনী : অ হয় নেকি? পিছে তোমালোকে নাজানিলা নহয়।

ফুল (২) : আমাৰনো ক'ত ভুল হ'ল?

বিহলঙনী : এহ্ ক'ত ভুল হ'ল, সুধিবলৈ আহিছা, দেখা নাইনে তোমালোকৰ আটাইৰে কঁকাল ভাঙি থৈ গ'ল, তেনেকৈ নহয় নহয়।

সকলো ফুলঃ কেনেকৈনো গছ ককাই...কেনেকৈনো?

বিহলঙনী : নাপায় নাপায় সেইবোৰ কথা সুধিব নাপায়, তাতকৈ গান এটাকে গাই লওঁ আহা।

সঃ ফুল : গান গাম বাৰু। কিন্তু আমি সিহঁতক শুদাই নেৰিম। বিনা দোষতে আমাৰ কিয় শাস্তি দিব। আমি বিদ্ৰোহ কৰিম।

বিহলঙনী : সেইবোৰ পিছত চিন্তা কৰিবা। তাৰ আগতে আমি এক হ'ব লাগিব। একতাইহে আমাৰ প্ৰধান শাক্তি। এতিয়া আমি এটা একতাৰ গানকে গাই লওঁ আহা। মই লগাই দিছো তোমালোকে ধৰিবা দেই।

**অল'গুটি ত'লগুটি কচুগুটি ঘাই,**
**বোলো কচুগুটি ঘাই**
**ইখন হাতৰ গুটিটো সিখন হাতত পায়।**

**সৰু ল'ৰাই পানী পেলায় বৰে পিছল খায়,**
**বোলো বৰে পিছল খায়,**
**আগ পাছ গুণি চালে ক'তো বিপদ নাই।**

ৰজাৰ আগত সৰু হ'বা দোষ-দায় নাচাই
বোলো দোষ-দায় নাচাই
সাত পাছ গুণিলেহে মনত শোভা পায়।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| তাক | ধিऽ | নাऽ | ধিন | ধিऽ | নাও | ধিऽ | নাও |
| তাক | ধিऽ | নাऽ | ধিন | দাও | ऽऽ | ऽऽ | ऽऽ |
| তাক | ধিऽ | নাऽ | ধিন | ধিऽ | নাও | ধিऽ | নাও |
| তাক | ধিऽ | নাऽ | ধিন | দাও | ऽऽ | ऽऽ | ऽऽ |

## দ্বিতীয় দৃশ্য
## (ৰাজসভা)

ঘোষক : (ভিতৰত) হুঁচিয়াৰ, সাৱধান, মহাৰাজ আৰু মহাৰাণী ৰাজসভালৈ আহিছে, সাৱধান হুঁচিয়াৰ।

ৰজা : (আসনত বহি) কোৱা দেশৰ খবৰ কোৱা।

চিপাহী : মহাৰাজ, জয় হওক, মানুহৰ দেশৰ এটি কণমানি ল'ৰাই ৰাজসভালৈ আহিবলৈ অনুমতি বিচাৰিছে।

ৰজা : মানুহৰ দেশৰ পৰা? আহিবলৈ দিয়া। (চিপাহী ওলাই যায়, সোণটি সোমাই আহে) হেৰা কোন তুমি?

সোণটি : মহাৰাজৰ জয় হওক।

ৰজা : আসন গ্ৰহণ কৰা। ক'ৰ পৰা আহিছা? তোমাকতো মই চিনি পোৱা নাই।

সোণটি : মই সপোনৰ দেশৰ পৰা আহিছো, নাম মোৰ সোণটি।

ৰজা : (ইংগিতেৰে চন্তৰীক মাতে) পিছে তুমি ৰাজসভালৈ কিয় আহিলা?

সোণটি : মহাৰাজ আপোনাৰ ওচৰত মোৰ এটি নিবেদন আছে।

ৰজা : কোৱা অকণো সংকোচ নাৰাখি কোৱা।

সোণটি : মানুহৰ দেশৰ পৰা ফুলৰ দেশলৈ আহি দেখিলো, আনন্দত আপোন পাহৰা কিছুমান ফুলক আপোনাৰ অনুচৰ কিছুমানে ভীষণ শাস্তি দিলে। তেওঁলোক বোলে আপোনাৰ সভালৈ নাহিল। ই কেনে বিচাৰ।

ৰাণী : কি? তোমালোকে নিৰীহ প্ৰজাক শাস্তি দিলা।

চোৰাত : ৰজাৰ আদেশ ৰক্ষাৰ বাবে শাস্তি নিদি উপায় নাছিল মহাৰাণী।

ৰাণী : সেই বুলি তোমালোকে নিৰীহ প্ৰজাক শাস্তি দিব লাগেনে?

ৰজা : হ'ব হ'ব ৰাণী। পিছে প্ৰজাবোৰে এতিয়া কি কৰিছে প্ৰহৰীসকল?

বিষয়া : মহাৰাজ, আমাৰ চোৰাংচোৰাৰ মুখেৰে জানিব পাৰিছো, সিহঁতে বিদ্ৰোহ কৰিব খুজিছে, বিদ্ৰোহ।

ৰজা : বিদ্ৰোহ, আস্ প্ৰজাৰ ইমান সাহ। ধৰি আন সিহঁতক ভৰাই থ বন্দীশালত।

সোণটি : মহাৰাজৰ মুখত এনে কথাই শোভা নাপায়। প্ৰজাৰ নামেই সাহ। ৰজাইনো প্ৰজাক কি কৰিব পাৰে।

ৰাণী : হয় মহাৰাজ। তেওঁ ঠিকেই কৈছে।

ৰজা : ভাবি-চিন্তি কথা কোৱা উচিত ৰাণী। এয়া ৰাজসভা।

ৰাণী : ভাবি-চিন্তিয়েই কৈছো, যেতিয়া লাখ লাখ প্ৰজা একগোট হ'ব তেতিয়া এজন ৰজাইনো কি কৰিব পাৰিব।

ৰজা : কিয়, ইমানবোৰ চিপাহী চন্তৰী ক'লৈ যাব?

ৰাণী : চিপাহী চন্তৰী? প্ৰজাৰ শক্তিৰ আগত চিপাহী চন্তৰী ধূলি হৈ উৰি যাব।

ৰজা : ৰাজকাৰ্যত ৰাণীয়ে ভাগ নোলোৱাই উচিত হ'ব।

ৰাণী : মহাৰাজৰ আদেশ মানি লৈছো। পিছে সকলোৰে কুশল চিন্তা কৰাহে সজ কথা হ'ব।

ৰজা : সেই চিন্তা বাৰু পিছত হ'ব ৰাণী। কোৱাচোন প্ৰহৰীসকল প্ৰজাসকলনো কিয় বিদ্ৰোহী হৈছে।

যমলাখুটি : বিদ্ৰোহৰ কোনো কাৰণ নাথাকে মহাৰাজ।

সোণটি : অসম্ভৱ কথা নক'বা, সকলো কামৰে কাৰণ থাকে। প্ৰজাসকলক অনাহকত শাস্তি দিয়া হৈছে, সেই কথা প্ৰজাসকলে চিন্তা কৰিছে।

ৰজা : কি চিন্তা কৰিছে?

সোণটি : মহাৰাজৰ বিৰুদ্ধে এক হোৱাৰ চিন্তা কৰিছে।

ৰজা : কি ক'লা? সিহঁতে মোৰ বিৰুদ্ধে একগোট হোৱাৰ চিন্তা কৰিছে। ধৰি আন সিহঁতক। ভৰাই থ বন্দীশালত।

সোণটি : তেনে কৰিলে ৰাইজখন দুগুণ জ্বলিব।

ৰজা : জ্বলিলেও জ্বলক, শত্ৰু নিপাত কৰা ৰজাৰ প্ৰথম কাম।

সোণটি : সেয়া প্ৰথম কাম হ'লেও, প্ৰজাবোৰ আপোনাৰ শত্ৰু কেনেকৈ হ'ব?

ৰজা : কি! তেনেহ'লে এতিয়া কি কৰা হ'ব। ৰাণী চিন্তা কৰাচোন কথাটো। বিষয়া তুমিও চিন্তা কৰাচোন। ঐ তহঁতেও চিন্তা কৰচোন। (সকলোৱে চিন্তা কৰে)

ৰাণী : পাই গ'লো মহাৰাজ।

কোৰাচ : কি পালে মহাৰাণী?

ৰাণী : এতিয়া আমাৰ কৰ্তব্য হ'ব আমাৰ প্ৰজাসমূহক মৰমেৰে আঁকোৱালি লোৱা। আমাৰ মৰম পালে, আমাৰ চেনেহ পালে, আমি প্ৰজাৰ দুখ বুজি কাম কৰিলে, প্ৰজাই সকলো

পাহৰি যাব। তেতিয়া দেশত শান্তি হ'ব।

ৰজা : ৰাণীৰ বিবেচনা অতি সুন্দৰ। আমি নিজেই যাম ফুল প্ৰজাসকলৰ ওচৰলৈ। কালিলৈ পুৱাতে আৰম্ভ কৰিম যাত্ৰা, কেনে হ'ব ৰাণী?

ৰাণী : এয়াহে ৰজাৰ উপযুক্ত বিবেচনা। তেন্তে কালিলৈ পুৱাতে আৰম্ভ হ'ব যাত্ৰা। এতিয়া মই আহিলোহে। অ' পাহৰিয়েই আছো, বসন্তমেলাৰ সময়ো পালেহিয়েই নহয়, ন-কুঁহিপাতে ধৰণী সুন্দৰ কৰিলেই, এয়া আনন্দৰ সময়, এইবাৰ নিজে গৈ প্ৰজাসবক মেলালৈ নিমন্ত্ৰণ জনাম। ভাল হ'বনে মহাৰাজ?

ৰজা : বৰ সুন্দৰ হ'ব ৰাণী, বৰ সুন্দৰ হ'ব। পিছে ফুলসমূহক আমি বসন্ত মেলাৰ কথা আলোচনা কৰিবলৈ মাতিছিলোৱে। তেওঁলোক নাহিল। এতিয়া আমি নিজেই যাম তেতিয়া তেওঁলোক নিশ্চয় আহিব। ..... বাৰু এতিয়া আমি অন্য এটা কথা আলচ কৰো। ৰাণী ভিতৰলৈ যোৱা উচিত হ'ব।

ৰাণী : ভাল মহাৰাজ, মই তেনেহ'লে কালিলৈ যাত্ৰাৰ বাবে সাজু হওঁগৈ। (সোণটিলৈ চাই) বসন্তমেলালৈ তোমাকো নিমন্ত্ৰণ কৰিলো। আহিবা দেই।

সোণটি : নিশ্চয় আহিম মহাৰাণী। (ৰাণী ওলাই যায়)

ৰজা : কোৱাচোন প্ৰহৰীসকল যোৱা বছৰৰ দৰে এইবাৰো হ'বগৈনে বসন্ত মেলা?

বিষয়া : মহাৰাজ, চোৰাংচোৱাই কয় প্ৰজাবোৰে বোলে বসন্ত মেলাৰো আপত্তি কৰে।

ৰজা : বসন্ত মেলাৰো আপত্তি কৰে? কিয়?

সোণটি : কাৰণ মেলালৈ নাহে যিবোৰ প্ৰজা উপযুক্ত শাস্তি দিয়া হয় সিবোৰ প্ৰজাক।

ৰজা : ইয়াত আকৌ আপত্তিৰ কাৰণ কি?

যমলাখুটি : কাৰণ, দেশৰ আইন নামানি বসন্তমেলালৈ যিবোৰ প্ৰজা নাহে সিহঁতৰ শাস্তি হয় আৰু শাস্তি পোৱাবোৰে বিদ্ৰোহ আৰম্ভ কৰে।

ৰজা : তেনেহ'লে বিদ্ৰোহীবোৰক দেশৰ আইনমতে পোতাশালত ভৰাই থোৱা হওক।

কোটকৰা : কিন্তু মহাৰাজ, সিহঁতৰ সংখ্যা বাঢ়িছে।

ৰজা : সংখ্যা কমোৱাৰ চিন্তা কৰা হওক।

চোৰাত : মহাৰাজে আদেশ দিলে প্ৰজাক দমন কৰিবলৈ নালাগে বেছি পৰ।

ৰজা : সেয়ে হওক।

বা. কেঁকোৰা : মহাৰাজ, মই ভাবিছো, প্ৰথমতে দোষী নিৰ্দোষী বিচাৰ নকৰি যাকে তাকে বন্দী কৰিব লাগে। তাৰ পিছত বন্দীয়ে যাতে ভৱিষ্যতৰ শিক্ষাও পায় তাৰ ব্যৱস্থা কৰিব লাগে। কেনে হ'ব মহাৰাজ?

ৰজা : উত্তম ব্যৱস্থা।

সোণটি : কিন্তু মহাৰাজ, প্ৰজাসকল যেতিয়া একগোট হৈ থিয় দিব তেতিয়া আপুনি আৰু

আপোনাৰ কেইশমান চিপাহীয়ে কি কৰিব পাৰিব?

ৰজা : কি? (ৰজাই এচুকত চোৰাত আৰু কোটকৰাৰ লগত গোপনে আলোচনা কৰে, সোণটিয়ে সেইফালে ধ্যান দিয়ে।)

ৰজা : যদি প্ৰজাসকল একগোট হয়, তেতিয়াতো বৰ বিপদ হ'ব, কি কৰা হ'ব এতিয়া?

বিষয়া : কৰিবলৈ আমাৰ একো নাই মহাৰাজ। আপুনি নিজে গৈ ফুল প্ৰজাসকলৰ সমস্যাৰ বুজ ল'লে তেওঁলোক শান্ত হ'ব। আপুনি যিহেতু কালিলৈ পুৱাতে তেওঁলোকৰ ওচৰলৈ যাবই, আমি মিছাতে কিয় চিন্তা কৰি সময় নষ্ট কৰো।

ৰজা : উত্তম বিবেচনা। যেনেতেনে আমি সিহঁতৰ লগত মিলিজুলি থাকিবই লাগিব। (আসনলৈ গৈ)। ফুল প্ৰজাসমূহৰ সমস্যাৰ বুজ ল'বলৈ কালিলৈ মই নিজেই তেওঁলোকৰ ওচৰলৈ যাম। তেনেহ'লে আজিলৈ সভা ভংগ কৰা হওক।

সঃ গছ : জয় মহাৰাজৰ জয়, জয় মহাৰাজৰ জয়, জয় মহাৰাজৰ জয়।

## তৃতীয় দৃশ্য

(গীতৰ তালে তালে ফুলবোৰে নাচি থাকে। গীতৰ শেষৰ ফালে ফুলবোৰক ৰজা-ৰাণীয়ে আহি মৰম সম্ভাষণ জনায়।)

-গীত-

মিচিক মাচাক হাঁহি, কোমল লাহি লাহি
ফুলৰ পাহি এপাহি দুপাহি
ডাল ভৰি ভৰি দিন ৰাতি জুৰি, ফুলো আমি মিলিজুলি।
নিৰীহ হ'লেও মানত নহয় হীন
হাজাৰ পাহিৰ আছে শকতি অসীম।
আহে আহক শতৰু অনেক, আগবাঢ়িম মিলিজুলি
কোমল হ'লেও আমাৰো আছে, একতাৰ এধানি সবল জৰী
নাই আমাৰ নাই ভিন পৰ, ফুলো আমি মিলিজুলি

সকলোৰে : মহাৰাজৰ জয় হওক।

ৰজা : গোটেইখন ধৰণী আজি ৰঙে ৰূপে আমোলমোল, চৌদিশে ৰমক জমক ফুল। প্ৰীতিৰে বান্ধিছো আমি একতাৰ ডোল, আছেনে কুশলে বাৰু সবে প্ৰজাগণ।

১ম ফুল : কুশল মহাৰাজ, সবাৰো কুশল।

কেতেকী : সকলো ফুলৰ হৈ জনাইছো প্ৰণাম।

ৰাণী : ফুলৰ মালী আছেনে সদায়, দিয়েনে চিকুণাই তলি, আছেনে প্ৰহৰীসব বিপদৰ বেলা।

২য় ফুল : নিশ্চয় নিশ্চয়, কৰ্তব্যৰ নাই ক'তো অৱহেলা। সেয়েহে ফুলিছো আমি ফুল ৰঙা, নীলা।

ৰজা : সুন্দৰ, সুন্দৰ কথা। হেৰা, মোৰ সুগন্ধী গুটিমালতী, তগৰ, চম্পা, কেতেকী আৰু শালিকা কণ্ঠী, পাইছানে পিয়াহত পানী।

সোণটি : মহাৰাজৰ জয় হওক। আপোনাৰ কৃপাত তেজৰঙা ফুলবোৰে নাচিছে, কেতিয়াবা নাচি নাচি আনন্দতে হাঁহিছে... পিছে মহাৰাজ-

ৰজা : কোৱা, আনন্দৰ বতৰা কোৱা, নিৰ্ভয়ে কোৱা।
(ফুলসমূহে ইপাহিয়ে সিপাহিলৈ চায়)

কেতেকী : জনাব পাৰোনে মহাৰাজ, অন্তৰৰ এটি কথা, সাঁচি থোৱা, সযতনে, অতীতৰে পৰা।

ৰাণী : এটা কথা কিয়, হাজাৰ কথা কোৱা, আমাৰ দেশ ফুলৰ দেশ। ফুলেই দেশৰ ৰজা আৰু ফুলেই দেশৰ প্ৰজা। প্ৰজাৰ সুখতহে সন্তুষ্ট হয় ৰজা।

ৰজা : ঠিকেই কৈছা ৰাণী। ফুলৰ সুখ-শান্তি হৰিবলৈ যদি কোনোবাই কৰিছে মন্ত্ৰণা, উপযুক্ত শাস্তি দিম, ভুগিব যান্ত্ৰণা।

কেতেকী : সোণটি, তুমিয়েই কোৱাচোন কথাটো।

সোণটি : কেতেকী ভনীয়ে মহাৰাজক জনাব খুজিছে, ওখ ওখ গছবোৰৰ দুষ্ট বুদ্ধিৰ কথা, সিহঁত বলী, শক্তিমান, কেতিয়াবা প্ৰচলিত নিয়ম নামানি অনিষ্ট কৰিব খোজে ফুলনিডৰাৰ। এই কথা মহাৰাজক আমি ৰাজসভাতে জনাইছিলো।

ৰজা : অনিষ্ট কৰিব খোজে ফুলনিডৰাৰ। এয়া আকৌ কেনে কথা। নকৰিবা কোনো চিন্তা, ইয়াৰো উচিত বিচাৰ কৰা হ'ব।

ৰাণী : হ'ব হ'ব ইয়াৰো উচিত বিচাৰ হ'ব। আমাৰ ৰাজ্যত তেনে কাম হ'বই নোৱাৰে। বলীয়ে যদি দুৰ্বলীৰ ওপৰত অত্যাচাৰ কৰিব খোজে, সমুচিত শাস্তি পাব আইন অনুযায়ী।

মালতী : আইনৰ কথা ক'লে ভয় লাগে মহাৰাণী, বলীবোৰক আইনে ঢুকি নাপায় কাহানিও।

সোণটি : অৱশ্যেই সঁচা কথা মহাৰাজ।

ৰজা : ও সাঁচ কথা। তথাপিও কওঁ, তাৰো দায়িত্ব ল'লো মই নিজে। পুনৰায় নতুন আইন প্ৰচাৰ কৰিম। সকলো প্ৰজাই পাব সমান বিচাৰ। এতিয়া বিদায় তেন্তে।
(ফুলবোৰে মূৰ দোঁৱায়, ৰজা-ৰাণীৰ প্ৰস্থান)

সোণটি : শুনিলানে ভনীসকল ৰজাৰ দুমুখীয়া কথা?

সকলোৱে : শুনিছো শুনিছো নিজ কাণে শুনিছো।

খৰিকাজাঁই : শুনিলোহে, ৰজাৰ আগত প্ৰতিবাদ কৰিবলৈ সাহস নহ'ল কাৰো।

নাৰ্জি : সাহসনো কৰো কেনেকৈ! হাত ভৰি বান্ধি ধৰি নিবিনে?

ডালিয়া : তাকেহে বোলো, সঁচা ক'লেও বিপদ।

সোণটি ঃ পিছে আমি এটা কাম কৰিব পাৰো।

সকলোৱে ঃ কি কাম, কি কাম?

সোণটি ঃ কিয়? বিহলঙনী ককায়ে শিকাইছিল নহয় মন্ত্ৰটো।

সকলোৱে ঃ অ' সেইটোকে গাব পাৰো দেখোন।

(মুখেৰে তাল ধৰে—)

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| তাক | ধিS | নাS | ধিন | ধিS | নাও | ধিS | নাও |
| তাক | ধিS | নাS | ধিন | দাও | SS | SS | SS |
| তাক | ধিS | নাS | ধিন | ধিS | নাও | ধিS | নাও |
| তাক | ধিS | নাS | ধিন | দাও | SS | SS | SS |

গীত

কথা আৰু কামত যাৰ মিল নাই,
বোলো যাৰ মিল নাই
তেনে ৰজাই এদিন হ'লেও প্ৰজাৰ কিল খায়।

সৰু সৰু প্ৰজাক যি ধুলি বুলি ভাবে
বোলো ধুলি বুলি ভাবে
তেনে ৰজাই নিজৰ টেঁটুত চিপজৰী আৰে।

কপট ছালনাৰে যি ৰজা হ'বলৈ যায়
বোলো ৰজা হ'বলৈ যায়,
পতন হ'ব তেনে ৰজাৰ বেছি দিন নাই।

সীমা আছে সকলোৰে বিপদ সীমা আছে,
বোলো বিপদ সীমা আছে
বিচাৰ আছে সকলোৰে দুদিন আগে পাছে।

অহংকাৰে পতন মাতে ভূমিত নাপায় ঠাই
বোলো ভূমিত নাপায় ঠাই
কপতীয়াজনৰ বাবে ক'তো ঠাই নাই।

## চতুৰ্থ দৃশ্য

**(সংগীতৰ ছেৱে ছেৱে গছসমূহ প্ৰৱেশ কৰে)**

গীত-

হে হেয়া হেইয়া
হে হেয়া হেইয়া
হেয় হেয়া হেইই
ধিন তাতা ধি ধিন তা
ধিন তাতা ধি ধিন তা
ফুলনি বাৰীতে - জুইজাত অ'
সোমাল ফুলকোঁৱৰ - পাৰিজাত অ'
গচকি ভাঙিলে শিপাহে - জুইজাত অ' - পাৰিজাত অ'
কোবাইদে বগৰী জাত জাত অ'।
সেউতী মালতী - জুইজাত অ'
তগৰ দোৱামালী - পাৰিজাত অ'
সবে ফুলে মেলিলে থোপা হে - জুইজাত অ' - পাৰিজাত অ'
কোবাইদে বগৰী জাত জাত অ'।
ভাঙিলে কোনেনো - জুইজাত অ'
ফুলৰ সৰু পাহি - পাৰিজাত অ'
মহাৰাজে বাতৰি পালে হে - জুইজাত অ' - পাৰিজাত অ'
কোবাইদে বগৰী জাত জাত অ'
ৰজা মিছলীয়া - জুইজাত অ'
কথা দুমুখীয়া - পাৰিজাত অ'
নিজৰ আসনলৈ চাই হে - জুইজাত অ' - পাৰিজাত অ'
কোবাইদে বগৰী জাত জাত অ'
হে হেয়া হেইয়া
হে হেয়া হেইয়া
হেয় হেয়া হেইই

ঘোষক : মহাৰাজৰ আদেশ, শুনক শুনক, শুনক-এই দেশৰ কিছুমান শক্তিশালী গছে দেশৰ আইন অমান্য কৰি দুৰ্বল গছ কিছুমানক অত্যাচাৰ কৰিছে। তেনে অত্যাচাৰীক ভীষণ শাস্তি দিয়া হ'ব, অত্যাচাৰীক ভীষণ শাস্তি দিয়া হ'ব।

বৰগছ : তোমালোকে শুনিলানে বাৰু ৰজাৰ ঘোষণা।

সকলোৱে : শুনিছো শুনিছো নিজ কাণে শুনিছো।

২য় গছ : ই দুৰ্ঘোৰ অন্যায়; প্ৰতিবাদ হ'ব লাগে।

সকলো : প্ৰতিবাদ হ'ব লাগে, প্ৰতিবাদ হ'ব লাগে।

৩য় গছ : ৰজাৰ কথা প্ৰতিবাদ কৰাৰ কাৰ সাহস আছে?

৪ৰ্থ গছ : আমাৰে সাহস আছে।

কোটকৰা : প্ৰতিবাদ কৰিবলৈ ৰজাৰনো কি অসুন্দৰ কাম দেখিলা?

চোৰাত : কিয়, বসন্তমেলালৈ নোযোৱাৰ বাবে ৰজাই প্ৰতি বছৰে কিছুমান ফুলক শাস্তি নিদিয়েনে?

বাঃকেঁকোৰা : নিশ্চয় নিশ্চয়, কিছুমান ফুলৰ কলিবোৰ ছিঙি পেলোৱা হৈছিল।

যমলাখুটি : কিছুমান আকৌ পাহিবোৰ ভাঙি পেলোৱা হৈছিল।

১ম গছ : তাকেহে, সেইবোৰ কাম কৰিবলৈ ৰজাই আকৌ আমাকহে দায়িত্ব দিছিল।

২য় গছ : কিন্তু ফুলবোৰৰো দোষ আছে। সিহঁতে মাজে মাজে বিদ্ৰোহ কৰে। শুনিছো বোলে সিহঁতে ৰজাক এসেকা দিব খুজিছে।

৩য় গছ : ৰজাক যে এসেকা দিব খুজিছে, সেই কথা ৰজাই গম পাইছেনে নাই বাৰু?

৪ৰ্থ গছ : কিয় নাপাব! দেখা নাইনে, ৰজাৰ কিমানবোৰ চোৰাংচোৱা আছে। ৰজাই সকলো জানে।

৫ম গছ : জানে যদি বিদ্ৰোহীবোৰক শাস্তি দিবলৈ আদেশ নিদিয়ে কিয়? তাকে নকৰি এইবোৰ কি ঘোষণা শুনাইছে।

ষষ্ঠ গছ : সেইবোৰ মুখৰ ঘোষণাহে। ফুলবোৰৰ মনবোৰ ভাল লগোৱাৰ বুদ্ধিহে। তাৰ পিছত চাব সব ফুটুকাৰ ফেন হ'ব।

কোটকৰা : ওঁ সব ফুটুকাৰ ফেন হ'ব। ৰজাই যিবোৰ কথা মোক শিকাই পঠাইছে, সেইমতে কাম কৰিলে এই আলফুলীয়া মৰম লগা ফুলৰ পাহিবোৰ একেবাৰে ধ্বংস হ'ব।

যমলাখুটি : ফুলক ধ্বংস কৰি আমাৰ কি লাভ হ'ব? ফুলবোৰে আমাৰ দেশখন ধুনীয়াহে কৰিছে, কিমান ধুনীয়া সিহঁতৰ পাহিবোৰ।

১ম গছ : এ মনে মনে থাকা, কোৱাচোন কোটকৰা তোমাকনো ৰজাই কি শিকাই পঠাইছে।

কোটকৰা : ৰজাই মোক গুপুতে গুপুতে ক'লে, যদি ফুল গছবোৰৰ মাজত ইজোপাই সিজোপাই কাজিয়া লগাব পাৰা তেন্তে মজাৰ কথা হ'ব।

২য় গছ : অ কেনে কথা, ফুলে ফুলে কাজিয়া লাগিব তাতে আমাৰ কি লাভ হ'ব।

৩য় গছ : এহ তুমি একো নুবুজা মনে মনে থাকা।

৪ৰ্থ গছ : মই পিছে কথাটো অলপ অলপ বুজিছো।

৫ম গছ : বুজিছা যদি ভাঙি পাতি কোৱাচোন।

ষষ্ঠ গছ : মই কি বুজিছো জানা ভাইহঁত। মানে মই ক'বলৈ হ'লে ফুলে ফুলে যদি যুদ্ধ হয়,

সিহঁত, সিহঁতৰ মাজতে ধ্বংস হ'ব। তেতিয়া আৰু ৰজাই বেলেগকৈ সিহঁতক শাস্তি দিব নালাগে।

কোটকৰা : মুঠতে আমি ফুলবোৰক দুভাগ কৰিম। এভাগ হ'ব গোন্ধ থকা আৰু আনভাগ হ'ব গোন্ধ নথকা ফুল। গোন্ধ থকাবোৰক...

১ম গছ : ৰ'বা-ৰ'বা-ৰ'বা, বুজিলো তোমাৰ কথা, গোন্ধ থকাবোৰক ক'বা তোমালোকহে ভাল...... তোমালোকৰ গোন্ধেহে ৰজাৰ মন ভাল লগাই... আৰু ...

২য় গছ : আৰু গোন্ধ নথকা ৰংচঙীয়া ফুলবোৰক ক'বা, তোমালোকহে বেছি ভাল, কাৰণ তোমালোকৰ ৰঙেহে গোটেই পৃথিৱীখন ধুনীয়া কৰিছে।

৩য় গছ : ময়ো বুজিলো, ভালকৈ যদি বুজাই দিব পাৰা, তেন্তে ৰঙীণ ফুল আৰু সুগন্ধী ফুলৰ মাজত ভুল বুজা বুজি হ'ব।

৪ৰ্থ গছ : ভুল বুজাবুজি হ'লে এভাগ ফুল বসন্তমেলালৈ যাব আৰু এভাগ ভুল নাযাব।

৫ম গছ : যিবোৰ ফুল বসন্তমেলালৈ নাযাব সিহঁতৰ শাস্তি হ'ব।

বাঃকেঁকোৰা : এহ! এনেয়ে পেকপেকাই আছা, আচল কথাটো হ'ল, ফুল প্ৰজাবোৰক দুভাগ কৰিব পাৰিলে তেওঁলোকৰ শকতি কমিব। শকতি কমিলে বিদ্ৰোহীবোৰক দমন কৰিবলৈ সুবিধা হ'ব। নে কি কোৱা যমলাখুটি?

যমলাখুটি : ঠিক কথা কৈছা তুমি। সিহঁত নিজৰ মাজতে লাগি ধ্বংস হ'ব। এতিয়া সাজু হ'ব লাগে।

১ম গছ : এই কামৰ বাবে আমাৰ কোটকৰা, চোৰাত, বান্দৰ কেঁকোৰা আৰু যমলাখুটিয়ে উপযুক্ত হ'ব। কি কোৱা তোমালোকে?

সকলোৰে : একেবাৰে উপযুক্ত হ'ব।

২য় গছ : তেতিয়া সিহঁতে আৰু জাক পাতি আমালৈ খেদি আহিব নোৱাৰে, কেনে মজা, কেনে মজা হ'ব।

৩য় গছ : তেনেহ'লে আমি এপাক আনন্দৰে নাচো আঁহা। হে হেয়া হেইয়া, হে হেয়া হেইয়া, হেয়া হেয়া হেইই

ধিন তাতা ধি ধিন তা
ধিন তাতা ধি ধিন তা
ফুলনিবাৰীত-জুইজাত অ'
সোমাল ফুলকোঁৱৰ - পাৰিজাত অ'
গচকি ভাঙিলে শিপাহে - জুইজাত অ' পাৰিজাত অ'
কোবাইদে বগৰী জাত জাত অ'

(পোহৰ কমি আহে)

## পঞ্চম দৃশ্য

**(ফুলবোৰে বহি বহি থিয়ৈ কিবা আলোচনা কৰি থাকে। কেইজনমান ঘোষকে ঘোষণা দি দি মঞ্চৰ ইপাৰ সিপাৰ হয়।)**

ঘোষক : শুনক শুনক শুনক, মহাৰাজৰ আদেশ, মহাৰাজৰ আদেশ।
আজি ৰাতিৰ পৰাই ৰাজধানীৰ কাষৰ মুকলি পথাৰত বসন্তমেলা আৰম্ভ হ'ব। ৰং আৰু ৰূপৰ মেলা বহিব, দেশৰ সকলো প্ৰজা বসন্তমেলাত উপস্থিত থাকিব লাগিব। যিবোৰ প্ৰজা নাথাকিব উপস্থিত বসন্তমেলাত, উপযুক্ত শাস্তি পাব দিনৰ বেলাত।

সোণটি : বোলো শুনিলানে মহাৰাজৰ আদেশ, এফালে আকৌ নিমন্ত্ৰণ আনফালে আকৌ শাস্তি বিহাৰ ভয় দেখুৱাইছে। পিছে আমাৰ লগৰীয়া ফুলবোৰ ক'লৈ গ'ল।

তৃতীয় ফুল : তাকেহে ভাবিছো, আমিতো সবে মিলি ইয়াৰ্তে এখন সভা পতাৰ কথা আছিল, ক'লৈ গ'ল ৰঙীণ ফুলবোৰ।

সোণটি : আমাৰ লগৰ ৰঙীণ ফুলবোৰক চাগে ৰজাৰ চিপাহীয়ে ধৰিলে।

ষষ্ঠ ফুল : ৰজাৰ চিপাহীয়ে ধৰিলে? ৰজাৰ চিপাহীয়ে আকৌ কিয় ধৰিব বিনা দোষত।

সোণটি : ৰজাৰ চিপাহীৰ আকৌ দোষ নিৰ্দোষ কিতো আছে? তোমাৰ আমাৰ দৰে ক্ষুদ্ৰ প্ৰাণীবোৰৰ বাবে দেশত কোনো আইন নাই নহয়, আইন আছে শক্তিশালীবোৰৰ বাবেহে।

অষ্টম ফুল : ঠিকেই কৈছা তুমি।

প্ৰথম ফুল : হে'ৰা সৌফালে চোৰাচোন কোনোবা আহিছে যেন পাইছো।

নৱম ফুল : এৰা সৌৱা চোৰাচোন, কোটকৰা, চোৰাত আৰু কোনোবা কোনোবা আহিছে।

দশম ফুল : (দূৰলৈ চাই) আৰু লগত সেয়া বান্দৰ কেঁকোৰা আৰু যমলাখুটি।
(গছবোৰ সোমাই আহে।)

কোটকৰা : কি হ'ল ভনীসকল, মন মাৰি আছা যে, বোলো মেলালৈ নোযোৱা নেকি?

প্ৰথম ফুল : নাযাওঁ বুলিয়ে ভাবিছো।

চোৰাত : নোযোৱা? লগৰবোৰ দেখোন সাজি কাচি ওলাইছে, তোমালোকৰ কি হ'ল?

তৃতীয় ফুল : আমাৰ কি হ'ল তোমালোকক কিয় লাগে?

সোণটি : বাৰু তাৰ আগতে কোৱাচোন, ৰঙীণ ফুলবোৰক তোমালোকে ক'ত লগ পালা?

বাঃকেঁকোৰা : বোলো তাকেহে ক'বলৈ আহিছো, পিছে তোমালোকে আকৌ যেনেকৈহে ফেপেৰি পাতি ধৰিছা নক'ম যেনহে লাগিছে।

ষষ্ঠ ফুল : কিয় নক'বা আক' কোৱাচোন কথাবোৰ।

যমলাখুটি : কৈছো বাৰু শুনা, তোমালোকৰ লগৰ যে গোন্ধ নথকা ৰংচঙীয়া ফুলবোৰ, সিহঁতে হেনো বেলেগে এখন সমিতি পাতিছে।

ষষ্ঠ ফুল ঃ কি? বেলেগ সমিতি পাতিছে, ক'ত পালা এইবোৰ খবৰ?

কোটকৰা ঃ ক'ত পালা এইবোৰ খবৰ মানে? তোমালোকেও পাবা অলপ পিছতে, তেতিয়া বুজিবা আমি কোৱা কথাবোৰ। ব'লা ভাইহঁত আমি গৈ থাকো। (যায়)

এপাহ ফুল ঃ সৌফালে চোৱাচোন, ৰঙীণ ফুলবোৰ একেবাৰে সাজি-কাচি আহিছে। (ৰঙীণ ফুলবোৰ সংগীতৰ তালে তালে নাচি নাচি সোমাই আহে।)

দ্বিতীয় ফুল ঃ বোলো একেবাৰে সাজি-কাচি আহিলা যে? বসন্তমেলালৈকে আহিলা নেকি?

ৰঙীণ ফুল ঃ একেবাৰে বাটভেটি ধৰিছা যে? যাবলৈ বাট এৰি দিয়া।

চতুৰ্থ ফুল ঃ কিয়? আমিতো সভালৈ যামনে নেযাম তাৰ বিষয়ে এখন সভা পাতিম বুলিছিলো নহয়? পাহৰিলানেকি?

ৰঙীণ প্ৰথম ঃ সেইবোৰ এতিয়া বাদ দিয়া। তোমালোকে যি কৰা কৰা, আমি মেলালৈ যাম।

ষষ্ঠ ফুল ঃ মেলালৈ যোৱা যদি আমি সকলো মিলিজুলি যাম, অকলে কিয় ওলাইছা?

ৰঙীণ তৃতীয় ঃকিহৰ মিলিজুলি যাম? তোমালোকৰ লগত আমাৰ কোনো মিলাজুলা নাই।

তৃতীয় ফুল ঃ ইমান দিনে মিলিজুলিয়ে আছিলো। মাজতনো এইবোৰ কেনেকৈ ঘটিল।

ৰঙীণ দ্বিতীয় ঃ কেনেকৈ ঘটিল সেইবোৰ পিছত আলোচনা কৰা হ'ব। ব'লা সখীসকল মিছামিছি তৰ্ক কৰি কি লাভ। আমি বসন্তমেলালৈ আহিছো যেতিয়া গৈ থাকো ব'লা।

সোণটি ঃ তোমালোকে যে আমাৰ কথা নুশুনি এনেকৈ যাবলৈ ওলালা কথাটো কি?

ৰঙীণ প্ৰথম ঃ অ', কথাটো কি এওক বুজোৱা এতিয়া, এ.... বুজাবলৈ কিটো আছে গোন্ধটোক লৈ যেতিয়া ইমান বাহাদুৰি ৰজাৰ চিপাহীয়েই বুজাই দিবহি, ব'লা।

সোণটি ঃ ৰজাৰ চিপাহীয়ে বুজাব নালাগে নহয়। আমি নিজেই বুজিব পাৰো দেখোন। ৰং আৰু ৰূপ দুয়োটাই পৃথিবীক সুন্দৰ কৰিছে, দুয়োটা দিশৰ পৰা দুয়ো শ্ৰেষ্ঠ। আমি তেনেকৈয়ে ভাবি আহিছো।

তৃতীয় ফুল ঃ ময়ো সদায়ে তেনেকৈয়ে ভাবি থাকো।

ৰঙীণ তৃতীয়ঃ ইস ফপৰীয়াজনীৰ কথা শুনা, এতিয়া ৰণত হাৰি মন ভাল লাগিবলৈ আহিছে।

ষষ্ঠ ফুল ঃ আমি কাৰো মন ভাল লগাবলৈ যোৱা নাই। যুক্তিৰ কথাহে কৈছো।

ৰঙীণ চতুৰ্থ ঃ বৰ যুক্তি জনাজনী, গাত তেজকুৰা নাই শেঁতাপৰা, বাহাদুৰিটো চোৱা আকৌ।

ৰঙীণ প্ৰথম ঃ সেইবোৰ অদৰকাৰী কথা, এতিয়া কথা চোবাই থাকি লাভ নাই, আমি মেলালৈ আহিছো, বাট এৰি দিয়া।

তৃতীয় ফুল ঃ কোনেনো তোমালোকক ধৰি আছে, যোৱা, ৰজাই তোমালোকক চুমা খাব, কোলাত তুলি ল'ব।

ৰঙীণ দ্বিতীয় ঃতোমালোক নগ'লে হ'বলা শুদাই এৰিব, কোটকৰা গছে আহি পাহিবোৰ ছিঙি পেলাব।

সকলো ঃ ৰেণুবোৰ উৰুৱাই দিব, নিৰ্বংশ হ'বা।
দ্বিতীয় ফুল ঃ তেনেকৈ ক'বলৈ তোমালোকৰ লাজ লগা নাই।
ৰঙীণ দ্বিতীয় ঃএকেবাৰে দেখোন লাজত ধৰিলা, কথা ভাল নহ'ব কিন্তু।
দ্বিতীয় ফুল ঃ কি কথা ভাল নহ'ব বুলিছা কিবা কৰিবানে কি?
ৰঙীণ চতুৰ্থ ঃ কৰিম মানে, ধৰা সখীসকল, ইহঁতক দিও এসেকা।
সকলো ঃ ধৰা ইহঁতক...
(হতাহতি লাগে। বিহলঙনী সোমাই দুয়োদলক দুফালে আঁতৰাই দিয়ে।)
বিহলঙনী ঃ বন্ধ কৰা বন্ধ কৰা। তোমালোকে ইজনে সিজনৰ লগত মৰামৰি কৰিছা, বৰ বেয়া কথা। তোমালোকক শিকালো কি, কৰিলা কি এইবোৰ।
ৰঙীন ফুল ঃ ইহঁতে আমাৰ গোন্ধ নাই কাৰণে ঠাট্টা কৰিছে, আমি হেনো কোনো কামৰ যোগ্য নহয়।
গোন্ধ ফুল ঃ আমি এনেবোৰ কথা কেতিয়াও কোৱা নাই বিহলঙনী ককাই?
ৰঙীণ ফুল ঃ কেতিয়াও কোৱা নাই যদি চোৰাত, কোটকৰাই কিয় তেনেকৈ কৈছে?
বিহলঙনী ঃ অ' তাৰমানে সেইবোৰ কথা সিহঁতে কৈছে।
ৰঙীণ ফুল ঃ হয়, সিহঁতে কৈছে।
বিহলঙনী ঃ ও এতিয়াহে মই বুজিছো, ৰজাৰ চোৰাংচোৱাই তোমালোকক বিপথে পৰিচালিত কৰিলে। ঘটনা ঘটাই দিলে। ভুল বুজাবুজি হ'ল। হয়নে কথাটো?
সকলো ফুলঃ হয় বিহলঙনী ককাই, আমাৰ ভুল বুজাবুজি হ'ল। আমাৰ দোষ হৈছে।
বিহলঙনী ঃ নহয় হে, তোমালোকৰ গাত কোনো দোষ নাই। তোমালোকক ৰজাৰ চোৰাংচোৱাই বিপথে পৰিচালনা কৰি তোমালোকৰ মাজতে দুভাগ কৰি কাজিয়া লগাই দিলে। শাস্তি হ'ব সিহঁতৰ, বিচাৰ হ'ব।
সকলো ফুলঃ বিচাৰ হ'ব? বিচাৰ কোনে কৰিব? ৰজাইহে বিচাৰ কৰিব পাৰে।
সোণটি ঃ নহয়হে, ৰজাৰ বিচাৰখনহে আমি ৰাইজে কৰিম।
বিহলঙনী ঃ তাৰ আগতে কথা এটা কওঁ শুনা।
সোণটি ঃ কওক বিহলঙনী ককাই কওক।
বিহলঙনী ঃ এইখন ফুলৰ দেশ হয়নে নহয়।
সকলো ঃ হয়।
বিহলঙনী ঃ ইয়াত নানান ফুল আছে হয়নে নহয়?
সকলো ঃ হয়। বিহলঙনী ককাই।
বিহলঙনী ঃ সকলো ফুলৰে গোন্ধো একে নহয়, ৰঙো একে নহয়, কথাটো মন কৰিছানে?
সকলো ঃ একেবাৰে সঁচা কথা।

বিহলঙনী : আৰু এটা কথা চোৱা, কিছুমান ফুলৰ কেৱল গোন্ধহে আছে, কিন্তু ৰং নাই। কিছুমানৰ কেৱল পাতহে আছে। কিছুমান ফুল পানীত থাকে, কিছুমান পাহাৰত থাকে, কিছুমান মাটিত থাকে। কিন্তু জাতত হ'লে আমি সকলো ফুল, হয়নে নহয়?

সকলো : নিশ্চয়।

বিহলঙনী : বাৰু, তোমালোকে মন কৰিছানে ৰূপ, ৰং আৰু গোন্ধত ফুলনিখন কিমান ধুনীয়া হৈ পৰিছে। এই সকলোবোৰ মিলিহে ফুলনিখনৰ গৌৰৱ।

সকলো : একেবাৰে সঁচা কথা, আমাৰ ভুল হৈছিল।

বিহলঙনী : ৰং আৰু ৰূপ দুয়ো মিলিহে ফুলনিখন। ইয়াত মূল্য আছে প্ৰতিপাহ ফুলৰে। য'ত গোন্ধ থকাই গোন্ধ দিছে, ৰং থকাই ৰং দিছে আৰু পাত থকা পাতেৰে সৌন্দৰ্যৰ সৃষ্টি হৈছে তালৈ তোমালোকে মন কৰা। অনুভৱ কৰা।

সকলো : আমি অনুভৱ কৰিছো বিহলঙনী ককাই।

বিহলঙনী : ভাল কথা, বৰ ভাল কথা, এই মহামিলনৰ বেলা মিলিত ৰং আৰু মিলিত গোন্ধলৈ মন কৰা, পাহৰি যোৱা নিজৰ ৰং, নিজৰ গোন্ধ, নিজক পাহৰি যোৱা, অনুভৱ কৰা মিলিত সৌৰভ আৰু মিলিত শক্তি তেতিয়া বাঢ়িব প্ৰজাৰ গৌৰৱ আৰু প্ৰজাৰ শক্তি।

সকলো : আমি এতিয়া কি কৰিব লাগিব বিহলঙনী ককাই।

বিহলঙনী : তোমালোকে এতিয়া অনুভৱ কৰা একতাই শক্তি, কাৰণ আমি অকলে থাকিলে কাৰো অস্তিত্ব নাই, হাবিৰ মাজত অকলে থকা জন্তু এটাৰ সদায় বিপদ। একতাই শক্তি।

সকলো : এৰা বিহলঙনী ককাই একতাই শক্তি, আমাৰ মাজত আৰু কোনো বিভেদ নাই।

বিহলঙনী : এতিয়া গান গোৱা নাচা ফূৰ্তি কৰা।

সকলো : যদি ৰজাৰ চিপাহী আহে?

বিহলঙনী : ভয় নাই তাৰ বাবে, হাজাৰ বিজাৰ প্ৰজাৰ আগত ৰজাৰ শক্তিয়ে হাৰ মানিব। একতাৰে উঠিলে গুৰি পৰুৱাৰো মৰণ নাই। আঁতৰাই পেলোৱা মনৰ জড়তা, নাচা গোৱা ফূৰ্তি কৰা।

(ফুলবোৰে গীত গাই আনন্দ কৰে)

-গীত-

মিহি মিহি পাহি লাহি ৰঙা বগা ফুল
মিলিজুলি নাচো হাঁহি ৰঙতে আকুল
আহা তগৰ আহা
হাঁহা চম্পা হাঁহা
আহা খৰিকাজাঁই
আহা নাৰ্জি আহা

আহা
আহা
নাচো আমি আহা
খিলখিল হাঁহিৰে ধৰণী ভৰাওঁ
শান্তিৰ বতৰা পৃথিৱীক শুনাওঁ
ফুলনিৰ জাত নাই পৃথিৱীক কওঁ
ফুলনিৰ ভাগ নাই চিঞৰি শুনাওঁ
ভাগ নাই
জাত নাই
ফুল মাথোঁ ফুল আমি ৰঙতে আকুল

ফুলনিৰ একতা ভাঙিলে কোনোবাই
আমিয়ে সজামে পুনৰায় গৈ
একেখনি ধৰণী উদুলি মুদুলি
ৰং চৰাম আমিয়ে মিঠা হাঁহি লৈ
আমি সজাম
ৰং চৰাম,
ধৰণী-ধুনীয়া কৰি শুধৰাই ভুল।

(গীতৰ মাজে মাজে ৰজাই ফুলবোৰক চাই যায়হি একতাৰ বান্ধোনত থকা ফুল সমূহক ৰজা বা ৰজাৰ চিপাহীয়ে আক্ৰমণ কৰিব নোৱাৰিলে প্ৰজাৰ শক্তিৰ ওচৰত ৰজাৰ শিৰ অৱনত হয়।)

(মঞ্চ আন্ধাৰ হয়।)

— সমাপ্ত —

পূৰ্ণাঙ্গ শিশুনাট

# সন্ধান

নাট্যকাৰ ঃ **শুভেশ্বৰ** দাস

## দৃশ্যাৰম্ভ

(DIRECTION)

সন্ধিয়া। নামঘৰত দবা, শঙ্খ-কাঁহ বজোৱাৰ শব্দ। আকাশত জোনবাই।

কণ-মণি : জোনবাই এ এটি তৰা দিয়া
এটি তৰা নেলাগে
দুটি তৰা দিয়া

জোনবাই : পাত নাই চোত নাই
কিহতকৈ দিম

কণ-মণি : হালধীয়া চৰায়ে বাওঁধান খায়
সাউদৰ পুতেকে নাও মেলি যায়
নাৱে বোলে টুলুং ভুটুং
ব'ঠাই বোলে বাও
গধূলিতে গধূলিতে দবা কোবাওঁ।

## প্ৰথম দৃশ্য

(DIRECTION)

আইতা, কণ আৰু মণি। চোতালৰ শেৱালি গছৰ তল। আইতাই এখন পীৰাত বহি একান্তমনে তামোল পকটিয়াই থাকিব। আইতাৰ সন্মুখত তামোলৰ বটা। বটাটোত চূণৰ টেমি। ডবা কটাৰী এখন আৰু বটাটোৰ কাষত তামোল খুন্দা খুন্দনা এটা থাকিব।

(DIRECTION)

কণ : আইতা, কোৱানা?

মণি : কোৱানা আইতা? — জোনবাইটো নক'লেও বুঢ়া-বুঢ়ীয়ে পিঠা খোৱাটোকে কোৱা।

কণ : ইহ্, মই বুঢ়া-বুঢ়ীয়ে পিঠা খোৱাটো বেয়া পাওঁ, মোক জোনবাইটোহে ক'ব লাগিব। (বহাৰ পৰা উঠি গৈ আইতাৰ থুঁতৰিত ধৰি। আইতা, কোৱানা জোনবাইৰ সাধুটো এবাৰ—)

মণি : আইতা, জোনবাইটো নালাগে। পিঠা খোৱাটোকে এবাৰ কোৱানা?

আইতা : নিমাত।

কণ : আইতা, মই তোমাক মিহিকৈ তামোল খুন্দি দিম নহয়।

মণি : ইহ্, মইয়ো দিম দিয়া। আইতা মই তোমাক কাইলৈ পকা চুলি উঘালি দিম নহয়। সাধুটো এবাৰ কোৱানা।

কণ ঃ কোৱানা আইতা?

মণি ঃ নোকোৱা কিয় আইতা? ইচ আইতাজনীয়ে কি আৰু ইমান পেচুলা পাই।

কণ ঃ হয় দিয়া। আইতাজনীয়ে সাধুটো ক'ব পাৰে বুলিয়ে ইমান পেচ পাতিব লাগেনে।

মণি ঃ ইফালে আমি আক' কিবা পেচ পাতিলে যিহে উপদেশ দিয়ে; এতিয়া, নিজে একা, ইমান ভৰিত ধৰিলেও সাধুটো ক'বলৈ টান পাব লাগেনে?

কণ ঃ আইতা, তুমি সাধুটো নক'লে মই ইয়াতে 'ও' কৰি দিম।

মণি ঃ মই হ'লে কান্দি দিম।

(ও ও কৰি কান্দে। প্ৰথমে মণিয়ে তাৰ পিছত কণেও কান্দে। দুয়ো কান্দি কান্দি।

দুয়ে ঃ আইতা, কোৱানা সাধু এটা?

আইতা ঃ নকও

মণি ঃ কেলেই নোকোৱা?

আইতা ঃ বেয়া পাইছোঁ

মণি ঃ কাক বেয়া পাইছা? কণক নহয়...

কণ ঃ ইহ নহয় দিয়া। মোক বেয়া পোৱা নাই। মোক আইতাই যিমানহে ভাল পায়। তোমাকহে বেয়া পাইছে।

মণি ঃ হয়নে আইতা

আইতা ঃ নহয়

কণ ঃ তেনেহ'লে?

আইতা ঃ দুয়োটাকে বেয়া পাইছো।

দুয়ো ঃ কিয় আইতা?

আইতা ঃ আজি যে তহঁত দুইটাই দিনত তহঁতৰ মাৰে বাধা কৰোতেও মনে মনে পিছফালৰ পুখুৰীত গৈ নাও খেলিছিলিগৈ।

কণ ঃ মই নাও খেলা নাই আইতা। মণিয়েহে নাও খেলিছিল।

মণি ঃ ইহ, মইহে খেলিছিলো হ'বলা। তুমি খেলা নাই। নহয় আইতা মই নেযাওঁ, কণেহে মোক লৈ গৈছিল।

কণ ঃ (কাণত চেপি) আইতাৰ আগত মিছা কথা ক'ব পায়নে?

মণি ঃ আই ও মা খালে। কাণখন ছিঙিলে একেবাৰে। দেখিছানে।

মণি ঃ আইতা, তোমাৰ নিচিনা মিছলীয়া নহয় দিয়া।

আইতা ঃ আৰু শুন, মই তহঁতক খুউব বেয়া পাইছো আৰু এটা কথাত।

কণ ঃ কি কথাত আইতা?

আইতা ঃ ওজাদেৱৰ আগত কেতিয়াও মিছা কথা ক'ব নেপায়। কিন্তু তহঁত দুয়োটাই আজি তহঁতৰ ওজাদেৱক পঢ়া-শুনাত ফাঁকি দিয়া বাবে ওজাদেৱে আহি তহঁতৰ মাৰক অভিযোগ দিছেহি।

মণি ঃ মই ফাঁকি দিয়া নাই আইতা।

আইতা ঃ মই কেতিয়াও মানি নলওঁ। শুনচোন আমাৰ শাস্ত্ৰত লিখা আছে যে গুৰুৱে যদি এটা মাথোন আখৰ ছাতৰক শিকায় পৃথিৱীত এনে বস্তু নাই যি দি ছাতৰে গুৰুৰ সেই ঋণ পৰিশোধ কৰিব পাৰিব। কণা মানুহক যিজনে চকু দিয়ে তেওঁ কণাৰ পৰম উপকাৰী হয়নে নহয়?

কণ ঃ হয়নে মণি?

মণি ঃ হয় হবলা।

আইতা ঃ হ'বই লাগিব। শিক্ষকেও ছাতৰক চকু দিয়ে। এই চক্ষু হ'ল জ্ঞান চকু। চকু থাকোতেও ছাতৰে যি বস্তু নেদেখি আৰু যি কথা নুবুজি কণাৰ নিচিনা হৈ থাকে শিক্ষকে জ্ঞান চকু মুকলি কৰি দিয়াৰ ফলত সেই বস্তু দেখিব আৰু সেই কথা বুজিব পৰা হয়। ইয়াৰ ফলত তেওঁ ডাঙৰ মানুহ হৈ যিজনে এনে উপকাৰী শিক্ষকৰ প্ৰতি অকৃতজ্ঞ তেওঁৰ সমান অশলাগী নাই।

মণি ঃ ইচ্ পাই মই হ'লে এনেকুৱা নহওঁ দেই।

কণ ঃ মইয়ো নহওঁ। মই যে আমাৰ ছাৰক ইমান ভাল পাওঁ।

মণি ঃ মই জানো কম ভাল পাওঁ।

আইতা ঃ হৈছে হৈছে তহঁতৰ লেৰেলা চুপতিখন সামৰি থ। (খুন্দনাত থকা তামোল এখন মুখত ভৰাই।)

— ধন বা বংশই মানুহক অমৰ কৰিব নোৱাৰে। অমৰ কৰে গুণে, সৎ কাৰ্যই।

মণি ঃ আমি হ'লে একো বেয়া কাম কৰা নাই পাই—

আইতা ঃ আজি এনে এজন মানুহৰ কথা ক'ম।

মণি ঃ কাৰ কথা আইতা?

কণ ঃ অ' মই বুজিছো। সেইদিনাখন যে কৈছিলা বলী মানুহটোৰ কথা- একে ভুকুৱে যে বাঘ এটা মাৰিছিল। সেইটো কথা নহয়?

আইতা ঃ ওহো নহয়।

কণ ঃ তেনেহ'লে?

আইতা ঃ যিজনে দুখীয়াৰ ঘৰত, নীচকুলত জন্মগ্ৰহণ কৰিও নিজৰ ত্যাগৰ কাৰণে অমৰত্ব লাভ কৰিছিল।

মণি ঃ তেওঁৰ নামনো কি আইতা?

আইতা : তেওঁৰ নাম হ'ল একলব্য।

দুয়ে : একলব্য?

কণ : এওঁৰ কথাটো আগতে কেতিয়াও কোৱা হোৱা নাছিল?

আইতা : তেতিয়া যে ইয়াৰ প্ৰয়োজন হোৱা নাছিল। সেইবাবে পিঠা খোৱা জোনবাইকে কৈ আছিলো। এতিয়া তাৰ প্ৰয়োজন হৈছে বাবে তাকে ক'ম।

মণি : আইতা, ভূতৰ কথা নেকি বাৰু?

কণ : ধেৎ এইজনী, মুখত ভূতৰ নাম লব পাই জানো, ভয় লাগে নহয়।

আইতা : ভূত-প্ৰেত একো নহয়। মাথোন শুনি যা। পুৰণি কালত আমাৰ দেশত এতিয়াৰ দৰে শিক্ষাৰ ব্যৱস্থা নাছিল। এতিয়াৰ দৰে ইস্কুল, কলেজ নাছিল। গুৰুৰ ঘৰেই আছিল একো একোখন বিদ্যালয়। তালৈ গৈ গুৰুৰ ঘৰতেই থাকি শিষ্যসকলে অধ্যয়ন কৰিব লাগিছিল। ইয়াৰ বাবে ছাত্ৰৰে এতিয়াৰ দৰে মাচুল দিব নেলাগিছিল। অধ্যাপনাৰ বাবে শিক্ষকে এতিয়াৰ দৰে দৰমহাও নেপাইছিল। শিষ্যসকলে গুৰুগৃহত থকা কালছোৱাত অধ্যয়ন কৰাৰ উপৰি কাম-বনো কৰিব লাগিছিল। সেইদৰে যি বয়-বস্তু পাইছিল তাৰে গুৰু-শিষ্য উভয়ৰে খৰচ-ভৰচ কৰিছিল। শিক্ষা সাং কৰি গুৰুগৃহ এৰিবৰ সময়ত ছাত্ৰৰে গুৰুক মাননি হিচাবে কিবা বস্তু দিব লাগিছিল। ইয়াৰ নাম আছিল গুৰুদক্ষিণা।

দুয়ো : গুৰুদক্ষিণা?

আইতা : অ গুৰুদক্ষিণা। অনেক সময়ত গুৰুদক্ষিণা দিয়াৰ বাবে ছাত্ৰসকলে দুৰূহ কাম কৰিবলগীয়া হৈছিল। গুৰুদক্ষিণাৰ বাবে একলব্য আজিও আমাৰ মাজত জনাজাত হৈ আছে। তাৰ আদ্যোপান্তকে তহঁতক কওঁ শুন।

মণি : কোৱা আইতা, কৈ যোৱা।

আইতা : তহঁতে কিন্তু টোপনি যাব নোৱাৰিবি।

কণ : মই হ'লে নুশুওঁ আইতা।

আইতা : সেইদিনা ৰামায়ণৰ কাহিনীটো কৈছিলো মনত আছে নহয়?

দুয়ো : আছে আইতা।

আইতা : আজি মহাভাৰতৰ কৌৰৱ-পাণ্ডৱৰ সৰুকালৰ কথাৰে একলব্যৰ গুৰুদক্ষিণাৰ পাতনি মেলিম। কৌৰৱ-পাণ্ডৱসকলৰ সৰুকালৰ কথা। তেওঁলোকক ধনুবিদ্যা শিকোৱাৰ বাবে দ্ৰোণাচাৰ্য নামে ধনুৰ্বিদ ব্ৰাহ্মণ এজনৰ ওচৰলৈ কুন্তীদেৱীয়ে পঞ্চ পাণ্ডৱক পঠিয়াই দিলে...

Fade out...

★ ★ ★

(DIRECTION)

গীত

গুৰু লগা বিদ্যা পাখি লগা কাঁড়
গুৰুৰ অবিহনে বিদ্যা অসাৰ
কু....... কু....... ভা.......
তাহানিতে শিষ্যই গুৰুৰ টোললৈ যায়
জগবন্ধু ফটাছাতি, কৌমাটি কেঁচাইখাইতী
অ' গুৰুৰ টোলতে থাকি বিদ্যা শিক্ষা লয়
জগবন্ধু ফটাছাতি, কৌমাটি কেঁচাইখাইতী
কু....... কু....... ভা.......
ৰাজকুলৰ ৰাজগুৰু দ্ৰোণাচাৰ্য
কুৰু পাণ্ডৱৰ গুৰু চিৰ নমস্য
কু....... কু...... ভা.. ....
পাণ্ডুৰ পুত্ৰ পঞ্চভাই,
মাতৃক সেৱা কৰি গুৰু গৃহে যায়...
কু....... কু....... ভা.......

(DIRECTION)

★ ★ ★

দ্বিতীয় দৃশ্য

(ৰাজকাৰেঙৰ বাহিৰত ৰাজআলি। কুন্তী, যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱ।)

যুধিষ্ঠিৰ : আই, তুমি ৰাজকাৰেং এৰি ৰাজআলিলৈ বহুদূৰ আগবাঢ়ি আহিলা। এতিয়া তুমি যোৱাগৈ।

কুন্তী : বাচা, তোমালোকক এৰি মোৰ যে উভতি যাবলৈ ইচ্ছা যোৱা নাই।

সহদেৱ : আই, তোমাক এৰি থৈ আমি কেনেকৈ থাকিমগৈ।

কুন্তী : বাচা, তাত তোমাৰ মাৰ দৰে গুৰুজনাক পাবা নহয়। গুৰুৱে তোমালোকক খুউব মৰম কৰিব।

ভীম : আই, মোক জানো তোমাৰ দৰে মৰমেৰে খাবলৈ দিবা?

কুন্তী : দিবা বাচা, যেতিয়াই যিটো বিচাৰা তেতিয়াই তোমালোকক গুৰুৱে খাবলৈ দিব।

নকুল : আই এই ৰাজকাৰেং এৰি গৈ গুৰুগৃহত কেনেকৈ থাকিমগৈ?

কুন্তী ঃ বাচা, তেনেকৈ ক'ব নেপায় নহয়। গুৰুৰ সেই টোল পবিত্ৰ ঠাই। তাক ঘিণ কৰিব নেপায় নহয়।

অৰ্জুন ঃ গুৰুদেৱকচোন আমাৰ ৰাজগৃহত ৰাখিয়ে বিদ্যা শিক্ষা কৰিব পাৰি।

কুন্তী ঃ নহয় বাচা, আমাৰ বংশৰ এটা পৰম্পৰা আছে। ৰাজগুৰু দ্ৰোণাচাৰ্যৰ টোলত থাকি বিদ্যা শিক্ষা কৰিব লাগে। বিদায়ৰ মুহূৰ্তত আৰু কেইটামান কথা মন দি শুনি লোৱা। এষাৰ কথা আছে। গুৰু লগা বিদ্যা পাখি লগা কাঁড়। গুৰুৰ অবিহনে বিদ্যা শিক্ষা কৰাতো লাভজনক নহয়। কাঁড়পাটৰ পিছফালে পাখি থাকিলে যেনেকৈ কাঁড়পাট পোনাই লৈ যায়, ঠিক গুৰুৱেও শিষ্যক গুৰিয়াল হৈ লৈ যায়। গতিকে বাচাহঁত গুৰুক পৰম ব্ৰহ্মৰূপে মানি লৈ বিদ্যা শিক্ষা কৰিবা। তেতিয়াহে জীৱনত উন্নতি কৰিব পাৰিবা। গুৰুৰ কথা মতে চলিবা, গুৰুৱে যি কৰিববুলি কয় তাকে কৰিবা। গুৰুৰ বিনা অনুমতিত কোনেও এখোজো লৰচৰ নকৰিবা।

ভীম ঃ আই গুৰুৰ খং উঠে নহয়?

কুন্তী ঃ উঠিব, যদি তোমালোকে গুৰুৰ কথামতে নচলা। গুৰুৰ বেছি খং উঠিলে শাপ দিব পাৰে। গতিকে গুৰুক সন্তুষ্ট কৰি চলিবা। বাচা, যুধিষ্ঠিৰ—

যুধিষ্ঠিৰ ঃ আই—

কুন্তী ঃ তুমি হ'লা পাণ্ডৱৰ জ্যেষ্ঠ ভ্ৰাতৃ। গতিকে তোমাৰ কৰিবলগীয়া বহুত কাম আছে।

যুধিষ্ঠিৰ ঃ কোৱা আই—

কুন্তী ঃ চাৰি ভ্ৰাতৃক সকলো সময়তে মৰম-স্নেহৰ মাজত সুমুৱাই ৰাখিবা।

যুধিষ্ঠিৰ ঃ আই, তোমাৰ কথা শিৰত তুলি ল'লো।

কুন্তী ঃ ভীম

ভীম ঃ আই

কুন্তী ঃ তোমাৰ স্বভাৱটো অলপ সলনি কৰিবা। ইয়াত যেনেকৈ খোৱা-বোৱাক লৈ ভায়েৰাহঁতৰ লগত হাই-কাজিয়া কৰা, গুৰুগৃহত গৈ তেনে নকৰিবা।

ভীম ঃ আই, তোমাৰ আগত আঁঠু লৈ শিৰ নত কৰি ক'লোঁ, আজিৰ পৰা এই ভীমে এমুঠি কমকৈ খালেও গুৰুগৃহত এমুঠি বেছিকৈ নেখাওঁ।

কুন্তী ঃ হ'ব বাচা, আৰু আটায়ে শুনা তোমালোকৰ দাদা দুৰ্যোধন আৰু দুঃশাসনে একে গুৰুৰ টোলতে থাকি বিদ্যা শিক্ষা কৰিব। সদায় আটায়ে মিলেৰে থাকিবাহঁক। যোৱা বাচাহঁত আৰু পলম কৰিব নেলাগে, সূৰ্য দেৱতাই মেলানি মগাৰ আগতে গুৰুগৃহত পদাৰ্পণ কৰাগৈ।

আটায়ে ঃ যিবা আজ্ঞা আই।

(আটায়ে কুন্তীক সেৱা কৰি ৰাজ আলিয়েদি যাত্ৰা কৰিব। কুন্তীয়ে পুত্ৰসৱক চাই থাকিব।)

Fade out...

★ ★ ★

(DIRECTION)

গীত : 'ইৰিকতি মিৰিকতি বাঁহৰ শলা
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা
মোমাইৰ নাই চুলি আমি বোলো তপা
কথাৰ নাই থিৰ মানুহে বোলে লপা...।'

(DIRECTION)

★ ★ ★

(DIRECTION)

## তৃতীয় দৃশ্য

দ্ৰোণাচাৰ্যৰ টোল। ওচৰ আৰু অনুচৰ। ওচৰে এটা মধুফল চুৰ কৰি খাই থাকিব। অনুচৰে ফলটো থপিয়াব। দুয়োটাৰে খেদা খেদি লাগে। আৰু শেষত বাক-বিতণ্ডা।

ওচৰ : দে বুলিছো, মোৰ মধুফলটো দে।

অনুচৰ : নিদিওঁ। তই চুৰ কৰি কিয় খাইছিলি?

ওচৰ : ইহ্ মই ক'ত চুৰ কৰি খাইছিলো। কাউৰীয়ে চিঙি আনি পেলোৱাতহে মই খাইছিলো।

অনুচৰ : মনত নাই মিছা কথা কোৱা মহাপাপ বুলি। ক'লিনে সঁচা কথাতো?

ওচৰ : সঁচা নকৈ তোৰ নিচিনা মিছা কোৱা যেন পাইছ নেকি?

অনুচৰ : মই বাৰু মিছাই কওঁ কিন্তু তোৰ নিচিনা গুৰুৰ আশ্ৰমৰ মধুফল মনে মনে চুৰ কৰি খোৱা নহয়।

ওচৰ : কি তই মোক চোৰ বুলি কৈছ। মই কি চোৰ? তই চোৰ তোৰ বাপেৰ চোৰ, তোৰ মাৰ চোৰ, তোৰ বাপেৰৰ চৈধ্য গোষ্ঠী চোৰ।

অনুচৰ : ঐ ঐ তই মোৰ আই-বোপাইক চোৰ পাতিছ। — অ কথা একেবাৰে বেয়া হ'ব কৈ দিছো।

ওচৰ : কি তই কথা বেয়া হ'ব বুলি কৈছ? তোৰ ইমান সাহ। তোক মই এতিয়াই শাপি ভস্ম কৰিম।

অনুচৰ : তই মোক শাপি ভস্মহে কৰিবি, তোক মই মুখৰ জুইয়ে পুৰি মাৰিম।

ওচৰ : কি? তোৰ ইমান সাহ?... মধুফলটো দিয়নে নিদিয় ক?

অনুচৰ : নিদিওঁ

ওচৰ : নিদিয়? এইয়া তোক শাপি ভস্ম কৰিলো...

অনুচৰ : হে ৰুদ্ৰদেব, শান্ত হোৱা, তোমাৰ ৰুদ্ৰমূৰ্তি এৰি সৌম্য মূৰ্তি ধাৰণ কৰা। হে গুৰুদেৱৰ হাতলেম তুমি শান্ত হোৱা, তুমি শান্ত হোৱা। নহ'লে পৃথিৱী লুটি খাব। এয়া মধুফলৰ অৱশিষ্ট তুমি গ্ৰহণ কৰা।

(অনুচৰে নিজে আধাখাই বাকী আধাখিনি ওচৰৰ মুখত ভৰাই দিব। ওচৰে কক্ বক্ কৰিব।)

অনুচৰ : সৌৱা বাহিৰত কোনোবা আহিব ধৰিছে—

ওচৰ : (ইতস্ততঃ হৈ) গুৰুদেৱৰ শিষ্য। আজিৰ পৰা গুৰুৰ টোললৈ নতুন শিষ্যৰ আগমনৰ কথা আছে নহয়।

অনুচৰ : তেনেহ'লে মই গুৰুদেৱক শিষ্য আগমনৰ বাৰ্তা দিওঁগৈ। তই তেৰাসৱক বিশ্ৰামৰ দিহা কৰি দে।

(অনুচৰৰ প্ৰস্থান। পঞ্চপাণ্ডৱৰ প্ৰৱেশ।)

ওচৰ : আহক! আপোনাসব?

যুধিষ্ঠিৰ : পঞ্চপাণ্ডৱ

ওচৰ : আপোনসৱে আসন গ্ৰহণ কৰক। সৌৱা গুৰুদেৱ আহিব ধৰিছে।

(গুৰু দ্ৰোণাচাৰ্যৰ প্ৰৱেশ)

আটায়ে : (আঁঠু লয়।) প্ৰণাম গুৰুদেৱ—

দ্ৰোণাচাৰ্যঃ উঠা বাচাহঁত। তোমালোক...?

যুধিষ্ঠিৰ : পিতৃ পাণ্ডু আৰু মাতৃ কুন্তীৰ পুত্ৰ আমি পঞ্চ ভ্ৰাতৃ। মোৰ নাম যুধিষ্ঠিৰ।

ভীম : দ্বিতীয় পাণ্ডৱ মোৰ নাম ভীম।

অৰ্জুন : তৃতীয় পাণ্ডৱ মোৰ নাম অৰ্জুন।

নকুল : চতুৰ্থ পাণ্ডৱ মোৰ নাম নকুল।

সহদেৱ : গুৰুদেৱৰ আশীৰ্বাদে পঞ্চপাণ্ডৱৰ মই হ'লো সহদেৱ।

দ্ৰোণাচাৰ্যঃ তোমালোকৰ মঙ্গল হওক।

যুধিষ্ঠিৰ : গুৰুদেৱ, আমাৰ পঞ্চভাতৃয়ে গুৰুদেৱৰ শ্ৰীচৰণত গুৰু ভজি শিৰ নত কৰিছো।

দ্ৰোণাচাৰ্যঃ বাচাহঁত, মই তোমালোকক শিষ্যৰূপে গ্ৰহণ কৰিলো। তোমালোকে এতিয়া আটায়ে যোৱা, বিশ্ৰাম লোৱাগৈ। ওচৰ, অনুচৰ...

ওচৰ+অনুচৰ : গুৰুদেৱ।

দ্ৰোণাচাৰ্যঃ বাচাহঁতক লৈ যোৱা বিশ্ৰামৰ দিহা কৰি দিয়াগৈ।

(ওচৰ-অনুচৰ আৰু পঞ্চপাণ্ডৱৰ প্ৰস্থান। চিন্তান্বিতভাৱে গুৰুদেৱ অকলশৰে মঞ্চত। দুৰ্যোধন আৰু দুঃশাসনৰ প্ৰৱেশ।)

দুৰ্যোধন+দুঃশাসন : প্ৰণাম গুৰুদেৱ।

দ্ৰোণাচাৰ্যঃ দীৰ্ঘজীৱী হোৱা। তোমালোক...?

দুৰ্যোধন : কৌৰৱৰ আমি দুয়ো জ্যেষ্ঠ ভ্ৰাতৃ। মোৰ নাম দুৰ্যোধন।

দুঃশাসন : আৰু মোৰ নাম দুঃশাসন।

দুৰ্যোধন ঃ গুৰুদেৱ আমি দুয়ো ৰাজকুলৰ ৰাজপুত্ৰই পিতা-মাতাৰ আদেশক্ৰমে গুৰুদেৱৰ ওচৰত বিদ্যাশিক্ষাৰ বাবে নিজকে অৰ্পণ কৰিলো।

দ্ৰোণাচাৰ্য্য ঃ বাচাইঁতৰ মঙ্গল হওক। এতিয়া ব'লা বিশ্ৰাম লোৱাগৈ। অহা কাইলৈ পূৰ্ণিমাৰ পূৰ্ণ দিনতেই তোমালোকৰ পাঠ আৰম্ভ কৰিম। ব'লা।

Fade out...

★ ★ ★

(DIRECTION)

গীত ঃ 'উকুলি মুকুলি দুকুলি কাহী
আদৌ দৌ বাঁহৰ বাঁহী
আম পাতে চাম খায়
কঁঠাল পাতে হুৰ হুৰায়
কি কি চৰাইৰ কি কি নাম
সোণৰ চৰাইৰ কথা কওঁ
মজুল মজুল কঁঠাল পাত
এইখন এৰি এইখন কাট।।'

★ ★ ★

(DIRECTION)

## চতুৰ্থ দৃশ্য

(দ্ৰোণাচাৰ্যৰ টোল। দ্ৰোণাচাৰ্যই শিষ্যসকলক বিভিন্ন আসন শিকায় আৰু সমৰ-কলা। অৱশেষত আটায়ে যোগাসনত থাকোতে একলব্যৰ প্ৰৱেশ।)

একলব্য ঃ প্ৰণাম গুৰুদেৱ।

দ্ৰোণাচাৰ্যঃ দীৰ্ঘজীৱী হো....। তুমি?

একলব্য ঃ গুৰুদেৱ, মোৰ সেৱা গ্ৰহণ কৰক।

দ্ৰোণাচাৰ্যঃ কিবা নাম, কিবা ধাম, কাহাৰ তনয়? এই নিমাখিত বেশেৰে কিয় মোৰ টোলত প্ৰৱেশ কৰিলাহি?

একলব্য ঃ গুৰুদেৱ ব্যাধৰ পুত্ৰ মই, মোৰ নাম একলব্য। ইয়াৰ পৰা এক যোজনৰ বাট সৌ বৃকদদ পৰ্বতৰ দাঁতিতে আমাৰ ঘৰ। পিতৃৰ আদেশক্ৰমে গুৰুদেৱৰ ওচৰত বিদ্যা শিক্ষা কৰিবলৈ বুলি গুৰুদেৱৰ টোলত প্ৰৱেশ কৰিছোহি।

দ্ৰোণাচাৰ্যঃ ছিঃ ছিঃ ছিঃ ব্যাধৰ ল'ৰা কোনে ক'লে তোক মোৰ টোললৈ আহিবলৈ?

একলব্য ঃ গুৰুদেৱ, পিতাৰ মুখে আপোনাৰ মাহাত্ম্যৰ কথা শুনিছিলো আৰু মনে মনে আপোনাক গুৰু ভজিলো।

দ্ৰোণাচাৰ্যঃ হুঃ গুৰু ভজিলা? মোক গুৰু ভজিবলৈ তুমি সেইখিনি শক্তি পালা ক'ত? শুনা তোমাৰ কাৰণে এইখন টোল নহয়।

একলব্য ঃ কিয় গুৰুদেৱ?

দ্ৰোণাচাৰ্যঃ এইখন টোল ৰাজকুলৰ বাবেহে। ইয়াত উচ্চ বংশৰ ৰাজকুমাৰ সকলকহে বিদ্যা শিক্ষা দিয়া হয়।

একলব্য ঃ গুৰুদেৱ আমি জানো উচ্চ বংশৰ নহয়?

দ্ৰোণাচাৰ্যঃ হুঃ ব্যাধৰ ল'ৰাই আক' নিজকে উচ্চকুলৰ বুলি ক'বলৈ আহে। শুন, তই এই মুহূৰ্ততে মোৰ টোলৰ পৰা বাহিৰ হৈ যা।

একলব্য ঃ গুৰুদেৱ, মোক তেনে নকৰিব। মই যে আপোনাক গুৰুৰূপে লৈ পেলালো। দয়া কৰি আপুনি মোক শিষ্য কৰি লওক।

দ্ৰোণাচাৰ্যঃ অসম্ভৱ, কেতিয়াও নহয়।

একলব্য ঃ দয়া কৰক গুৰুদেৱ, আমি নীচকুলৰ নহয়।

দ্ৰোণাচাৰ্যঃ হুঃ মোক আকৌ টিপুচী চৰায়ে নতুনকৈ কুলৰ কথা শিকাব আহে? যাৰ চৈধ্য গোষ্ঠীয়ে বিদ্যাৰ গূঢ়তত্ত্ব নেজানে তাৰ পোৱালিয়ে আকৌ মোৰ ওচৰত বিদ্যাৰ পাতনি ল'বলৈ আহে? পুনৰ কৈছো ইয়াৰ পৰা আঁতৰ হ।

একলব্য ঃ ঠিক আছে গুৰুদেৱ। গুৰুদেৱৰ আদেশ নিশ্চয় পালন কৰিম। সেয়া আপোনাৰ আশীৰ্বাদ বুলি মূৰত তুলি ল'লো। মই আহিলো। প্ৰণাম গুৰুদেৱ।

Fade out...

★ ★ ★

(DIRECTION)

গীত ঃ কপৌ কু - কু -
ধান চাউল মলবু
বোকা আছে পানী আছে কেনেকৈ যাম
বেঙেনা গছত কাপোৰ থৈ ডেউ দি দি আহ...

Fade out...

★ ★ ★

(DIRECTION)

## পঞ্চম দৃশ্য

(DIRECTION)

(আইতা, কণ আৰু মণি)

কণ : আইতা, একলব্যক নীচ বুলি ঘিণ কৰিলে নহয়?

আইতা : অ।

মণি : কিয়নো ঘিণ কৰিলে?

আইতা : সেই সময়ত এটা বৰ বেয়া নিয়ম আছিল। নীচ কুলত জন্মা লোকে লিখা-পঢ়া কৰাৰ সুবিধা পোৱা নাছিল।

কণ : তেনেহ'লে সিহঁতে ক'ত লিখা-পঢ়া কৰিছিল?

আইতা : ৰাজকুলৰ বিলাকে বিদ্যা শিক্ষা কৰি ৰজা হৈছিল আৰু নীচকুলৰ বিলাকে তেনেকৈ নজনা হৈয়ে দিন নিয়াইছিল। মনত ৰাখিবি সকলো ভগৱানৰে সন্তান। গতিকে সকলো সমান। জাতিৰ সৰু-ডাঙৰ নাই। জাতিভেদ আমি নিজেহে সৃষ্টি কৰা। কোনো ব্যৱসায়েই হীন নহয়। যোগ্যতা অনুযায়ী মানুহে একোটা একোটা ব্যৱসায় কৰে। ব্যৱসায়ৰ বাবে মানুহ সৰু বা ডাঙৰ হ'ব নোৱাৰে। গুণ বা দোষৰ কাৰণেহে লোক সৰু বা ডাঙৰ হয়।

কণ : আইতা একলব্যক যে তাৰ পৰা খেদি দিলে অন্য শিষ্যবিলাকে একো নক'লে দেখোন।

আইতা : অন্যবিলাকে কি ক'ব। তেতিয়াৰ শিষ্যবিলাক আছিল গুৰুৰ একান্ত বাধ্য শিষ্য। গুৰুৱে যি কয় তাকেই আখৰে আখৰে পালন কৰে। তাৰ পিছত শুন সেই শিষ্যবিলাকে গুৰুৰ টোলত কেনেদৰে বিদ্যাশিক্ষা গ্ৰহণ কৰিছিল।

Fade out...

★ ★ ★

(DIRECTION)

গীত : 'ৰাজকুলৰ ৰাজপুত্ৰই টোলত থাকি বিদ্যাশিক্ষা কৰে
নীচকুলৰ নীচ পুত্ৰই টোল এৰি বনৰ মাজে চলে ঐ বনৰ মাজে চলে...
কু....... ৰু ....... লাকো লাকো পাক
কু ....... ৰু ....... লাকো লাকো পাক
বিদ্যা শিক্ষা নকৰিলে
গাত লাগে পাপ
গুৰুৰ কথা নুশুনিলে
গুৰুৱে দিব শাপ ঐ

গুৰুৱে দিব  শাপ।
কু ....... ৰু ....... লাকো লাকো পাক
কু....... ৰু ....... লাকো পাক।

Fade out...

★ ★ ★

(DIRECTION)

## ষষ্ঠ দৃশ্য

(DIRECTION)

(গুৰু দ্ৰোণাচাৰ্যৰ টোল। গুৰু আৰু শিষ্যসকল। শিষ্যসকলৰ আটাইৰে হাতত ধনু-কাঁড়। গুৰুৱে আটাইকে ধনুবিদ্যা শিকায়। আটায়ে ধনুবিদ্যাৰ বিভিন্ন ভঙ্গিমাত থাকিব।)

দ্ৰোণাচাৰ্যঃ শিষ্যসৱ, ধনুৰ্বিদ্যা পাঠত তোমালোকক আগতে বিভিন্ন কামৰ বিপৰীতে প্ৰয়োগ কৰিবলগীয়া বিদ্যাখিনি শিকোৱা হ'ল। এতিয়া তোমালোকে সেই মধুফলৰ গছজোপাত থকা সেইটো মধুফল ধনুৰ কাঁড় নিক্ষেপ কৰি ছিঙি আনিব লাগিব।

দুঃশাসন ঃ চাওঁ, প্ৰথমতে ময়ে এপাট কাঁড় মাৰি ফলটো ছিঙি আনো।

দুৰ্যোধন ঃ নহয় মোক দিয়া তোমালোকৰ তেনে সাহ নাই।

দুৰ্যোধন ঃ প্ৰণাম গুৰুদেৱ।

(গুৰুদেৱক সেৱা কৰে। ভক্তিপূৰ্ণ যেন দেখা নেযায়। ধনু-কাঁড় নিক্ষেপ কৰে, ফলটোত নলগাত আটায়ে হাঁহে।)

দুঃশাসন ঃ দাদা তোমাৰ বৰ কথা অথলে গ'ল। চোৱা তোমালোকৰ আগতে মই মধুফল ছিঙি আনিম।

(গুৰুক নামমাত্ৰ প্ৰণাম জনায়। কাঁড় মাৰে। বিফল হয়। আটায়ে হাঁহে।)

ভীম ঃ ৰ'বা, দাদা, তোমালোকে চাই থাকা মই ফলটো ছিঙি আনিম।

সহদেৱ ঃ ফলটো ছিঙি আনিটো তুমিয়ে খাবা।

(আটায়ে হাঁহে।)

ভীম ঃ চিন্তা নকৰিবা ভাই তোমালোককো বাৰু খাবলৈ দিম।

(গুৰুক প্ৰণাম কৰি কাঁড় নিক্ষেপ কৰে। কিন্তু বিফল হয়। এজন এজনকৈ আটায়ে নিক্ষেপ কৰে। অৱশেষত অৰ্জুনে কাঁড় নিক্ষেপ কৰে।)

অৰ্জুন ঃ দাদা তোমালোক বিফল হ'লা। তোমালোকৰ আশীৰ্বাদ লৈ এইবাৰ মই চেষ্টা কৰো। প্ৰণাম গুৰুদেৱ।

দ্ৰোণাচাৰ্যঃ জয়ী হোৱা।

(অৰ্জুনে গুৰুদেৱক প্ৰণাম কৰি কাঁড় নিক্ষেপ কৰে। কাঁড় গৈ ফলটোত লাগে। ফলটো ছিঙি তলত পৰে। পাণ্ডৱসকল আনন্দত উৎফুল্লিত হয়। অৰ্জুনে গুৰুক সেৱা কৰে।)

Fade out...

★ ★ ★

(DIRECTION)

গীত : 'ইমান ইমান পানী, গঙ্গাৰাণী
ইমান ইমান বোকা, চাহাবদাদা'.....

Fade out...

★ ★ ★

(DIRECTION)

**সপ্তম দৃশ্য**

(DIRECTION)

(দ্ৰোণাচাৰ্যৰ টোল। শিষ্যসকলক সমৰ কলাৰ শিক্ষা দি থাকে। বিভিন্ন ধৰণৰ অস্ত্ৰ প্ৰয়োগৰ প্ৰশিক্ষণৰ অন্তত।)

দ্ৰোণাচাৰ্যঃ বাচাহঁত, তোমালোকক এইবাৰ অন্য এটা পৰীক্ষা আৰম্ভ কৰোঁহক। সৌ গছৰ ডালত থকা কাঠৰ চৰাইটো আটায়ে দেখিছা?

আটাইয়েঃ (নিৰীক্ষণ কৰি।) হয় গুৰুদেৱ দেখিছো।

দ্ৰোণাচাৰ্যঃ তোমালোকে প্ৰত্যেকেই শৰ লক্ষ্য কৰা আৰু যেতিয়া মই আদেশ দিম তেতিয়াহে কাঁড় মাৰিবা। (যুধিষ্ঠিৰক)

— যুধিষ্ঠিৰ, তুমিয়েই প্ৰথমে ধনু-শৰ লোৱা আৰু চৰাইটোলৈ শৰ লক্ষ্য কৰা।

যুধিষ্ঠিৰ : গুৰুৰ আদেশ তুলি ল'লো। (লক্ষ্য কৰে)

দ্ৰোণাচাৰ্যঃ যুধিষ্ঠিৰ।

যুধিষ্ঠিৰ : গুৰুদেৱ।

দ্ৰোণাচাৰ্যঃ তুমি কি দেখিছা?

যুধিষ্ঠিৰ : গুৰুদেৱ মই চৰাইটো দেখিছো, গছ দেখিছো।

গুৰু : আৰু কি দেখিছা?

যুধিষ্ঠিৰ : আপোনাক দেখিছো আৰু মোৰ ভাইহঁতক দেখিছো। (দ্ৰোণাচাৰ্যই ক্ৰোধভাৱে চাই হাতৰ পৰা ধনু-শৰ কাঢ়ি দুৰ্যোধনক দিয়ে।)

দ্ৰোণাচাৰ্যঃ দুৰ্যোধন তুমি কি দেখিছা?

দুৰ্যোধন ঃ গুৰুদেৱ দাদা যুধিষ্ঠিৰে যি দেখিছিল ময়ো তাকেই দেখিছোঁ। (এজন এজনকৈ আটায়ে শৰ লক্ষ্য কৰে। কিন্তু কোনেও সফল নহয়। গুৰুৰ ক্ৰোধ বেছি হয়। অৱশেষত অৰ্জুনৰ হাতত ধনু তুলি দিয়ে।)

দ্ৰোণাচাৰ্যঃ অৰ্জুন তুমি কি দেখিছা?

অৰ্জুন ঃ গুৰুদেৱ অকল চৰাইটোহে দেখিছো।

দ্ৰোণাচাৰ্যঃ চৰাইৰ গাটো কেনে দেখিছা?

অৰ্জ্জুন ঃ গুৰুদেৱ চৰাইৰ চকু দুটাহে দেখিছো, গাটো দেখা নাই।

দ্ৰোণাচাৰ্যঃ অৰ্জুন তোমাৰ ধনুৰ শৰ নিক্ষেপ কৰি চৰাইৰ মূৰটো কাটি আনা।

অৰ্জুন ঃ প্ৰণাম গুৰুদেৱ।
(শৰ নিক্ষেপ কৰি চৰাইৰ মূৰ কাটে।)

দ্ৰোণাচাৰ্যঃ বাচা অৰ্জুন তুমি জয়ী হোৱা। তুমি মোৰ অতি প্ৰিয় শিষ্য। তোমাৰ দৰে বীৰ মই আন কাকো নকৰো। বাঁচাহঁত আজিলৈ ইমানতে পাঠ সামৰিলো। এতিয়া তোমালোকে হাবিলৈ গৈ 'খৰি' আৰু 'ফলমূল' কিছু গোটাই আনাগৈ।

আটায়ে ঃ ভাল গুৰুদেৱ।

Fade out...

* * *

(DIRECTION)

গীত ঃ বৃহৎ পাহাৰ সউ নিভৃত বনত
বৃষ আৰু মৃগদলে, ফুৰিছে তৃণত
মেঘে মেঘে মতা দেখি বিজুলীয়ে হাঁহে
তাৰে পৰা ধাৰাসাৰে বৰষুণ আহে...।

Fade out...

* * *

(DIRECTION)

## অষ্টম দৃশ্য

(DIRECTION)

(হাবিৰ মাজ। যুধিষ্ঠিৰ, ভীম, দুঃশাসন, সহদেৱ আৰু দুৰ্যোধন।)

যুধিষ্ঠিৰ ঃ ভাইহঁত, ফল-মূল আৰু খৰি বিচাৰি আহি আমি অটব্য অৰণ্যৰ মাজ পালোহি। শুনিছা বনৰীয়া জন্তুৱে চাৰিওফালে কোলাহল কৰিব ধৰিছে।

সহদেৱ ঃ দাদা মোৰ বৰ ভয় লাগিছে।

যুধিষ্ঠিৰ ঃ ভাই সহদেৱ ভয় কৰিব নেপাই নহয়।

দুৰ্যোধন ঃ কিন্তু অৰ্জুন আৰু নকুল যে সেই দাঁতিটোৰ পৰা খৰি আনিবলৈ গৈ আহি নেপালেহি।

যুধিষ্ঠিৰ ঃ এৰা, মই বৰ চিন্তাত পৰিছো।

সহদেৱ ঃ সিহঁতক যদি বাঘে ধৰি খাইছে।

যুধিষ্ঠিৰ ঃ ছিঃ তেনে কথা ক'ব নেপায় নহয়। আজি বতৰটো বৰ বেয়া। সৌৱা পশ্চিমফালে বিজুলী-ঢেৰেকণীৰে মেঘ উঠিব ধৰিছে। ইফালে সূৰ্য দেৱতায়ো মেলানি মাগিছে। তোমালোকে খন্তেক ইয়াতে অপেক্ষা কৰা। মই আৰু সহদেৱ সেই দাঁতিটোৰ পৰা এবাৰ সিহঁতক চাই আহো।

(যুধিষ্ঠিৰ আৰু সহদেৱৰ প্ৰস্থান।)

ভীম ঃ অ যোৱা।

দুৰ্যোধন ঃ দুঃসাসন, ভীম, সেই শ্ৰীফলজোপা দেখিছা। কেনেদৰে লোতোপা খাই লাগি আছে।

ভীম ঃ হয় দাদা, দেখিয়ে জিভাৰ পানী পৰি গৈছে।

দুৰ্যোধন ঃ তোমালোক ক্ষন্তেক ইয়াতে থাকা, মই কেইটামান শ্ৰীফল পাৰি আনো।

দুঃশাসন ঃ নহয় দাদা, যাব নেলাগে। বতাহ-বৰষুণে একেবাৰে ওন্দোলাই আনিছে। এইসময়ত গছত উঠিব নেলাগে।

ভীম ঃ একো নহয় দিয়া, কেইটামান আনকগৈ।

দুৰ্যোধন ঃ তোমালোকে চিন্তা নকৰিবা। মই খিতাতে উভতি আহিম।

ভীম ঃ ভাল যোৱা। (দুৰ্যোধনৰ প্ৰস্থান) দুঃশাসন, পেটটোৱে বৰকৈ কলমলাব লাগিছে অ'।

দুঃশাসন ঃ কিনো খাবা এতিয়া। দাদাহঁত আটাইবিলাক আহি লওক তেতিয়া খাম দিয়া।

ভীম ঃ এই থাকিব নোৱাৰি আৰু। পকা অমিতাকেইটা আছে নহয় সিহঁত আহি নেপাওঁতেই খাই থওঁ দিয়া।

দুঃশাসন ঃ দিয়া তেনেহ'লে।

(দুয়ো খপজপকৈ অমিতা খোৱাত লাগি যায়। দুঃশাসনে এটা খায় মানে ভীমে দুটা খায়। তাতে দুয়োৰে মাজত বাক-বিতণ্ডা লাগে।)

দুঃশাসন ঃ তুমিচোন সকলোবিলাক খাই শেষ কৰিলা।

ভীম ঃ মই ক'ত খালো। তুমিহে মোক নিদিয়াকৈ সকলোবিলাক খালা।

দুঃশাসন ঃ মিছা কথা নক'বা। তুমি একেবাৰে ৰাক্ষসটোৰ নিচিনাকৈ টপটপকৈ খাই শেষ কৰিলা।

ভীম ঃ কি তুমি মোক ৰাক্ষস বুলি ক'লা? তোমাৰ চুলি ছিঙি...

দুঃশাসন ঃ এৰি দিয়া এৰি দিয়া উস্ উস্ চুলিসোপা ৰাক্ষসটোৱে ছিঙিলে ও।

বতাহ বলিব ধৰে। বিজুলী, ঢেৰেকণী আহে।

দুৰ্যোধন ঃ (নেপথ্যত।) ভীম, দুঃশাসন মই গছৰ পৰা নামিব নোৱাৰা হ'লো।
ভীম ঃ লাহে লাহে নামি আহা।
দুৰ্যোধন ঃ (নেপথ্যত) বতাহ খুউব বলিছে।
দুঃশাসন ঃ সৰ্বনাশ, এতিয়া কি হ'ব? ওচৰ পাইছা যদি তললৈ জাঁপ মাৰি দিয়া।
ভীম ঃ অ ভাল কৰিলে। সেয়া জাঁপ মাৰি দিলে। আহিছে ৰহ।
(লেঙুৰাই লেঙুৰাই দুৰ্যোধনৰ প্ৰবেশ।)
দুঃশাসন ঃ আহিলা?
দুৰ্যোধন ঃ আহিলো। পিছে ইমান ধুমুহা বতাহ আহি গ'ল। কিন্তু ইহঁতবিলাক যে আহি নেপালেহি।
(বিজুলী-ঢেৰেকণি, বতাহ-বৰষুণ দিয়ে।)
যুধিষ্ঠিৰ ঃ (নেপথ্যত) ভীম, দুৰ্যোধন।
দুঃশাসন ঃ সেয়া সিহঁত আহি আছে।
ভীম ঃ দাদা, বিজুলীৰ পোহৰে পোহৰে আহি থাকা।
(নেপথ্যৰ পৰা চিঞৰি চিঞৰি তিতি জুৰুলি-জুপুৰি হৈ প্ৰবেশ।)
ভীম ঃ আটাইবিলাক আহিলা?
যুধিষ্ঠিৰ ঃ অ' আহিলো।
অৰ্জুন ঃ দাদা, এই ঘোৰ বতাহ-বৰষুণৰ মাজেদি কেনেকৈ যাম। গুৰুৱে সিফালে নিশা হোৱাৰ বাবে খং কৰিব নহয়।
যুধিষ্ঠিৰ ঃ আমি ইয়াতে ক্ষন্তেক বৰষুণ-বতাহ এৰালৈকে ৰওঁ। তাৰ পিছত যাম।
(ক্ষন্তেক আটায়ে নিমাত। বতাহ, বৰষুণ কমে।)
দুৰ্যোধন ঃ বতাহ, বৰষুণ কমিব ধৰিছে। ব'লা আমি এতিয়া যাওঁ।
দুঃশাসন ঃ খৰিবিলাক বৰষুণত তিতিলেই। এইবিলাক আৰু নিনিওঁ।
যুধিষ্ঠিৰ ঃ নহয় বৰষুণত তিতিলেও নিব লাগিব। গুৰুৰ আদেশ নহ'লে গুৰুৱে বেয়া পাব।
অৰ্জুন ঃ অ' হ'ব তেতিয়াহ'লে।
(আটায়ে খৰি মূৰত লৈ যাব ধৰে।)

Fade out...

★ ★ ★

(DIRECTION)

গীত ঃ বেজি সিউ সিউ
নিসিবা নিসিবা
জাল বাও বাও
নাবাবা নাবাবা

Fade out...

* * *

(DIRECTION)

নৱম দৃশ্য

(DIRECTION)

আইতা, কণ আৰু মণি

আইতা ঃ ৰাজপুত্র হৈয়ো গুৰুৰ আদেশত নানা দুখ-কষ্ট মূৰ পাতি লৈছিল। গুৰুৰ প্ৰতি থকা শিষ্যৰ অসীম ভক্তিয়ে শিষ্যক বিপদৰ সময়ত ৰক্ষা কৰিছিল।

কণ ঃ আইতা, তুমি দেখোন একলব্যৰ কথা পাহৰি গ'লা?

আইতা ঃ নাই, পাহৰা নাই।

মণি ঃ তেনেহ'লে কোৱা আইতা গুৰুৱে একলব্যক খেদি দিয়াৰ পিছত একলব্য ক'লৈ গ'লগৈ?

আইতা ঃ শুন, দ্ৰোণাচাৰ্যৰ কটুকথা শুনি একলব্য নিৰাশ হ'ল সঁচা কিন্তু হতাশ নহ'ল। একলব্যই বনলৈ গুচি গ'ল। তাতে দ্ৰোণাচাৰ্যৰ মূৰ্তি এটা সাজি আৰু সেইটোকে গুৰু বুলি মানি লৈ বিদ্যা শিক্ষা কৰিব ধৰিলে।

কণ ঃ কিন্তু মূৰ্তিটোৱে কেনেকৈ শিকালে?

আইতা ঃ মূৰ্তিটোৱে নিশিকালেও একলব্যই গুৰুৰূপে নিজৰ মনত স্থাপন কৰিলে। সেই গুৰু মূৰ্তিটোকে আগত ৰাখি তেওঁ নিজে নিজে অস্ত্ৰ শিক্ষা কৰিবলৈ ধৰিলে। চেষ্টাৰ অসাধ্য একো নাই বুলি মানুহে কয়। কিছুদিনৰ মূৰত তেওঁ ধনুৰ্বিদ্যাত বৰ পাকৈত হৈ উঠিল। আনহে নেলাগে সেই বিষয়ত তেওঁ অৰ্জুনতকৈয়ো পাকৈত হৈ উঠিল। বহুত দিনলৈ একলব্যই সেই বিদ্যাতে লাগি থাকিল। কিছুদিনৰ পিছৰ কথা। কৌৰৱসকল এদিনাখন মৃগয়া কৰি আনন্দ লভিবলৈ গ'ল। সেই বনতেই একলব্যয়ো অস্ত্ৰ শিক্ষা কৰি আছিল। চিকাৰ কৰি ঘূৰি পকি পাণ্ডৱসকলৰ অনুচৰজন চিকাৰী কুকুৰটোৰ সৈতে একলব্যৰ আশ্ৰমত প্ৰৱেশ কৰিলে। তেতিয়া একলব্য ধ্যানত মগ্ন। কুকুৰটোৱে একলব্যক দেখি ভুকিবলৈ ধৰিলে....

Fade out...

* * *

(DIRECTION)

গীত ঃ 'একলব্যই পাছে অৰণ্যৰ মাজে
দ্ৰোণৰ মূৰ্তি থাপি লৈ গুৰুৰূপে পূজে
আকুত কুত কুত আমি খেলো লুকা ভাকু
চেষ্টাৰ অসাধ্য একো নাই
তাৰ ফল হাতে হাতে একলব্যই পাই

আকুত কুত কুত আমি খেলো লুকাভাকু।

Fade out...

★ ★ ★

(DIRECTION)

## দশম দৃশ্য

(DIRECTION)

(একলব্যৰ আশ্রম। একলব্যৰ সন্মুখত দ্রোণাচার্য মূর্তি এটা। একলব্য ধ্যানত মগ্ন। অনুচৰ আৰু কুকুৰটোৰ প্ৰৱেশ। একলব্যক দেখি কুকুৰটোৱে ভুকিবলৈ ধৰে। একলব্যই অৱশেষত সাতপাত কাঁড় মাৰি কুকুৰৰ ভুকভুকনি বন্ধ কৰে। অনুচৰ আচৰিত হৈ ভয় খাই দৌৰি পলায়। উভতি আহি পঞ্চপাণ্ডৱ, দুর্যোধন, দুঃশাসনসহ ওচৰ-অনুচৰৰ প্ৰৱেশ।)

অনুচৰ : এইজনেই। সেই ধনু-কাঁড় নিক্ষেপ কৰি আছে।

একলব্য : (মূৰ তুলি চায়) কোন তোমালোক?

যুধিষ্ঠিৰ : আমি কৌৰৱ আৰু পাণ্ডৱ।

একলব্য : আহা, আশ্রমতে আসন গ্ৰহণ কৰা।

অৰ্জুন : তোমাৰ নাম?

একলব্য : মোৰ নাম একলব্য। মই ব্যাধৰ পুত্ৰ। এইখনেই মোৰ বিদ্যা শিক্ষাৰ টোল।

অৰ্জুন : তুমিয়েই হ'বলা আমাৰ চিকাৰী কুকুৰটোক সাতপাট কাঁড় মাৰি মুখৰ ভুকভুকনি বন্ধ কৰিলা।

একলব্য : হ'ব পাৰে।

অৰ্জুন : কিন্তু তাৰ মুখৰ পৰা যে এটোপাও তেজ নোলাল।

একলব্য : সেয়া বাণৰ গুণ।

অৰ্জুন : তুমি সেইপাট বাণ ক'ত শিকিলা?

একলব্য : গুৰু দ্রোণাচার্যৰ তলত।

সকলো : (আচৰিত হয়) দ্রোণাচার্য!!

একলব্য : হয়।

অৰ্জুন : তোমাৰ গুৰু তেনেহ'লে দ্রোণাচার্য?

একলব্য : হয় মোৰ গুৰু দ্রোণাচার্য।

অৰ্জুন : তেনেহ'লে এই অস্ত্ৰ গুৰুদেৱে মোক কেলেই শিকোৱা নাই? তেৱেঁই মোক কৈছিল নহয় যে মোৰ সমান বিদ্যা আন কাকো নিশিকায়। পিছে এয়া কি? একলব্য দেখোন ধনুর্বিদ্যাত মোতকৈও পাৰ্গত। (যুধিষ্ঠিৰক) দাদা ব'লা আমি এতিয়া গুৰুৰ টোললৈ উভতি যাওঁ।

যুধিষ্ঠিৰ : অ ব'লা। (আটাইৰে প্ৰস্থান) একলব্যই আচৰিত হৈ যায়।

Fade out...

★ ★ ★

(DIRECTION)

গীত ঃ 'শালিকী এ ৰ টৌ টৌ
ভাত হ'ল আঞ্জা হ'ল
শালিকী আইটি কেনি গ'ল
এইখিনিতে আছিলে গোবৰ খুঁচৰি
কোনোবাই লৈ গ'ল ডিঙি খুঁচৰি'

★ ★ ★

(DIRECTION)

**একাদশ দৃশ্য**

(DIRECTION)

দ্ৰোণাচাৰ্যৰ টোল। দ্ৰোণাচাৰ্য, দুৰ্যোধন, দুঃশাসন, যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱ আৰু অনুচৰ।

দুযোধন ঃ আচৰিত গুৰুদেৱ।

যুধিষ্ঠিৰ ঃ গুৰুদেৱ একলব্যৰ কথাত আমি একেবাৰে তবধ মানিলো।

অনুচৰ ঃ গুৰুদেৱ মোৰ চকুৰ আগতে একলব্যৰ সাতপাট কাঁড়ে কুকুৰটোৰ মুখখন বন্ধ কৰি পেলালে। কিন্তু তেজ এটোপাও নোলাল।

যুধিষ্ঠিৰ ঃ একলব্যৰ ধনুৰ্বিদ্যাই আমাক ভয়ত পেলালে গুৰুদেৱ।

অৰ্জুন ঃ (দুখ আৰু অভিমানত) গুৰুদেৱ ই আপোনাব কোনে চলনা? আপুনি কৈছিল নহয়, মোৰ সমান প্ৰিয় শিষ্য আপোনাৰ কোনো নাই বুলি। মোৰ সমান বীৰ আন কাকো নকৰো বুলি। পিছে এতিয়া কি দেখা গ'ল? মোক নিশিকোৱা বাণ আপুনি ব্যাধৰ পুত্ৰক শিকাইছে?

দ্ৰোণাচাৰ্য ঃ বাচা অৰ্জুন মই নিজেই দেখোন এই বাণ প্ৰয়োগ কৰিব নেজানো। আন কথা মই দেখোন একলব্যক ধনুৰ্বিদ্যা শিকোৱাই নাই। একলব্যই এই বাণ ক'ৰপৰা শিকিলে আৰু মোৰ ধনুৰ্বিদ্যা শিকা বুলি কোৱাৰ কাৰণেই বা কি?

অৰ্জুন ঃ গুৰুৱে নজনা কাম শিষ্যই কেনেকৈ জানিব? ই বিশ্বাসযোগ্য কেতিয়াও নহয় গুৰুদেৱ।

দ্ৰোণাচাৰ্য ঃ (চিন্তান্বিতভাৱে) অৰ্জুন তুমি দুখ নকৰিবা। মই তাৰ প্ৰতিকাৰ নিশ্চয় কৰিম। অৰ্জুন ব'লা একলব্যক চাবলৈ যাওঁ।

অৰ্জুন ঃ ব'লক গুৰুদেৱ।

গীত ঃ 'এইটো কাৰ দৌল— ৰজাৰ দৌল

ভাঙিবলৈ দিবানে নিদিওঁ
কলী কুকুৰক মাতিমনে — নেমাতিবা
বগী কুকুৰক মাতিমনে — নেমাতিবা
কলী উচ্ বগী উচ্, ঘেকেচ'—

Fade out...

★ ★ ★

(DIRECTION)

## দ্বাদশ দৃশ্য

(DIRECTION)

(একলব্যৰ আশ্ৰম। একলব্য আৰু দ্ৰোণাচাৰ্য আৰু অৰ্জুন লগতে যুধিষ্ঠিৰহঁতৰ প্ৰবেশ।)

একলব্য : প্ৰণাম গুৰুদেৱ (প্ৰণাম কৰে)। আসন গ্ৰহণ কৰক।

দ্ৰোণাচাৰ্য: আসনৰ প্ৰয়োজন পিছত।

একলব্য : গুৰুদেৱ মই বৰ ভাগ্যৱান। আপুনি নিজে মোৰ ইয়ালৈ আহিলা। আপোনাৰ শ্ৰীচৰণ দৰ্শন কৰিবলৈ পাই মই কৃতাৰ্থ হ'লো। অনুগ্ৰহ কৰি ক'বনে আপোনাৰ এই শুভাগমনৰ কাৰণ কি?

দ্ৰোণাচাৰ্য: একলব্য, তুমি ক'ৰ পৰা ধনুবিদ্যা শিকিলা?

একলব্য : গুৰুদেৱ আপোনাৰ পৰা।

দ্ৰোণাচাৰ্য: মোৰ পৰা?

একলব্য : হয় গুৰুদেৱ, আপুনি এইজন।
(দ্ৰোণাচাৰ্যৰ মূৰ্তিটো আঙলিয়াই দিয়ে।)

দ্ৰোণাচাৰ্য: এইটোটো মোৰ মূৰ্তিছোন।

একলব্য : হয় গুৰুদেৱ।

দ্ৰোৰ্ণাচাৰ্য্য : কিন্তু মইতো তোমাক একো শিকোৱা নাই।

একলব্য : শিকাইছে গুৰুদেৱ। আপুনি মোৰ গুৰু।

দ্ৰোৰ্ণাচাৰ্য্য : কেনেকৈ মই তোমাৰ গুৰু?

একলব্য : শুনক গুৰুদেৱ, আপোনাৰ ওচৰত মই বিদ্যা শিক্ষা ল'বলৈ গৈছিলো। কিন্তু আপুনি মোক ব্যাধৰ ল'ৰা বুলি ঘৃণা কৰি বিদ্যা শিক্ষা দিব নোৱাৰো বুলি খেদি দিলে। আপুনি খেদি দিলেও আপোনাক মই অন্তৰৰ পৰা খেদি নিদিলো। অন্তৰত গুৰুৰূপে সঁপি লৈ আপোনাৰ মূৰ্তিটোক পূজা কৰি মই বিদ্যা শিক্ষা আৰম্ভ কৰিলো। গতিকে মই আপোনাৰে শিষ্য।

দ্ৰোণাচাৰ্য : একলব্য, যদি তুমি মোৰ শিষ্য তেনেহ'লে মোক গুৰুদক্ষিণা লাগে। তাকে ল'বলৈ মই আজি তোমাৰ ওচৰলৈ আহিলো।

একলব্য ঃ প্ৰভু মই বৰ ভাগ্যৱান বাবেহে আপুনি মোৰ ইয়ালৈ গুৰুদক্ষিণা বিচাৰি আহিছে। আপুনি মোক শিষ্য বুলি ভবা কাৰণে মই নিজকে ধন্য মানিলো। শিষ্যৰ সকলো বস্তুতে গুৰুৰ অধিকাৰ আছে। গুৰুদেৱ আপোনাক কি দক্ষিণা লাগে ক'ওক। আপুনি যি খোজে মই তাকেই দিবলৈ সাজু আছো।

দ্ৰোণাচাৰ্য্য ঃ একলব্য তোমাৰ সোঁহাতৰ বুঢ়া আঙুলিটো মোক লাগে।

একলব্য ঃ (হাঁহি মুখে) সেয়ে হ'ব গুৰুদেৱ।

(একলব্যই সোঁহাতৰ বুঢ়া আঙুলিটো কাটি দিয়ে।)

গুৰুদেৱ এয়া গুৰুদক্ষিণা আপোনাক অৰ্পণ কৰিলো। গ্ৰহণ কৰক।

দ্ৰোণাচাৰ্য্য ঃ (হাঁহি মুখে আচৰিত ভাবত) গ্ৰহণ কৰিলো। একলব্য। দীৰ্ঘজীৱী হোৱা।

(দ্ৰোণাচাৰ্য আৰু অৰ্জুনহঁতৰ মুখত আনন্দৰ হাঁহি।)

Fade out...

* * *

(DIRECTION)

গীত ঃ 'জোনবাই এ বেজি এটা দিয়া
বেজিনো কেলে — মোনা সিবলৈ
মোনানো কেলৈ — ধন ভৰাবলৈ
ধননো কেলৈ — হাতী কিনিবলৈ
হাতীনো কেলৈ — উঠি ফুৰিবলৈ
উঠিলেনো কি হয় — বৰ মানুহ হয়'....

Fade out...

* * *

(DIRECTION)

## ত্ৰয়োদশ দৃশ্য

(DIRECTION)

আইতা, কণ আৰু মণি

মনি ঃ ইছ ৰাম গাৰ নোম শিয়ৰি উঠিল আইতা।

কণ ঃ সঁচাকৈ আইতা একলব্যই গুৰুক খুউব ভক্তি কৰিছিল নহয়?

আইতা ঃ অ' একলব্যৰ গুৰুভক্তি আৰু ত্যাগ দেখি আচৰিত হৈ গুৰু-শিষ্য দুয়ো ঘৰমুৱা হৈছিল।

মণি ঃ কিন্তু আইতা, একলব্যই দ্ৰোণাচাৰ্যৰ মূৰ্তিটোকে পূজা কৰি ইমান বিদ্যা শিক্ষা কেনেকৈ কৰিলেনো?

আইতা ঃ ইয়েই হ'ল সাধনা। এষাৰ কথা আছে 'পঢ়ায় পঢ়ে, বোৱে পাগ, এই তিনিয়ে নিচিন্তে আন।'

গতিকে একান্ত মনে যদি গুৰুক ভজি বিদ্যাশিক্ষা কৰে সি নিশ্চয় ভাল মানুহ হ'বই। একলব্যইয়ো অসীম সাধনাৰ ফলত গুৰুৱে নজনা বিদ্যাও নিজে জানিছিল। সেই গুৰু ভক্তিৰকাৰণে একলব্য আজিও আমাৰ মাজত জনাজাত হৈ আছে আৰু আগলৈকো থাকিব। সেই একলব্যৰ নিচিনা এতিয়া তহঁতৰ মাজৰ পৰাও যে অন্য এজন একলব্য নোলাব সেইটো নহয়। তহঁতেও যদি মনপুতি একাগ্ৰচিত্তে সাধনা কৰ, এদিন কৃতকাৰ্য হ'বিয়েই।

মণি ঃ আইতা একলব্যৰ সাধুটো শুনি বৰ ভাল লাগিল।

কণ ঃ আইতা পিঠাখোৱা আৰু জোনবাইৰ সাধু নুশুনো আৰু এনেকুৱা সাধু সদায় ক'বা।

আইতা ঃ ক'ম, মাথোঁ তহঁতে কথা দিব লাগিব। তহঁতৰ মাৰক মিছা কথা নকৰ আৰু তহঁতৰ ছাৰৰো বাক্য উলংঘন নকৰ বুলি।

কণ+মণি ঃ আইতা আমি তোমাৰ ভৰিত ধৰি কৈছো আজিৰ পৰা মাক কেতিয়াও মিঠা কথা নকওঁ আৰু ছাৰকো ফাঁকি নিদিওঁ।

আইতা ঃ কণ, মণি ভগৱানে তহঁতক সুমতি দিয়ক।

Fade out...

— সমাপ্ত —

# বৰষুণ

ৰচনা ঃ নৰেন পাটগিৰি

নাটকৰ বিষয় ঃ গোলকীয় উষ্ণতা

## দৃশ্য-১

মঞ্চসজ্জা : বিশেষ ধৰণে সজোৱা এডাল লঠঙা গছ। গছডালত ফটা-চিটা চিলা এখন ওলমি থাকিব। হালধীয়া পোহৰত এজাক ল'ৰা-ছোৱালীয়ে প্ৰাৰ্থনা কৰিছে।

প্ৰাৰ্থনা

বৰুণ দেৱতা এ
বৰষুণ অকণমান দিয়া
তোমাৰ সন্তানসবে
জীয়াতু ভুগিছে
যদিহে নকৰা দয়া
পানী নাই পানী নাই
খাবলৈ পানী নাই
পিয়াহত জীৱনটো যায়
নৈ বিল শুকালে
ৰ'দত বণ মৰিলে
গৰমত দেহা যায় পুৰি হে
বৰুণ দেৱতা এ...

এজন ল'ৰাই মঞ্চৰ সমুখলৈ আহে

মনচুন : হেৰা মানুহবিলাক, তোমালোকে জানানে ২০৫০ চনমানত খোৱা পানী নাইকিয়া হ'ব পাৰে।

নিয়ৰ : ২০৫০ চন; কি কথা কৈছাহে? ২০৫০ চনতো বহুত দূৰৈত। আমাৰফালে এতিয়াই খোৱা পানীৰ অভাৱ। দেউতাই ব্ৰহ্মজল কিনি তৰণি পোৱা নাই।

ৰিচ্ছা : জানা কুঁৱাত পানী নথকাৰ বাবে আমাৰ ঘৰত ভাড়াথকা পৰিয়াল দুটাক দেউতাই যাবলৈ দিলে।

নিয়ৰ : শুনিলা। চাই থাকা ২০১৫ চন পাই কি নাপায়, মানুহে পানীৰ বাবে হাহাকাৰ লগাব।

কোৱাছ : পানী ক'ত, পানী?

নেপথ্যৰ পৰা হিমাদ্ৰীয়ে গান গাই সোমাই আহে।

ই কথা পতিয়াব কোনো

মোৰ গুৰুদেৱে, ই কথা পতিয়াব কোনে?

**কোৰাছ** : কোনে?

**হিমাশ্ৰী** : শস্যও টুটিব

**প্ৰিয়ম্বদা** : মৎস্যও টুটিব

**হিমাশ্ৰী** : টুটিব বৃক্ষৰে গুটি

**কোৰাছ** : স্কুল হৈ যাব বন্ধ

**কোৰাছ** : কলেজ হৈ যাব বন্ধ।

**কোৰাছ** : গোটেই বছৰটোৱেই, গ্ৰীষ্মবন্ধৰ চুটি। হাঃ হাঃ হাঃ!

**হিমাশ্ৰী** : হায় কপাল হাঁহিছ?

**কোৰাছ** : **(কন্দাৰ ষ্টাইলত)** হাঃ হাঃ হাঃ

**হিমাশ্ৰী** : শুনা সবে ভৱিষ্যৎ বাণী

**কোৰাছ** : মানুহৰ হ'ব আলাই আথানি

**হিমাশ্ৰী** : আকাশলৈ হাত তুলি মানুহে চিঞৰিব...

**কোৰাছ** : বৰষুণ দে, বৰষুণ দে—

**বৈশালী** : কিনো বৰষুণ দে, বৰষুণ দে কৰি আছ? তইঁতৰ কথাবোৰৰ তলামুধা মই একো বুজাই নাই। আগতে কচোন, বৰষুণনো থাকে ক'ত?

**নিয়ৰ** : বিছনাৰ তলত। বৰষুণ ক'ত থাকে তাকো নাজান? হেৰ' বৰষুণ আকাশত থাকে।

**বৈশালী** : এহঃ তই ক'লেই হ'বনে? আকাশত বৰষুণ থাকিব নেকনেকৈ? **(সকলোৱে হাঁহিব)**

**অৰুন্ধতী** : ইউ আৰ ৰাইট। আকাশত বৰষুণ থাকিব কেনেকৈ?

**ৰিচ্ছা** : তললৈ সৰি নপৰিব জানো।

**অৰুন্ধতী** : ইউ আৰ ৰাইট।

**বৈশালী** : তাকেতো। কথাটো মই ভবাই নছিলো।

**মনচুন** : ভাবিব লাগে, ব্ৰেইনত মগজটো আছে কি নাই? ভাবিব লাগে।

**স্নিগ্ধা** : ৰহ পেকপেকাই নাথাকিবি।

**অৰুন্ধতী** : ইউ আৰ ৰাইট।

**পাৰ্থ** : তইঁতকেইটাই মনে মনে থাকচোন। গৰমত চটফটাই মৰিছো দেখা নাই।

**নিয়ৰ** : আমি আকাশক মাতো দে। বৰষুণ এজাকৰ বৰ দৰকাৰ হৈছে অ'।

**মনচুন** : মাত মাত আকাশক মাত।

**অৰুন্ধতী** : হেৰ', তইঁতমখাই যে আকাশক মাতিবলৈ ওলাইছে, ইমান দূৰৈত থকা আকাশে জানো তইঁতৰ মাত শুনা পাব?

**বৈশালী** : শুনা পাওক বা নাপাওক এবাৰ মাতি চালেনো কি হয়?

নিয়ৰ : থিয় হৈ ৰৈ থাকিব নালাগে মাত। আকাশ

কোৰাছ : ঐ আকাশ

মনচুন : শুনিছানে?

কোৰাছ : বৰষুণ এজাক দেনা

হিমাশ্ৰী : দেখিছ, আকাশখনে কেটকুটেই কৰা নাই।

কোৰাছ : আকাশ।

বৈশালী : নাই আকাশে আমাৰ কথা নুশুনে

নিশা : মই দেখোন আগতেই কৈছিলো।

নিয়ৰ : ঐ আকাশক মাতি একো লাভ নাই বুজিছ? আকাশত বৰষুণ নাথাকে নহয়।

কোৰাছ : তেনেহ'লে ক'ত থাকে?

নিয়ৰ : মেঘ, মেঘতহে বৰষুণ থাকে। মাত যদি মেঘক মাত।

ৰিচ্ছা : তেতিয়াৰে পৰা তই কথাটো কোৱা নাছিলিনো কেলেই?

নিয়ৰ : মোৰ এতিয়াহে মনত পৰিল আকৌ!

**প্ৰাচুৰ্য আৰু কল্লোলৰ প্ৰৱেশ**

প্ৰাচুৰ্য : মাত মাত মেঘক মাত।

মুৰ্চ্ছনা : পিছে আকাশত মেঘ দেখোন দেখাই নাই।

প্ৰাচুৰ্য : ঐ তইঁতে বহচোন। তইঁতো বহ। বহ...

কল্লোল : তইও বহ আমি এটা কাম কৰো বুজিছ?

প্ৰাচুৰ্য : গেছ বেলুন কেইটামানত উঠি মই, টিটু আৰু প্ৰাচুৰ্যই মেঘ বিচাৰি যাওঁ। আমিও যাম আমিও যাম।

ৰিচ্ছা : ইচ কথা কৈছে চা। গেছ বেলুনত উঠি মেঘক বিচাৰি যায়।

**সকলোৰে গান গায়**

কোৰাছ : **মনত পৰিলে ঘৰলৈ**

**নামি আহিবা কেনেকৈ**

**এই বেলুনে ৰঙা বেলুনে**

নিয়ৰ : আৰু যদি বেলুনকেইটা ওপৰতে ধপা ধপ ফাটি যায়।

**(দুয়ো যায়)**

কল্লোল : যা যা পেংলাই মৰা কথা নক'বি। ঐ প্ৰাচুৰ্য আমি যাওঁ ব'ল।

বৈশালী : ঐ নিয়ৰ, ৰিচ্ছা আমিও যাওগৈ ব'ল।

স্নিগ্ধা : বহ— যোৱাৰ আগতে আকৌ এবাৰ মেঘক মাতি চাও। হে মেঘ মহাৰাজ। তোমাৰ পেটত লুকাই ৰখা বৰষুণৰ টোপালবোৰ আমাৰ গালে-মুখে পেলাই দিয়া।

মনচুন : আহিল আহিল, বৰষুণ আহিল। চকু মুদ চকু মুদ

**সকলোৱে চকু মুদে। হাত মেলে। উজ্বলে সৰু বটল এটা পকেটৰ পৰা উলিয়াই এঢোক খাই, বাকীখিনি বাকীবিলাকৰ গালে চটিয়াই দি কয়**

মনচুন : এয়া ল বৰষুণ।

পাৰ্থ : যা তই বৰ বিজলুৱা ল'ৰা। ঐ বৰষুণক লৈ ধেমালি নকৰিবি কিন্তু কৈ দিছো দেখা নাই। ঘামচিৰ খজুৰতিত ৰ'ব পৰা নাই। এজাক বৰষুণ অহা হ'লে তিতি ঘামচিৰ জইন মাৰিলোহেঁতেন। ঐ মোৰ পিঠিখন খজুৱাই দেচোন।

মনচুন : ফুচ্। ঐ মই নোৱাৰো যা।

পাৰ্থ : ঐ দেখিলিনে?

মুৰ্চ্ছনা : হ'ব ৰ। আচ্ছা-তহঁতে কচোন আকাশত ডাৱৰ নাথাকিলে বৰষুণ দিব ক'ৰ পৰা?

অৰুন্ধতী : ইউ আৰ ৰাইট।

হিমাশ্ৰী : কথাটো ভালদৰে বুজাই কচোন।

মুৰ্চ্ছনা : পানীৰ কণিকাবোৰ ৰ'দৰ তাপত খাল-বিল, নদ-নদীৰ পানীবোৰ ভাপ হৈ ওপৰলৈ উঠি যায়। ওপৰলৈ যোৱা পানীবোৰ বায়ুমণ্ডলত থকা ধুলিকণাৰ সতে লগ হৈ ডাৱৰৰ সৃষ্টি হয় আৰু ডাৱৰবোৰে বৰষুণ হৈ পৃথিৱীলৈ নামি আহে।

কোৰাছ : অ'

পাৰ্থ : সৌৱা চা বহুত দূৰৈত অকণান মেঘ দেখা গৈছে।

**সকলোৱে চায়। ৰেম্পৰ ওপৰেদি এজাক ল'ৰা-ছোৱালীৰ প্ৰবেশ। সিহঁতে গান গাই গাই প্ৰৱেশ কৰে।**

কোৰাছ : মৌচুমী বাই, মৌচুমী বাই
ভালেমান দিন হ'ল
তোৰ দেখোন খবৰেই নাই—

নিয়ৰ : তোমালোক ক'ৰ পৰা আহিছা?

ভাগ্যশ্ৰী : আমি বহু দূৰৈৰ পৰা আহিছা।

হিমাশ্ৰী : তোমালোকৰ হাঁহ-কুকুৰা হেৰাল নে গৰু-ছাগলী হেৰাল?

সীমান্ত : যা এইজনী। সেইবোৰ একো হেৰোৱা নাই। আমি মৌচুমী বাইদেউক বিচাৰি আহিছো।

ৰুমী : তোমালোকৰ এইফালে মৌচুমী বাই আহিছিল নেকি?

কোৰাছ : নাই অহা।

মনচুন : ভালেমান দিন হ'ল।

স্নিগ্ধা : মৌচুমী বাইৰ দেখা-দেখিয়েই নাই।

কোৰাছ : তাকেইতো।

ভাগ্যশ্ৰী ঃ আমাৰ পিনেও মৌচুমী বাই অহা নাই। আনকালে তেওঁ ব'হাগমানতে পাক এটা মাৰি যায়।

হিমাশ্ৰী ঃ মৌচুমী বাইক ক'ৰবাত লগ পালা নেকি?

কোৰাছ ঃ নাই পোৱা।

মৌচুমী বাই...

মঞ্চৰ সন্মুখেদি চিএঞৰি চিএঞৰি মাতি ভাগ্যশ্ৰীহঁত ওলাই যায়

কলোল মঞ্চত সোমাই আহে।

গান

হায় ঐ ৰ'দে পোৰে দেহমন
পথাৰ পৰিৰ চন
মাথো
আইচক্ৰিম খাই থাকিবৰ মন
উঠোতেও আইচক্ৰিম
বাহোতেও আইচক্ৰিম
সপোনতো আইচক্ৰিম
দিঠকতো আইচক্ৰিম
আইচক্ৰিম হ্যে জাহা
ঠাণ্ডা ঠাণ্ডা কুল কুল

স্নিগ্ধা ঃ তহঁতেকিটা মস্ত fool

প্ৰাচুৰ্য ঃ ভুল

ইউ আৰ নট ফুল

ঃ হোৱাই?

ঃ বিকজ ইউ আলৱেজ গ' টু স্কুল।

আইচক্ৰিম ঃ হেৰ' পানী নাথাকিলে আইচক্ৰিম বনাব কৰ পৰা?

কোৰাছ ঃ আইচক্ৰিম গাখীৰৰ পৰাহে বনায়।

স্নিগ্ধা ঃ হেৰ' পানী নাথাকিলে ঘাঁহ-বন গজিব ক'ৰ পৰা?

কোৰাছ ঃ ক'ৰ পৰা?

ক্ৰিছা ঃ ঘাঁহ-বন নাথাকিলে গৰু-মহে গাখীৰ দিব কৰ পৰা? গাখীৰ নিদিলে আইচক্ৰিম বনাব কৰ পৰা?

কোৰাছ ঃ ক'ৰ পৰা?

কল্লোল ঃ অ' তাৰমানে আইচক্ৰিম বনাবলৈও পানীৰ দৰকাৰ। পানী মানে ববযুণ আৰু ববযুণ মানে

ভূপেনদা।

**কোৰাছ** ঃ ভূপেন দা?

**কল্লোল** ঃ আ-হাঃ ড° ভূপেন হাজৰিকা আকৌ।

**নুপুৰ** ঃ অৰ্থাৎ ৰিম ঝিম ৰিম ঝিম বৰষুণে নুপুৰ বজাই ক'ত?

**কোৰাছ** ঃ ক'ত?

**কল্লোল** ঃ এই অসম দেশত আকৌ। যদি সঁচাকৈ বৰষুণ আহিব লাগে তহতে ভূপেনদাৰ গানটো নাচি নাচি গা। চাবি হুৰ হুৰাই বৰষুণ আহি যাব।

**উজ্জ্বল** ঃ ই বেয়া কথা কোৱা নাই।
পিছে নাচিব কোনে?

**নিশা** ঃ কিয় বৈশালীহঁতে নাচে নহয়। সিহঁত কেইজনীকে মাত।
ঐ নিয়ৰ, হেৰ' বৈশালী, তহঁতে তাত আমলখি খাই আচ ন? তহঁতে নাচিবি আহ'।
ৰিমঝিম বৰষুণে নুপুৰ বজাই ক'ত—

**কোৰাছ** ঃ ক'ত?

**উজ্জ্বল** ঃ হিৰ হিৰ ডাৱৰে যে মাদল বজায় ক'ত?

**কোৰাছ** ঃ ক'ত

**পাৰ্থ** ঃ এই অসম দেশত আকৌ

**(বৈশালী আৰু নিয়ৰে নাচি নাচি মঞ্চলৈ আহে।)**

**গান**

**ৰিমঝিম ৰিমঝিম বৰষুণে নুপুৰ বজায় ক'ত**
**হিৰ হিৰ ডাৱৰে যে মাদল বজায় ক'ত**
**এই অসম দেশত...**

**ৰিচ্ছা** ঃ কি হ'ল? বৰষুণে দেখোন নাহিল?

**নিয়ৰ** ঃ বৰষুণ কিয় নাহে মই গম পাই গ'লো

**কোৰাছ** ঃ কিয়?

**নিয়ৰ** ঃ তহতে গৰখীয়াৰ পদ্যটো জান? সেই যে অ' গৰখীয়া গৰখীয়া গৰু নৰখাৱ কিয়? আচলতে কি জান, বৰষুণ নহাৰ ৰহস্যটো গৰখীয়া পদটোৰ পেটটে সোমাই আছে। গৰখীয়াহঁতক বিচাৰি যাওঁ ব'ল।

**কোৰাছ** ঃ ব'ল।

**মঞ্চ এন্ধাৰ হয়।**

# দৃশ্য-২

**ৰেম্পৰ ওপৰতো লঠঙা গছৰ দালত এটি ভঙা জাপি এটা লাগি আছে। লগত এটা বাঁহী। হালধীয়া-সেউজীয়া পোহৰ।**

**গৰখীয়া হেৰ' গৰখীয়া গীতটো বাঁহীৰ সুৰত ভাহি আহে। চাৰি পাঁচটামান গৰখীয়াই গছডালৰ তলত বহি থাকে। এজনে বাঁহা এটা আধাফুটকৈ বজাই থাকে।**

ৰিতু : হেৰ' সেইটো বন্ধ কৰচোন। সেইটো শুনোতে মোৰ মূৰৰ বিষ উঠি গৈছে।

বাপু : শিকি থকাৰ সময়ত শিকোতাৰো কষ্ট শুনোতাৰো কষ্ট অলপ হয়েই শিকি-মেলি ওস্তাদ হোৱাৰ পিছত কবি— ভাই এবাৰ বাঁহীটো বজানা। তই বাঁহী বৰ সুন্দৰ বজাব।

ৰিতু : থ্ থ্। উফ্ এই দুজনীক লৈ নোৱাৰি আৰু। ঐ পাখ্ৰী, হেৰ কাজলী তহঁত দুজনীয়ে ধাননিডৰাৰ ফালে ঢাপলি মেলিছ কিয়? নদীৰ পাৰৰ চৰণীয়া পথাৰখনত ঘাঁহ খাই থাকিব নোৱাৰ?

মণ্টু : এহঃ সিহঁতক যিফালে যায় যাবলৈ দে। ৰাতি পুৱাৰ পৰা পেটত খুদকণ এটাও পৰা নাই।

ৰিতু : হয় ভাই। ৰান্ধনীয়ে যে কেলেই ভাত নৰন্ধা হ'ল।

মণ্টু : ভাত নোখোৱাকৈ গৰু চৰাই থাকিব নোৱাৰি দেই।

বাপু : ঠিকেই কৈছ— পেটত নিগনি দৌৰি আছে।

ৰিতু : সেইবুলি গৰু জাকটোক সজালধৰা ধাননিদৰা খাবলৈ দিবিনে?

বাপু : খাবলৈ দে আৰু শুই থাক। যাৰ যি মন যায় খাই থাকক।

**(গৰখীয়াকেইজন শুই থাকে। এটা গৰু সোমাই আহে।) হালধীয়া পোহৰ**

হিমাশ্ৰী : হেল্প, কাম হিয়াৰ, কুইক।

**এজাক গৰু সোমাই আহে। সিহঁতৰ মুখত শিং থকা মুখা**

স্নিগ্ধা : হোৱাট হেপেন পাখ্ৰী?

হিমাশ্ৰী : লুক— গৰখীয়াহঁত, দেখোন আজি শুই আছে।

প্ৰিয়ম্বদা : লেট দেম শ্লিপ! সিহঁতক কোনে পৰোৱা কৰে?

শুভ্ৰতা : বাঃ সিহঁতকেইটাৰ বাহাদুৰী কি চাবি? ঠেং দাঙিবলৈকে নিদিয়ে। ঐ ৰাঙী ঘূৰ,ঐ মুগী ঘূৰ।

দেৱাংগনাঃ ঐ ধাননিডৰা বিন্দাচ তহিলং কৰি পেলাওঁ দে।

কোৰাছ : কি মন্ত্ৰী।

হিমাশ্ৰী : কাম অন, ষ্টাৰ্ট—

**নাচি-গাই ধাননিডৰা খাবলৈ ধৰে।**

গান

**হেম্বেলিকা হেম্বেলিকা হেম্বেলিকা হো-হো হো**

**ধাননিপথাৰখন পেটত ভৰাওঁ**

**হেম্বেলিকা...**

**গৰখীয়া এজনে সাৰ পায়**

**ৰিতু** ঃ ইছ। হেৰ' গৰুজাকে ধাননিডৰা খাই শেষ কৰিলে।

**বাপু** ঃ কৰিবলৈ দে।

**ৰিতু** ঃ গিৰিহঁতে আমাক ঔকিল দিব।

**মণ্টু** ঃ পিঠিখনত তেল এবাটি সানি পাতি দেগৈ যা।

**ৰিতু** ঃ মই অকলে, তহঁত নাযাব?

**মনচুন** ঃ দেখা নাই, আমি শুই আছো।

**ডি'প্ৰাণ** ঃ এহ তহঁতে যদি দেখিও নেদেখাৰ ভাও জুৰি শুই থাকিব পাৰ, মোৰনো কি?
**আকৌ শুই থাকে**

গান

**হেম্বেলিকা...**

**কোৰাছ (নেপথ্য)** ঃ গৰখীয়া ককাই

**হিমাশ্ৰী** ঃ Finish, look farmers are coming.

**স্নিগ্ধা** ঃ মৰিলো আমাৰ ঠেং ভাঙিব এতিয়া।

**শুভ্ৰতা** ঃ ভাগো

**কোৰাছ** ঃ হেম্বেলিকা।
**(ল'ৰা-ছোৱালী জাকটো সোমাই আহে)**

**অনন্যা** ঃ গৰখীয়া কাই...দেখিছ? গৰখীয়া জাক শুই আছে।

**কল্লোল** ঃ মৰিলো। আজি নিগমে মৰিলো। হেৰ' উঠ, বেগতে উঠ। হেৰ' তহঁতে শুনিছনে নাই ধাননি পথাৰখন গৰুৱে খাই তহিলং কৰাৰ বাবে গিৰিহঁতে আমাক বিচাৰি আহিছে।

**মনচুন** ঃ আজি আমাৰ পিঠিত এচাৰি চিগিব।

**কোৰাছ** ঃ হয়নে? পলা...

**প্ৰিয়মা** ঃ হেৰ' গৰখীয়াহঁত ক'লৈ যাৱ। তহঁতৰ লগত বৰ দৰকাৰী কথা আছে।

**পাৰ্থ** ঃ তহঁতৰ লগত আমাৰ কোনো কাম নাই। পলা...

**অনন্যা** ঃ ইহঁতকেইটাক পলাবলৈ নিদিবি। নহ'লে আমি বৰষুণৰ খবৰেই নাপাম।

**প্ৰিয়মা** ঃ আমি তহঁতক গৰুৱে পথাৰখনৰ ধাননিডৰা খোৱাৰ বাবে গালি-শপনি পাৰিবলৈ অহা নাই নহয়।

কোৰাছ ঃ হয়নে?
প্ৰিয়মা ঃ আমি তহঁতক আন এটা কথা শুধিবলৈহে আহিলো।
ৰিতু ঃ যি শুধ বেগতে গোধ। ভোকত ৰব পৰা নাই।
স্নিগ্ধা ঃ সোধো তেনে।
বাপু ঃ সোধ আকৌ।
কোৰাছ ঃ অ’গৰখীয়া অ’ গৰখীয়া
গৰু নৰখাৰ কিয়?
কোৰাছ ঃ ৰান্ধনিয়ে ভাত নিদিয়ে।
আমিনো ৰখিম কিয়?
প্ৰিয়মা ঃ ৰান্ধনিয়ে ভাত নিদিয়ে মানে?
বাপু ঃ ভাত নিদিয়ে মানে, ভাত নাৰান্ধে আকৌ।
পাৰ্থ ঃ ভাত নোখোৱাকৈ গৰু চৰাব পাৰি জানো?
ৰিতু ঃ দিনৰ দিনটো পেটত নিগনি দৌৰি থাকে।
মণ্টু ঃ ভাত নিদিলে গৰু চৰাম কিয়?
কোৰাছ ঃ গৰু চৰাম কিয়?
প্ৰিয়মা ঃ বুজিলো, গণ্ডগোলটো ৰান্ধনীয়ে লগাইছে যেন পাওঁ।
নিশ্রা ঃ গৰখীয়াহঁত ব’লাছোন, ৰান্ধনীয়ে তোমালোকক ভাত নিদিয়েনো কিয় সোধোগৈ। ৰান্ধনী...
কোৰাছ ঃ ৰান্ধনী।
**হাতত হেতা লৈ তিনিজনী ৰান্ধনীয়ে ভিতৰৰ পৰা মাত দিয়ে।**
ৰান্ধনী ১ঃ কোন অ’ সিকিটা।
ৰান্ধনী ২ঃ অ’ই ৰান্ধনী ওলাই নাহনো কেলেই?
ৰান্ধনী ৩ঃ কোনে চোতালত ৰাউচি জুৰিচে অ’?
পাৰ্থ ঃ এহ, ভিতৰত সোমাই থাকিব নালাগে। বেগতে বাহিৰলৈ ওলাই আহা।
কোৰাছ ঃ ঐ ৰান্ধনী মৰতীহঁত।
ৰান্ধনী কোৰাছ ঃ গৈ আছো ৰহ।
**ৰান্ধনীকেইজনী ওলাই আহে। গাত চাদৰ মেখেলা। কপালত প্ৰকাণ্ড ফোঁট।**
ৰান্ধনী ১ঃ এই ভৰ দুপৰীয়াখন চোতালত কোনে চিঞৰিছে?
কোৰাছ ঃ আমিহে ৰান্ধনী নবৌসকল।
অনন্যা ঃ তোমালোকৰ পৰা কথা এটা জানিবলৈ আহিলো।
ৰান্ধনী ২ঃ কি কথা অ’?

**নিয়ৰ** ঃ ভেৰি চিম্পল!

**ৰান্ধনী ৩ঃ** এই ইংলিচ নফলাবি।

**ৰান্ধনী ১ঃ** কি ক'বলৈ আহিছ, সাউটকৈ ক' আৰু যা।

**কোৰাছ** ঃ কওঁ।

**কোৰাছ** ঃ ক' আকৌ।

**কোৰাছ** ঃ অ' ৰান্ধনী অ' ৰান্ধনি ভাত নাৰান্ধ কিয়?

**কোৰাছ** ঃ খৰিকটীয়াই যে খৰি নিদিয়ে আমিনো ৰান্ধিম কিয়?
কিয় কিয় কিয়?

**ৰিতু** ঃ এইখন বৰ লেঠাহে হ'ল। খৰিকটীয়াক সুধিলে বৰগছৰ কথা ক'ব। বৰগছে মেঘলৈ আঙুলি টোৱাব। মেঘে ক'ব ভেকুলীৰ কথা।

**কোৰাছ** ঃ টোৰাত টোৰাত।

**ৰিতু** ঃ হা ভেকুলী।

**স্নিগ্ধা** ঃ ভেকুলীয়ে টোৰটোৰালেহে বৰষুণ দিব।

**ৰান্ধনী কোৰাছ** ঃ তাৰ মানে ভেকুলীৰ বিয়া।
**সকলোৱে নাচি নাচি গান গাব**

**কোৰাছ** ঃ অৰকত মৰকত তুলাৰাষি
গণক বহিছে আহি
বাঁহৰ আগত বগলী নাচে
ভেকুলীৰ বিয়ালৈ কেইদিন আছে।

## দৃশ্য-৩

**(লঠঙা গছ দালত ফুলৰ মালা। বেগুত বিয়াৰ গান বাজে। ফটকা ফুটে।কেইজনমান ল'ৰাই হাতত ফুলজাৰি লৈ মঞ্চত লৰা-ঢপৰা কৰে। বিয়াৰ হৰ্ষধ্বনি।)**

**হৰ্ষধ্বনি** ঃ অলীয়া বলীয়া ভাই নৱ দম্পতি কি—

**কোৰাছ** ঃ জয়।
নৱ দম্পতি কি জয়- ২
শুভ।
বিবাহ- ৩

**(দ'ৰাক ছাতিৰ তলত লৈ দ'ৰা পাৰ্টিৰ প্ৰৱেশ। ৰান্ধনি, ল'ৰা-ছোৱালী সোমাই আহে। দ'ৰা পীৰাত বহে। কইনা আৰ্হিৰ এজাক ছোৱালী)**

**দৰাপক্ষৰ ছোঃ** হেৰ'- ভেকুলীৰ বিয়াত কইনা পাৰ্টিয়ে মাছ-মাংস খুৱাবনে?

**কন্যাপক্ষৰ ছোঃ** খুৱাব-খুৱাব। ঐ দাঁত চাত ধাৰ দি আহিছ যেন পাওঁ।

**দৰা. ছো ঃ** উৱা ধাৰ দি নাহিম কেলেই। দস্তুৰমত ধাৰ দি আহিছো।

**বাপু ঃ** মই মিঠাই খামদেই।

**স্নিগ্ধা ঃ** খাবি খাবি ৰহ। পুৰোহিতজন এতিয়াও আহি নাপালে দেখোন—

**গাত ৰাম নামাৱলী লৈ পুৰোহিত আৰু পুৰোহিতৰ চেলাৰ প্ৰৱেশ**

**পুৰোহিতঃ** ওম আহি পালোৰেই নমঃ
প্ৰজাপতয়ে নমঃ
ভেকুলীৰ বিয়াএ নমঃ
দৰা বোমভেকোলাক এবাৰ চাওৰেই নমঃ
ওম হৰ-গৌৰী বসতি হওঁকেই নমঃ

**স্নিগ্ধা ঃ** দেউ বিয়া আৰম্ভ কৰিব লাগে।

**পুৰোহিতঃ** বিয়া আৰম্ভ হৈ গ'লেই নমঃ। দৰাৰ গালৈ ফুল চটিয়াব লাগেই নমঃ।
ইয়াত কেইটামান ফুল দিয়া-
এবাৰ উৰুলি দিয়ায়েই নমঃ
হাতত মোৰ টকা দহকুৰি দিয়ায়েই নমঃ
নমঃ নমঃ নমঃ

**কোৰাছ ঃ** অ'ই পুৰোহিতক জোকাও দে।

**(গান ধৰে-)**

**অনন্যা ঃ** **বিয়াত বহি দেউ বাপুই চুচুক-চামাক কৰে**
**তই আইচা বিয়া গাইবা-**
**ঘৈনেক নিলাক চোৰে**
**কোকনিলাক কোকনিলাক চোৰে**
**কাণ্ড দেখি দেউবাপুৰ চকুৰ পানী পৰে**
**হৰি বোলা হৰি এ হৰি (উৰুলি)**

**পুৰোহিতঃ** মোক জোকাই থাকিব নালাগে। কইনাক মাত।
কইনা আহিব লাগেই নমঃ
**লগে লগে দ'ৰাই গাব-**

**দ'ৰা ঃ** **দুই জাপ মাৰি ওলাই আহা।**
**মাই ডিয়াৰ খুহুলী।**
**তোলৈ ৰেটিং কৰি কৰি।**

পিঠিত গজিব চুলি।
ঐ ৰাম পিঠিত গজিল চুলি
**কইনাই দুজনীমান ছোৱালীৰ লগত ওলাই আহে।**
**কইনাই দৰালৈ চাই গায়**

**কোৰাছ ঃ** আহিব দিছিলো—

**কোৰাছ ঃ** অ' বৰভেকোলা।
ছটা বজাতে—
অ' বৰভেকোলা।

**কইনা ঃ** আহিছ দহটা বজাত বৰভেকোলা।
বিয়া নহও এতিয়া—।

**পুৰোহিত ঃ** খা— বাপেকে! খাহুলীয়ে বিয়াত নবহে বোলে।

**স্নিগ্ধা ঃ** খাহুলী প্লিজ! বহুত কষ্ট কৰি কপিলা বিলৰ পৰা তোৰ বাবে দ'ৰা বিচাৰি আনিছো।
চা— কেনে হেঁগুচাম দ'ৰা!

**কইনা ঃ** মাই ফুট! মই ইমান দূৰলৈ বিয়া নহওদেই।
মোক চিটিৰ দ'ৰা লাগিব।

**পুৰোহিত ঃ** খা-বাপেকে!

**স্নিগ্ধা ঃ** তই চিটিতেই থাকিব পাৰিবি। আমি দীঘলী পুখুৰীটো তহঁতৰ বাবে কৰি থৈছো নহয়।

**খহুলী ঃ** হয়।
**কইনাই দ'ৰাক টোৰ টোৰকৈ সোধে।**
**দ'ৰাই টোৰটোৰাই উত্তৰ দিয়ে।**
**পুৰোহিতে মন্ত্ৰ মাতে—**

**পুৰোহিত ঃ** ওম প্ৰজাপতয়ে নমঃ
ওম শুভ-বিবাহ নমঃ
হৰ-গৌৰী বসতিয়েই নমঃ
ভৰি চুই সেৱা কৰায়েই নমঃ
**পুৰোহিতক দৰা-কইনাই সেৱা কৰে**
ফিনিচ, বিয়া ফিনিচেই নমঃ!

**কোৰাছ ঃ** বিয়া সমাপ্তিয়ে নমঃ

**পুৰোহিত ঃ** এতিয়া দ'ৰা-কইনাই বোপা-ককাকৰ বৃত্তি অনুসৰি টোৰটোৰাব লাগে। মই যাব লাগে।
**পুৰোহিত আৰু চেলাৰ প্ৰস্থান**

**কোৰাছ ঃ** বৰযুণ আহিবলৈ লাগে, বৰযুণ।

ভেকুলীয়ে টোৰটোৰায়।
বাকীবোৰে আকাশলৈ চায়।
বৰষুণ নাই।

দেবাংগনাঃ ভেকুলীয়ে টোৰটোৰালেও দেখোন বৰষুণ নাহে।

কোৰাছ ঃ কি কথা?

ৰিতু ঃ বেং মাথা। অই বৰ ভেকোলা বৰষুণ ক'ত।

দ'ৰা ঃ হেৰ'— বৰষুণ দিলেহে আমি টোৰটোৰও;

নিয়ৰ ঃ আমি টোৰটোৰালে বৰষুণ নাহে নহয়।

প্ৰিয়মা ঃ অ' তাৰমানে বেঙৰ কথাত বাৰিষা নাহে?

কল্লোল ঃ বেঙৰ কথাত বাৰিষা হোৱা হ'লে, পৃথিৱীৰ খৰাং ঠাইবোৰত ভেকুলীৰ বিয়া পাতি বৰষুণ অনাৰ ব্যৱস্থা কৰিলেহেঁতেন। পৃথিৱীত খৰাং ঠাই নেথাকিলেহেঁতেন। আচলতে ভেকুলীৰ বিয়া মানুহৰ অন্ধবিশ্বাসহে।

কোৰাছ ঃ হয়।

স্নিগ্ধা ঃ ভেকুলীক ধৰ...। Normal Yellow punch

**ভেলুকীক ধৰ... এটা হুলস্থুলীয়া পৰিবেশ। ভেকুলীৰে সৈতে শিশুজাকৰ বেছিভাগে মঞ্চৰ পৰা প্ৰস্থান কৰে। মাথো কেইজনমানে মঞ্চত থাকে।**

হিমাশ্ৰী ঃ ভেকুলী দুটাক পোৱা হ'লে ঠেং ভাঙিলোহেঁতেন।

মূৰ্চ্ছনা ঃ এস, ভেকুলীয়ে কি দোষ কৰিলে। আমিহে ভেকুলী দুটা ধৰি আনি বিয়া পাতি দিছো।

ৰিচ্ছা ঃ বৰষুণ আৰু নাহিবই নেকি?

মূৰ্চ্ছনা ঃ বৰষুণ কমি গ'ল কিয়।

কল্লোল ঃ বিজ্ঞানীসকলৰ মতে বৰষুণ কমি যোৱা নাই নিশ্চয় বৰষুণ দিয়া স্থানৰহে পৰিবৰ্তন হৈছে।

কোৰাছ ঃ মানে?

স্নিগ্ধা ঃ মই কৈছো ৰবা? আগতে চেৰাপুঞ্জি, মৌচিনৰাম আদিত পৃথিৱীৰ ভিতৰতে বেছি বৰষুণ হৈছিল। এতিয়া সেইবোৰ ঠাইত বৰষুণৰ পৰিমান কমি গ'ল।

কোৰাছ ঃ কিয়?

স্নিগ্ধা ঃ গোলকীয় উষ্ণতা বৃদ্ধিৰ বাবে।

বৈশালী ঃ অসমতো বৰষুণৰ পৰিমাণ কমিছে। আনহাতে দিল্লী, মুম্বাই আদিত বৰষুণ বাঢ়িছে।

কল্লোল ঃ এই বাবেই এজাক বৰষুণতে আজি-কালি মুম্বাইত বানপানী হয়।

ৰিচ্ছা ঃ আমাৰ ইয়াত কেতিয়াবা খৰাং হৈছিলনে?

স্নিগ্ধা ঃ হৈছিল চাগে! মই তোমালোকক এটা সাধু ক'ব পাৰো। কমলা কুঁৱৰী সাধু।

কোৰাছ ঃ কমলা কুঁৱৰীৰ সাধু

**(লগে লগে নেপথ্যত কমলাকুঁৱৰীৰ গানৰ আৱহ সঙ্গীত হৈ ভাহি আহে। দুই এজনকৈ সাধু শুনাৰ বাবে শিশু প্ৰৱেশ কৰে।)**

**কল্লোল** ঃ ঐ কমলা কুঁৱৰীৰ সাধু শুন যদি বেগতে আহ।

**স্নিগ্ধা** ঃ বহুতদিনৰ আগতে আমাৰ ৰাজ্য কোনোবা এটা অঞ্চলত এজন ৰজা আছিল। এবাৰ তেওঁৰ ৰাজ্যত পানী নাইকিয়া হ'ল। চৌদিশে খৰাং। মানুহে হা পানী হা পানীকৈ চৌদিশে হাহাকাৰ লগালে। ৰজা পৰিল বিমোৰত। এদিনাখন ৰাতি ৰজাজনে সপোন দেখিলে।

**কোৰাছ** ঃ সপোনত কি দেখিলে?

**স্নিগ্ধা** ঃ মই নকও ৰ'বা! ৰজাজনে নিজেই ক'ব। আহক মহাৰাজ।

**কোৰাছ** ঃ জয় মহাৰাজৰ জয়

**ৰজাৰ প্ৰৱেশ। ৰজাই চন্তৰীৰ সৈতে ৰেম্পত থিয় হয়।**

**ৰজা** ঃ যোৱা ৰাতি মই এটা অদ্ভুত সপোন দেখিলো। সপোনত জলদেৱতাই আহি মোক ক'লে—

**কোৰাছ** ঃ কি ক'লে?

**ৰজা** ঃ বৰম্বে পাহাৰৰ দাঁতিত মই যিটো বৰপুখুৰী খন্দাবলৈ লৈছো। সেই পুখুৰীটোত পানী পোৱা যাব। যদিহে পুখুৰীটোৰ তলিখন সৰু ৰাণী কমলা কুঁৱৰীয়ে এবাৰ গছকি দিয়ে।

**কোৰাছ** ঃ ই কি কথা মহাৰাজ?

**ৰজা** ঃ ময়ো একো ধৰিব পৰা নাই। কিন্তু কমলা কুঁৱৰায়ে পুখুৰীত নমাৰ ফলত যদি মোৰ ৰাজ্যৰ প্ৰজাই পিয়াহৰ পানীটুপি পায়,কুঁৱৰীয়ে পুখুৰীত নানামিব কিয়? মই কমলা কুঁৱৰীক বৰম্বে পুখুৰীৰ তলিত নামিবলৈ আদেশ দিছো। কুঁৱৰী—

**(আকৌ আৰম্ভ হয় কমলা কুঁৱৰীৰ আৱহ সংগীত। কমলা কুঁৱৰী আৰু কেবাজনো ছোৱালী মঞ্চত প্ৰৱেশ কৰে। ৰজাক সেৱা জনায়।)**

**ৰজা** ঃ মহাৰাজ!

**ৰজা** ঃ যোৱা কুঁৱৰী, পুখুৰীলৈ তলিলৈ নামি যোৱা।

**কম্পজিচন**

(কমলা কুঁৱৰীক মাজত দেখা যায় তেওঁক চৌদিশে ঘেৰি ধৰে।

ঘূৰণীয়াকৈ বহা ল'ৰা-ছোৱালীবিলাকৰ গান আৰম্ভ হয়। মুভমেণ্ট। কেইজনমানে দূৰৈৰ পৰা চাই থাকে।

গান

ৰজা ঃ কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী অ'
পানীনো কিমানে হ'ল।

কমলা ঃ স্বৰ্গদেউ ঈশ্বৰ পানী মোৰ একাঠু হ'ল।

ৰজা ঃ কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী অ'
পানীনো কিমান হ'ল।

কমলা ঃ স্বৰ্গদেউ ঈশ্বৰ পানী মোৰ একঁকাল হ'ল।

ৰজা ঃ কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী অ'
পানীনো কিমানে হ'ল।

কমলা ঃ স্বৰ্গদেউ ঈশ্বৰ পানী মোৰ এবুকু হ'ল।

ৰজা ঃ কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী অ'
পানীনো কিমান হ'ল।

কোৰাছ ঃ বুৰি গ'ল, বুৰি গ'ল, কমলা কুঁৱৰী বুৰি গ'ল।
**মঞ্চ এন্ধাৰ হয়।**

## দৃশ্য-৪

**মঞ্চ আন্ধাৰ হয়। এজাক ল'ৰা-ছোৱালীয়ে খালী কলহ বাল্টি লৈ দুখমনেৰে বহি আছে। হালধীয়া পোহৰ। শুকান বাঁহীৰ সুৰ। স্নিগ্ধা আৰু প্ৰিয়মা নামৰ ডাঙৰ ছোৱালী দুজনীয়ে ছাটি লৈ সোমাই আহে।**

স্নিগ্ধা ঃ তোমালোকে দুখমনে কেলেই বহি আছা?

কোৰাছ ঃ খাবলৈ পানী নাই

কল্লোল ঃ টেপত পানী নাই?

প্ৰিয়মা ঃ পানী নাই মানে?

অনন্যা ঃ চাপ্লাইৰ পানীয়েই অহা নাই। ৰাতিপুৱাৰে পৰা আমি পানীৰ বাবে বৈ আছো।

স্নিগ্ধা ঃ কেলেই তোমালোকৰ ঘৰত কুঁৱা বা টিউবেল নাই নেকি?

নিশা ঃ থকাত আছে। সেইবোৰত পানীহে নাই। তলি শুকাই গ'ল।

প্ৰিয়মা ঃ ঠিকেই কৈছা। আচলতে মাটিৰ তলত থকা পানীবোৰৰ বেছিখিনি মানুহে ইতিমধ্যে ব্যৱহাৰ কৰিলেই। মাটিৰ তলত আৰু বেছি পানী নাই।

কল্লোল ঃ হয়। তোমালোকৰ ফালে চাপ্লাইৰ পানী আহি আছেনে?

স্নিগ্ধা ঃ নাইঅ'। কেইদিনমানৰ পৰা পানীৰ যোগান বৰ অনিয়মীয়া হৈছে।

নিয়ৰ ঃ আইতাই কৈছে আগতে হেনো এনেকুৱা নাছিল।

কোৰাছ ঃ কিয় এনে হ'ল?

স্নিগ্ধা ঃ আমাৰ ৰাজ্যত মৌচুমীৰ আহ-যাহ আগতকৈ কমি গৈছে।

কোৰাছ ঃ কিয়?

উজ্জ্বল ঃ আমাৰ ৰাজ্যখনে মৌচুমীকনো কি জগৰ লগালে?

স্নিগ্ধা ঃ জগৰ লগাইছে। মানুহে গছ-বন কাটি। জানো শেষ কৰা নাই? বৃহৎঅট্টালিকা সজা নাই?

কল্লোল ঃ বৃহৎ অট্টালিকা সাজিলেনো কি হয়?

স্নিগ্ধা ঃ বৃহৎঅট্টালিকাবোৰে গাড়ী-মটৰৰ ধোৱাতকৈও বেছিকৈ গোলকীয় উষ্ণতা বৃদ্ধিত সহায় কৰে। এইবোৰ কাৰণতে আগতকৈ তাপমাত্ৰা ৮ ডিগ্ৰী চেণ্টিগ্ৰেডলৈ বৃদ্ধি পাইছে।

কল্লোল ঃ অ' এইবাবেই আমি গৰমত ৰ'ব নোৱাৰা হৈছো।

হিমাশ্ৰী ঃ স্কুললৈ যাওঁতে ৰ'দে আমাৰ চকু-মুখবোৰ পোৰে।

নিয়ৰ ঃ আইতাই কৈছে, আগতে বোলে ৰ'দটো এনেকুৱা নাছিল।

মুৰ্চ্ছনা ঃ তোৰ আইতাজনীয়ে চাগে ডবল চানগ্লাছ পিন্ধি ৰ'দত বাহিৰলৈ ওলাইছিল।

কোৰাছ ঃ হাঃ হাঃ হাঃ

প্ৰিয়মা ঃ এৰা-বৰ্ষাকালৰ অতিৰিক্ত পানীবোৰ খৰালি ব্যৱহাৰৰ কাৰণে জমা কৰি ৰাখিব লাগিব। পানীয়েই প্ৰাণীৰ প্ৰাণ। আমাৰ দেশত পানী জমা কৰি ৰখাৰ বাবে ব্যৱস্থাই নাই।

স্নিগ্ধা ঃ মৌচুমীৰ অভাৱত বৰষুণ কমি যোৱাৰ বাবে পানীও কমি গৈছে।

আয়ুষ্মান ঃ কথাবোৰ কিবা বিশ্বাস কৰিবলৈ টান লগা হ'ল।

নিয়ৰ ঃ আইতাই কৈছে— পৃথিৱীৰ হেনো চাৰিভাগৰ তিনিভাগেই পানী! এভাগহে মাটি চাচোন চা তাৰ পিছতো খোৱা পানীৰ অভাৱ।

স্নিগ্ধা ঃ আমাৰ দেশখন মূলতঃ বৰষুণৰ ওপৰত নিৰ্ভৰশীল। এইবাবেই মৌচুমী হ'ল আমাৰ দেশৰ জীৱন ৰক্ষক।

হিমাশ্ৰী ঃ সৌৱা চাচোন চা। চানগ্লাছ পিন্ধা কোনোবা দুজনী এইফালে আহি আছে।
**(দেবাংগনা আৰু বৈশালীয়ে আহে। সিহঁতৰ পিছে পিছে পানীৰ বটলৰ ভাৰ লৈ ল'ৰা দুজন।)**

দেবাংগনাঃ কাম অন বয়, ইউ আৰু টু-শ্লো।

দিপ্ৰাণ ঃ অথনিৰে পৰা আহিয়েই আছো দেখোন। আৰু কিমান দূৰ?

বৈশালী ঃ পালোহিয়েই। কুইক

লাৰা ঃ ধেই!

আয়ুস্মান ঃ চা চা ইমানবোৰ পানীৰ বটল!

গান

**অ' পানী পানী তেৰে ৰংগ কেইচ্যা**

হিমাশ্ৰী ঃ পানী এবটল দিয়াচোন।

দেবাংগনাঃ পেইচা ফেকো তামাচা দেখো।

নিয়ৰ ঃ ইমানবোৰ পানীৰ বটল ক'ৰ পৰা আনিছা?

বৈশালী ঃ দোকানৰ পৰা কিনি আনিছো। বাৰ্থদে পাৰ্টি আছে।

কোৰাছ ঃ বাৰ্থ দে পাটি!
কাৰ বাৰ্থ দে?

বৈশালী ঃ মোৰ আকৌ— বলা

**দেৱাংগনা-বৈশালী, পানী কঢ়িওৱা ল'ৰা দুজনৰ প্ৰস্থান)**

স্নিগ্ধা ঃ দেখিলা-আজিকালি পানীও বজাৰৰ সামগ্ৰী হ'ল। এতিয়া পইচা থাকিলেহে পানী খাব পাবা। পইচা আছে পানী আছে পইচা নাই।

কোৰাছ ঃ পানী নাই।

স্নিগ্ধা ঃ পইচা যদি নাই, চাতক চৰাইৰ দৰে বিনাই থাকা ভাই।

কোৰাছ ঃ দেশখন কি হ'ল? **দেশখন কি হ'ল**

কল্লোল ঃ কিন্তু বাৰিষাকালত দেখোন নৈ-বিলবোৰ পানীৰে উপচি পৰি বানীপানী হয়। আমাৰ লখিমপুৰ জিলাখনত দেখোন বানপানী হৈয়েই থাকে।

কোৰাছ ঃ কেলেই?

**(এনেতে মেঘৰ গাজনি শুনা যায়)**

ৰিতু ঃ ঐ মেঘে গাজিছে।

উজ্জ্বল ঃ মৌচুমী বাই দেৱীকৈ হ'লেও আহিল যেন পাওঁ।

**(এজনে ৰেম্পৰ ওপৰলৈ দৌৰি যায়)**

কল্লোল ঃ সৌৱা পশ্চিমফালৰ পৰা ক'লা মেঘবোৰে। গোটেই আকাশখন চানি আহিছে। মৌচুমী বাই আহিল ঐ!

কোৰাছ ঃ বৰষুণ আহিছে, বৰষুণ আহিছে।

**ল'ৰা-ছোৱালীবোৰে মঞ্চলে সোমাই আহে। আনন্দতে সকলোৱে নাচি-বাগি গান গায়। দুই এজনৰ হাতত ৰঙীন ছাতি। মঞ্চত বৰষুণৰ সংগীত বাজে।**

গান

**বৰষুণ বৰষণ-২**

**আহি গ'ল বৰষুণ**

**কণজুন কণজুন**

গুণ গুণ গুণ
টুপ টুপ টুপ টুপ...।

মেঘে কৰে হিৰহিৰ
বিজুলীয়ে মাৰে তাৰ
বৰষুণ আহে জাকে জাকে
চোৱা চোৱা চোৱা

বৰষুণ বৰষুণ-চ
আহি হ'ল বৰষুণ
ৰুণজুন-চ গুণ-
টুপ টুপ টুপ...।

সমাপ্ত

# সেউজীয়া গাড়ী

শিশুৰ বাবে, কিছু সপোন, কিছু দিঠক...

নাট্যকাৰ ঃ **পংকজজ্যোতি ভূঞা**

## প্ৰথম দৃশ্য

মঞ্চৰ নিৰ্দেশনা ঃ এখন আবাসিক অঞ্চলৰ সন্মুখভাগ। প্ৰৱেশ পথ আৰু ইটাৰ দেৱালৰ কিছু অংশ। দেৱালখনৰ মাজে মাজে কিছু অংশ ভগা। প্ৰৱেশ পথত আবাসিক অঞ্চলৰ নামফলক। প্ৰৱেশ পথৰ কাষতে এখন কাঠৰ টুল, এডাল লাঠি। মঞ্চ পোহৰ হোৱাৰ লগে লগে দেখা যায় আবাসিক অঞ্চলৰ চকীদাৰৰ ল'ৰা লক্ষী ভিতৰৰ পৰা দৌৰি সোমাই আহে। সি বাহিৰত এটা গৰু দেখে।

লক্ষী ঃ এই ঘূৰ ঘূৰ, গ'লিনে-গ'লিনে, আঁতৰ হ আঁতৰ হ। এই গৰুজনী বৰ সাংঘাতিক দেই। কিমান দিন কৈছো কলনিৰ এই ভগা ৱালখন বনাব লাগে, নাই, কলনিৰ কোনো মানুহৰ খবৰ নাই। আৰু কষ্ট হয় এই লক্ষীৰ। আৰু দেউতায়ো মোক ভাল চাকৰিটোত সুমুৱাই থৈ গ'ল। খেতি কৰিবলৈ গাঁৱলৈ গৈ ঘূৰি অহাৰ নামেই নোলোৱা হ'ল। তাত বা গৈ কি ঔ ফুল ফুলাইছেগৈ একো ঠিক নাই। এতিয়া এই লক্ষী কলনিৰ চকীদাৰেই হৈ গ'ল। উহঃ ভাগৰ লাগি গ'ল দেই (বহে)। ভাগ্য ভাল এইটো সময়ত মানুহ কম আহে। অলপ সময়ৰ পিছত আকৌ সেইমখা ওলাব নহয়। সিহঁতক ধৰি ৰখাটোহে টান কাম। ইফালে মাক-বাপেকবোৰৰ হুকুম, কোনো ল'ৰা-ছোৱালী যাতে গেটৰ বাহিৰ হ'ব নোৱাৰে। হেৰ' মই এতিয়া গৰুৱেই ৰাখিম নে মানুহেই ৰাখিম। আজি, আজি কোনো ওলাই যাব নোৱাৰ। যি খেল ভিতৰতেই খেল। গেটৰ বাহিৰ হ'ব নোৱাৰ। (Direction)

(হঠাৎ সি বাহিৰত কিবা এটা দেখে)

আৰে' এইজনী আকৌ ক'ৰ পৰা আহিল। ঘূৰ-ঘূৰ ইচ তাই যেন কলেজৰ পৰা দেৰিকৈ মনে মনে ঘৰ সোমোৱা গাভৰু ছোৱালী জনীহে। তই লক্ষীক চিনি পোৱা নাই। ওলা ওলা। (Direction)

(লক্ষীয়ে গৰু খেদি বাহিৰলৈ ওলাই যোৱাৰ লগে লগে বিক্ৰমৰ বাদে বাকীসকলো ওলাই আহে।)

গৌতম ঃ ইচ্। ভাগ্য ভাল গৰুজনী আহিল, নহ'লে লক্ষী বোলাটো ইয়াৰ পৰা লৰচৰকে কৰিব নোখোজে।

মোহন ঃ অ' তাৰ বাপেকহে চকীদাৰ, কিন্তু তাৰ দম কি নাচাবা।

মাধুৰী : ৰ ৰ কথা পাতি নেথাকিবি, সি গম পালে হ'ল আৰু।

টুপু : কিন্তু বিক্ৰম এতিয়ালৈকে নাহিল কিয়?

কাকু : মই কোৰা নাছিলো, তাক পঠাব নালাগে?

কাবুল : একেবাৰে বেহুদা। খালী টিভিত চিনেমা চাব পাৰে।

মাধুৰী : চিচ্।

বৃষ্টি : কি হ'ল?

মাধুৰী : সৌটো— আহিছে। (বিক্ৰম সোমাই আহে, তাৰ হাতত এটা আঠাৰ টেমা)

পিয়ালী : আনিলি?

বিক্ৰম : ও এইটো। মা আহি গ'ল। সেই কাৰণে দেৰি,হ'ল। তহঁত ইয়াতে থাক। গৌতম আৰু মই লুকাই থাকো। আমি ছিগনেল দিলেই আৰম্ভ কৰিবি।

শশী : অ' এতিয়া আনিব নোৱাৰিবি।

(তাই বাহিৰলৈ চাই ফুছফুছাই কয়)

টুপু : সৌটো আহিলেই, লুকা লুকা।

কোৰাছ : বেষ্ট অব্ লাক্।

বিক্ৰম + গৌতম : থেঙ্ক ইউ। (গৌতম আৰু বিক্ৰম লুকাই পৰে, বাকীবোৰে লক্ষীৰ মুখামুখি হ'বলৈ ৰৈ থাকে। বাহিৰত গৰু খেদাবলৈ যোৱা লক্ষী গালি পাৰি ঘূৰি আহে আৰু হঠাৎ দেখে)

লক্ষী : হু তাই ইয়াত আহি মালবিকা বাইদেউৰ দৰে মডেলিং কৰে। মূৰ খাই দিব, মূৰ খাই দিব এই গৰুৱে। তহঁত!

পিয়ালী : হয় আমি।

সকলোৱে : লক্ষী দাদা নমস্কাৰ। নমস্কাৰ গ্ৰহণ কৰক দাদা।

লক্ষী : আকৌ, আকৌ আহি গ'লি মোৰ মূৰটো গৰম কৰিবলৈ।

কাকু : গৰম? আমি ক'ত গৰম কৰিলো? আমিটো ঠাণ্ডা কৰিবহে জানো।

সকলোৱে : ঠা—ন—ডা— (লক্ষীয়ে হাতত লাঠীডাল তুলি লয় আৰু সি ওচৰত থকা টুলখনত গপছত বহি দিয়ে। তাৰ পাছফালে থকা দেৱালৰ আঁৰত গৌতম আৰু বিক্ৰম। সিহঁতে লক্ষীক উঠাই নিবলৈ ইঙ্গিত দিয়ে)

লক্ষী : এইডাল, এইডাল কি দেখিছ? দা—ন—ডা

টুপু : তোমাৰ যে খংটো অনবৰতে উঠিয়েই থাকে।

লক্ষী : নুঠিব কিয়? তহঁতে মোক দিগদাৰ কৰিবি আৰু মোৰ খং নুঠিব? তহঁত বাহিৰলৈ খেলিবলৈ যাবি আৰু মাৰ-বাপেৰৰ গালি শুনিব লাগিব মই।

কাবুল : আমি ভিতৰত কি কৰিম?

(সিহঁতে তাক কথাৰে উত্তেজিত আৰু ব্যস্ত কৰিব বিচাৰে)

পিয়ালী : খেলিবলৈ ঠায়েই নাই?

শশী : আমি বাহিৰত খেলিম।

লক্ষী : বাহিৰত বহুত গণ্ডগোল। বোমা ফুটে...

মাধুৰী : ফুটক

লক্ষী : সোপাধৰা থাকে।

মোহন : থাকক, আমি ভয় নকৰো।

শিৱানী : টিভি চাই চাই।

কাকু : কাৰ্টুন চাই চাই।

বৃষ্টি : কেৰম খেলি খেলি।

টুপু : ব'ৰ হৈ গৈছো।

সকলোৰে : আমি ভিতৰত নেখেলো-নেখেলো-নেখেলো।

লক্ষী : গ'লিনে তহঁত। (Direction)

(সি হাতত লাঠি লৈ বহাৰ পৰা উঠি দিয়ে আৰু সিহঁতক খেদি যায়, সেইটো সুবিধাতে গৌতম আৰু বিক্ৰম লুকাই থকাৰ পৰা ওলাই আহি হাতত থকা ডেনড্ৰাইট জাতীয় আঠা লক্ষীৰ টুলত সানে)

গৌতম : হু! সি আমাক বাহিৰলৈ যাবলৈ নিদিয়ে। এতিয়া পাব নহয় মজাটো।

বিক্ৰম : ধুৰ, পলাব আমি এনেয়ো পাৰো। কিন্তু তাক শিক্ষা এটা দিবলৈহে আমি এইবোৰ কৰিছো।

গৌতম : অ' সান, সান খৰকৈ সান। ঐ সৌটো আহিলেই লুকা-লুকা। (Direction)

(লক্ষী পুনৰ সোমাই আহে, তাৰ পাছে পাছে সোমাই আহে সকলো ল'ৰা-ছোৱালী, সিহঁতে তাক ফেপেৰি পাতি জোকায়)

লক্ষী : হুঃ পলালি, ক'ত সাৰিবি, পলাই ক'ত সাৰিবি।

কোবাছ : লক্ষী দাদা নমস্কাৰ, নকৰিবা তিৰস্কাৰ। নকৰো যে দিগদাৰ, দিম আমি পুৰস্কাৰ।

লক্ষী : পুৰস্কাৰ? মোক পুৰস্কাৰ দিব লগা হ'লে আমাৰ মালিকে দিব। তহঁতে দিব নালাগে।

বিক্ৰম ঃ ৰ ৰ তহঁতে এনেয়ে হুলস্থূল কৰি আছ কিয়? লক্ষীকনো তহঁতে কিয় ইমান দিগদাৰ দি থাক। তাৰটো ডিউটি বোলা বস্তু এটা আছে। সি এনেয়ে কিয় যাবলৈ দিব?

গৌতম ঃ অ' কিয় যাবলৈ দিব?

লক্ষী ঃ ইহঁত দুটা, ইহঁত দুটা ভাল। মোৰ কথা ইহঁতে বুজি পায়, আৰু তহঁত...

মাধুৰী ঃ হয় দেই। তুমি বেয়া নাপাবা দেই লক্ষী। আমি আচলতে তোমাৰ লগত ধেমালিহে কৰিছো।

লক্ষী ঃ ধেমালি?

শিৱানী ঃ অ' ধেমালিটো।

টুপু ঃ আমি আচলতে তোমাৰ লগত কথা পাতিবলৈহে আহিছিলো।

(সিহঁতে তাক টুলখনত বহুৱাবলৈ বুদ্ধি কৰে আৰু তাক টানি অনাৰ দৰে আনি টুলৰ ওচৰত ৰাখে)

লক্ষী ঃ কথা, কি কথা? কিবা বুদ্ধি কৰা নাইটো?

কাকু ঃ বুদ্ধি, কি বুদ্ধি, আগতে তুমি বহাচোন। আমি ইয়াতে খেলিম।

লক্ষী ঃ খাটাংটো?

কোৰাছ ঃ খাটাং।

লক্ষী ঃ ঠিক আছে বাৰু। মোৰো কাম কৰি কৰি ভাগৰ লাগিছে। অলপ বহিয়েই লওঁ। (Direction)

(লক্ষী টুলৰ সলনি আন এঠাইত বহি দিয়ে)

বিক্ৰম ঃ অস্ ইয়াত কিয় বহিব লাগে। তোমাৰ আসন আছে নহয়, তাত বহা।

লক্ষী ঃ ক'ত? (Direction)

গৌতম ঃ ইয়াত, ইয়াত বহা। (Direction)

(সিহঁতে তাক টুলখনত বহুৱাই দিয়ে)

কাকু ঃ অ' এতিয়া লক্ষী দাদাই আমাক এটা সাধু কোৱা।

লক্ষী ঃ সাধু! ঐ সাধু ক'বলৈ মই বৃষ্টিৰ ককাক নে গৌতমৰ আইতাক? মই এইবোৰ সাধু-চাধু নেজানো দেই।

কাকু ঃ তেতিয়াহ'লে আমাক এটা চিনেমাৰ কাহিনীকে কোৱা।

লক্ষী ঃ চিনেমা? টিভিৰ চিনেমা? মই আকৌ সেইবোৰ ক'ত জানো

কোৰাছ ঃ নহ'ব। আমাক ক'বই লাগিব।

মোহন ঃ নহ'লে কিন্তু আমি হুলস্থূল লগাই দিম।

লক্ষী ঃ ঠিক আছে, ঠিক আছে, শুন তেনেহ'লে—

বিক্রম ঃ ফাইটিং পিক্‌চাৰ?

লক্ষী ঃ ও ফাইটিং পিক্‌চাৰ, চ'লে— গব্বৰ সিং, হাঃ হাঃ হাঃ। আৰে অ' কালিয়া, কিতনে আদমী থে। (Direction)

(সি উঠিব খোজে)

মাধুৰী ঃ ই...... হ'ব হ'ব। উঠিব নালাগে, বহি বহি কোৱা।

লক্ষী ঃ হ'ব? বহি ক'লে হ'ব?

কোৰাছ ঃ হ'ব হ'ব।

লক্ষী ঃ শুন তেনেহ'লে, **এসময়ত** জয় আৰু বিৰু নামৰ দুটা চোৰ আছিল। সিহঁতক ঠাকুৰ নামৰ পুলিচ অফিচাৰ এজনে লৈ আহিল। আহিল মানে ৰামগড়....। ডকাইত..... গব্বৰ সিং.... (Direction) তাৰ পিছত গব্বৰ সিঙে বাসন্তী মানে হেমামালিনীক ধৰি আনি বন্দী কৰি থ'লে, আৰু বিৰু মানে ধৰ্মেন্দ্ৰক এনেকৈ বান্ধি ৰাখিলে।

শশী ঃ আমাৰ নিচিনাকৈ?

লক্ষী ঃ তহঁতক আকৌ কোনে বান্ধি ৰাখিলে?

কোৰাছ ঃ কিয় তুমি...

লক্ষী ঃ মই! মই আকৌ তহঁতক ক'ত বান্ধি ৰাখিছো?

টুপু ঃ নাই ৰখা? তেনেহ'লে আমি যাওঁ?

লক্ষী ঃ ক'লৈ?

কোৰাছ ঃ খেলিবলৈ?

(সিহঁত বাহিৰলৈ যাব খোজে)

লক্ষী ঃ এই খবৰদাৰ। কোনেও এক খোজো লৰচৰ নকৰিবি।

(সি উঠিব খোজে কিন্তু নোৱাৰে)

বিক্রম ঃ ঠিক সেই সময়তে জয় মানে অমিতাভ আহি গ'ল আৰু ধুমাধুম ফাইটিং। ইটোৱে সিটোক মাৰিছে। সিটোৱে ইটোক। ইনকিলাব জিন্দাবাদ।

লক্ষী ঃ জিন্দাবাদ জিন্দাবাদ।

**(সিহঁতে আন্দোলন কৰাৰ দৰে)**

**কোৰাছ ঃ লক্ষী দাদা নমস্কাৰ।**

টুপু ঃ মিছাকৈ কৈছে।
বিক্ৰম ঃ এই টুপু এই কাকুৰে চিনাকি দিলেনে?
টুপু ঃ নাই দিয়া।
বিক্ৰম ঃ কাকু চিনাকি দে।
কাকু ঃ মোৰ ভয় লাগে দেই।
(সি খোনা বাবে মাতিব নোৱাৰে)
বিক্ৰম ঃ ঐ টুপু ধৰ তাক। ক নাম ক।
কাকু ঃ মই..... মই.....
(সি ওপৰলৈ দেখুৱাই ব্যস্ত কৰি তাৰ পৰা দৌৰি পলাই যায়)
বিক্ৰম+টুপু ঃ অঁ তই।
কাকু ঃ সেইটো কি চা (Direction) টিপি-টিপি, টপ্ টপ্।
বিক্ৰম ঃ কাকু, তাৰ নাম কাকু।
টুপু ঃ এনেয়ে সি ভীষণ স্মাৰ্ট, কিন্তু কোনোবাই নামটো সুধিলে হঠাৎ ক'ব নোৱাৰে।
বিক্ৰম ঃ লা... লা... লাগি ধৰে।
টুপু ঃ সি নাথাকিলে আমাৰ কোনো অভিযানেই সফল নহয়।
বিক্ৰম ঃ চিনেমা চাই খুউব ভাল পায়। কাৰ্টুন পিক্‌চাৰ বুলিলেটো খোৱা শোৱা চব বাদ। মোৰ একান্ত ভক্ত।
টুপু ঃ ইয়াৰ উপৰি আৰু এজনী আছে—
বিক্ৰম ঃ শিৱানী, পিয়ালীৰ ভনীয়েক। আমাৰ দলৰ আটাইতকৈ সৰু। (ডাঙৰকৈ) ঐ আৰু কোন থাকিল?
নেপথ্যতঃ এইজনী।
বিক্ৰম ঃ কোন ইয়ালৈ নাহে কিয়?
নেপথ্যতঃ (পিয়ালী) নেযাওঁ, মই নেযাওঁ।
বিক্ৰম ঃ কিয় নাহিবি! আহ! লুকাই থাকিলে নহ'ব। ঐ কাকু তাইক ধৰি লৈ আহ।
টুপু ঃ ভয় কৰে, মানুহলৈ ভয় কৰে।
বিক্ৰম ঃ বাপেকলৈ ভূততকৈয়ো বেছি ভয় কৰে।
টুপু ঃ বাপেকে জ্যোতিষ বিদ্যা বিশ্বাস কৰে।
বিক্ৰম ঃ দিন-বাৰ চাইহে খোৱা-বোৱা, পিন্ধা আদি কৰে। আহ-আহ এতিয়া গ্ৰহ-নক্ষত্ৰ ভাল। ক্ষণ ভাল। দে নমস্কাৰ দে।
পিয়ালী ঃ নমস্কাৰ। মোৰ নাম পিয়ালী।
টুপু ঃ এক নম্বৰী শিয়ালী।

বিক্রম ঃ যদিও বঙালী, গায় কিন্তু জ্যোতি সংগীত আৰু ৰাভা সংগীত।

টুপু ঃ কাজিয়া কৰি খুউব ভাল পায়।

পিয়ালী ঃ কেতিয়া, কেতিয়া মই কাজিয়া কৰিলো।

বিক্রম ঃ দেখিলে।

টুপু ঃ শপত তাই কিলোৱে-কিলোৱে খায়।

শিৱানী ঃ ঐ ঐ কি শপত খোৱা পিছত খাবা। আৰু অলপ দেৰি হ'লে কাণচেপা খাবা।

বিক্রম ঃ কিয়? কি হ'লনো?

শিৱানী ঃ লক্ষী আৰু বৰা আংকল এই ফালে আহি আছে।

বিক্রম + টুপু + পিয়ালী ঃ কি! যমদূত আহিছে?

শিৱানী ঃ অ'।

বিক্রম ঃ ঐ, ঐ যমদূত আহিছে, পলা।

শিৱানী ঃ নমস্কাৰ মোৰ নাম শিৱানী। এতিয়া কথা পতাৰ সময় নাই। পিছত লগ পাম। বাই।

(Light and Music Fade out)

## তৃতীয় দৃশ্য

(কলনিৰ সন্মুখত স্কুলীয়া পোছাকত মাধুৰী বৈ থাকে, কাকু স্কুলৰ পোছাকত ওলাই আহে)

মাধুৰী ঃ এই কাকুটোৰ যে বহুত লেঠা। ইমান সময় লাগেনে তাৰ। কি হ'ল ইমান দেৰি কৰিলি যে?

কাকু ঃ ৰ, কাবুলো যাব নহয়।

মাধুৰী ঃ তোৰনো ইমান সময় লাগিল কিয়?

কাকু ঃ দেউতাইহে দেৰি কৰালে।

মাধুৰী ঃ কিয়?

কাকু ঃ এহ! দেউতাৰ সেই আগৰ কাৰবাৰ। দেউতায়ে সেই পেটুবা মানুহজনৰ কথা পাতি আছিল।

মাধুৰী ঃ অ'

কাকু ঃ মই ইংলিছৰ কিতাপখন লৈ কিবা এটা সোধো বুলি ওচৰলৈ গৈ একো সুধিবলৈ নাপালোৱেই, দেউতাই মোক দেখি কাণচেপা দি ক'লে, বোলে ডাঙৰ মানুহৰ কথা শুনিব নাপায়।

মাধুৰী : তাৰ পিছত?

কাকু : তাৰ পিছত আৰু কি? পাঁচ মিনিটৰ পিছত দেউতাই পুনৰ মাতি নি সেই মানুহজনৰ লগত চিনাকি কৰাই দিলে। আৰু বুজিছ বা, মানুহজনে মোক টিফিনত আপেল খাবলৈ ২০০ টকা দিলে।

মাধুৰী : ২০০ টকাৰ আপেল!

কাকু : সেইটোনো কি কথা! দেউতাক যে চাহ খাবলৈ এইজাপমান টকা দিছে।

মাধুৰী : অ' ইফালে কালিও নহয়, কালি ৰাতি কিবা লাইচেন্স বিচাৰি অহা সেই মাৰোৱাৰী মানুহজনে টকা দিওঁতে মোকো পাঁচশ টকা ল'বলৈ দিলে। পিছত মায়ে মোৰ পৰা কাঢ়ি থৈ দিলে।

কাকু : ইচ্ স্কুলত অমিতাভে মোক কৈছে নহয়। আমাৰ দেউতাই বোলে মানুহৰ পৰা বহুত টকা লয়। দেউতাইনো মানুহৰ পৰা ইমান টকা কিয় লয় বা?

মাধুৰী : চিচ্।

কাকু : কি হ'ল?

(কাবুল ওলাই আহে)

মাধুৰী : সেইটো কাবুল আহিছে। ইমান দেৰি কৰিলি, ৰৈ ৰৈ আমনি লাগি গৈছে, ব'ল।

কাবুল : ৰচোন, পিয়ালীহঁতে ওলাই আহিছেহে। তাত ৰোৱাতকৈ ইয়াতে ৰওঁ। বাৰু প্ৰদূষিত মানে কি অ'?

মাধুৰী : প্ৰদূষিত?

কাবুল : অঁ প্ৰদূষিত শব্দৰ অৰ্থটো মাহঁতক সুধি সুধি উলিয়াব নোৱাৰিলো। এই যে কিতাপখনত আছে।

মাধুৰী : ৰ, ৰ এতিয়া ইয়াত কিতাপ চাবিনে, স্কুললৈ যাবি?

কাবুল : বাছখন দেখোন অহাই নাই।

মাধুৰী : এই বাছখন যে আমাৰ খেলা গাড়ীখনতকৈয়ো মস্ত ব'ৰ। কেতিয়াও সময় মতে আহি নাপায়হি।

কাকু : মই হ'লে খোজকাঢ়ি নাযাওঁ দেই।

মাধুৰী : ইচ্ ওলাল সি ৰজাৰ পুতেকটো।

কাকু : ৰজা নহয়! গাড়ী নাহিলে মই ইয়াৰ পৰা এক খোজো লৰচৰ নকৰোঁ।

কাবুল : ৰ, ৰ আহিব। আগতে মোক শব্দটোৰ অৰ্থ কচোন।

কাকু : শব্দ অৰ্থ? ঐ শব্দ অৰ্থ ক'বলৈ তই মোক মাষ্টৰ বুলি ভাবিছ নেকি?

কাবুল : মূৰ্খ বুলি ভাবিছো, গৰু....

মাধুৰী : চুপ।

কাকু : দেউতাৰক নুসুধিলি কিয়?
কাবুল : গালি।
কাকু : গালি? ওঁ...... হ'ব পাৰে, প্ৰদূষিতৰ অৰ্থ গালি হ'ব পাৰে।
মাধুৰী : ঐ পণ্ডিত ব'লা খোজকাঢ়ি যাওঁ।
কাকু : No, never (Direction)
(বিক্ৰমহঁত বাহিৰৰ পৰা স্কুলীয়া পোছাকত ঘূৰি আহে)
মাধুৰী : আৰে কি হ'ল তহঁত উভতি আহিলি যে? স্কুল?
বিক্ৰম : তইঁতে যে কৈ থাক স্কুল গৈ গৈ আমনি লাগিছে।
কাকু : লাগিছেতো।
মোহন : গতিকে স্কুলখন বন্ধ কৰি দিলো।
কাকু : কিয়?
শশী : কিয় মানে, তহঁতৰ সুবিধাৰ কাৰণে।
কাবুল : কিন্তু হঠাতে যে?
বিক্ৰম : বুৰ্বক, অসম বন্ধ হঠাতেই দিয়ে। তোক হ'বলা স্কুলৰ ৰুটিন দিয়াৰ দৰে আগতীয়াকৈ দি দিব লাগিব।
কাকু : তাঁৰমানে আমি যাব নালাগে?
টুপু : দেখা নাই আমি গুচি আহিলো।
কাকু : ভালেই হ'ল, মোৰ T.V. ত...
মাধুৰী : চুপ, খালী T.V., T.V., তাতকৈ আমি খেলোগৈ ব'ল।
কোৰাছ : ক'ত?
মাধুৰী : ক'ত আৰু আমাৰ সেই permanent ঠাইত।
শশী : অ' ঘৰতো কোনেও কোন ক'লে গ'ল একোকে নাজানিব।
(তাইৰ কথাত সকলোৰে মুখত হাঁহি বিৰিঙি উঠে, চিঞৰ-বাখৰ কৰে, কিন্তু অলপ পাছতে লক্ষীৰ কথা মনত পৰে)
বৃষ্টি : কিন্তু লক্ষী!
মোহন : তালৈ ভয় কৰিলে হ'ব নেকি? মই আছো ব'ল।
বিক্ৰম : এই যে প্ৰকাণ্ড প্ৰকাণ্ড ঘৰবোৰ বনাই ছাইনবৰ্ড লগাই দিলে, কিন্তু আমাক খেলিবলৈ যে এটুকুৰা মুকলি ঠাই লাগে সেই কথাটো কিন্তু কোনেও নাভাবিলে।
টুপু : ইফালে মিটিঙৰ উপৰি মিটিং। ইয়াত বোলে দেউতাহঁতে পাৰ্ক বনায়।
মাধুৰী : নহয় কেতিয়াও নহয় পাৰ্ক।
মোহন : ব'ল যি হয় হ'ব।

বিক্ৰম : গালি, ধমকি আৰু কাণচেপা খাওঁতে খাওঁতে ছাল ডাঠ হৈ গৈছে। এতিয়া ভয় কৰি থাকিলে নহ'ব। ব'ল।

কোৰাছ : অ' ব'ল

(সকলো আনন্দৰে বাহিৰলৈ ওলাই যায়)

(Light and Music Fade out)

## চতুৰ্থ দৃশ্য

(সিহঁতৰ খেলা গাড়ীসহ মুকলি ঠাই। সকলো সোমাই আহিব।)

বিক্ৰম : এই আহি যা, আহি যা।

কাকু : আহি যা, আহি যা, আমাৰ গাড়ীত উঠ যা। এই কোন যাব পটাপট উঠিব লাগে।

বিক্ৰম : এই ৰ, ৰ হুলস্থূল নকৰিবি। কোন ক'ত যাবি ক? হেণ্ডিমেন।

কাকু : কওঁক দাদা।

বিক্ৰম : মানুহ মাত।

কাকু : এই মালিগাঁও, আদাবাৰী, জালুকবাৰী, খালী গাড়ী-খালী গাড়ী।

বিক্ৰম : আহি যাওক, আহি যাওক।

টুপু : ইচ্ এইডালে যে ইমান বেছি বেছি কৰে। সি যেন সঁচাকৈ লৈহে যাব পাৰিব।

বিক্ৰম : কিয় নোৱাৰিম? কল্পনাৰে তই যাব জানিব লাগিব। ধৰ সপোনৰ নিচিনাকৈ। বহ, মোৰ গাড়ীৰ কামাল চা।

মাধুৰী : হ'ব হ'ব।

বিক্ৰম : এই গাড়ী যাব এতিয়া। আহি যাওক আহি যাক। হেণ্ডিমেন।

কাকু : হেণ্ডিমেন, ৰেডি দাদা।

বিক্ৰম : সকলো বহিলনে?

কাকু : বহিল দাদা।

বিক্ৰম : যাওঁ?

কাকু : (হুছেইল বজাই) যাওক দাদা। (Direction)

কাকু : এই চানমাৰি, চানমাৰি কোন কোন আছে নামি লওক।

বিক্ৰম : এই পইচা লৈছে নে নাই?

কাকু : লৈছো দাদা। এই আহক আহক, গাড়ী যাব এতিয়া, উঠক উঠক।

বিক্ৰম : যাওঁ?

কাকু : যাওক দাদা।

বিক্রম ঃ অ' এইবাৰ গাড়ী যাব নগাঁও, কলিয়াবৰ, জখলাবন্ধা।

টুপু ঃ এই, নাযাওঁ, নাযাওঁ, গাড়ী ৰাখ গাড়ী ৰাখ।

বিক্রম ঃ কিয়?

টুপু ঃ তাত মামাহঁতৰ ঘৰ। কেনেবাকৈ দেখি গ'লে?

বিক্রম ঃ হয় নেকি তেনেহ'লে..... ক'ত যাম.... ক'ত যাম....

বিক্রম ঃ ঐ কাজিৰঙা যাওঁ ব'ল।

কোৰাছ ঃ কাজিৰঙা! হেই... (Direction)

(সকলোৰে মুখত আনন্দ, যেন সিহঁত গৈছে থাকে)

মোহন ঃ ঐ ইমান সময়ে কাজিৰঙা পোৱাহিয়েই নাইনে?

বিক্রম ঃ পাইছো পাইছো এয়া বুঢ়া পাহাৰৰ টাৰ্নিং। ভালদৰে ধৰি ল'বি দেই।

বিক্রম ঃ এয়া আমি পাই গ'লোহি কাজিৰঙা। বাকীবোৰ হাউলি যায়। সকলোৰে আনন্দত হেই বুলি চিঞৰে।

বিক্রম ঃ সেয়া চা সেউজীয়া সেউজীয়া গছ, সেউজীয়া সেউজীয়া ঘাঁহ—

কোৰাছ ঃ দেখিছো।

মাধুৰী ঃ সেয়া চা নদী।

কোৰাছ, ঃ দেখিছো, দেখিছো।

মোহন ঃ সেয়া চা গঁড়।

(সি বাহিৰলৈ আঙুলিয়াই দেখুৱায়)

কাকু ঃ দেখিছো দাদা, মাইকী গঁড়, হালধীয়া শাৰী পিন্ধি অফিচৰ পৰা আহিছে।

মাধুৰী ঃ এই লাগে তোক। ৰ দেউতাৰ আগত লগাই দিম।

কাকু ঃ ইচ্ ভুল হৈ গ'ল পায়।

মাধুৰী ঃ তোক মই কোৱা নাছিলো-ডাঙৰ মানুহক ঠাট্টা কৰিব নাপায় বুলি?

কাকু ঃ এয়া কাণ চুই কৈছো আৰু নকৰোঁ বাৰু। হ'ব?

বিক্রম ঃ হ'ব হ'ব সি ভুল হ'ল বুলি ক'লে নহয়। এই, এইবাৰ পিছে তহঁত ক'লৈ যাবি? মানস নে পবিতৰা।

বৃষ্টি ঃ হাবিতে থাকিবিনে?

বিক্রম ঃ এৰা (চিন্তা কৰি) ঐ ব'ল নহ'লে মাজুলীলৈ যাওঁ।

কাবুল ঃ পৃথিৱীৰ আটাইতকৈ ডাঙৰ নদীদ্বীপ।

বিক্রম ঃ অ, ব'লা। (Direction)

(সি যেন গাড়ীখন ৰাখে)

মোহন ঃ ঐ গাড়ী ৰাখ-গাড়ী ৰাখ।

শশী : কি হ'ল বহা আকৌ।

মোহন : নালাগে মই নামিম, ৰাখ ৰাখ।

বিক্রম : (গাড়ী ৰাখে) এনেকৈ Full Speed ত গৈ থকা গাড়ী ৰাখিলে accident হৈ যাব কিন্তু। আগতেই ক'ব লাগে।

মাধুৰী : অ' কি হ'লনো তোৰ?

মোহন : ই আমাৰ আটাইবোৰকে পানীত ডুবাই মাৰিব। নদীত সি গাড়ী চলায়। (বাকীবোৰে হাঁহি দিয়ে)।

বিক্রম : ধেৎ, তহঁতে ভয় কৰ দেই। তহঁতে মোৰ গাড়ীখন কি বুলি ভাবিছ? পানীত নমাৰ আগতে 007 ৰ নিচিনাকৈ এইখনক কেনেকৈ জাহাজ কৰি দিওঁ চাই থাক। (Direction) (সি যেন পাল তৰী দিয়ে, সংগীতৰ প্ৰসংগ)

বিক্রম : এই... টোৰ হৈ গ'ল জাহাজ, হেণ্ডিমেন -Oh sorry নাবিক।

কাকু : Yes Captain

বিক্রম : ষ্টাৰ্ট কৰা।

কাকু : হ'ব Captain (Direction)

বিক্রম : এয়া চা আমি পাই গ'লোহি মাজুলী। (Direction)

বিক্রম : মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে ইয়াত সত্ৰ পাতিছিল— সত্ৰ পাতি ভাওনা কৰাইছিল। (বাকীবোৰৰ Reaction.)

বিক্রম : বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে ভকত-বৈষ্ণৱ ইয়াতে গোট খাই নাম লৈছিল। শংকৰ গুৰু আমাৰে, মাধৱ গুৰু আমাৰে। (বাকীবোৰেও চাপৰি বজাই বজাই গায়)

টুপু : ঐ ঐ ইয়াৰ ইয়াৰ ৰচনা মুখস্থ আছে ন। (বাকীবোৰৰ হাঁহি)

মোহন : হ'ব হ'ব আজিলৈ থ আৰু বুজিছু। মই নামিলো। (মোহন নামে)

বিক্রম : কিয়? উৰাজাহাজৰ কাৰবাৰটো আছেই দেখোন?

মোহন : এনেকৈ আৰু কিমান ভাবি ভাবি ইফালে-সিফালে যাবি।

বিক্রম : কিয় চন্দ্ৰলৈ যোৱাৰ কথাটো যেনেকৈ এদিন কল্পনা আছিল আৰু পিছত সঁচা হ'ল ঠিক তেনেদৰে আমাৰ সপোনবোৰো এদিন সঁচা হ'ব চাই থাক।

মাধুৰী : আৰু ভাবি থাক।

বিক্রম : ভাবিম আৰু ভাবিম! কাৰণ তোক মোক এইবোৰ ঠাই দেখুৱাবলৈ কোনেও নিনিয়ে, সেইবাবে এইবোৰ ঠাইলৈ ভাবি ভাবিয়েই যাব লাগিব।

কাবুল : শুনিছো, বিদেশৰ মানুহ আহি এইবোৰ চাই যায়।

শশী : আৰু আমি ঘৰৰ পৰা ওলালেই গালি।

টুপু : আজিলৈকে মামাৰ ঘৰৰ বাহিৰে একোৱেই দেখা নাই।

কাকু : টিভিত কেতিয়াবা এইবোৰ দেখুৱালেও কাণত ধৰি নি খাটিলৈ কয়।

বিক্ৰম : উপায় নাই, মন বেয়া কৰি একো লাভ নাই। আমাৰ এই চকা নোহোৱা গাড়ীতেই উঠি যাব লাগিব। (বাহিৰৰ পৰা গৌতম চিঞৰি চিঞৰি সোমাই আহে)

গৌতম : ঐ শুন শুন মজাৰ খবৰ, মজাৰ খবৰ।

বিক্ৰম : কি হ'ল তই ইমান চিঞৰি আহিছযে!

গৌতম : পাৰ্ক হ'ব পাৰ্ক!

কোৰাছ : পাৰ্ক?

কাকু : কি পাৰ্ক? জুৱাচিক পাৰ্ক?

মোহন : ঐ বিক্ৰমৰ দৰে ইয়ো সপোন দেখিলে।

গৌতম : সপোনত নহয়, আমাৰ ককা, তহঁতৰ দেউতা আৰু কলনিৰ সকলো বহি আলোচনা কৰিছে। আজি অসম বন্ধ যে। কাকুহঁতৰ তাতে মিটিং। আমাৰ কলনিত বোলে এখন পাৰ্ক হ'ব।

কোৰাছ : এই... ধুম তাকা তাক ধুম। (Direction)

(সকলোৱে আনন্দত নাচে)

কাকু : ঐ কি হ'ব, কি হ'ব?

কোৰাছ : পাৰ্ক হ'ব।

কাকু : অ, তাকা তাকা ধুম।

গৌতম : এইবাৰ চাবি হৈ যাব। এতিয়াৰ পৰা আমি এই বিক্ৰমৰ কল্পনাৰ গাড়ীখনত নহ'লেও হ'ব মই নিজেই শুনি আহিছো।

শশী : অ, চকা নাইকিয়া গাড়ীখনত যাবলৈ মোৰ আৰু মন নাই।

বিক্ৰম : থাক তহঁতে বেয়া পাইছ যাব নালাগে। ঐ মোৰ লগত কোন যাবি?

কাকু : মই যাম।

মাধুৰী : ই যে, সঁচাই বুৰ্বক দেই।

টুপু : ঐ আমি খেলো আহ।

বিক্ৰম : ইহঁত নাযায় যেতিয়া তয়ে ময়ে যাওঁ ব'ল।

কাকু : ক'লৈ।

বিক্ৰম : ব'ল মুম্বাইৰ পৰা আহো।

কাকু : পাৰি, যাব পাৰি।

বিক্ৰম : প্ৰথম আমি যাম ৰাজকমল ষ্টুডিঅ'লৈ।

কাকু : চিনেমাৰ?

বিক্ৰম : অ' আৰে কাৰ কাৰ লগত চিনাকি আছে জানেই দেখোন। মই তোক এবাৰৰ কথা কওঁ শুন। এবাৰ গৈ মই অমিতক মাতিলো। হাই অমিত।

কাকু : কোন অমিত।

বিক্রম : আৰে অমিত মানে কোন নাজান? বুৰ্বক অমিতাভ বচ্চন আকৌ। (Direction)
(সকলোৱে তাৰ কথা শুনি মূৰে-কপালে হাত দিয়ে)

কাকু : তই হাই অমিত বুলি ক'লি! তাৰ পিছত?

বিক্রম : তাৰ পিছত আৰু কি হ'বলগীয়া থাকে? মোক তোৰ জোৰ কৰিয়েই শ্বুটিঙলৈ লৈ গ'ল।

কাকু : গ'লি!

বিক্রম : আৰে নগ'লে কেনেকৈ হ'ব? গ'লো আকৌ। সেই যে গ'লো গৈয়েই আছো। ঋতিক যে ঋতিক ৰোচন।

কাকু : অঁ!

বিক্রম : সেই যে নতুন নাচটো। গানটো জানো কি আছিল।

কাকু : দিল না লিয়া, দিল না দিয়া।

বিক্রম : অ' সেইটো।

মাধুৰী : চাবি সেইটো এতিয়া সি শিকাইছিল বুলি ক'ব।

বিক্রম : অ' প্ৰথম মই শিকোৱাটো।

টুপু : ঐ হ'লনে তহঁতৰ আৰু কিমান ক'বি? ৰাজ কাপুৰ, অশোক কুমাৰকো চিনি পাওঁ বুলি ক।

বিক্রম : হু ... ইহঁতে জীৱনত একো কৰি পোৱা নাইতো সেই বাবে হিংসা কৰিছে।

কাকু : অ

বিক্রম : আৰু শুনিবিনে?

কাকু : অ'।

বিক্রম : ব'ল আমি সৌ তালৈ যাওঁ।

কাকু : ব'ল।

শশী : ঐ ক'ত যাব তহঁত?

কাকু : তহঁতক কৈলৈ?

টুপু : মুম্বাই নে দাৰ্জিলিং?
(বাকীবোৰে হাঁহে। বিক্রম আৰু কাকু ওলাই যায়। বাহিৰৰ পৰা পিয়ালী আৰু শিৱানী আহে)

মাধুৰী : ইমান দেৰি কৰিলি কিয়?

পিয়ালী : এইজনীৰ কাৰণে।

শিৱানী : ময়ো আহিলো।

মাধুৰী : আই ঐ তুমিও আহিলা?

পিয়ালী : মই আহিবলৈ লওঁতে দেউতাই মাতিলে। ইফালে তইঁতক [illegible]াত বিচাৰি আছে। শিৱাণীক মই চিলাখন দেখুৱাই দিলো।

মাধুৰী : অ' দেখিছ। তুমি চিলাখন দেখিলা?

পিয়ালী : ঐ এটা ভাল খবৰ আছে।

গৌতম : জানো দে পাৰ্ক।

পিয়ালী : পাৰ্কটো মিটিঙৰ প্ৰথমতেই আছিল। কিন্তু অলপ পিছতে নোহোৱা হৈ গ'ল।

কোৰাছ : কি পাৰ্ক নহয়?

পিয়ালী : নহয়। হাত-ভৰি ভাগিব। গতিকে কেনচেল।

মোহন : ঐ বিক্ৰম, ঐ কাকু শুন, শুন পাৰ্ক নহয় বোলে।

বিক্ৰম কাকু : কি পাৰ্ক নহয়!

শশী : এতিয়া কি হ'ব?

পিয়ালী : আমাক বোলে দাৰ্জিলিং ফুৰাবলৈ নিব।

কোৰাছ : দাৰ্জিলিং।

(সকলোৱে আনন্দ কৰে)

টুপু : সেই দাৰ্জিলিং।

পিয়ালী : অ'

কোৰাছ : কেতিয়া?

পিয়ালী : পৰীক্ষাৰ পিছত।

কোৰাছ : আই জৌ।

(সকলোৱে আনন্দত এটি গীত গাব আৰু নাচিব গীতৰ শেষত)

টুপু : দাৰ্জিলিং, দাৰ্জিলিং...

মাধুৰী : উস্ এইজনীয়ে ইমান জঁপিয়াইছে।

শশী : যেন তাই জঁপিয়াই জঁপিয়াই পাহাৰৰ ওপৰতহে উঠিছে।

গৌতম : তাত বহুত ঠাণ্ডা কিজানি!

বৃষ্টি : চুৱেটাৰ, টুপী চব লাগিব ন?

টুপু : লাগিবতো

মাধুৰী : তই কেনেকৈ জানিলি?

টুপু : আমাৰ মামা থাকে নহয়। নিজৰ মামা।

কাবুল : ইচ্! নিজৰ মামা।

কোৰাছ : তইঁতৰ নিজৰ মামা।

বিক্ৰম : কপাল কিন্তু দেই।

মোহন ঃ ৰ ৰ সঁচাকৈ যাবলৈ পাম জানো।

শশী ঃ অ, যোৱাবাৰ পূজাৰ বন্ধত ৰংঘৰ, কাৰেংঘৰ দেখুৱাম বুলি কৈছিল, নিলে জানো?

মাধুৰী ঃ অ, ৰংঘৰ, কাৰেং ঘৰৰ ঠাইত দেখুৱালে শৰাইঘাটৰ দলং আৰু চিলাৰায়ৰ মূৰ্তি।

পিয়ালী ঃ পিক্‌নিক্ নিম বুলি কৈ শেষত চক্‌লেট খুৱালে।

কোৰাছ ঃ তেতিয়াহ'লে আমি ক'লৈ যাম?

(বাহিৰৰ পৰা হাতত লাঠি লৈ লক্ষী আহে)

লক্ষী ঃ ঘৰলৈ। এস... সে সে পালোহে বিচাৰি।

লক্ষী ঃ ব'ল ঘৰলৈ ব'ল।

কোৰাছ ঃ কিয়?

লক্ষী ঃ বিচাৰি আছে। মই চিলাখন দেখিহে গম পালো তহঁত ইয়াত আছ বুলি।

মাধুৰী ঃ এই মই তহঁতক চিলা নুৰাবলৈ সদায় কৈ থাকো নহয়। কথাবোৰ বুজি নাপাৱ? ব'ল এতিয়া যমপুৰীলৈ।

লক্ষী ঃ ঘৰখন তহঁতৰ যমপুৰী আৰু এইখন কি স্বৰ্গ?

কোৰাছ ঃ অ'।

লক্ষী ঃ এসময়ত ইয়াত মানুহ খৰি দিছিল খবৰ আছে?

কোৰাছ ঃ আছে।

লক্ষী ঃ তহঁতৰ ভয় লগা নাই?

কোৰাছ ঃ নাই।

কাকু ঃ তোমাৰ ভয় লাগিছে নেকি লক্ষী দাদা?

লক্ষী ঃ ভয়! ভয় কিয় লাগিব? ব'ল ঘৰলৈ ব'ল।

কোৰাছ ঃ নাযাওঁ (Direction)

(সকলো তাৰ পৰা পলাই যায়)

লক্ষী ঃ ঐ ক'ত লুকালি, ক'ত লুকালি এই খটাসুৰহঁত। ক'ত লুকালি...(Direction) ধেৎ তহঁতে বৰ ভয় খুৱালি দেই। ব'ল ব'ল ঘৰলৈ ব'ল বিচাৰি আছে। (বাহিৰৰ পৰা বিক্ৰমৰ কান্ধত কাকু উঠি আহে, তাৰ মুখত মুখা, তাকে দেখি লক্ষীৰ মুখত ভয়, সি পাছলৈ আহি পৰি যায়)

বিক্ৰম ঃ মিটিং শেষ হ'ল লক্ষী?

লক্ষী ঃ অ তহঁতৰ বাবে এটা ভাল খবৰ আছে।

টুপু ঃ জানো দাৰ্জিলিং।

লক্ষী ঃ দাৰ্জিলিঙটো নহ'ল। মই এতিয়া শুনি আহিছো কালিলৈ বোলে তহঁতক চিৰিয়াখানালৈ নিব।

কোৰাছ ঃ কি? চিৰিয়াখানা।

(সকলো তাৰ কথাত হতাশ হৈ বহি দিয়ে)

লক্ষী ঃ অ চিৰিয়াখানা।

মাধুৰী ঃ কিন্তু দাৰ্জিলিং?

লক্ষী ঃ তাত বোলে বৰ ঠাণ্ডা। আৰু কিবা এটা অসুবিধাৰ কথা কৈছিল।

পিয়ালী ঃ ঐ গম পালি।

কাবুল ঃ এইজনীয়ে ঝক ঝক কৰি ৰেল চলালে। যা এতিয়া।

শশী ঃ সদায় এনেকুৱাই হয়।

বৃষ্টি ঃ ক'ব এটা হ'ব এটা।

লক্ষী ঃ ব'ল ব'ল। কাইলৈ চিৰিয়াখানালৈ যাব লাগিব।

টুপু ঃ নাযাওঁ মই।

পিয়ালী ঃ আমাকো যাবলৈ নিদিয়ে, কাইলৈ বৃহস্পতিবাৰ। যাত্ৰা নাস্তি!

মাধুৰী ঃ ইচ্ দেখিছ।

বিক্ৰম ঃ সেই কাৰণেই কওঁ মোৰ গাড়ীখনেই ভাল। তইঁতেহে বেয়া পাৱ। আহ আহ মোৰ লগত যাবি। ৰৈ আছ যে। ব'ল কল্পনাৰে যাবি। যেনেকৈ যায় পৰীৰ দেশলৈ। ভাব ভাব আমি এতিয়া আকাশৰ মাজেদি।

কোৰাছ ঃ জোনাক।

(সকলোৱে নিজ নিজ কল্পনাৰে সপোন দেখে)

বিক্ৰম ঃ অ জোনাক।

কোৰাছ ঃ সপোন।

বিক্ৰম ঃ অ' সপোন।

**(গীত ঃ জিকিমিকি জিকিমিকি জোনাকতে ...) (Direction)**

(Light and Music Fade out)

## পঞ্চম দৃশ্য

(আৰহত স্কুল বাছ আহি ৰোৱাৰ শব্দ, বাহিৰৰ পৰা সকলো স্কুলীয়া পোছাকত আহে। কাকুৰ হাতত এটা ট্ৰফী)

কোৰাছ ঃ হিপ্ হিপ্ হুৰৰে (চাৰি বাৰ)

শশী ঃ তহঁতে কিন্তু পাৰ্টি দিব লাগিব দেই কাকু।

বিক্ৰম ঃ অ' মই ভাবিছিলো পিয়ালীয়েহে এইবাৰ ভেশছন প্ৰতিযোগিতাত যোগ দি প্ৰথম পুৰস্কাৰটো পাব। কিন্তু ইহঁত দুটা বৰ ধুনীয়া দৰা-কইনা হৈছিল দেই।

মাধুৰী ঃ অ' আটাইসোপ্পা আমাৰ কলনিতে পালে।

মোহন ঃ ৰ, ৰ ইহঁতৰ ট্ৰফীটোৰ কি হ'ব এতিয়া?

টুপু ঃ অঁতো, ইহঁত দুয়োটাই পালে, এতিয়া প্ৰথমে কোনে ৰাখিব?

কাকু ঃ মই

বৃষ্টি ঃ হ'ব শিৱানী?

শিৱানী ঃ কিয় হ'ব? প্ৰথমতে আমাৰ ঘৰত থাকিব।

কাকু ঃ নহ'ব আমাৰ ঘৰত থাকিব।

শিৱানী ঃ নহ'ব দে। (দুয়োটাই ট্ৰফীটো টনা-টনি কৰে)।

মাধুৰী ঃ ৰ'চোন, কাকু কাজিয়া নকৰিবি এৰ।

কাকু ঃ সেইটো মোৰ, মোক দে।

শিৱানী ঃ নহ'লে এইটো মাজতে ভাঙি আধা আধা কৰি দে।

কাকু ঃ কিয় ভাঙিবলৈ দিম।

শিৱানী ঃ তেনেহ'লে দে মোৰ ট্ৰফী। (পুনৰ ট্ৰফীটো টনা-আঁজোৰা কৰে)।

মাধুৰী ঃ হ'ব ৰচোন। নাপায় নহয় কাকু, তাই তোতকৈ সৰু নহয়, তাইক ৰাখিবলৈ দে।

কাকু ঃ ঠিক আছে, কিন্তু তাই সেইটো মোক পিছত একেবাৰে দি দিব লাগিব।

শিৱানী ঃ ইচ্ কেলৈ একেবাৰে দিম, নিদিওঁ।

কাকু ঃ তেনেহ'লে দে, দে মোৰ ট্ৰফী।

শিৱানী ঃ এৰি দে, এৰি দে।

মাধুৰী ঃ ৰচোন কাকু।

শিৱানী ঃ মোৰ, সেইটো মোৰ।

কাকু ঃ ঠিক আছে তয়ে ল হোঁ।

শিৱানী : নালাগে তোৰ ট্ৰফী তয়ে ল। আজিৰ পৰা তই মোক কেতিয়াও নামাতিবি (শিৱানী কান্দি কান্দি যায়গৈ)

পিয়ালী : ঐ ভণ্টি, শুনচোন, শুনচোন (পিয়ালীৰ প্ৰস্থান)

মাধুৰী : কিয় কিয় কৰিছিলি কাজিয়া?

কাকু : মইতো এইটো তাইক লৈ যাবলৈকে কৈছিলো।

মাধুৰী : চুপ কাজিয়া কৰিবলৈ আহিছে। কিমান বেয়া কথা হ'ল জাননে? পিয়ালীয়েও চাগে বেয়া পাই গ'ল। যা এইটো তাইক দি দেগৈ।
(এনেতে লক্ষ্মী সোমাই আহে।)

লক্ষ্মী : ঐ তহঁতে ইয়াত কি কৰি আছ? তহঁতৰ মাৰ-বাপেৰ চিৰিয়াখানালৈ যাবলৈ তহঁতৰ বাবে ৰৈ আছে। যা যা তৎক্ষণাৎ সাজু হৈ আহগৈ যা। (বাকীবোৰৰ প্ৰস্থান।)

কোৰাছ : ঐ ব'ল ব'ল।

লক্ষ্মী : ইহঁতজাকক এই স্কুলীয়া পোছাকটোত দেখিলে মোৰ মনটো বৰ বেয়া লাগি যায়। ইহঁতৰ দৰেইতো এদিন ময়ো স্কুললৈ গৈছিলো। পিছে দেউতাৰ এই চাকৰিটো কৰিব লগাৰ দিন ধৰি মোৰ স্কুল যোৱাটোৰেই বন্ধ হৈ গ'ল। এই কথাটোৰ বাবেই দেউতালৈ মোৰ খং উঠে। মোক বাৰু স্কুল যোৱা বন্ধ কৰি এই বয়সত এই চকীদাৰী কামত লগাব লাগেনে? অৱশ্যে দেউতাৰ উপায়ো নাই। ইয়াত চকীদাৰী কৰি যিকেইটা টকা পায় তাৰে আমাৰ খাবলৈকে নোজোৰে। সেইবাবে দেউতাই মোক দিনৰ দিনটো ইয়াত ৰাখি হাজিৰা কাম কৰিবলৈ ওলাই যায়। (Direction) ভাঙিলে ভাঙিলে সেইখন আকৌ ভাঙিলে। ঐ ঘূৰ ঘূৰ। উস কিমান চম্ভালিবা আৰু। মানুহেই চম্ভালিবা নে গৰুৱেই চম্ভালিবা। ঘূৰ ঘূৰ। (আৰহত গাড়ী আহি ৰোৱাৰ শব্দ) অ' ইহঁতৰ চিৰিয়াখানা যোৱা গাড়ী আহি পালেহিয়েই। ঐ সোনকালে আহ, সোনকালে আহ (চিঞৰে) তহঁতৰ চিৰিয়াখানা যোৱা গাড়ী পাই গ'লহি। শুনিছনে? তহঁতৰ সাজ-পোছাক কৰি থাকোঁতে চিৰিয়াখানাৰ হাতী, বাঘৰ শুবৰ সময় হ'ব। (এনেতে পিয়ালী, শিৱানী আৰু বৃষ্টিৰ বাদে সকলো আহে।) যা, যা গাড়ীত উঠগৈ যা। (বাকীবোৰ যাবলৈ লয়।) ঐ ৰচোন ৰ ৰ।

কোৰাছ : কি হ'ল?

লক্ষ্মী : কেলৈ তহঁতৰ সেই পিটিকলীজনী আৰু তাইৰ বায়েক পিয়ালী নে শিয়ালী তাহাঁত দুজনী ক'লৈ গ'ল?

বিক্ৰম : তাহাঁতক আজি বাপেকে যাবলৈ নিদিয়ে।

লক্ষ্মী : কিয়? আচৰিত!

বিক্ৰম : বৃহস্পতিবাৰ বাবে।

লক্ষ্মী : বৃহস্পতিবাৰ বাবে যাবলৈ নিদিয়ে।

বিক্ৰম ঃ সেইবিলাক পিয়ালীৰ বাপেকৰ অংক। তুমি আমি বুজি নাপাওঁ।

লক্ষী ঃ আৰু এইজনী বৃষ্টি নে সৃষ্টি তাই ক'লৈ গ'ল।

গৌতম ঃ বাপেকৰ বোলে পইচা নাই, সেইবাবে নাযায়।

লক্ষী ঃ হোহ! পইচা নাই। ৰাতি ৰাতি মদ খাবলৈ তাৰ পইচা ওলায়, এতিয়া ছোৱালীজনীক চিৰিয়াখানালৈ পঠাবলৈ তাৰ পইচা নোহোৱা হ'ল।

কাকু ঃ লক্ষী দাদা, তোমাৰ বাৰু যাবলৈ মন যোৱা নাই নে?

লক্ষী ঃ (হুমুনিয়াহ কাঢ়ি) আমাৰ যাবলৈ মন থাকিলেনো ক'ত যাব পাৰিবি? ডিউটি, ডিউটি কোনে কৰিব? যা যা গাড়ীত উঠগৈ যা, অ' পিছে ডাঙৰবোৰ যে এতিয়ালৈকে অহা নাই।

কোৰাছ ঃ আহিবলৈ লৈছে আৰু। (Direction)

লক্ষী ঃ অ, সোনকালে আহক, গাড়ী যাবৰ হ'ল।

(Light and Music Fade out)

## ষষ্ঠ দৃশ্য

(কলনিৰ সন্মুখভাগ। সময় সন্ধ্যা। চিৰিয়াখানাৰ পৰা সিহঁত ঘূৰি আহে, সকলো ভাগৰুৱা আৰু মনবোৰ বিষাদেৰে ভৰা)

মাধুৰী ঃ তাত গৈ আকৌ কি খেলি-মেলি।

লক্ষী ঃ চব গৈ তাত ব্যস্ত।

বিক্ৰম ঃ পিয়ালীহঁত নগ'ল ভালেই হ'ল।

কাকু ঃ জিৰাফকে নেদেখিলো।

গৌতম ঃ জিৰাফ? মইটো একোৰেই নেদেখিলো।

কাবুল ঃ ইফালে ককা আৰু খুৰাৰ কাজিয়া লাগোতেই গ'ল।

মাধুৰী ঃ ইফালে অৰুণ দা আৰু মালা বাইদেৱে প্ৰেম কৰোঁতেই গ'ল।

মোহন ঃ অ আমাৰ ফালে চাবলৈকে সময় নহ'ল।

মাধুৰী ঃ বাদ দে সেইবোৰ কথা। সৌজনী পিয়ালী আহিছে। (পিয়ালী আহে)

পিয়ালী ঃ তহঁত আহিলি?

বিক্ৰম ঃ তহঁত নগ'লি বৰ ভালে হ'ল।

পিয়ালী ঃ কিয়?

কাকু ঃ অকণো স্ফূৰ্তি নহ'ল।

মাধুৰী ঃ খুৰীয়ে মোক মালা বাইদেৱে কাৰ কাৰ লগত কথা পাতে চাবলৈ ক'লে। সেইবোৰ চাওঁতে মই একো চাবলৈ সময় নাপালো।

শশী ঃ Hippopotomus টোত কেইটা p আছে তাকে লৈ খুৰা আৰু ককাৰ মাজত কাজিয়া।

কাকু : ডাঙৰ মানুহে কাজিয়া কৰিলে বৰ বেয়া দেখি পাই।

মাধুৰী : তয়োটো কাজিয়া কৰিলি।

পিয়ালী : কাৰ লগত।

মাধুৰী : কেলৈ অথনি তোৰ ভনীয়েৰৰ লগত।

পিয়ালী : বাৰু সেইবোৰ কথা এতিয়া বাদ দে। আমি কালিলৈ ইয়াৰ পৰা যামগৈ।

কোৰাছ : যাবিগৈ।

মাধুৰী : কিয়?

পিয়ালী : দেউতাৰ ট্ৰেন্সফাৰ।

কোৰাছ : ক'লৈ? (সকলো আচৰিত হৈ পৰে)

পিয়ালী : শিলচৰলৈ।

বিক্ৰম : কিন্তু হঠাৎ যে?

পিয়ালী : কিবা emergency বোলে।

কাকু : ইচ্ বৰ বেয়া লাগিব পাই। তইঁত সঁচাকৈ যাবিগৈ।

পিয়ালী : বেয়াতো লাগিবই, কিন্তু নগ'লেতো নহ'ব।

মাধুৰী : যোৱাৰ আগতে তই তাইক মাতিবি?

কাকু : ওঁ।

বিক্ৰম : তাতকৈ এটা কাম কৰো। কালিলৈ পুৱা সকলো ইয়াতে লগ হওঁ। তই শিৱানীকো লৈ আহিবি।

পিয়ালী : ঠিক আছে।

নেপথ্যতঃ ঐ তইঁতে দিনৰ দিনটো ঘূৰিছ। এতিয়াও ঘৰ সোমোৱাৰ সময় হোৱাই নাইনে?

মাধুৰী : সেয়া আৰম্ভ হৈয়ে গ'ল। বতৰো বেয়া। ৰাতিলৈ বৰযুণো দিব পাৰে। ব'ল।

কোৰাছ : অ' ব'ল ব'ল।

(সকলো প্ৰস্থান)

(Light and Music Fade out)

## সপ্তম দৃশ্য

(সময় ৰাতিপুৱা বিজুলী-গাজনি মাৰি থাকে। কাকুৱে ছাতি এটা লৈ ৰৈ থাকে, তাৰ হাতত ট্ৰফীটো। কিছু সময়ৰ পিছত শিৱানী আহে) Direction

কাকু : ঐ এইফালে আহ। আহ আকৌ। যাবিগৈ।
শিৱানী : প্ৰতিক্ৰিয়া (ওঁ)
কাকু : তোৰ মোৰ ওপৰত খং উঠিয়ে আছে নেকি?
শিৱানী : প্ৰতিক্ৰিয়া (নাই)
শিৱানী : প্ৰতিক্ৰিয়া (ওঁ)
কাকু : তই এতিয়াও মোক বেয়া পাই আছ নেকি?
শিৱানী : প্ৰতিক্ৰিয়া (নাই পোৱা)
কাকু : তেনেহ'লে মুখেৰে নামাত কিয়?
শিৱানী : মাতিছো।
কাকু : হু, এইটো ল।
শিৱানী : নালাগে তয়ে ৰাখ।
কাকু : নালাগে ল'।
শিৱানী : নালাগে তয়ে ৰাখ।
কাকু : নালাগে ল'।
শিৱানী : ভাঙিব।
কাকু : কাজিয়া নাই।
শিৱানী : নাই (Direction)।
দুয়ো ইজনে সিজনক দিয়াৰ বাবে কৰা ঠেলা ঠেলিত কাপটো পৰি যায়। সিহঁতে সেইটো বুটলি লয়। হাঁহে, তাৰ পাছতে লুকাই থকাৰ পৰা বাকী ল'ৰা ছোৱালীবোৰ ওলাই আহি সিহঁত দুটাক দাঙি ধৰে)
কোৰাছ : হেই, আমি চাইহে আছিলো।
বিক্ৰম : ৰ ৰ মোৰ এটা কথা আছে।
কোৰাছ : কিয়?
বিক্ৰম : পিয়ালী, তহঁতৰ ট্ৰেইন কেইবজাত?
পিয়ালী : ১ বজাত। কিয় সুধিলি?

বিক্ৰম : তহঁতি যোৱাৰ আগতে মোৰ এটা অনুৰোধ ৰাখিবি?

পিয়ালী : কি?

বিক্ৰম : তহঁত মোৰ গাড়ীখনত নিজ ইচ্ছাৰে এদিনো নুঠিলি। উঠিবলৈ ক'লেও নানা ঠাট্টা-মস্কৰাহে কৰিছিলি। সেই কথাত মই কোনো দিনে বেয়া পোৱা নাছিলো। কিন্তু যোৱাৰ আগতে মাত্ৰ এবাৰ, এবাৰ মোৰ গাড়ীখনত উঠিবিনে? আজি আমাৰ স্কুলো বন্ধ। আমাৰ খেলি-মেলিবোৰৰ মাজত সেইখনেই একমাত্ৰ আশা। যোৱাৰ আগতে অন্ততঃ এবাৰ, এবাৰ উঠা। উঠিবিনে?

পিয়ালী + শিৱানীঃ উঠিম।

কোৰাছ : হে ... ই (Direction)

(Light and Music Fade out)

## অন্তিম দৃশ্য

(সিহঁতৰ নিৰ্দিষ্ট খেলা ঠাই। ভগা গাড়ীখন তাত নাথাকে। সিহঁতে স্ফূৰ্তি কৰি সোমাই আহে।)

বিক্ৰম : আহি যা, আহি যা, মোৰ গাড়ীত উঠি যা।

কোৰাছ : হেই (Direction)

বিক্ৰম : আৰে মোৰ গাড়ীখন!

কোৰাছ : অ, আমাৰ গাড়ীখন!

বিক্ৰম : হেই মোৰ গাড়ীখন ক'লৈ গ'ল? মোৰ গাড়ীখন ইয়াতে আছিল। এয়া বন মৰি আছে। কোনে নিলে মোৰ গাড়ীখন। (সকলোৱে ইফালে-সিফালে গাড়ীখন বিচাৰে। ওলাই যায়, পুনৰ সোমাই আহে।)

কোৰাছ : নাই ক'তো নাই গাড়ীখন।

বিক্ৰম : মোৰ গাড়ীখন কোনে নিলে? কি হ'ল মোৰ গাড়ীখন? (কান্দে। এনেতে লক্ষ্মী সোমাই আহে।)

লক্ষ্মী : পিয়ালী ঐ পিয়ালী, তহঁতক ঘৰত বিচাৰি আছে। যাবৰ বাবে সাজু হ'বৰ হ'ল ব'ল। অ তহঁতৰ আকৌ কি হ'ল? কান্দিছ যে!

বিক্ৰম : লক্ষ্মী মোৰ গাড়ীখন।

লক্ষ্মী : গাড়ী!

বিক্ৰম : অ আমাৰ গাড়ীখন নাই।

লক্ষ্মী : অ' সেই ভগা গাড়ীখন। সেইখন বিক্ৰী কৰি দিলে নহয়।

কোৰাছ : কিয়?

লক্ষী ঃ অঁ, ইয়াত বোলে নতুনকৈ Building সাজিব। সেইবাবে তহঁতৰ সেই ভগা গাড়ীখন বিক্ৰী কৰি দিলে।

বিক্ৰম ঃ Building সাজিব। তেনেহ'লে আজিৰ পৰা আমি কি খেলিম?

লক্ষী ঃ নাপায় নাপায় নাকান্দিবি। আমাৰ আচলতে এনেকুৱাই হয় অ'। সপোনবোৰ কেতিয়াও সঁচা নহয়। সদায় ভাগি-ছিগি যায়। তহঁতৰ গাড়ীখনৰ দৰে চকা নাই, বৈ থাকে।

মাধুৰী ঃ তেনেহ'লে, তেনেহ'লে আমাৰ সপোনবোৰ সঁচা নহ'বই নেকি?

লক্ষী ঃ কিয় নহ'ব? কিয় নহ'ব? তহঁতে চাই থাক, এদিন নহয় এদিন আমাৰ সপোনবোৰ সঁচা হ'বই। (Direction) (সি মাতি দেখুৱায়) ঐ এইফালে আহ, চাহি। গাড়ীখন থকা ঠাইডোখৰত নতুনকৈ সেউজীয়া ঘাঁহ গজি কেনেকৈ গাড়ীখনৰ দৰে হৈ পৰিছে। দেখিছ, সেই ভগা গাড়ীখনত তহঁতে কিয় উঠিব লাগে?,এই নতুন সেউজীয়া গাড়ীখনত উঠ। এইখনতো আমাৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে। (Direction)
(সকলো তাৰ কথাত আচৰিত হয়)

কোৰাছ ঃ হয় চা, সঁচাকৈ সেউজীয়া গাড়ী।

লক্ষী ঃ আহ, আজি ময়ো তহঁতৰ লগত উঠিম (Direction)
(সি গৈ বাকীবোৰৰ লগত তাৰ মাজত ৰয়)

কোৰাছ ঃ হে... ই (Direction)
(সিহঁতেও তাক মাজত লৈ আনন্দ কৰে। সি তাৰ মাজত সোমাই পৰে)

Light & Music Fade out

— সমাপ্ত —

লক্ষ্মীনাথ বেজবৰুৱাৰ সাধু

# বান্দৰ আৰু শিয়াল

নাট্যৰূপ ঃ অনুপ হাজৰিকা

নাগৰা নামৰ ক্লাইমেক্স

প্ৰেমানন্দে ... বোল হৰি বোল ...
আৰু এবাৰ
বোল হৰি বোল
... শেষ হয়।

নতুনকৈ আৰম্ভ হ'ব

এ হৰি এ নাৰায়ণ
অ লক্ষ্মীনাথৰ এটি সাধু আমি কৰিব প্ৰচাৰ।
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
অসম দেশে সাহিত্যৰথী লক্ষ্মীনাথ জন্ম লৈলা
শুনিওক সৰ্বজন আমাৰ বচন
অ লাহে লাহে ডাঙৰ হৈ লিখিবাক লৈলা
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
এখনি দুখনি কৰি বহু গ্ৰন্থ ৰচিলা
শুনিওক সৰ্বজন আমাৰ বচন
অ সাহিত্যৰথী নামে জগত খ্যাত হৈলা।
শুনিওক সৰ্বজন আমাৰ বচন
অ সিখনিৰ নাম পাছে বুঢ়ী আইৰ সাধু থৈলা।
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
তাৰ মধ্যে বান্দৰ আৰু শিয়ালৰ সাধুও কৈলা
শুনিওক সৰ্বজন আমাৰ বচন
অ ...
অ ওজা, কিহৰ সাধু বুলিলা?
নুশুনিলা? কলোঁৱেচোন একা।
— ইমপ্ৰ'ভাইজড সংলাপ—
—কওঁ শুনা—
অ এসময়ত এখন হাবিত আছিল দুই সখি

শুনিওক সৰ্বজন আমাৰ বচন
এক আছিল বান্দৰ আৰু আছিল এক শিয়াল
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনাসৰ্বজন।
দুয়ো বন্ধু আছিল বৰ নলে গলে লগা---
শুনিওক সৰ্বজন আমাৰ বচন
অ' ওজা, মই এটা কথা ভাবিছো---
মাজতে ৰখিলি যেতিয়া বৰ ডাঙৰ কথাই হ'ব যেন পাওঁ।
ই আকৌ নাকটো মোহাৰিয়েই শিয়াল বুদ্ধিটো উলিয়ায় নহয়।
হেৰো ৰবিচোন ৰবি-- মাজত নেমাতিবি। --- কিনো ভাবিছ ক।
হেৰি নহয় ওজা কাই, সাধুটোৰ পিছৰডোখৰ মই জানো।
ময়ো জানো।
হেৰি নহয় ওজাকাই, গানতনো কিমান থাকিব আৰু কাহিনীলৈ আগবাঢ়ো নেকি?
হেৰৌ মুখ খুলি নকৰ কেলৈ যে তোৰ শিয়াল হ'বলৈ মন।
হওঁতে কথাষাৰ মিছা নহয়।
শিয়াল হ'ব খুজিছ নেকি? বাৰু তই যদি শিয়াল হৱ তেনেহ'লে বান্দৰ...
ওৱা বান্দৰ মই আকৌ।
বেচ্ বেচ্ বৰ লায়েকৰ হ'ব।
তেনেহ'লে --- অ' ওজা খোলটোকে ধৰা--- বান্দৰৰ নাচ এটিকে মাৰি লওঁ।
খোল বাজে--- বান্দৰে নাচে---
নাচ শেষ হয়।

শিয়াল ঃ সখি, তুমিহে নাচিলা। পিছে মই একা?
বান্দৰ ঃ ওজাক কোৱা ---
শিয়াল ঃ হয় নেকি? অ' ওজা, মোকো এছেও দিয়া--
ওজা ঃ হেৰ' তোকো লাগিব?
শিয়াল ঃ ওৱা! নহ'লেনো কিহৰ সখিহে।

বাদ্য বাজে --- শিয়ালে নাচে ---

শিয়ালৰ নাচ শেষ হওঁ হওঁ অৱস্থাত বান্দৰে চিঞৰিবলৈ ধৰে---

বান্দৰ ঃ সখি, বন্ধ কৰা, বন্ধ কৰা সখি...
শিয়াল ঃ ওহ! সখি তোমাক পালে কিহে? মনৰ উলাহেৰে পাক এটিও মাৰিবলৈ নিদিয়া।
বান্দৰ ঃ পাক পাছে পৰেও হ'ব। আগতে চাউল কঠা তাৰ পিছত হৰি কথা।

শিয়াল ঃ নুবুজিলো...

বান্দৰ ঃ বুজাবৰ সময় নাই। সৌৱা চোৱা ...

আৱহ সংগীত। বান্দৰ আৰু শিয়ালৰ ভাৱনাৰ আৰ্হিত নাচি নাচি প্ৰস্থান। আৱহ সংগাত সলান হ'ব। গাঁৱলীয়া মানুহ দুজনে কান্ধত গাখীৰ-গুড়, কল-কুঁহিয়াৰ একোভাৰ লৈ নাচি নাচি প্ৰৱেশ। ভাৱনাত প্ৰৱেশৰ দৰে। সিহঁতৰ প্ৰস্থানৰ লগে লগে ওজাই নাগৰা নাম ধৰিব।

শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
গাখীৰ-গুড় কুঁহিয়াৰ-কলৰ মেটমৰা ভাৰ লৈ
শুনিওক সৰ্বজন আমাৰ বচন
নদাই-ভদাই আহিছে ৰংমনে ঘৰলৈ
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
খদ্‌মদ্‌ম লগাইছে আলহীয়ে ঘৰখন
শুনিওক সৰ্বজন আমাৰ বচন
আয়োজন চলিছে বৰজীৰ বিয়াখন।
শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনাসৰ্বজন।
অ' ওজা, তাৰ পিছত কি হ'ল?
কিনো হ'ব আৰু। পিছে কথাতে কয় নহয় বোলে বিধিয়ে দিলেও বিধাতাই নিদিয়ে....

(আৰহ সংগীত বাজিব। বান্দৰ আৰু শিয়ালৰ ভাৱনাৰ ষ্টাইলত প্ৰৱেশ। ... দুপাকমান মাৰি সিহঁত ৰ'ব।)

শিয়াল ঃ সখি, সেই মানুহকেইটাই লৈ যোৱা বস্তুবোৰ খাব লাগিল, এতেকে এটা বুদ্ধি উলিওৱা যাওক। তুমি অলপ দূৰতে বাটৰ কাষৰ জোপা এটাৰ ভিতৰত লুকাই থাকা, মই এইখিনিৰ জোপা এটাতে লুকাই থাকো। সিহঁত যেতিয়া আহি আমাৰ ওচৰ পাবহি, মই মাতিম 'হোৱা' আৰু তুমি মাতিবা 'খোৱা'। দেখিবা সিহঁতে হঠাৎ আমাৰ 'হোৱা' 'খোৱা' শুনিলে ভয় খাই বস্তু পেলাই লৰ মাৰিব।

(আবহ সংগীত বাজিব। বান্দৰ আৰু শিয়ালৰ ভাৱনাৰ অসুক ষ্টাইলত প্ৰস্থান। লগে লগে আৱহ সংগীত সলনি হ'ব। গাঁৱলীয়া মানুহ দুজনৰ নাচি নাচি মঞ্চত প্ৰৱেশ। দুয়ো বৈ ভাগৰ মাৰিবলৈ কান্ধৰ ভাৰখন নমাব।)

ভদাই ঃ বোলো নদাই, হেৰ' গাখীৰবো এইহেন ভৰ। কঁকাল ঠৰহা মাৰি ধৰিছে ধৰে।

নদাই ঃ ভদাই, বৰজীৰ বিয়া বুলি, এইকণ ভৰকে সহিব নোৱাৰানে? হেৰা, সৰুপানী-বৰপানী কি চুৱা চুৱা (এই খিনিতে বান্দৰ আৰু শিয়ালৰ 'হোৱা' 'হোৱা', 'খোৱা' খোৱা' চিঞৰ শুনা যাব। নদাই আৰু ভদায়ে বান্দৰ আৰু শিয়ালৰ চিঞৰ শুনি---)

ভদাই ঃ হেৰ' এইটো ক'ৰ বনৰজা ওলালে ঐ

নদাই ঃ বনৰজা নহয় হেৰ' --ভালুক--
(ইমপ্ৰ'ভাইজড্ সংলাপ---। ভয়তে দুয়ো ভাৰ ভেটি তাতে এৰি পলাই যায়। --- (আৱহ সংগীত) Musical build-up.
বান্দৰ আৰু শিয়ালৰ প্ৰৱেশৰ লগে লগে সিহঁতৰ কেৰেকটাৰ মিউজিকো দ্ৰুত লয়ত বাজিব। লয় অনুসৰি নাচি নাচি সিহঁত আহি ৰ'ব। ভাৰ ভেটিলৈ ---)

শিয়াল ঃ ব'লা, ব'লা, সখি, বেগাই ব'লা।

বান্দৰ ঃ ব'লা সখি, ব'লা।
(লয় অনুসৰি নাচি নাচি মঞ্চতে এপাক মাৰিব। পুনৰ ৰ'ব। শিয়ালে গাৰীৰৰ কলহ এটা খুলি খাব খোজে। তাকে দেখি বান্দৰে কয়—)

বান্দৰ ঃ সখি, আমি বস্তুবোৰ ইয়াতে খাবলৈ বহিলে যদি সেই মানুহকেইটাই সিহঁতৰ বস্তু বিচাৰি উভতি আহে, তেন্তে আমাক ইয়াত পালে মাৰি আধ্যা কৰি বস্তুবোৰ কাঢ়ি লৈ গুচি যাব—

শিয়াল ঃ তেনেহ'লে কি কৰা সখি

বান্দৰ ঃ এটা কাম কৰা যাওক সখি, মই বস্তুবোৰ লৈ এই গছজোপাৰ ওপৰত উঠো আৰু তুমি তলত থাকা, তুমিতো আৰু গছত উঠিব নাজানা। ওপৰত মোৰ ভাগ বস্তু মই খাম। আৰু তোমাৰ ভাগৰ বস্তুবোৰ মই এটা এটাকৈ তললৈ পেলাই দি থাকিম।

শিয়াল ঃ সখি, যি কৰা বেগতে কৰা। গাখীৰ-গুৰৰ গোন্ধত মই আৰু ৰ'বকে নোৱাৰা হৈছো।

বান্দৰ ঃ সেই কাৰণেই কৈছো সখি, তুমি মোক বস্তুবোৰ দাঙি দিয়া, মই ওপৰলৈ তুলি নিওঁ।

শিয়াল ঃ তেনেহ'লে সখি, তাকেই কৰো ব'লা---

শুজা ঃ এহি বুলি বান্দৰ গৈ -- (লাফ মাৰি)-- গছত উঠিলা।

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন

ওজা ঃ কলথোকা মোক দিয়া সখিক বুলিলা।

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
(আৱহ সংগীত। বান্দৰ গৈ নাচি নাচি গছত উঠে।
(গছত উঠি নাচিব পৰাকৈ -- খৰবাগৰ মাৰিব পৰাকৈ গছজোপা মজবুত হ'ব লাগিব।)

বান্দৰ ঃ সখি প্ৰথমে মোক কলথোক দিয়া।

শিয়াল ঃ দিছো.. দিছো.. সখি, ... এয়া ধৰা.. (সংলাপৰ মাজত আৱহ সংগীত নাথাকে। শিয়াল নাচি নাচি কলখিনি দিয়ে।)

ওজা ঃ উলাহেৰে বান্দৰে কল গছৰ ডালে থৈলা

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন

ওজা ঃ এইবাৰ গুড়ি দিয়া মোক সখিক বুলিলা

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
(আৱহ সংগীত। বান্দৰ গৈ নাচি নাচি কলথোকা ডালত থয়।)

ওজা ঃ তাৰ পাছে বান্দৰে পুনু শিয়ালক বুলিলা
দিয়া দিয়া দিয়া সখি গাখীৰ কলহ দিয়া

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।

ওজা ঃ গাখীৰ লৈ বান্দৰে পুনু শিয়ালক বুলিলা
দিয়া দিয়া দিয়া সখি কুঁহিয়াৰ মোক দিয়া

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।

ওজা ঃ তাৰ পাছে বান্দৰে পুনু শিয়ালক বুলিলা
দিয়া দিয়া দিয়া সখি ....

পালি ঃ অ' ওজাকাই ...

ওজা ঃ কি হ'ল অ'?

পালি ঃ এতিয়া আৰু শিয়ালে বান্দৰক দিবলৈ একো নাই। গাখীৰ-গুড়ি, কল-কুঁহিয়াৰ যি আছিল সকলো দিলে।

ওজা ঃ এ হয়নে কি ঠিক আছে তেনেহ'লে... এতিয়ানো বান্দৰে কি কৰে তাকেই চোৱা যাওক। (আৱহ সংগীত। বান্দৰে নাচি নাচি কল খায়। শিয়ালে তলত বৰ আশাৰে বাট চাই থাকে।)

শিয়াল ঃ সখি, মোৰ ভাগ ক'ত?
(আৱহ সংগীত। বান্দৰে নাচি নাচি কল এটা খাই বাকলিটো হাতত লৈ ক'লে—)

বান্দৰ ঃ সখি চাবা, সেইটি কল গৈছে ধৰিবা।
আৱহ সংগীত। সৰু ল'ৰা এটাই লাঠি এডালৰ আগত কৃত্ৰিম কলৰ বাকলি এটা লৈ আহি নাচি নাচি কলৰ বাকলিটো শিয়ালৰ হাতত দি যাব। আৱহ সংগীত বন্ধ হ'ব। শিয়ালে কলৰ বাকলিটো লুটিয়াই বগৰাই চাব।)

শিয়াল ঃ এহ! কিনো দিলাহে সখি, এয়াচোন বাকলিহে--

বান্দৰ ঃ বাকলিহে নেকি? ভুলতেই গ'ল সখি। বাৰু এইবেলি ধৰা। এয়া গৈছে সখি ... ধৰা...ধৰা...ধৰা...

আৱহ সংগীত। সৰু ল'ৰা এটাই লাঠি এডালৰ আগত কৃত্ৰিম কলৰ বাকলি এটা লৈ আহি নাচি নাচি কলৰ বাকলিটো শিয়ালৰ হাতত দি যাব। শিয়ালে ধৰিব নোৱাৰে। পৰি যায়। আৱহ সংগীত বন্ধ হ'ব। শিয়ালে কলৰ বাকলিটো বুটলি লুটিয়াই বগৰাই চাব।)

শিয়াল ঃ কিনো পেংলাইখন কৰাহে সখি! এইবাৰো দেখোন বাকলিহে দিলা।

বান্দৰ ঃ সখি, তুমি ধৰিব নোৱাৰিলা। ধৰিব পাৰিলে কল-- নোৱাৰিলে বাকলি। এইবাৰ এয়া গৈছে ভালদৰে ধৰিবা সখি।

(পুনৰ আৱহ সংগীত। পুনৰ সৰু ল'ৰা এটাই নাচি নাচি কলৰ বাকলি এটা আনি শিয়ালৰ হাতত দি যাবহি। আৱহ সংগীত লাহে লাহে দ্ৰুততৰ হ'ব। শিয়ালে যেন তলৰ পৰা কিবা কৈছে। বান্দৰে ওপৰৰ পৰা উত্তৰ দিছে। আৱহ সংগীতৰ বাহিৰে একো নুশুনি। বান্দৰে ওপৰত কল খাই বাকলি তললৈ পেলাইছে ---

এজাকমান সৰু ল'ৰা-ছোৱালীয়ে বহুতো কলৰ বাকলি আনি শিয়ালৰ গাত পেলাই দিয়ে। শিয়ালে কলৰ বাকলিত পিছল খাই পৰে। কঁকালত দুখ পায়। প্ৰচণ্ড খঙত বান্দৰলৈ চাই থাকে। লৰচৰ নকৰাকৈ। তাৰ আগে পিছ, গায়ে মূৰে কলৰ বাকলি পৰিয়েই আছে। বাকলি পৰা বন্ধ হয়।

বান্দৰে গাখীৰ খাই গাখীৰৰ টেকেলিটো তললৈ পেলাইছে। টেকেলি আৰু চুঙাটো আহি মাজতে সকলোবোৰ স্থিৰ হৈ ৰৈ যায়। ... কেৱল বৈ পৰা বান্দৰৰ চিঞৰটো শুনা যায়।)

বান্দৰ ঃ সখি, ...তোমাৰ...ভাগৰ...গাখীৰ...গৈছে...ধৰিবা...

চিঞৰ শেষ হোৱাৰ লগে লগে পুনৰ টেকেলি আৰু চুঙাটো লাহে লাহে তললৈ আহিব। শিয়াল আগৰ দৰে স্থিৰ হৈ ৰৈ থাকে। টেকেলি আৰু চুঙাটো আহি শিয়ালৰ সমুখত থেকেচ থেকেচকৈ পৰে। শিয়ালে কেৱল চকুহাল নমাই তললৈ চায়।

আৱহ সংগীত। শিয়ালে এইবাৰ আক্ৰোশত নাচিবলৈ ধৰে। নাচি নাচি গছৰ গুৰি কামুৰি মাটি আঁচুৰিবলৈ ধৰে। আৱহ সংগীত সলনি হ'ব। বান্দৰে কুঁহিয়াৰ খাই চোবা তললৈ পেলাই দিব। ...কুঁহিয়াৰৰ চোবা তললৈ আহি আহি মাজতে ৰৈ যাব। নীৰৱতা। কেৱল বান্দৰৰ পৰা চিঞৰটো শুনা যায়।)

বান্দৰ ঃ সখি... চাবা..., কুঁহিয়াৰ... গৈছে... ধৰিবা।

(চিঞৰৰ পাছত ধীৰ গতিত কুঁহিয়াৰৰ চোবা আহি শিয়ালৰ মূৰতে পৰিব। একে ধৰণে কেইবাটাও চোবা ধীৰ গতিত আহি শিয়ালৰ গায়ে-মূৰে পৰিব। শিয়ালে লাহে লাহে দুখ মনেৰে চোবাবোৰ গাৰ পৰা আঁতৰাই ধীৰ গতিত তাৰ পৰা যাবগৈ।

কোনো আৰহ সংগীত নাই। নীৰৱতাতেই বান্দৰে মনৰ আনন্দত গছৰ ডালত জাঁপিয়াই মাটিত লুটিবাগৰ মাৰি মাৰি নাচে। নাচি নাচি মঞ্চৰ পৰা প্ৰস্থান কৰে।)

ওজা ঃ কি হ'ল, সোপাই দেখোন মনে মনে ৰ'লি?

পালি ঃ দুখ লাগি গ'লহে ওজা।

ওজা ঃ হেৰ' বোলো কাৰ বাবে?

পালি ঃ এই বেচেৰা শিয়ালটো...

ওজা ঃ হেৰৌ ইমান চোজা! হে- শিয়ালৰ লগত চুপতি...

পালি ঃ ওহো, নুবুজিলো ওজাকাই...

ওজা ঃ আগ-পিছ নুগুণি এই বান্দৰটোৱে শিয়ালৰ লগত ভাল চুপতিখন মাৰি লৈছে। পাব মচলা বাপেকে। শিয়ালক নিচিনিছ। তইঁতে ক'বৰ দৰে সি নাকটো মোহাৰিয়েই বুদ্ধিটো উলিয়াই...

পালি ঃ ইমান যদি টেঙৰেই... এই ব্ৰহ্ম ঠগনটোনো খালে কেনেকৈ?

পালি ১ ঃ ওৰা! সি বেচেৰাইনো কেনেকৈ জানিব যে বান্দৰ সখিয়েকে তাক তেনেকুৱা বিশ্বাসঘাতকতা কৰিব বুলি।

(ওজা আৰু পালিসকলৰ মাজত ইমপ্ৰ'ভাইজাড্ সংলাপ। মাজতে কাহিনী বেলেগ দিশে গতি কৰিব মানে বিশ্বাসঘাতকতাৰ আঁত ধৰি। কাৰোবাৰ ব্যক্তিগত কথা, সৰু ল'ৰা-ছোৱালীৰ উপযোগী হ'ব লাগিব।)

পালি ঃ (খং উঠি) আপোনালোকে কি আজে বাজে কথাবোৰ পাতি আছে হে। কাম নাই - বন নাই...

পালি১ ঃ নহয় মানে বিশ্বাসঘাতকতাৰ কথাটো উলাইছিল গুণেহে

পালি ঃ হ'লেও আপোনালোকে ব্যক্তিগত কথা ইয়াৰ মাজলৈ কিয় আনিব। ... ওজাকাই, কাৰো কথা শুনিবলৈ নাই (ইংগিত) ওহ!

ওজা ঃ দুখ মনে শিয়াল বাপু ঘৰে চলি গৈলা
শিয়ালীক গৈ দুখৰ কথা বিৱৰি কৈলা

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।

ওজা ঃ শিয়ালীয়ে বুলিলন্ত স্বামী চিন্তা নকৰিব
বান্দৰ সখিক এসেকা ওপৰজনাই দিব।

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।

ওজা ঃ ওপৰ জনাক দহোকোটি স্বামীক প্ৰাণে নামাৰিলে
গাখীৰ-গুড়, কল-কুঁহিয়াৰ লৈয়েই এৰিলে

পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
ওজা ঃ শুনক স্বামী মুকলিকৈ দ্ৰোহ নাচৰিব
মোৰে স'তে সকলো গোপনে আলচিব
পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
ওজা ঃ প্ৰতিশোধৰ কথা মনত সদায়ে ৰাখিব
বান্দৰ সখিৰ দৰে সব পাহৰি নাযাব
পালি ঃ শুনিওক সৰ্বজন আমাৰ বচন
অ লক্ষ্মীনাথৰ এটি সাধু শুনা সৰ্বজন।
পালি ঃ আও এইজনী শিয়ালীও কম শিয়ালী নহয় দেই!
পালি২ ঃ হেৰৌ মনে মনে ...। লক্ষ্মীনাথে শিয়ালী-তিয়ালীৰ কথা লিখা নাই।
পালি৩ ঃ নাই মানে?
পালি ঃ যত কূটৰ ঘাই আমাৰ ওজাকাই। মানুহটোৱে গাবলৈ পালে সকলো পাহৰি যায়। কাহিনীত নথকা ঘটনাও...
ওজা ঃ (খঙত) হেৰৌ কাহিনীত নাথাকিব পাৰে, কিন্তু মই একো অসম্ভৱ কথা কোৱা নাই নহয়। কেলৈ আমাৰ ঘৰুৱা কথাত জানো আমাৰ ঘৰৰ মানুহে মাত নামাতে? সেই দেখিহে গাইছিলো। ঠিক আছে তহঁতে যদি বেয়া পাইছ ... নেগাওঁ যা।
পালি ঃ অ' ওজাকাই, খং ৰাগ নকৰিব। মই আৰু ক্ষমাহে বিচাৰিছো।
ওজা ঃ সামৰিলো- একে আষাৰে কৈছো। কাহিনীত নথকা বস্তু গোৱা বুলি যেতিয়া বদনাম পালোৱেই...
(সৰু ল'ৰা এটা দৌৰি সোমাই আহে)
সৰু ল'ৰা ঃ ওজা খুৰা, ডাঙৰৰ লগত কি লাগে লাগি থাকক। আমাক হ'লে নেৰিব।
ওজা ঃ তহঁতিও...! হেৰ' আমনি নকৰিবি যা। মন বেয়া।
সৰু ল'ৰা ঃ সেইবোৰ নেজানো। খোলটো লওক, আমাৰ কাম আৰম্ভ হ'লেই। (সৰু ল'ৰা দৌৰ মাৰে।)
ওজা ঃ এহ তহঁতৰ কথা আকৌ পেলাবও নোৱাৰো নহয়।
(ওজাই বেগাবেগিকৈ খোলটো লয়। ডাঙৰ কোঁদোৰ বাহ এটা বাগৰি বাগৰি সোমাই আহে। ওজাই খোল বজায়। কোঁদোৰ বাহটো আহি এঠাইত ৰয়হি।
বাজনা সলনি হয়। শিয়াল নিজৰ গতিত আহি কোঁদোৰ বাহটো দেখি ৰয়। বাজনা বন্ধ হয়। ঘূৰি ঘূৰি চায়। নুচুৰে। পুনৰ বাজনা বাজে। শিয়াল নিজৰ গতিত যায়গৈ। বহুতো সৰু সৰু ল'ৰা-ছোৱালীয়ে সমস্বৰে কিবা কিবি গায়। কি গাইছে একো নুবুজি। কেৱল

সুৰীয়াকৈ কিবা গোৱা অনুমান কৰিব পাৰি। কোঁদোৰ বাহটো অলপ অলপ ল'ৰে নীৰৱতা। শিয়ালৰ বাজনা দ্ৰুতলয়ত বাজে। শিয়াল দ্ৰুত গতিৰে নাচি নাচি পুনৰ সোমাই আহিব। আহি কোঁদোৰ বাহটোৰ কাষতে মনৰ আনন্দত দুপাকমান নাচে। তাৰ পিছত ভিতৰৰ ফালে চাই কোঁদোৰ বাহটোৰ কাষতে জুপুকা মাৰি বহি ৰয়।

আৱহ সংগীত সলনি হয়। নাচি নাচি বান্দৰ সোমাই আহে। অলপ দূৰ আহিয়েই শিয়ালক তেনেকৈ বহি থকা দেখি ৰৈ যায়। আৱহ সংগীত বন্ধ হয়।)

বান্দৰ : অ' শিয়াল সখি দেখোন।

শিয়াল : এৰাহে সখি। পিছে কি মন কৰিনো ওলালা?

বান্দৰ : আমাৰনো আৰু কাম কি সখি, গছৰ ডালে ডালে বগাই ফুৰি ফল-মূল খাই ফুৰাহে। সেয়ে ওলালো বোলো কিবা পাওঁ নেকি চাওঁ। পিছে সখি, তুমিনো কি কৰিবলৈ এনেকৈ জুপুকা মাৰি বহি আছা?

শিয়াল : এ নক'বা সখি, সেইটো নেদেখিছা?

বান্দৰ : এৰাটো। ... পিছে এইটোনো কিহে সখি?

শিয়াল : এ সখি কিনো ক'ম দেওহে, ৰজাই মোক দবাৰখীয়া পাতিছে, সেই দেখি ৰজাৰ এই দবাটো ৰখি বহি আছোঁ।

বান্দৰ : আও! সখি ৰজাৰ দবাৰ কথাই বেলেগ, আমাৰবোৰৰ নিচিনা নহয়। এচাপৰ বাওঁ দিয়াহে সখি।

শিয়াল : নোৱাৰোঁ দিব সখি, ৰজাই শুনিলে মোক কাটি দুছোৱা কৰিব। তুমি শুনা নাই নে নবজাওঁতেই গো-গোৱাই আছে।

(সৰু ল'ৰা-ছোৱালীবোৰে কোঁদোৰ বাহৰ ভিতৰত গো-গোৱাই থাকে।)

বান্দৰ : নহয় সখি, লাহেকৈ এচাপৰ বাওঁ দিয়া, ৰজাই নুশুনে। মোৰ বৰ মন গৈছে।

শিয়াল : তুমি কাটিলেও কাটা-মাৰিলেও মাৰা সখি, মই ৰজাৰ আদেশ অমাইন কৰিব নোৱাৰো। তেহেলৈ তুমি মোক যিয়েই নোবোলা।

বান্দৰ : মনত বৰ দুখ দিলা সখি।

(বান্দৰ শিয়ালৰ কাষতে জুপুকা মাৰি বহি যায়। ভাবে। সৰু ল'ৰা-ছোৱালীবোৰে মনৰ ভাব প্ৰকাশ কৰি কাট-আউট কেইখনমান আনি বান্দৰৰ কাণৰ কাষৰ পৰা ধৰি ধৰি থিয় হৈ ৰয়। ... ফুট...ফুট...ফুট... শেষত ঢাওৰ ফুট... জুমনৰ ভাব) বেলেগ এটা বান্দৰ আহি আৰু এটা কোঁদোৰ বাহ লৈ নাচি নাচি বজাবলৈ ধৰে। নাগাৰাত ছেও বাজিব। কোঁদোৰ বাহত বান্দৰে বজাই বজাই মঞ্চৰ পৰা ওলাই যাব।)

বান্দৰ : মোক আৰু নিৰাশ নকৰিবা সখি, তোমাক কাবৌ কৰিছো—লাহেকৈ এচাপৰ বাওঁ দিয়া। মোৰ বৰ মন গৈছে।

শিয়াল ঃ বাৰু সখি, তোমাৰ কথানো পেলাওঁ কেনেকৈ, লাহে লাহে চাপৰ দিয়েক বোৱা। (বান্দৰে বজাবলৈ উদ্যত হয়।) পিছে এটা কথা সখি, মোৰ আকৌ জানাই নহয় বেছি শব্দ শুনিলে বুকুৰ ধপধপনি বাঢ়ে। গতিকে তুমি বজোৱা মই অলপ দূৰৈত ৰওঁ।

(শিয়াল নিমিষতে মঞ্চৰ পৰা আঁতৰে। বান্দৰে কি বজাব আগেয়ে নাচি নাচি এবাৰ আখৰা কৰি লয়। বোলটো মুখেৰে মাতিব...। তাৰ পিছত কোঁদোৰ বাহত কোব মৰিবলৈ উদ্যত হওঁতেই বাহটোৰ ভিতৰত সোমাই থকা ল'ৰা-ছোৱালীবিলাকে বান্দৰৰ বোলটো চিঞৰি চিঞৰি মুখেৰে মাতিবলৈ ধৰে। কোঁদোৰ বাহটো ভীষণভাবে লৰিবলৈ ধৰে, বান্দৰ হতবাক হয়।

বান্দৰ ঃ আও! ৰাজঘৰীয়া দবা, কথাই বেলেগ। কোব নামাৰোতেই বাজে। বাই চাওঁ এচাপৰ বাপ্পেকে।

(কোঁদোৰ বাহত কোব মাৰে। কোব পৰাৰ লগে লগে খোলত বোল-তাল-ভাৱনাৰ প্ৰবেশৰ ৰগৰ...। কোদো ৰূপী সৰু ল'ৰা-ছোৱালীজাকে ৰগৰৰ তালে তালে বান্দৰক ঘেৰি ধৰিব। তাৰ পিছত ভাৱনাৰ যুদ্ধৰ ছেও...। কোদোবিলাকে আগুৰি ধৰি বান্দৰক আক্ৰমণ কৰিব। ... ভাৱনাৰ বিলাপৰ আৰ্হিত বান্দৰে সখিক মাতিব।)

বান্দৰ ঃ কৈক গৈলা সখি মোৰ, আহা মোৰ কাষেহে

(খুহুতীয়া দূতৰ ছেৱত শিয়ালে মনৰ আনন্দত নাচে। নাচি উঠি ক'ব...

শিয়াল ঃ কলটো খাই যে মোলৈ বাকলিটো পেলাই দিছিলা তাৰ উপকাৰ কৰিলো।

কোদোবিলাকে আগুৰি ধৰি বান্দৰক আক্ৰমণ কৰিব। ভাৱনাৰ ছেও...। পুনৰ বান্দৰৰ বিলাপ।

বান্দৰ ঃ মৰিলো মৰিলো সখি, কোঁদোৰ কামোৰতেহে

(খুহুতীয়া দূতৰ ছেৱত শিয়ালে মনৰ আনন্দত নাচে। নাচি উঠি ক'ব...

শিয়াল ঃ গাখীৰ খাই যে শুদা টেকেলিটো মোলৈ পেলাই দিছিলা তাৰ হোৰ তুলিলো।

(কোদোবিলাকে আগুৰি ধৰি বান্দৰক আক্ৰমণ কৰিব। ভাৱনাৰ ছেও...। পুনৰ বান্দৰৰ বিলাপ।)

বান্দৰ ঃ উদ্ধাৰি নিয়াহি মোক বিপদ কালতেহে

(খুহুতীয়া দূতৰ ছেৱত শিয়ালে মনৰ আনন্দত নাচে। নাচি উঠি ক'ব...)

শিয়াল ঃ কুঁহিয়াৰ খাই যে মোলৈ চোবা পেলাই দিছিলা তাৰ পোটক তুলিলো।

(এইবুলি কৈ বান্দৰক তাতে এৰি শিয়াল নাচি নাচি মঞ্চৰ পৰা প্ৰস্থান কৰে। পুনৰ ৰগৰ। কোদোবিলাকে বাহটো লৈ যায়গৈ। নীৰৱতা। বিধ্বস্ত বান্দৰ লাহে লাহে মঞ্চৰ পৰা ওলাই যাব।)

পালি ঃ কি সাংঘাতিক শিয়াল ঔ! হেৰৌ, হ'ল বুলিনো এনেকৈ প্ৰতিশোধ ল'ব লাগেনে?

পালি১ ঃ এয়া কি দেখিছা...আগলৈ আৰু আছে। কলিকাল বুইছা, ঘোৰ কালকাল!

পালি২ ঃ বাপ্পেকে বান্দৰৰ কল খোৱা বাজ ওলাইছে।

ওজা ঃ হেৰৌ, আজিলে ভুঞ্জিবলৈ পায়েই। তাৰ পিছত কি হ'ল শুন...
(নাগাৰা নামৰ সুৰ সলনি হ'ব)

ওজা ঃ কোঁদোৰ কামোৰত বান্দৰ ছটফটাই মৰে
ৰেহাই পাবলৈ মাটিত লুটিবাগৰ মাৰে
শিয়ালে চাই দূৰৰ পৰাই কিৰিলি পাৰে
এসেকা দিলো বুলি ..হোৱা...হোৱা... কৰে।
আৰ্জিলে ভুঞ্জিব লাগে জ্ঞানী লোকে কয়
বান্দৰে শুনি ক'লে ...হয়...হয়...হয়।

(কথাৰে)

ওজা ঃ তাৰপিছত ভালেদিন পাৰ হ'ল। বান্দৰে কোঁদোৰ কামুৰৰ কথা পাহৰি গ'ল। সি পুনৰ গছৰ ডালে ডালে জঁপিয়াই জঁপিয়াই ফল-মূল বিচাৰি-খোঁচাৰি খাব ধৰিলে। শিয়ালৰো শিয়ালীৰ লগত সংসাৰ ঠিকেই চলিল।

পালি ঃ (ফুচ ফুচ) দেখিছা, ওজাকায়ে শিয়ালীৰ কথা ক'বই ক'ব...

ওজা ঃ (ফুচ ফুচোৱা শুনি অলপ ডাঙৰকৈ)... পিছে শিয়ালে তেতিয়াৰ পৰা বান্দৰ সখিৰ কাষ নচপা হ'ল। ভয় জানোচা বান্দৰে চেগ বুজি কিবা কৰেই...। আপোনভোলা বান্দৰে শিয়ালে কৰা অন্যায়ৰ কথা সকলো পাহৰি সি শিয়ালক লগ পালেই আগৰ দৰে সখি সখি মাতিব ধৰিলে। ইফালে শিয়ালীয়ে....

পালি ঃ অ' ওজাকাই, এই শিয়ালীৰ প্ৰসংগতো বাদ দিব নোৱাৰিনে?
(ওজাই একো নামাতি খঙেৰে পালিলৈ চায়। তাৰ পিছত হন হনকৈ গৈ খোলটো লৈ যাব খোজে। এনেতে—
সমুখৰ ফালৰ পৰা বেজ কচু এডাল নাচি নাচি সোমাই আহে। তাক দেখি ওজাই সকলো পাহৰি খোলটোত বোল দিবলৈ ধৰে। কচুডৰাই গান গাব ধৰে।)
(সুৰ --- ই কথা পতিয়াব কোনে মোৰ গুৰু ঐ..... ই কথা পতিয়াব কোনে)
হালি জালি নাচো
মিলি জুলি আছো
কাৰো নহওঁ প্ৰজা
আমি খজুৱতিৰ ৰজা
দ-চানেকীয়া
ঠাইত আমাৰ ঘৰ

পানী পালেই বাঢ়ো
আমাৰ নাই ভিন পৰ
একে লগে থাকো
কোৰাচোন কোৰা আমি বাৰু কোন?
বেজ কচু বেজ কচু জানিলেহে ক'বা।
আহা আহা ওজাকাই, আমাক কাটি নিবা
ঔ টেঙা থেকেচি মোক ৰান্ধি ল'বা
টিকাত চাপৰি মাৰি কচুৰ-দালি খাবা
কি মজা জুটি পাবা-
আহা আহা ওজাকাই, আমাক কাটি নিবা---
(খোলৰ ছেও শেষ হ'ব। .... ওজাই মুখেৰে গাব ... কচুবোৰে মুখৰ- খোলেৰে ক'ব...।
নিনো হেৰ' নিনোঁ - তহঁতক মই চিনো
(কচুবোৰে খোলেৰে ক'ব...বাজনাত কচুবোৰে নাচিব)
ধিন তাক তাক ধিন...ধিতাও তাও আট ধিন - ধিন তাক ধিন তাঁও তাঁও তাঁও
কাষ চাপি নাহিবি.....
(কচু আৰু ওজাৰ মাজত ইমপ্ৰ'ভাইজড্ সংলাপ থাকিব। গান শেষ হয়। কচুবোৰ স্থিৰ হৈ ৰয়। আৱহ সংগীতত শিয়াল সোমাই আহে। ৰং মনেৰে আহে। গুণ গুণ গাই আহি—)

শিয়াল ঃ আৰ্জিলে ভুঞ্জিব লাগে জ্ঞানী লোকে কয়
বান্দৰে শুনি ক'লে ... হয় ... হয় .... হয়।
(হঠাতে কচু এডালৰ গাত ঠেং এখন লাগে... খজুৱতিত লুটিবাগৰ মাৰি অলপ ধৰফৰায়...)

শিয়াল ঃ বাপৰে বাপ.... জীৱনত এনে খজুৱতি খাই পোৱা নাই। ঈশ্বৰে যাতে শত্ৰুকো এনে খজুৱতি...
(হঠাতে জিভা কামুৰি শিয়াল ৰৈ যায়। বিৰাট তৎপৰতা দৌৰা দৌৰিকৈ কি কৰো কি নকৰো কৰি কচুখিনিৰ কাষতে ৰৈ যায়। আৱহ সংগীত সলনি হয়। নিজৰ স্বাভৱিক ছন্দত নাচি নাচি বান্দৰ সোমাই আহিব। হঠাতে শিয়ালক দেখি কয়-)

বান্দৰ ঃ সখি, কি কৰিছা? সেইডৰা কি?

শিয়াল ঃ (হাঁহি) এইডৰা ৰজাৰ পুৰা কুঁহিয়াৰ। মোক ৰজা-ঘৰৰ পৰা ৰখীয়া পাতিছে দেখি ৰখি আছোঁ। কিনো কৰিম দেওহে, ৰজাৰ হুকুম।

বান্দৰ ঃ (লোভ লাগি) সখি, মোক সৰু চাই এডাল খাবলৈ দিবানে?

শিয়াল ঃ আও তুমিনো কি কোৱাহে, ৰজাৰ কুঁহিয়াৰ মই তোমাক কেনেকৈ খাবলৈ দিওঁ? ৰজাই শুনিলে মোকতো মাৰিবই পেটৰ পোৱালিকো ছিৰি মাৰিব।

বান্দৰ ঃ নহয় সখি, মোৰ বৰ মন গৈছে, এডাল মনে মনে খাবলৈ দিয়া, ৰজাই গম নাপায়।

শিয়াল ঃ খাব খুজিছা যদি খোৱা, তেহেলৈ মোৰ যি হয় হ'ব, কিন্তু এডালৰ বেচি নহয়।
(শিয়ালৰ অনুমতি পোৱা মাত্ৰকে খঁকুৱা বান্দৰে কচু এডাল আনি লৰা-লৰিকৈ চোবাবলৈ ধৰিলে। প্ৰথমে বৰ সোৱাদ পাইছে। কচুবোৰে মুখ টিপি হাঁহিছে। অলপ পিছত সৰু দুটামানে কচুৰ ঠাৰিবোৰেৰে বান্দৰৰ ডিঙিত আঁচুৰিব ধৰে। ... আৱহ সংগীত। ... বান্দৰে খজুৱতিত ছটফটাব ধৰে। বাকী কচুবোৰে নাচে...)

হালি জালি নাচো
মিলি জুলি আছো
কাৰো নহওঁ প্ৰজা
আমি খজুৱতিৰ ৰজা
দ-চানেকীয়া
ঠাইত আমাৰ ঘৰ
পানী পালেই বাঢ়ো
আমাৰ নাই ভিন পৰ
একেলগে থাকো
কোৱাচোন কোৱা আমি বাৰু কোন?...
কচুবোৰ স্থিৰ হয়।

বান্দৰ ঃ সখি মোক ৰাখা, মই মৰিলো।

শিয়াল ঃ কল খাই যে বাকলিটো মোলৈ পেলাই দিছিলা তাৰ উপকাৰ কৰিলো।
(পুনৰ কচুৰ নাচ। বান্দৰে ছট্‌ফটাব ধৰে। এইবাৰ কেৱল আৱহ সংগীত।)

বান্দৰ ঃ সখি মৰিলো।

শিয়াল ঃ কুঁহিয়াৰ খাই মোলৈ চোবা পেলাই দিয়াৰ হোৰ তুলিলো।

বান্দৰ ঃ সখি মোক ৰক্ষা কৰা, মৰিলো।

শিয়াল ঃ গুৰ খাই টেকেলিটো মোলৈ পেলাই দিয়াৰ পোটক তুলিলো।
(শিয়াল মঞ্চৰ পৰা ওলাই গ'ল।
সখি সখি বুলি বান্দৰে শিয়ালৰ পাছে পাছে ওলাই গ'ল। আৱহ সংগীত বন্ধ হ'ল। কচুবোৰে এইবাৰ ওজাক উদ্দেশি গীত জুৰিলে--)

কচু ঃ আহা আহা ওজাকাই, আমাক কাটি নিবা
ঔ টেঙা থেকেচি আমাক বান্ধি ল'বা

টিকাত চাপৰ মাৰি কচুৰ-দালি খাবা
কি মজা জুটি পাবা-
আহা আহ ওজাকাই, আমাক কাটি নিবা---

ওজা ঃ নগ'লিনে এইকেইটা,,, ঐ সৌ ঔটেঙাকেইটা লৈ আহ... দিওঁ ইহঁতক দুখুণ্ডামান...

কচু ঃ ঔ টেঙা মাৰিব.... পলা ..... পলা ...
(কচুবোৰ পলায়)

পালি ঃ অ' ওজাকাই, এয়া আকৌ কি খেলা দেখুৱালা?

ওজা ঃ নুবুজিলো।

পালি ঃ মানে কচু গছে গীত গোৱা আমিতো কেতিয়াও শুনা নাই।

ওজা ঃ এতিয়া শুনিলিতো...

পালি ঃ কথাটো বিশ্বাসযোগ্য নহ'ল। বাস্তৱত তেনেকুৱা নহয়।

ওজা ঃ সাধুকথাত হয়। এইডালে বৰ কেপকেপাই থাকে...। গানত ধৰ...
আৰ্জিলে ভুঞ্জিব লাগে জ্ঞানী লোকে কয়
বান্দৰে শুনি ক'লে হয়...হয়...হয়।
পিছে হ'লে কি হ'ব! আপোনভোলা বান্দৰ...বেচেৰাৰ কোনো কথাই মনত নাথাকে। শিয়াল সখিয়ে দুবাৰকে নগুৰ-নাকতি কৰাৰ পিছত অন্ততঃ তাৰ চেতনা জাগিব লাগিছিল। কিন্তু নাজাগিল...। ইয়াৰ কেইদিনমানৰ পাছত শিয়াল আৰু বান্দৰ পুনৰা দেখা দেখি হ'ল।
(ওজাই নাগাৰাত কোব মাৰে। কোৰাছে হাতত লাঠি লৈ বৃত্তাকাৰে নাচিব। খোলত ভাৱনাৰ ছেও। কোৰাছে একেলগে লাঠিবোৰ মাটিত মৰাৰ লগে লগে ওজাই নাগাৰাত পুনৰ কোব মাৰিব। নাগাৰাৰ শব্দটো প্ৰতিধ্বনিত হ'ব। কোৰাছে পৰস্পৰৰ কান্ধত ধৰি মূৰটো ভিতৰলৈ সোমোৱাই দি একেলগে সুহুৰি বজাব। শব্দটো প্ৰতিধ্বনিত হ'ব। যেন এটা বিৰাট গভীৰ কুঁৱা। এটা মকৰা আহিব। আহি কুঁৱাৰ ওপৰত লাঠিবোৰেৰে এখন জাল বনাব। জালখনে অলপ সময় নাচিব। শিয়াল আহিব। নাদটো জুমি চাব।)

শিয়াল ঃ বাপৰে ইমান দ, মূৰ ঘূৰাই যায়।
(শিয়ালৰ মুখখন জালত লাগে---সি দুই হাতেৰে আঁচুৰি আঁচুৰি কোনোমতে মুখত লাগি ধৰা জালৰ আঁহবোৰ আঁতৰাই...)

পালি ঃ ওহ! ইমান আঠা! ওজাকাই, মকৰাটো বাৰু নিজেই এই জালত লাগি নধৰেকি??

ওজা ঃ হেৰৌ নাজান? মকৰাৰ গাটো পিছল সেইবাবে ই নিজৰ জালত লাগি নধৰে। অৱশ্যে জালৰ সকলোবোৰ সূতাই আঠাযুক্ত নহয় আৰু মকৰাই জানে কোনবোৰ সূতাত ভৰি দিব নালাগে।

(পালি এটাই ওজাক কাণে কাণে কিবা কয়। ওজাই ইফালে সিফালে চাই মনে মনে ৰই ৰয়। বান্দৰ সোমাই আহে।)

বান্দৰ ঃ সখি কি কৰিছা?

শিয়াল ঃ এ সখি কিনো ক'বা, ৰজাৰ ঘৰৰ এটা বিষয় মোৰ গাত সদায় লাগিয়েই আছে। ৰজাৰ এইখন কুঁৱৰীৰ যৌতুকত পোৱা দোলাৰ মোক ৰখীয়া পাতিছে, ৰখি আছো।

বান্দৰ ঃ ৰজাৰ দোলাত উঠিবলৈ বৰ সুখ নহয়নে সখি? কেনেকুৱা এবাৰ মই উঠি চাওঁ দিয়াচোন।

শিয়াল ঃ নোৱাৰো দিব দেওহে, ৰজাই কেনেবাকৈ দোলাত কোনোবা উঠাৰ চিন পালে মোক আজৰি কৰিব।

বান্দৰ ঃ কি চিন পাবহে? লাহেকৈ উঠি নামি যাম। দিয়া মোৰ সখি, এবাৰ উঠি চাবলৈ দিয়া।

শিয়াল ঃ যদি নেৰা, উঠিব খুজিছা, তেন্তে কোনেও নৌ দেখোতেই বেগেতে উঠা।

(বান্দৰে মনৰ উলাহেৰে কুঁৱালৈ বুলি জাঁপ মাৰিলে।)

তাৰ পিছত সকলো নিমাওমাও। কাৰো মুখত মাতবোল নাই। অলপ পিছত ওজাই নীৰৱতা ভাঙি ক'লে-

ওজা ঃ বেচেৰা বান্দৰে ৰজা-ঘৰীয়া দোলাত গা পেলাই সুখ পাবলৈ, তৎক্ষণাৎ টোৱাই ভিৰ দি তাত পৰিলতে, মকৰাৰ জাল বিদাৰি গৈ বান্দৰ নাদত পৰি মৰিল।... এইখিনিতেই লক্ষ্মীনাথৰ সাধুৰ যৱনিকা। পিছে পোটক তুলিবলৈ বুলি জানো আমি কাৰোবাক এনেকৈ প্ৰাণে মৰা উচিত। জন্তু-জানোৱাৰৰ কথা বেলেগ, আমি নৰমনিচে পিছে তেনে গৰ্হিত কাম কৰা অনুচিত।

পালি ঃ এৰাটো-আলোচনা বিলোচনা বুলি এটা কথা আছে--লাগিলে কোনোবা তৃতীয় দেশতে নহওক কিয়!

ওজা ঃ এইডালে বৰ কেপ্‌কেপাই থাকে....। হেৰৌ তোৰ মুখখন বন্ধ হ'বনে বোলো---

পালি ঃ ওজাকাই, ক্ষমাহে...। বান্দৰৰ মৃত্যুত গীত এটিকে--

ওজা ঃ এৰাটো ... মনৰ দুখত পাহিৰয়ে গৈছিলো। ধৰ তেনেহ'লে—

কান্দে সভাসদে ঐ বান্দৰৰ কথা কৈ
কিনো দুখ দিলা শিয়াল সখি মোক
কিয়নো মাৰিলা মোক---
কান্দে সভাসদে ঐ বান্দৰৰ কথা কৈ।
(গীতৰ লয় সলনি হয়।)
শিয়ালে জানো কোনোবাদিনা সঁচা কথা কয়
বান্দৰে শিয়ালক সদায় বিশ্বাসত লয়
সখিৰ ছলাহী কথাত বান্দৰ ভোল গৈলা

আগ-পিছ নুগুণি কুঁৱাত জাঁপ দিলা
আৰ্জিলে ভুঞ্জিব লাগে জ্ঞানী লোকে কয়
সভাসদে ক'লে হয় --- হয় --- হয়।
(নাগাৰা নামে গতি লয়। শীৰ্ষলৈ আৰোহণ কৰে।)
শংকৰ গুৰু আমাৰে---
(নাগাৰা নাম শেষ হয়। নাটৰ যৱনিকা পৰে।)

— সমাপ্ত —

# সৰুধেমালি বৰধেমালি

মূল গল্প ঃ **জেহিৰুল হুছেইন**

নাট্যৰূপ, পৰিকল্পনা আৰু পৰিচালনা ঃ **পাকিজা বেগম**

আৱহ সংগীত। চাইক্ল'ৰেমাত লাহে লাহে পোহৰ পৰিব। সময় আবেলি-হেঙুলীয়া পোহৰ। ঝাওবনেৰে সৈতে নদীৰ বালিচৰ দেখা যায়। দৰ্শকৰ বাওঁফালৰ পৰা সোঁফাললৈ নৈখন বৈ গৈছে বুলি অনুমান কৰি ল'ব। ল'ৰা-ছোৱালীবোৰে দৌৰা-দৌৰিকৈ বিভিন্ন খেল খেলি আছে। চাইক্ল'ৰেমাৰ পোহৰত সিহঁতৰ ছাঁবোৰ দেখা যায়। আৱহ সংগীতৰ বাহিৰে ল'ৰা-ছোৱালীবোৰৰ চিঞৰ-বাখৰ একো শুনা নাযায়।

ঘোষণা : নৈখনৰ নাম ধনশিৰি। তাৰ পাৰতেই অৱস্থিত এখন সৰু নগৰ। নৈখনৰ ঠিক দাঁতিতে নগৰখনৰ শ্মশানখন আৰু শ্মশানৰ বিপৰীতে নৈখনৰ আনটো পাৰত এখন গাঁও। খৰালি শুকাই যোৱা ধনশিৰিৰ বালিচৰত সেই গাঁৱৰ ল'ৰা-ছোৱালীবিলাকে হেঁপাহ পলুৱাই খেলে। বাৰিষাত ধনশিৰিৰ পানীয়ে বালিচৰটো বুৰাই পেলায়। আৰম্ভ হয় নদীৰ কোবাল সোঁতৰ খেলা। ল'ৰা-ছোৱালীহঁতৰ খেলৰ ঠাই নোহোৱা হয়।

(আৱহ সংগীত।)

পুনৰ ঘোষণা : শীত অহাৰ লগে লগে গাঁওখন নৈৰ পাৰৰ পৰা বহু দূৰলৈ আঁতৰি যায়। পাৰত পুনৰ বালিচৰ পৰে— বিশাল বালিচৰ। সজা ভাঙি ওলাই অহা চৰাইৰ দৰে ল'ৰাইঁতে বালিচৰত ঢপলিয়াবলৈ ধৰে। সিহঁতৰ চিঞৰ-বাখৰ দূৰণিলৈ আঁতৰি যোৱা গাঁওখনৰ ডাঙৰবোৰৰ কাণত নপৰে। সেয়ে— সিহঁতৰ অবাধ স্বাধীনতা।

(পুনৰ আৱহ সংগীত)

এটা ল'ৰাই খেলি থাকি থাকি মঞ্চৰ কোণত খেলি থকা আন এজনী ছোৱালীৰ ফ্ৰকটো পিছ ফালৰ পৰা দাঙি দিয়ে। ছোৱালীজনীয়ে ঘূৰি ল'ৰাটোক এটা পূৰ্ণহতীয়া চৰ শোধায়। চৰৰ শব্দটো অতি স্পষ্টকৈ দৰ্শকৰ কাণত পৰে। লগে লগে মঞ্চ পোহৰেৰে ভৰি পৰে। হুলস্থূল লাগে। মঞ্চৰ আনটো কোণত কঁকালত হাত থৈ বায়ন হিৰ'ৰ দৰে থিয় হৈ আছে। তলত হাতযোৰ কৰি পৰি আছে পেলু। বাকী ল'ৰা-ছোৱালীবোৰে জুমবান্ধি সিহঁতক চাই আছে।

বায়ন : উঠ, এই এপাট চৰেৰে নহয় আজি তোৰ মুখ ভাঙি গুৰা কৰিম। তই উঠ—

পেলু : নেমাৰিবি ঐ বায়ন— নেমাৰিবি। এয়া মই কাণত ধৰিছো চা, সিহঁতে মোক আগতে জোকাই লৈছিল গুণেহে মই কৈছিলো।

বায়ন : কি বুলি জোকাইছিল তোক?

পেলু : সেইকেইজনীয়ে মোক ছোৱালীৰ চৰ খোৱা গাখীৰৰ সৰ খোৱা বুলিছিল।

লাৱণ্য : কেলেই নক'ম— কেলেই নক'ম, আমি হ'বলা মিছা কৈছো।

মামণি : ইচ্ ৰাম— লাজ নোহোৱা কটা অসভ্য, ছোৱালীৰ চোলা দাঙে সি— ছোৱালীৰ চোলা দাঙে। কটা পাইছিলি নহয় সেই গুণে ছোৱালীৰ হাতৰ পূৰ্ণহতীয়া চৰটো। কেনে পালি হে সেইদিনা।

পুতুলী : তোক হ'বলা আমি ছোৱালীৰ চৰ খোৱা গাখীৰৰ সৰ খোৱা বুলি এনেয়ে জোকাওঁ।

গোলাপী : অ' আই অসভ্যটোৱে আকৌ বীণাপাণিৰ ফ্ৰকটো দাঙি কয় কি— "দেখল দেখল— দ্ৰৌপদীৰ বস্ত্ৰহৰণ দেখল"। কটা ছোৱালীৰ চৰ খোৱা।

বীণাপাণি : ঐ পেলু, সিদিনা চৰটোৱে তোক নাতিলে? অসভ্য— আজি আকৌ বায়নৰ লগত মোক জুৰি দিবলৈ আহিছ?

(যদু বাহিৰৰ পৰা দৌৰি আহি)

যদু : অ কি হ'ল অ', তহঁতৰ কি হ'ল? খেলা হ'বলা চলাই নাই?

টেপু : এ এইটোৱে দিলে নহয় পণ্ড কৰি।

যদু : কি হ'লনো?

ইন্দ্ৰ : বীণাপাণিক দিলে নহয় যোগেশ্বৰৰ ঘৈণীয়েক বুলি জোকাই—। খেলখন পাগত উঠিছিলহে চব শেষ।

টেপু : এই যখিনীকেইজনীৰ মুখকেইখনো কম নহয় দেই।

বীণাপাণি : ঐ ল'ৰা, আকৌ জোকাই নল'বি দেই। ঐ বায়ন, তই কিবা বিচাৰ কৰিলে কৰ। মই হ'লে মিছা বদনাম ল'ব নোৱাৰো দেই কৈ থ'লো।

(ছোৱালীজাকৰ কেলৌ মেলৌ)

১ম ছোৱালী : অ' বায়ন অ' বায়ন, তই কিবা এটা হেস্ত-নেস্ত আজিয়েই কৰ।

২য় ছোৱালী : খাম বুলি ৰবাব টেঙা এটা আনিবিহে, সি কোন টলকত যে নি ফুটবল খেলিবগৈ—

৩য় ছোৱালী : আৰু মোৰ সেই পাঁচ গুটিকেইটা— কাঢ়ি নি নৈত দলিয়াবগৈ!

বায়ন : ৰহ। তহঁতে মনে মনে থাকিবিনে? (সকলো মনে মনে থাকে) ক পেলু, আজিৰ পৰা বীণাপাণিক মোৰ লগত জোৰা দিবিনে?

পেলু : নিদো অ' বায়ন নিদো। মোক আৰু নেমাৰিবি।

বায়ন : সঁচাই কৈছতো? নে দিওঁ আৰু তোক—

পেলু : অ' বায়ন নিদিবি অ', তোৰ এটা চৰে আঁটিছে। (বাকীবোৰে ফিচিঙা-ফিচিঙিকৈ হাঁহে)— তই যি কৰ মই তাকে মানিম। মোক এৰি দে।

বায়ন : ঠিক আছে, আজিলৈ তোক এৰিছো। আজিৰ পৰা তই কোনো ছোৱালীকেই জোকাব নোৱাৰ।

পেলু ঃ হ'ব।

বায়ন ঃ (ছোৱালীকেইজনীক) আৰু তহঁতেও তাক ছোৱালীৰ চৰ খোৱা গাখীৰৰ সৰ খোৱা বুলি ক'ব নোৱাৰিবি। যদি আকৌ কোনোবাই কাৰোবাক জোকোৱা বুলি মই শুনো—

নৰেন ঃ (নাক উজাই) মোকো আজিৰ পৰা কোনেও ডাল্ডা বুলি ক'ব নোৱাৰিবি। ডাল্ডা বুলি ক'লে ময়ো ভালকৈ দিম কৈ দিছো।
(আটায়ে গিৰ্জনি পাৰি হাঁহে। পেলুৱেও হাঁহি বহাৰ শৰা উঠে।)

টেপু ঃ আমাক কেলেই কৈছ? পেলুক ক। পেলুৱেহে তোৰ নাম ডাল্ডা থৈছে। (হাতেৰে শেঙুন মোচাৰ অভিনয় কৰি দেখুৱায়।)

যদু ঃ হেৰৌ কি বুলি মাতিম তোক? তোৰ নামটোনো কি?

অনন্ত ঃ তাৰ লাম নৰেল।

নৰেন ঃ (খঙত) অ' বায়ল, বায়ল, মোৰ লাম লৈ অলন্তই কেলেকৈ জোকাইছে দেখিছ?

বায়ন ঃ এই মাত্ৰ মীমাংসা কৰি দিলোহে— তহঁতৰ আকৌ আৰম্ভ হ'লেইনে? জোকোৱা-জোকোৱি বন্ধ।

লাৱণ্য ঃ আমিও কাকো জোকাবলৈ নেযাওঁ। আমাক জোকালেও কিন্তু শুদাই নেৰিম। কৈ থ'লো।

পুতুল ঃ ঐ পাতি হাঁহ, তোক আমি কেতিয়া জোকাইছো? মিছা-মিছি কথা নক'বি দেই।

যদু ঃ আৰু জোকালেনো আমাক কিডাল কৰিবি?

লাৱণ্য ঃ শুনিলি বায়ন, শুনিলি— সিহঁতে কেনেকৈ পেক্ পেক্ কৰিছে?

যদু ঃ পেক্ পেক্ পাতি হাঁহেহে কৰে— আমি নকৰো নহয়।
(সকলোৱে গিৰ্জনি পাৰি হাঁহে। পেলুৱে লাৱণ্যৰ মুখৰ আগত আহি ভেঙুচালি কৰি কয়)

পেলু ঃ নকৰিবি পেক্ পেক্— ফুলেশ্বৰীৰ নন্দেক
(পেলুৰ কথাত ল'ৰাজাকে হাঁহি দিয়ে। লগতে বায়নেও। লাৱণ্য আৰু ছোৱালীজাকে পেলুক খেদা মাৰি যায়। সি দৌৰি গৈ নৰেনৰ ভৰিৰ তলত সোমাই লাৱণ্যক জোকাব ধৰে।)

পেলু ঃ পেক্ পেক্ পেক্ ...
(সকলো মনে মনে থাকে।)

ল'ৰাবোৰ ঃ পেক্-পেক্-পেক্-পেক্

ছোৱালীবোৰ ঃ কিল্‌বিল্ কিল্‌বিল্ কিলবিল্

ল'ৰাবোৰ ঃ পেক্-পেক্-পেক্-পেক্

ছোৱালীবোৰ ঃ কিল্‌বিল্ কিল্‌বিল্ কিল্‌বিল্

ল'ৰাবোৰ ঃ পেক্-পেক্-পেক্-পেক্

ছোৱালীবোৰ ঃ কিল্‌বিল্ কিল্‌বিল্ কিল্‌বিল্

ল'ৰাবোৰ ঃ পেক্‌পেক্‌
ছোৱালীবোৰ ঃ কিল্‌বিল্‌
ল'ৰাবোৰ ঃ পেক্‌পেক্‌
ছোৱালীবোৰ ঃ কিল্‌বিল্‌
পেলু ঃ পেক্‌ পেক্‌ পেক্‌... পেক্‌... পেক্‌... পেক্‌... পেক্‌... পেক্‌...
(হঠাৎ ঘূৰি)
নকৰিবি পেক্‌ পেক্‌ ফুলেশ্বৰীৰ নন্দেক
সকলোৱে ঃ অ— নকৰিবি পেক্‌ পেক্‌ ফুলেশ্বৰীৰ নন্দেক
নকৰিবি পেক্‌ পেক্‌ ফুলেশ্বৰীৰ নন্দেক
নকৰিবি পেক্‌ পেক্‌ ফুলেশ্বৰীৰ নন্দেক
(ছোৱালীবোৰে উত্তৰ দিব নোৱাৰে। ল'ৰাবোৰৰ মনত ৰং লাগে। হঠাৎ লাৱণ্যই টেঁট্‌কৈ মাতে—)
লাৱণ্য ঃ ঐ ল'ৰা,
(ল'ৰাবোৰে চাই)
চুপ থাক টিলিকা— তই পেলু পিলিকা
ছোৱালীবোৰ ঃ অ অ বড়িয়া [illegible]ব—
চুপ্‌ থাক টিলিকা— তই পেলু পিলিকা
চুপ্‌ থাক টিলিকা— তই পেলু পিলিকা
চুপ্‌ থাক টিলিকা— তই পেলু পিলিকা!
পেলু ঃ ঐ পাতি হাঁহ, মোক কি বুলি কৈছ হা? মোক কি বুলি কৈছ?— পিলিকা?— ৰ বাপেকে— আজি পিলিকাই তোক কি কৰো চা—
(সি দৌৰ মাৰি গৈ বাঁহৰ টুকুৰা দুটা উঠাই আনি ছোৱালীকেইজনীৰ ফালে খেদা মাৰি যায়। ছোৱালীকেইজনী ভয়তে মাটিত বাগৰি পৰে। সি বাঁহ দুটুকুৰাৰে বজায়—)
টাক্‌-টাক্‌-টাক্‌ টাক্‌
লাৱণ্য ঃ (কাজিয়া কৰাৰ মনেৰে)— কিল্‌ বিল্‌ কিল্‌ বিল্‌ কিল্‌ বিল্‌—
(পেলুৰ লগত ল'ৰাবোৰে তালিৰে যোগ দিয়ে।)
ল'ৰাবোৰ ঃ টাক্‌-টাক্‌-টাক্‌ টাক্‌ (লাৱণ্যৰ লগত ছোৱালীবোৰেও যোগ দিয়ে।)
ছোৱালীবোৰ ঃ কিল্‌ বিল্‌ কিল্‌ বিল্‌ কিল্‌ বিল্‌...
ল'ৰাবোৰ ঃ টাক্‌-টাক্‌-টাক্‌ টাক
ছোৱালীবোৰ ঃ কিল্‌ বিল্‌ কিল্‌ বিল্‌ কিল্‌ বিল্‌
ল'ৰাবোৰ ঃ টাক্‌-টাক্‌-টাক্‌ টাক্‌

ছোৱালীবোৰ ঃ (কাজিয়া কৰাৰ মনেৰে) কিল্ বিল্ কিল্ বিল্ কিল্ বিল্
ল'ৰাবোৰ ঃ টাক্ টাক্
ছোৱালীবোৰ ঃ কিল্ বিল্
ল'ৰাবোৰ ঃ টাক্ টাক্
ছোৱালীবোৰ ঃ কিল্ বিল্
ল'ৰাবোৰ ঃ টাক্ টাক্
ছোৱালীবোৰ ঃ কিল্ বিল্

(লাহে লাহে সিহঁতৰ এই সাংগীতিক ধেমালিয়ে তীব্ৰতা পাব। সিহঁতে কাজিয়া পাহৰি নাচিবলৈ আৰম্ভ কৰিব। সিহঁতৰ লগত ক'ব নোৱাৰাকৈ ঢোল-তালৰ আৱহ সংগীত মিলি যাব। সিহঁতে বিহু নাচিবলৈ আৰম্ভ কৰিব। কিন্তু পেলু আৰু লাৱণ্যই সঁচাসঁচিকৈ ফেপেৰি পাতি ৰৈ থাকে। দুটামানে সিহঁতক লক্ষ্য কৰে। সকলোৱে আলেঙে আলেঙে পেলু আৰু লাৱণ্যক অলপ দূৰৰ পৰা চাই আছে। ..... নীৰৱতা। .... সকলোৱে কেৱল পেলু আৰু লাৱণ্যক চাই আছে।)

নৰেন ঃ অ-- এইকেইটাই আজি সঁচাসঁচিকৈ ভালকৈ এখুন্দা লাগিব এতিয়া—

(নীৰৱতা। কেৱল পেলু আৰু লাৱণ্যই খাওঁ খাওঁ মূৰ্তিৰে এটাই আনটোলৈ চাই আছে।)

লাৱণ্য ঃ (চেপা খঙেৰে) ঐ পেলু— জহনীত যোৱা
পেলু ঃ (চেপা খঙেৰে) ঐ ফুলেশ্বৰীৰ নন্দেক
লাৱণ্য ঃ ঐ চেংমাছ

(ইটোৱে সিটোৰ চকুলৈ চাই ঠাইতে এপাক ঘূৰে।)

লাৱণ্য ঃ (হঠাৎ গানেৰে) এক নম্বৰ বদমাছ— তই হলি চেংমাছ
ছোৱালীবোৰ ঃ (গানেৰে) এক নম্বৰ বদমাছ— তই হলি চেংমাছ।
এক নম্বৰ বদমাছ— তই হলি চেংমাছ।
এক নম্বৰ বদমাছ— তই হলি চেংমাছ।
লাৱণ্য ঃ (কথাৰে লগৰবোৰক) ঐ - ঐ - ই কি ভাল পায় জান?
ছোৱালীবোৰ ঃ (সুৰীয়াকৈ) কি...?
লাৱণ্য ঃ (পুতৌ লগাকৈ) বেচেৰাই খাই ভালপায় ছোৱালীৰ চৰ—
ছোৱালীবোৰ ঃ (নিজৰ গালত চৰিওৱাৰ অভিনয় কৰি)
ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্
ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্
ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্।

(নীৰৱতা। ল'ৰাবোৰে খঙেৰে সিহঁতক চাই থাকে।— নিৰৱতা)

বীণাপাণি ঃ (ইতিকিঙৰ সুৰত) এতিয়া?— কি হ'ল? মুখৰ দেখোন মাত হেৰাল?

(ল'ৰাবোৰলৈ চাই। ল'ৰাবোৰ নিমাত কেৱল পোন্দোৱাকৈ ছোৱালীবোৰলৈ চাই আছে। বীণাপাণিয়ে লগৰবোৰক ইংগিত দিয়ে। সিহঁতে ল'ৰাবোৰক ঠাট্টা কৰি হাত চাপৰি বজায়।)

ছোৱালীবোৰ ঃ (কেৱল হাতেৰে) ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্

ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্

ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্

বীণাপাণি ঃ (লেনিয়াই) মানে?

ছোৱালীবোৰ ঃ (মুখেৰে) ঠাচ্-ঠাচ্— ঠাচ্ ঠাচ্ ঠাচ্

বীণাপাণি ঃ (লেনিয়াই) মানে?

ছোৱালীবোৰ ঃ (লেনিয়াই) ছোৱালীৰ চৰ আকৌ!

(ল'ৰাবোৰে খঙেৰে চাই থাকে।)

বিকাশ ঃ এই ফৰিংজনীয়ে অলপ বেছি বেছি কৰে।

নৰেন ঃ (গানেৰে) ঐ ফৰিং-ফৰিং, আজি তোক ধৰিম

তই ফুৰ জঁপিয়াই— তোক ধৰিম থপিয়াই।

ল'ৰাবোৰ ঃ ঐ ফৰিং-ফৰিং, আজি তোক ধৰিম

তই ফুৰ জঁপিয়াই— তোক ধৰিম থপিয়াই।

তই ফুৰ জঁপিয়াই— তোক ধৰিম থপিয়াই।

তই ফুৰ জঁপিয়াই— তোক ধৰিম থপিয়াই।

তই ফুৰ জঁপিয়াই— তোক ধৰিম থপিয়াই।

পুতুলী ঃ ওঁ ডালডা,— দন্ত্য ন বুলি কচোন।

নৰেন ঃ দন্ত্য ল

পুতুলী ঃ ডালডা!— দন্ত্য ন বুলি ক'ব নোৱাৰ ছোৱালী জোকাবলৈ আহিছ! —ঐ, তইতো নাকৰ ফুটাৰে ডাল্ডা ওলালে বৰ ভাল পাৱ

(গানেৰে) ছিঃ দীঘলকৈ জিভা মেলি চেলেকি চেলেকি খাৱ।

ছোৱালীবোৰ ঃ ছিঃ দীঘলকৈ জিভা মেলি চেলেকি চেলেকি খাৱ।

পুতুলী ঃ ছিঃ ছিঃ

ছোৱালীবোৰ ঃ দীঘলকৈ জিভা মেলি চেলেকি চেলেকি খাৱ

পুতুলী ঃ ছিঃ ছিঃ

ছোৱালীবোৰ ঃ দীঘলকৈ জিভা মেলি চেলেকি চেলেকি খাৱ।

পুতুলী ঃ ছিঃ ছিঃ

ছোৱালীবোৰ ঃ দীঘলকৈ জিভা মেলি চেলেকি চেলেকি খাৱ।

পেলু ঃ (খঙেৰে-কথাৰে-একে উশাহেৰে-উম্মাৰে)
হেই! চুপ থাক পাতি হাঁহ
সদায় পাৰ কণী
আমি থাকো গণি
তই থাক চাই
আমি পেলাওঁ খায়।
(গোটেই ল'ৰাজাকে আক্ৰোশেৰে ক্ৰমে ক্ৰমে ছোৱালীজাকক ঘেৰি ধৰিব।)

ল'ৰাবোৰ ঃ হেই! চুপ থাক পাতি হাঁহ
সদায় পাৰ কণী
আমি থাকো গণি
তই থাক চাই
আমি পেলাওঁ খায়।
হেই! চুপ থাক পাতি হাঁহ
সদায় পাৰ কণী
আমি থাকো গণি
তই থাক চাই
আমি পেলাওঁ খায়।
হেই! চুপ থাক পাতি হাঁহ
সদায় পাৰ কণী
আমি থাকো গণি
তই থাক চাই
আমি পেলাওঁ খায়।
(পেলু আৰু লাৱণ্য পুনৰ আগৰ দৰে মুখামুখি হয়। নীৰৱতা। পেলুৱে এটা আঙুলিৰে লাহেকৈ লাৱণ্যৰ থুঁতৰিটো দাঙি মিহিকৈ দম দি কয়—)

পেলু ঃ নকৰিবি পেক্ পেক্ ফুলেশ্বৰীৰ নন্দেক।
(লাৱণ্যই গপচত লাহেকৈ পেলুৰ আঙুলিটো তললৈ নমাই আনে। চকুলৈ চাই থাকে। তাৰ পিছত হঠাৎ পেলুৰ পেটত ভাকুটকুটাই দৌৰ মাৰে। সকলোৱে হাঁহি হাঁহি - নাচি নাচি পেক্ পেক্ পেক্কৈ মিলি যায়। গান শেষ হয়। ল'ৰা-ছোৱালী সকলোৰে মিল হয়।)

বায়ন ঃ অ এনেকৈ মিলা-মিচা কৰি থাকচোন— তেহে ভাল লাগে। তইঁতৰ এই হাই কাজিয়াবোৰ কেনেবাকৈ ডাঙৰৰ কাণত পৰিব লাগিলে বালি চাপৰিত খেলিবলৈ অহা মুদা মৰিব।

পুতুলী ঃ হয়দে বাৰিষাতো সুযোগেই নেপাওঁ— নৈখন গৈ একেবাৰে চোতাল পায়গৈ।

বীণাপাণি ঃ অ আমাৰ মায়ে গম পাব লাগিলে মোৰ লগতে তহঁতকো দিব। মায়েতো ইমান দূৰ বালি চাপৰিলৈ আহিবলৈকে নিদিয়ে, কিমান খাটনি কৰি কৰি আহোঁ! অ সৰু পোনা, তই আকৌ মাক এইবোৰ কথা নক'বিগৈ দেই।

যদু ঃ এ তহঁতৰ মিটিং শেষেই নহয়। খেলিবলৈ নাপামেই— যাবৰে হ'ব। দে দে খেল আৰম্ভ কৰো। এই বালি চাপৰিৰ আমাৰ চিঞৰ-বাখৰ সৌ গাঁৱৰ মানুহৰ কাণত নপৰেগৈ দে।

টেপু ঃ অ দে দে দে— কি খেল আৰম্ভ কৰিবি?

যদু ঃ ক্ৰিকেট খেলো দে ক্ৰিকেট। মই বল লৈ আহিছো। (সি টেনিছ বল এটা উলিয়াই)

নৰেন ঃ ই ফপলা টেলিচ বল আলিছ?

যদু ঃ ফপৰা টেনিছ বলকে কিপিং কৰচোন। একেবাৰে পাৰ্থিব পেটেলটো।
(টেপুৱে বালিত বাঁহৰ খুঁটি তিনিডাল পুতি থাকি ক'ব)

টেপু ঃ ঐ ষ্টাম্প ৰেডি। বায়ন, বেট উলিয়া। মই হ'লে প্ৰথম বেট কৰিম দেই।
(টেপু আৰু অনন্তই বেট ধৰে। বায়নে আম্পায়াৰিং কৰে। নৰেনে কিপিং কৰে। যদুৱে বলিং কৰে। বাকী ল'ৰাবোৰে ফিল্ডিং কৰে। ছোৱালীবোৰে সিহঁতৰ পৰা একাষৰীয়া হৈ বালিত বহি (ডাউন লেফ্‌ট) কাগজত বান্ধি অনা নিমখ-জলকীয়া-বগৰী খাব ধৰে। খেলৰ মাজত খেল সম্পৰ্কীয় ইম্প্ৰ'ভাইজড সংলাপ। প্ৰথমে ক্ৰিকেট সম্পৰ্কীয় কথা-বতৰাবোৰ ভালদৰে শুনিবলৈ পোৱা যাব। পিছলৈ ছোৱালীকেইজনীৰ কথাবোৰ স্পষ্ট হ'ব। লগৰকেইজনীয়ে বীণাপাণিৰ হাতত এটা সোণৰ আঙঠি দেখা পাই—)

গোলাপী ঃ বাঃ বীণাপাণি, এইটো আমাক দেখুৱাই নাছিলি— ইমান ভাল লাগিছে।

মামণি ঃ ই তহঁতে গমেই নাপাৱ— বিয়াত মামাকহঁতে দিছে আকৌ।

বীণাপাণি ঃ ওঁ মোৰ বিয়াত তাই থাকিলেহে।

গোলাপী ঃ মই মামাহঁতৰ ঘৰলৈ যাওঁতেহে তোৰ বিয়াখন পৰিব লাগেনে?

মামণি ঃ আমি যে কিমান স্ফূৰ্তি কৰিলো নহয়! আৰু বীণাক যে মৰম লাগিছিল কইনা হওঁতে।

গোলাপী ঃ এ হয়? কচোন ক, বীণাক কেনেকে কেনেকে সজালি?
(এই বিষয়ক কথা-বতৰা লৈ ছোৱালীহঁত ব্যস্ত হৈ পৰিব। সিহঁতে ক'ব নোৱাৰাকৈ পেলু আহি মাজত সোমাবহি। তাহাঁতৰ কথাৰ মাজতে এজনীৰ গালখন চুই ক'ব)

পেলু ঃ আয়ৈ দেহি যাওঁ মৰি— লেটেকু পনিয়ল দেখি পকা পকা।
(ছোৱালীকেইজনীয়ে চিঞৰি উঠে।)

লাৱণ্য ঃ দেখিছনে বায়ন, ই আমাক আকৌ জোকাইছে।
(ছোৱালীহঁতৰ চিঞৰ শুনি খেলি থকা ল'ৰাকেইটাই খেল বন্ধ কৰি পেলুলৈ চায়। পেলুৱে ছোৱালীকেইজনীক মুখ ভেঙুচাই থাকে।)

বায়ন ঃ পেলু, তই আকৌ...! তোক আজি ৰহ...

নৰেন ঃ ঐ বায়ল, বজা...

(বায়নে মুখেৰে খোল বজাব ধৰে। যুদ্ধৰ ছেও। বাকী ল'ৰাকেইটাই ভাওনাত যুদ্ধত প্ৰৱেশ কৰাৰ দৰে মোচন লৈ পেলুৰ ফালে চোঁচা লৈ আহে। পেলুক মাজত লৈ চাৰিওফালে ল'ৰা-ছোৱালীবোৰে তাক আগুৰি ধৰে।)

পেলু ঃ (হাতেৰে ধেনু ধৰাৰ অংগীভংগীৰে বচন মাতে)— অইনাই ভাবে সপ্তৰথীয়ে বেৰি ধৰিছা যদিও এই অভিমন্যুৰ গাত এক বিন্দু ৰক্ত থকালৈকে প্ৰাণপণে যুদ্ধ কৰি যাম।

নৰেন ঃ ধৰ তেন্তে অস্ত্ৰ আজি লকৰি পলম।

(বায়নে মুখেৰে কখাল বজায়।)

বায়ন ঃ তাওঁ তাচ্ তাওঁ, খিতি তাখি তাওঁ, ৰিদ্ ধেই তাতাক ধেই।

(ইম্প্ৰভোইজদ ভাওনাৰ দৃশ্য। বায়নৰ খোল শেষ হোৱাৰ লগে লগে ৰথী-মহাৰথীসকলে অভিমন্যুলৈ শৰ নিক্ষেপ কৰে। .... প্ৰথমে কেৱল যোদ্ধাসকল— পিছলৈ আটাইবোৰ ল'ৰা-ছোৱালী এই যুদ্ধত অৱতীৰ্ণ হয়। কেলৌ মেলৌ। সকলোবোৰ যুদ্ধত ব্যস্ত হোৱাৰ সুযোগ লৈ পেলু তাৰ পৰা অন্তৰ্ধান হয়। বাকী ল'ৰা-ছোৱালীবোৰে অভিমন্যু মাজত আছে বুলিয়েই যুঁজি আছে। এনেতে পেলুৱে পুৰণা চাইকেলৰ ফ্ৰীহুইল এটা সোঁহাতৰ তৰ্জনী আঙুলিত লৈ মুখেৰে গাড়ী চলোৱাৰ ভাও লৈ গোটেই ল'ৰা-ছোৱালীজাকৰ চৌপাশে ঘূৰিব। হঠাৎ দলটোৰ কোনোবা এটাই তাক মন কৰিব।)

লাৱণ্য ঃ ঐ ঐ ঐ... যুদ্ধ বন্ধ কৰ। ... চা চা চা...

(যুদ্ধ বন্ধ হয়। সকলোৱে পেলুলৈ চায়। পেলু বৈ যায়।)

কাৰ লগত যুদ্ধ কৰিছ? সৌটো চা অভিমন্যু...

পেলু ঃ (ফ্ৰীহুইলটো ঘূৰাই ঘূৰাই গহীনত) ধেৎ কৃষ্ণহে... য়ে হেয় হমাৰী সুৰক্ষা চক্ৰ...

বায়ন ঃ ৰহ তোক আজি মই— (বায়নে খেদি যায়। পিছে পিছে সকলোৱে খেদে। কেলৌ মেলৌ। হঠাৎ পেলুৱে নৈৰ সিপাৰত কিবা এটা দেখি বৈ যায়। বাকীবোৰকো ৰ'বলৈ নিৰ্দেশ দিয়ে।)

পেলু ঃ ঐ ৰহ। সৌৱা চা, আহি গ'ল দানি।

(পেলুৰ দিশ অনুসৰণ কৰি সকলোৱে নৈৰ সিটো পাৰলৈ চায়। ক্ষন্তেক মনে মনে থাকে। পুনৰ আনন্দত কিৰিলি পাৰিব ধৰে।)

সকলোৱে ঃ আহি গ'ল দানি— আহি গ'ল দানি—

(কিৰিলিয়াই নাচিব ধৰে। বায়নে সকলোকে মনে মনে থাকিবলৈ কৈ সিপাৰৰ শব্দবোৰ শুনিবলৈ চেষ্টা কৰে।)

বায়ন ঃ ঐ ৰহ অলপ মনে মনে থাক। (পেলুক) কি শুনিছ?

পেলু : জানো— "বল হৰি হৰি বল" কৈছে নে "ৰাম নাম সত্য হে" কৈছে ধৰিবকে নোৱাৰি।

অনন্ত : ঐ ইমান মানুহ আহিছে চা, গাড়ী-মটৰ ঢেৰ...।

যদু : ঐ গাড়ী-মটৰ চাই 'দানি' যেনেই লাগিছে। "ৰাম নাম সত্য হেয়" হ'ব বুইছ।

নৰেন : ই— ইমাল দূৰৰ পৰা একো ধৰিব লোৱাৰি— 'দালি' হয়লে লহয়।

পেলু : ওঁহ ডান্ডা, দালি হয়লে লহয়!

নৰেন : বায়ল,—

বায়ন : ৰহ পেলু, এতিয়া সেইবোৰ নুলিয়াবি।— কি কৰ? যাবি নে নেযাৱ?

পেলু : (অলপ চিন্তা কৰি) চাই আহোঁগৈ ব'ল। তেতিয়াহে আচল কথা গম পাম।

বায়ন : অ ব'ল।

(বাকীবোৰেও "ব'ল ব'ল" বুলি কাপোৰ খোলাৰ যো-জা কৰে।)

পেলু : এ সব যাব নেলাগে। বায়ন, যদু, পুতুল আৰু মই— বছ।

বায়ন : অ তহঁতবোৰ ইয়াঁতে থাক। আমি সাউৎকৈ গৈ সাউৎকৈ আহিমগৈ।

(চাৰিওটাই ঝাওবনৰ ছবি আঁকি থোৱা কেনভাছকেইখনৰ পাছফালে গৈ কাপোৰ সলাই গামোচা পিন্ধি নৈত জঁপিয়ায়। পানীত জঁপিওৱাৰ শব্দ। বাকীবোৰে ৰৈ চাই থাকে। মঞ্চ এন্ধাৰ হয়।)

(ঝাওবন অঁকা কেনভাছকেইখনৰ অৱস্থানৰ সামান্য সাল-সলনি কৰি নৈৰ আনটো পাৰ প্ৰকাশ কৰা হ'ব। আন এখন ছবিত আধাবনোৱা চিতা আৰু চিতা বনাই থকা মানুহ দুজনমান দেখা যাব। দৃশ্য আঁৰ হোৱাৰ লগে লগে বহুতো মানুহৰ কোলাহল শুনা যাব। দেখা যায় এটা সৰু ল'ৰাই ধুতী পিন্ধি হাতত এখন কটাৰি লৈ ৰৈ আছে। এজন শকত মানুহে শ্মশানৰ কামৰ তদাৰক কৰি আছে। সেই মানুহজনে মাজে মাজে সৰু ল'ৰাটোক কিবা কিবি কয়। পেলুহঁত নৈৰ পৰা উঠি মানুহজনৰ কাষ পায়গৈ। মঞ্চৰ তলৰ পৰাই কথা পাতে। যেন নদী আৰু গৰা।)

শকত মানুহ : ঐ, তহঁত ক'ৰ ল'ৰা? কি কৰিছ ইয়াত? কি লাগে তহঁতক?

পেলু : আমি সৌখন গাঁৱৰ পৰা আহিছো। এয়ানো আজি পিছে কোন ঢুকাল?

শকত মানুহ : তহঁতক কেলেই হোঁ?

পেলু : এনেই সুধিছো। সুধিলে কিবা জগৰ লাগে নেকি?

শকত মানুহ : আও! এই বাটলু গুটিৰ বৰ কথা দেখোন! ওহ! কেচেমা কেচেম গোন্ধাইছে এইকেইটাক। যা ইয়াৰ পৰা।

পেলু : বৰ একেবাৰে—

শকত মানুহ : নগ'লিনে তহঁতে—

পেলু : ওঁহ! পেটুৱা! পেটুৱা কা পেট গাড়ী লেট...। ঐ, মাৰ জাঁপ...

(আটাইকেইটাই পানীত জঁপিয়ায়। শকত মানুহে পাৰৰ পৰা চপৰা এটা পেলুহঁতলৈ বুলি মাৰি পঠিয়ায়। লাইট কাট)

(মঞ্চত পোহৰ পৰে। প্ৰথম দৃশ্যৰ ল'ৰা-ছোৱালীবোৰ পেলুহঁতৰ বাবে বৈ থাকে। পেলুহঁত নদীৰ পৰা বালিলৈ উঠি আহে।)

টেপু : কোন মৰিল অ' বায়ন? মাৰোৱাৰী নে অসমীয়া?

ইন্দ্ৰ : কামটো হ'লনে?

নৰেন : দালিলে বায়ল?

বায়ন : এহ ৰহ এইটো! দালি পাবি ৰহ। চালা— কেটেপাখন নিয়া হ'লে পেটুৱাটোৰ টিকাত বাটলু গুটিৰে দিলোহেঁতেন এচাট।

লাবণ্য : কি হ'লনো?

(পেলুৱে খিক খিককৈ হাঁহিব ধৰে। বায়নৰ খং উঠে।)

পুতুলী : কি হ'লনো? নকৱ কিয় কোন মৰিল?

(পুতুলীৰ মাতত বায়ন কুমলি গ'ল)

বায়ন : বাদ দে, য'ৰে মানুহ মৰে মৰক। বৰ একেবাৰে টাউনীয়া দেখুৱাইছে!

পেলু : (হাঁহি হাঁহি) ঐ মই কওঁ শুন— এগাল টাউনীয়া ধনী ধনী মানুহ, আমাৰ নিচিনা এটা ল'ৰা আৰু এটা পেটুৱা। এইচাট পেট তাৰ। মোক যিটোহে দম দিলে।

অনন্ত : এই ল'ৰাটোৱে কোনোবা মৰিছে।

যদু : "ৰাম নাম সত্য হেয়"— নহয় "বোল হৰি হৰি বোল"।

গোলাপী : অ' মানে— অসমীয়া।

বায়ন : ধেৎ মনটোৱে কিবা হৈ গ'ল অ'। মাৰোৱাৰী হ'লেহে পইচা দলিয়ায়— অসমীয়া হ'লে ফুচটোও নাপাব।

পেলু : ঐ, পেটুৱাটোৰ কথা শুন— সি মোক বাটলু গুটি বুলি যিটোহে দম দিলে। ময়ো এৰা ভকতনে কিবা— ময়ো ক'লো বাপ্পেকে "পেটুৱা কা পেট— গাড়ী লেট"।

(গোটেইজাকে হাঁহি কিৰিলি পাৰি নৈখনৰ সিপাৰলৈ চাই—

"পেটুৱাকা পেট গাড়ী লেট

গাড়ী কা নম্বৰ এইট্‌টি এইট

গাড়ী গয়া খাল মে

পেটুৱা গয়া জেইল মে"— এই বুলি গাই গাই জোকাব। কেৱল গায়ন হে এটা দিশত আমন জিমনকৈ ৰ'ব।)

লাবণ্য : ঐ ঐ ঐ অলং দলং খেলো আহ।

মামণি : অ অ খেলো আহ।

অলং দলং পৰিছে
ৰজা ৰাণী আহিছে
ৰজাই হুকুম দিছে— এদিন ছেদিন বাদ
কি হুকুম দিছে— এদিন ছেদিন বাদ
ছোৱালী এজনী লাগে— এদিন ছেদিন বাদ
কোন ছোৱালী লাগে—
পুতুলীক লাগে—
যোৱা পুতুলী যোৱাগৈ—
ৰজাৰ হুকুম মানাগৈ—
আমাক মনত ৰাখিবা— আকৌ আহি খেলিবা।
(ছোৱালীবোৰে অলং দলং খেলিব ধৰে। ল'ৰাবোৰে কুংফু কাৰাটে খেলিব ধৰে।

বায়ন : পেলু, পেলু—
(পেলুৰ মটৰ চাইকেল আহি বায়নৰ ওচৰত হাজিৰ হ'ব)

বায়ন : অ' পেলু, তই কিবা আনিছনে? আছে যদি এটা দেনা।

পেলু : (গহীনত) আছে এটা কিন্তু তোক নিদিওঁ।

বায়ন : অ' তোলন, দেনা ভাই দেনা।

পেলু : কেলেই দিম, তই ছোৱালীৰ ফলীয়াহে।

বায়ন : অ' তোলন, তই তেনেকুৱা নকৰিবি। আজি মাত্ৰ দে।

পেলু : কেলেই দিম? ছোৱালীকেইজনীয়ে কিবা এটা ক'লেই তই মোকহে চৰটো শোধাৱহি।

বায়ন : তোক ভৰিত ধৰিছো আজিৰ পৰা তোক একো নকওঁ। দে তোলন দে।

পেলু : ঠিক আছে। পিছে এটাহে আছে। প্ৰথমে মই হুপিম। তাৰ পাছতহে তই পাবি।

বায়ন : হ'ব। দে উলিয়া।

পেলু : ব'ল— সৌ ঝাওবনজোপাৰ তলতে মোৰ চোলাটো আছে। জেপত আছে।
(দুয়ো তাৰ পৰা উঠি ঝাওবনজোপাৰ আঁৰলৈ যায়। অলপ পিছত ঝাওবনজোপাৰ আঁৰৰ পৰা ধোঁৱা ওলাব ধৰে। বীণাপাণিৰ চকুত পৰে।)

বীণাপাণি : দেখিছ দেখিছ বায়ন আৰু পেলুৱে আকৌ চিগাৰেট টানিছে। বায়নৰ মাকক আজি লগাই দিম ৰ'বি—

মামণি : অ' বীণা, তই ঠিকেই কৈছ— খুড়ীদেউক আজি লগাই দিম। এইকেইটাৰ অলপমান বেছি হৈছে।

পুতুলী : ৰচোন, ঘৰত নলগাবি। বায়নে থ'ব। এইবিলাক সব পেলুৰ কাম বুইছ। কেলেই মনত নাই— প্ৰথমে প্ৰথমে চিগাৰেটৰ খেলখন পেলুৱেহে উলিয়াইছিল।

মামণি : থ থ, তই যোগেশ্বৰৰ ফলীয়া হৈতো ক'বিয়েই।

লাৱণ্য : অ' আমি জানো নহয়। তই যিয়েই নকৱ সিয়ো কমটো নহয়। দুয়োটা একে।

গোলাপী : এ এই নেউলকেইটাৰ লগত কথা পাতি লাভ নাই। আহ আহ আমি খেলো।

(ছোৱালীবোৰ পুনৰ খেলত ব্যস্ত হয়। সিহঁতৰ ওপৰত পোহৰ কমি আহে। ঝাওবনৰ মাজৰ পৰা চিগাৰেট টানি উঠি তৃপ্তিৰে পেলু আৰু বায়ন ওলাই আহে।)

বায়ন : ঘৰলৈ যাওঁ বুইছ তোলন। তই যাবিনে?

পেলু : আজি এতিয়াই যাৱনে?

বায়ন : অ যাওঁ। ভাল লগা নাই।

পেলু : তই গ'লে যা, মই এতিয়াই ঘৰলৈ নেযাওঁ।

বায়ন : অ' তাৰ মানে তোৰ আৰু চিগাৰেট আছে? মই গুচি গ'লে তই মনে মনে খাবি ন? চাওঁ, তোৰ চোলাটো চাওঁ।

পেলু : চা চা যিমান মন যায় চাই থাক। এটা আছিল খালো। আৰু নাই। কাইলৈ কিন্তু তই খুৱাব লাগিব। মই কেইবা দিনো খুৱালো।

(বায়ন গভীৰ চিন্তাত নিমগ্ন হয়। কেৱল বায়নৰ ওপৰত পোহৰৰ তীব্ৰতা থাকিব। সকলোৰে মাতবোৰ নুশুনা হৈ যায়। কিন্তু কাৰ্যবোৰ চলি থাকিব। বায়নৰ স্বগতোক্তি।)

বায়ন : মই জানো, পেলুৱে মাকৰ বাকচৰ পৰা মাজে মাজে পইচা চুৰি কৰে। কিন্তু মই ক'ৰ পৰা কৰিম, আমি পেলুহঁততকৈয়ো দুখীয়া। আমাৰ মায়ে লোকৰ পথাৰত ৰুৱা তোলা কৰি যিকেইটা পইচা পায় তাকে বৰ আতৌ পিতৌকৈ থয়। মোৰ সেইকেইটা পইচা চুৰি কৰিবলৈ সত নেযায়। পিতায়ে একো কাম-বন নকৰে। দিন-ৰাতি কেৱল ভাঙৰ খোলাত বহি থাকে। মালৈ মোৰ বৰ দুখ লাগে। ইমান কষ্ট কৰি মাজনীয়ে দুবেলা দুসাঁজৰ যোগাৰ কৰে, মইনো বাৰু কেনেকৈ চুৰি কৰো। আৰু কেতিয়াবা খুদকণ এটা নথকা ঘৰখনত মোৰ ভোক লাগিছে বুলি ক'লেই ক'ৰ পৰা যে কেনেকৈ কিবা নহয় কিবা এটা খাবলৈ যোগাৰ কৰি দিয়েহি! মায়ে যেন যাদু কৰিহে খোৱাবস্তুবোৰ উলিয়ায়। মালৈ মোৰ বৰ মৰম লাগে।

(গোলাপীয়ে বেসুৰাকৈ হিন্দী গান গাই আপোন মনে নাচি আছে।)

পেলু : চা বায়ন, সৌ নাতেসৰীজনীলৈ চা, তাই কেনেকৈ কঁকাল ভাঙিছে। ওঁহ দিওঁ নেকি তাইক গুলী এটা মাৰি— ধিচিওঁ।

(পেলুৱে এ কে ৪৭ৰ গুলী ফুটাই। গোলাপী নমৰে।)

বায়ন : এহ তইঁতে খেল। মই যাওঁ। বৰ ভোক লাগিছে অ'।

পেলু : যা।

(কাকো মাত নিদিয়াকৈ বায়ন ওলাই যায়।)

পেলু : এইকেইজনীক ৰহ মই আজি—
(সি ছোৱালীকেইজনীৰ ফালে চোঁচা লয়। কিন্তু নদীত কিবা দেখি ৰৈ যায়।)
ঐ বায়ন, নেযাবি, ঘূৰি আহ। বায়ন—

বায়ন : (বাহিৰৰ পৰা) কি হ'ল?

পেলু : আহি গ'ল দানি— আহি গ'ল দানি—
(বাকী ল'ৰা-ছোৱালীবিলাকেও খেলা এৰি নৈলৈ চাই পেলুৰ কাষলৈ আহে। বায়নো দৌৰি সোমাই আহে। নৈৰ সিটো পাৰলৈ চায়।)

বায়ন : ক'তা, একো নাই দেখোন?

পেলু : ঐ কণা, সেই ফালে চা, কি দেখিছ? ডাঙৰ কাঠ এডাল উটি অহা নাইনে?

যদু : কাঠ! এতিয়া! খৰালি নৈত কাঠ আহিব?

পেলু : তেনেহ'লে সেইডাল কি?

যদু : (চাই) জানো আন কিবাহে নেকি? এতিয়া বৰষুণেই পৰা নাই, পানীৰ সোঁতেই নাই, ক'ৰ পৰা কাঠডাল আহিব?

টেপু : (জুমি চাই) এই কাঠ কাঠ যেন লাগিছে হয়। হ'বও পাৰে দেই!

পেলু : সেয়া, প্ৰথমে মইহে দেখিলো তেও।
(পেলু আনন্দত নাচিবলৈ ধৰে।)
কাঠ কিন্তু মোৰ আৰু বায়নৰ মাজতহে ভাগ হ'ব কৈ দিছো।

সৰুপোনা : ইচ্ নদীত উঠা কাঠহে তেও, দেখিলেই তোৰ হৈ যাব নেকি? অকলে তুলি আন চাওঁ, বায়নক আকৌ সাঙুৰিছ কেলেই?

পেলু : ঐ চালা জেঠী, সইত সইত কৰি নাথাকিবি,— নৈত গতিয়াই দিম বাপেকে।

সৰুপোনা : ঐ জেঠী জেঠী নক'বি দেই, চালা ছোৱালীৰ চৰ খোৱা—
(কেৰাটিৰ পজ এটা লৈ) সাহ আছে যদি গাত হাত দি চাচোন।
(পেলুক কিক্ এটা মাৰিব। ভাগ্যে যেনিবা কিক্‌টো পেলুৰ গাত নালাগিল।)

বায়ন : (ধমকি দি) ৰহ অ' এইকেইটা, কি গোনাম'হৰ দৰে যুঁজি থাক? সেইডাল সঁচাই কাঠ জানো? অন্য কিবা যেনহে লাগিছে দেখোন।

পেলু : কাঠ নহৈ কিতো হ'ব? ডাঙৰ কাঠ ওচৰ চাপিলেহে গম পাবি।

যদু : ডাঙৰ কাঠ যদি কেনেকে আনিবি হয়? আমাৰ লগততো ৰছীও নাই? লোৰ হাকোটাও নাই।

লাৱণ্য : ঐ কণা, সেইডাল কাঠ নহয় অ'। সেইটো ক'ল মৰা গৰু এটাহে উটি আহিছে।

নৰেন : সেইটো গৰু নহয় বুইছ, ম'হৰ পোৱালি যেলহে লাগিছে।

টেপু : হেৰ' সেইটো গৰুও নহয় ম'হো নহয়, সেইটোচোন এটা জেকেট।
(বাকীবোৰেও মন দি চাব।)

বীণাপাণি : অ অ জেকেট যেনেই লাগিছে।

গোলাপী : অ পাই ক'লা চামৰাৰ জেকেট।

বায়ন : তহঁতবোৰ ইয়াতে ৰহ, মই জেকেটটো লৈ আনোগৈ।
(বায়নে পুনৰ কাপোৰ-কানি সলাই পানীলৈ জঁপিয়ায়। বাকীবোৰে পাৰৰ পৰা উৎকণ্ঠাৰে চাই থাকে। অলপ পাছত বায়নে চিঞৰিব—)
এ জেকেটটোৰ তলত এটা মৰাশ আছে। কি কৰো?

পুতুলী : মৰাশ?

বীণাপাণি : মৰাশ?

বায়ন : বেগেতে ক কি কৰো?

পেলু : খবৰদাৰ এৰি নিদিবি বায়ন, আজি দানিয়েই দানি। ঐ বায়ন, তাক পাৰলৈ লৈ আহ।
(যোগেশ্বৰে জেকেটেৰে সৈতে মৰাশটো পাৰলৈ লৈ আনে। পাৰলৈ অনাত পেলুৱে বায়নক সহায় কৰে। মৰাশটো দেখি ছোৱালীজাকে ভয়তে চিঞৰ-বাখৰ কৰি পলাব খোজে। বায়নে সিহঁতক ধমকি দি ওভতাই আনে।)

বায়ন : এতিয়া কোনো যাব নোৱাৰ, উভতি আহ— উভতি আহ। এজনী যাচোন পিঠিত জেওৰা খৰি ফালিম।
(ছোৱালীজাক ভয়তে উভতি আহি নিৰাপদ দূৰৰ পৰা মৰাশটো চাই থাকে। যোগেশ্বৰ, পেলু আৰু দুটামানে লগ লাগি মৰাশটো পাৰলৈ উঠাই আনে। লাইট ছোৱালীকেইজনীৰ ওপৰত পৰে।)

বীণাপাণি : আয়ৈ দেহি! ইমান ধুনীয়া ডেকা ল'ৰাটো!
(লাইট ল'ৰাহঁতৰ ওপৰত। সিহঁতে মৰাশটো পাৰলৈ টানিছে। — পুনৰ লাইট ছোৱালী-কেইজনীৰ ওপৰত।)

মামণি : মৰাশ যেন নালাগেই চা, শুই থকা যেনহে লাগে।
(লাইট ল'ৰাহঁতৰ ওপৰত। সিহঁতে মৰাশটো পাৰলৈ টানিছে। — পুনৰ লাইট ছোৱালী-কেইজনীৰ ওপৰত।)

পুতুলী : ইমান বগা মৰম লগা নহয়নে?
(লাইট ল'ৰাহঁতৰ ওপৰত। সিহঁতে মৰাশটো পাৰলৈ টানিছে। — পুনৰ লাইট ছোৱালীকেইজনীৰ ওপৰত।)

লাৱণ্য : কেতিয়া বা মৰিলে? ক'ৰ পৰা বা নৈত উটি আহিছে?
(ইতিমধ্যে ল'ৰাহঁতে মৰাশটো আনি পাৰত তুলিলেহি।)

বায়ন : কি কৰ এতিয়া পেলু?

পেলু : কেলেই মনত নাই? যোৱাবেলি যে এইখিনিতে এনেকে নৈত উটি অহা মৰাশ এটা ৰেৰ

খুৰাই পাৰলৈ টানি আনিছিল— তাৰ পকেট খেপিয়াই ৰেৱ খুৰাই কি পাইছিল?

টেপু ঃ অ— হেৰো, পঞ্চাশ টকাৰ বান্দিল এটা পাইছিল আকৌ!

পেলু ঃ টকাৰ বাণ্ডিলটো ৰেৱ খুৰাই নিজৰ পকেটত ভৰাই মৰাশটো আকৌ নৈত এৰি দিছিল নে নাই?

নৰেন ঃ ৰেৱ খুৰাক সকলোৱে ভয় কৰে গুলেহে পুলিচক কোলেও লজলালে।

লাৱণ্য ঃ ৰেৱ খুৰা আৰু লগৰকেইটা যিহে গুণ্ডা!

পেলু ঃ ঐ ৰেৱ খুৰাক গুণ্ডা বুলি কৈছ। ৰহ বাপেকে লগাই দিম, একে থেকেচাই থ'ব। বায়ন, ইয়াৰ পকেটটো টকাৰ বাণ্ডিল থাকিব পাৰে।— আহি গ'ল দানি— তোৰ আৰু মোৰ কেইদিনমানলৈ চিন্তা নাই।

বায়ন ঃ সঁচাকৈ তই বৰ টেঙৰ দেই পেলু। ৰহ মই ইয়াৰ জেকেটটো খুলি চাওঁ।
(বায়নে মৰাশটোৰ কাষত বহি লৈ জেকেটৰ পকেট খেপিয়াবলৈ আৰম্ভ কৰে। জেকেটৰ পকেটত শেলুৰৈ, বালি, পচা পাত, ঠানি, মেটেকা, শামুক আদি পায়। এটা এটাকৈ উলিয়ায়।)

পেলু ঃ বায়ন কিবা পালিনে?

বায়ন ঃ ধেৎতেৰি আজি দিনেই বেয়া অ'। প্ৰথমটো দানি বুলি ভাবিলো— ওলাল সেয়া। আৰু এইটোত— সেয়া শেলুৰৈ, পচা পাত, গছৰ ঠানি, মেটেকা...

পেলু ঃ চাওঁ মোক চাবলৈ দে।
(পেলু বহাত বায়ন উঠিবলৈ লয়।)
অ' বায়ন, তই আঁতৰি নাযাবি মোৰ কাষতে থাক।

বায়ন ঃ ওঁহ এইডালৰ পিতটো চা!

পেলু ঃ নহয় অ' বায়ন...

বায়ন ঃ কি কৰ বেগাই কৰ।
(পেলুৱে ভয়ে ভয়ে মৰাশটোৰ চোলাৰ জেপত হাত ভৰাব। লগে লগে বিকট চিঞৰ এটা মাৰি হাতখন বাহিৰ উলিয়াই আনিব। পেলুৱে চিঞৰাৰ লগে লগে গোটেইজাকে একেলগে বিকট চিঞৰ মাৰিব। এটাই আনটোক সাৱটি মাৰি ধৰিব। পেলুৱে গোটেইজাকৰ ফালে এবাৰ চাব আৰু লাহে লাহে খিক্‌খিককৈ হাঁহিটো ক্ৰমান্বয়ে বঢ়াই নিব। লাহেকৈ মুখৰ আগত হাতখন মলিব। বাকীবোৰে আচৰিত হৈ চাব। হাতৰ মুঠিত এটা লেধাই শামুক।)

বায়ন ঃ (সহজকৈ) অ' লেধাই শামুক।
(পেলুৱে হাঁহি হাঁহি ছোৱালীজাকৰ মাজলৈ শামুকটো দলিয়াই দিয়ে। ছোৱালীজাকে পুনৰ আতংকত চিঞৰি উঠে।)

লাৱণ্য : চালা জহনীতমৰা পিল্ পিল্ কৰা পেলু, চুৰা খোৱা, অসভ্য, নিলাজ, বদমাছ, ছোৱালীৰ চৰ খোৱা পেলু...

পেলু : চুপ। পেক্ পেক্ কৰি নাথাকিবি পাতি হাঁহ।

নৰেন : বায়ল, জেকেটৰ পকেটত একো লাপালি...

টেপু : চোলাৰ জেপতো শামুকহে ওলাল...

যদু : এতিয়া কি কৰ বায়ন?

পেলু : ৰহ আৰু এবাৰ ভালকৈ চাই লওঁ।
(পেলুৱে আকৌ বহি ভালদৰে চাব ধৰে।)
ইচ্ ৰাম! ইয়াৰ বুকুখন দেখোন তেনেই থকা-সৰকা। ঢেৰ গুলী খাইছে।
(ভালকৈ চাই)
ৰেব খুৰাই পোৱাটোতকৈ বেছি। এইটোক নদীত আকৌ এৰি দে বুইছ বায়ন।
(গোটেই ল'ৰা-ছোৱালীজাকে একেলগে ক'ব— এৰি দে বায়ন, এৰি দে...)

পুতুলী : ঘৰত গম পালে পিতায়ে মোৰ পিঠি ফালিব।

অনন্ত : এনেকৈ আমি ধৰা বুলি জানিব পাৰিলে পুলিচ মিলিটেৰী আহি আমাক গোটেইজাককে ধৰি লৈ যাব। তেতিয়া কি কৰিবি?

বায়ন : চুপ! পিত নোহোৱকেইটা। আনে কেনেকৈ গম পাব? এটাও যদি এতিয়া ইয়াৰ পৰা যাৱ... এইবোৰ কথা ঘৰত কৰ... মই তহঁতৰ পিঠি ফালিম। ঐ, যদু, ইন্দ্ৰ, পেলু— ইয়াক ওলোটাই দে। পেন্টৰ বেক পকেটকেইটাত চা। তাৰ পাছত এৰি দিবি।
(ল'ৰাকেইটাই শটো ওলোটাই দিয়ে। পেলুৱে পকেটত হাত ভৰাই...)

পেলু : পাই গ'লো... পাই গ'লো!!
(পেলুৰ হাতত এটা মানিবেগ। মানিবেগটো দেখাৰ লগে লগে বায়নে তাৰ হাতৰ পৰা বেগটো থাপ মাৰি লৈ যাব। গোটেইজাকে বায়নক আগুৰি ধৰে। বায়নে মানিবেগ খুলিব।)

বায়ন : ইয়াতো একো নাই— ধুৎ।
(সি বেগটো তলমুৰা কৰি দিব। সৰু ফটো এখন বালিত ওলাই পৰে। পেলুৱে লৰালৰিকৈ ফটোখন বুটলি ফুৰাই পেলাই ফটোখন চাব। গোটেইজাক কাষ চাপি আহিব। পেলুৱে বদমাছিৰ হাঁহিটো মাৰি ক'ব—)

পেলু : এইখন চা, মানুহটোৰ ঘৈণীয়েকৰ ফটো।

ছোৱালীজাক : চাওঁ চাওঁ চাওঁ— আমাকো চাবলৈ দেচোন।

গোলাপী : (ফটোখন চাই উঠি) তোৰ চকু দুটা পেলু, চকু নহয়— টকৌ গুটি।

পেলু : কেলেই?

গোলাপী : এইখন মানুহটোৰ ঘৈণীয়েকৰ ফটো!

পেলু : ঘৈণীয়েক নহৈনো কোন তেনে?

লাৱণ্য : এই বুঢ়ী মানুহজনী সি এই ডেকা মানুহটোৰ ঘৈণীয়েক পালে!
(বায়নে এইবাৰ ফটোখন ভালকৈ চাব।)

বায়ন : হয়তোন আকৌ— এইখনচোন কোনোবা বয়সিয়াল মানুহৰ ফটো। ইয়াৰ কোন হ'ব পাৰে বাৰু?

সৰুপোনা : কেলেই?— মাক আকৌ।

বায়ন : মাক?
(বায়নৰ মগজুত মাক শব্দটোৱে প্ৰতিক্ৰিয়া কৰে। সি এবাৰ ফটোখন লৈ পুনৰ মৰাশটোলৈ চাব। হঠাৎ সি অসম্ভৱ ধৰণে গহীন হৈ মৰাশটোৰ কাষত বহে। বাকী ল'ৰা-ছোৱালীবোৰেও থৰ হৈ মৰাশটোলৈ চাই থাকে। সকলোৰে মুখবোৰ গহীন।)

বায়ন : ক'ৰনো মানুহ এইটো? কোনেনো তাক এইদৰে গুলীয়ালে?— আই ঐ দেহি, মাকক বেচেৰাই খুব ভাল পায় বাবে ফটোখন পকেটত লৈ ফুৰিছিল। মাকলৈ মনত পৰাৰ পৰত উলিয়াই চাইছিল কিজানি।
(দীঘল হুমুনিয়াহ এটা কাঢ়ি বায়নে ফটোখন আলফুলকৈ মানিবেগত সুমুৱাই মৰাশটোৰ বেক-পকেটত পুনৰ ভৰাই দিয়ে। তাৰ পাছত পেলুহঁতলৈ চাই—)
ধৰ, ঐ ধৰ ইয়াক নৈত উটুৱাই দিওঁ।

পেলু : (অলপ ভাবি) অলপ ৰবি বায়ন, কাম আছে।

বায়ন : কি কাম?

পেলু : মানুহটো দেখিবলৈ ইমান ধুনীয়া চা। এতিয়াই যেন সি উঠি বহিব— আমালৈ চাই হাঁহিব— খেলিব—। তহঁতৰ এনেকুৱা যেন লগা নাইনে?

বীণাপাণি : এৰা পাই— মানুহটো সাইলাখ আমাৰ চন্দ্ৰ দাইটিৰ দৰে।

পেলু : থ থ তোৰ চন্দ্ৰ দাইটি, চন্দ্ৰ দাইটিক আমি যেন দেখাহে নাই। এই ধকধকীয়া বগা মানুহটোক তাই চন্দ্ৰ দাইটিয়েক পালে।
(বাকীবোৰে অলপ অলপ হাঁহিবলৈ ধৰে)
তোৰ চন্দ্ৰ দাইটি— কেৰাহীৰ পোকৰ।
(বাকীবোৰে হাঁহে। বীণাপাণি ফেঁটীসাপৰ দৰে ফুচকৈ উঠে।)

বীণাপাণি : ঐ, দাইটিৰ কথা তেনেকৈ নক'বি দেই। কথা বেয়া হ'ব।

বায়ন : তোলন, তই ছোৱালীৰ লগত চুপতি মাৰিবি নে কিবা এটা কৰিবি? মই কিন্তু শটো পানীত উটুৱাম এতিয়া।

পেলু : ৰবি ৰবি অকণমান ৰবি।

(পেলু ঝাওবনৰ মাজলৈ দৌৰ মাৰে। বাকীবোৰে চাই থাকে। সি ঝাওবনৰ পাত অলপ ছিঙি আনে।)

ইন্দ্ৰ : কি কৰ এইসোপাৰে?

পেলু : তইঁতে চাই থাক মই কি কৰো। মই গাই যাম, তইঁতে খালী মোৰ লগে লগে পাই যাবি।

বায়ন : আমি গাম বাৰু,... গালেনো কি হ'ব?

পেলু : (গহীনত) কনক ওজাই জৰা তইঁতি দেখা নাই? মই কনক ওজাই জৰাদি ইয়াক জাৰিম। তাৰ মাকক মাতিম। চাবি— তাৰ মাক আহি ওলাবহি। মাক আহি ওলালেই সি উঠি বহিব। তইঁতে খালী মোৰ লগত চিঞৰি চিঞৰি গাই যাবি।

লাৱণ্য : থ থ মৰা মানুহনো ক'ৰবাত জী উঠেনে?

বায়ন : চুপ। তইঁতে তোলনৰ লগে লগে সি যি গাই গাই যাবি। তই কি কৰিব খুজিছ বেগেতে কৰ তোলন।

(পেলুৱে হাতৰ বনপাতসোপা লৈ কনক ওজাৰ মোচনত শটোৰ ওপৰত কোব এটা মাৰে। ভাব-ভংগী কনক ওজাৰ দৰে সাইলাখ একে। তাৰ পাছত...)

পেলু : মই যেনেকৈ গাম ঠিক তেনেকৈ গাবি দেই। সি জী উঠিব চাবি।

(সকলোৱে পেলুৰ কথা হয়ভৰ দিয়ে)

সকলোৱে : হ'ব, তই লগা— আমি ধৰি যাম।

পেলু : (শটোৰ গাত কোবাই কোবাই) মা অ' মা,

(বাকীবোৰেও পেলুৰ সুৰত ছন্দ মিলাই আনন্দত মতলীয়া হৈ— সমান জোৰেৰে নাচি নাচি চিঞৰিলে—)

সকলোৱে : মা অ' মা—

পেলু : মা অ' মা, এই ফালে আহ
তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা...

সকলোৱে : মা অ' মা, এই ফালে আহ
তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা...

পেলু : মা অ' মা, বুকুভৰাই চা
ডেকা পুতেৰে মাতি আছে
বেগাই আহি যা...

সকলোৱে : (দুগুণ উৎসাহেৰে)
মা অ' মা, বুকুভৰাই চা

ডেকা পুতেৰে মাতি আছে
বেগাই আহি যা...
(কেৱল বায়নে একো মতা নাই। থৰ হৈ শটোলৈ চাই আছে। চকু দুটা পানীৰে ভৰি পৰিছে।)

পেলু : (ছন্দতেই কৈ আছে। মাতটো থোকাথুকি হৈছে। দুগালেদি চকুপানী বৈ আহিছে।)
মা অ' মা, এই ফালে আহ
তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা...
(সকলোৱে উচুপি উচুপি ছন্দ মিলায়)

সকলোৱে : মা অ' মা, এই ফালে আহ
তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা...

পেলু : মা অ' মা, বুকুভৰাই চা
ডেকা পুতেৰে মাতি আছে
বেগাই আহি যা...

সকলোৱে : (সকলোৰে উচুপনিৰ মাত্ৰা বাঢ়ি গৈছে)
মা অ' মা, বুকুভৰাই চা
ডেকা পুতেৰে মাতি আছে
বেগাই আহি যা...
(পেলুৱে গাত দেও লম্ভাৰ দৰে নাচি নাচি গাবলৈ ধৰে)

পেলু : মা অ' মা, বেগেতে আহ
নৈৰ পাৰত শুই আছো
এবাৰ আহি চা...
(বায়নে লাহে লাহে গোটেই দলটোৰ পৰা একাষৰীয়া হৈ যায়। পোহৰ বায়নৰ ওপৰত কেন্দ্ৰীভূত হয়। হঠাৎ সি নিজৰ বুকুত খামুচি ধৰে। যেন শটোৱে গুলী খোৱা নাছিল সিহে খাইছে। বাকী দলটোৰ কাৰ্য আগৰ দৰে চলি থাকিব। বায়নে "মা" বুলি চিঞৰি ঢলি পৰিব। পোহৰ একে থাকিব। গাত দেও লম্ভাৰ দৰে নাচি নাচি বাকী দলটোৱে আহি এইবাৰ বায়নৰ চৌপাশে গাবহি...)

পেলু : মা অ' মা, বেগেতে আহ
নৈ পাৰত শুই আছো
এবাৰ আহি চা...

(ল'ৰা-ছোৱালীজাকৰ চিঞৰক অতিক্ৰম কৰি এগৰাকী মাতৃৰ সন্তানক হেৰুৱাৰ চিঞৰ দূৰত শুনা যায়। ক্ৰমশঃ চিঞৰটো কাষ চাপি আহে। মাকগৰাকী দৌৰি আহি যোগেশ্বৰক দেখি হতভম্ব হৈ ৰৈ যায়। ল'ৰাবিলাকৰ চিঞৰ-বাখৰ বন্ধ হ'ব। মাক লাহে লাহে যোগেশ্বৰৰ ফালে আগুৱাই যাব। ল'ৰা-ছোৱালীবিলাকে বাট এৰি দিব। মাকে খুব লাহে লাহে যোগেশ্বৰৰ কাষলৈ গৈ বহিব। তাৰ মূৰটো কোলাত ল'ব। মূৰত আলফুলে হাত ফুৰাব। নিজৰ গালখন যোগেশ্বৰৰ কপালত লগাই দিব। পোহৰ কেৱল যোগেশ্বৰ আৰু মাকৰ ওপৰত পৰিব। সপোন সপোন লগা পোহৰ। বায়নে লাহেকৈ চকুহাল মেলি ধুনীয়াকৈ হাঁহি মাৰি ক'ব—)

বায়ন ঃ মা...

মাক ঃ মোৰ সোণ!

(মাক আৰু বায়নৰ কাম চলি থাকোতে খুব নিঃশব্দে বাকী দলটো গৈ মৰাশটোৰ কাষৰ পূৰ্বৰ অৱস্থান পায়গৈ। মাকে বায়নৰ কপালত লাহেকৈ এটা চুমা দি বায়নলৈ চাই থাকিয়েই উঠি অলপ দূৰত থিয় দি বায়নলৈ দুহাত মেলি দিব। পূৰ্বৰ সৰু স্পট লাইটৰ সলনি এইবাৰ অলপ ডাঙৰ স্পট এটাই মাক আৰু পুতেকক ধৰিব। মন্ত্ৰমুগ্ধৰ দৰে বায়ন লাহে লাহে উঠি বেগেৰে মাকক সাবটি ধৰি ক'ব—)

বায়ন ঃ মা!

(বায়নে মা বুলি কোৱাৰ লগে লগে বাকী দলটোৱে আগৰ দৰে গাবলৈ ধৰে। "মা অ' মা"। বায়নে মাকক এৰি ঘূৰি দলটোৰ ফালে চায়। মাকে ধুনীয়াকৈ হাঁহি পিছুৱাই পিছুৱাই মঞ্চৰ পৰা ওলাই যায়। বায়নে ঘূৰি চাই দেখে মাক কাষত নাই। সি মাকক বিচাৰি ঠাইতে সম্পূৰ্ণ এপাক ঘূৰে। মাকক নেপায়। মাকে তাক সাবটি ধৰাৰ স্পৰ্শটো সি পুনৰ এবাৰ অনুভৱ কৰিব বিচাৰে। কপালৰ চুমা খোৱা ঠাইখিনি চুই চোৱাৰ লগে লগে তাৰ দৃষ্টিত আশাবাদ জাগি উঠিল। সি উৎসাহেৰে পেলুক ক'ব ধৰিলে।)

বায়ন ঃ পেলু,— তই গাই যা— তই চলাই যা— পেলু, তুই চলাই যা।— তই নৰবি— তই মাকক মাতি যা—। তই গাই যা, সি এতিয়াই জী উঠিব—

(পেলুৱে আগৰ দৰে গাই যায়। এইবাৰ বায়নেও দলটোৰ লগত গাব ধৰে।)

পেলু ঃ (ছন্দতেই কৈ আছে। মাতটো থোকাথুকি হৈছে। দুগালেদি চকুপানী বৈ আহিছে।)

মা অ' মা, এইফালে আহ
তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা—

(সকলোৱে উচুপি উচুপি ছন্দ মিলায়)

সকলোৱে ঃ মা অ' মা, এইফালে আহ

তোৰ পুতেৰ শুই আছে
এবাৰ আহি চা...

পেলু : মা অ' মা, বুকুভৰাই চা
ডেকা পুতেৰে মাতি আছে
বেগাই আহি যা...

সকলোৱে : (সকলোৰে উচুপনিৰ মাত্ৰা বাঢ়ি গৈছে।)
মা অ' মা...
(উচ্চগ্ৰামত হঠাৎ সকলোৰে চিঞৰ বন্ধ হৈ যাব। "মা" শব্দটো প্ৰতিধ্বনিত হ'ব। সকলো স্থিৰ হ'ব। পোহৰ লাহে লাহে কমি আহিব।)

— সমাপ্ত —

## প্ৰথম দৃশ্য

এখন বাগিচা। বাগিচালৈ ধুনুমইনাই আহি এডাল গছৰ তলত বহি উচুপি উচুপি কান্দে। গছডালে তাইৰ পিনে চাই কয়।

গছ : কোন বাৰু এইজনী কণমানি, কান্দিছা বা কিয় তুমি?

ধুনু : নকৰে মোক কোনেও মৰম, পায় মোক সকলোৱে বেয়া।

গছ : কোনে পায় তোমাক বেয়া?

ধুনু : ভাইটি-ভণ্টিহঁতে নিদিয়ে সিহঁতৰ স'তে খেলিবলৈ. মাহী-আয়ে মোক পায় বেয়া, খঙৰ ওপৰত খং, খঙৰ ওপৰত খং। নিদিয়ে এধানি মৰম।

গছ : ইমান ধুনু ধুনু ছোৱালীক কোনোবাই কৰেনে বাৰু খং, কথাটি হৈছে বৰ বেয়া।

ধুনু : সেইবাবে ওলাই আহিছো ঘৰৰ পৰা।

গছ : তেনেহ'লে তুমি নোযোৱা উভতি ঘৰলৈ?

ধুনু : ওহোঁ ... নাযাওঁ।

গছ : যাবা ক'লৈ তুমি? থাকিবা বা ক'ত?

ধুনু : য'ত আছে মৰম, য'ত নাই খং।

গছ : পাবা জানো তেনেকুৱা ঠাই তুমি চিনি?

ধুনু : ওহোঁ। তুমি পোৱা নেকি বাৰু, তেনেকুৱা ঠাই চিনি?

গছ : যদি ভাবা তুমি, ইয়াতে পাবা মৰম, ইয়াত আছে মৰমেই মৰম।

ধুনু : যদি কৰা মাহীমাৰ দৰে খং?

গছ : নকৰিবা তুমি চিন্তা, মাহীমাৰ দৰে নহয় আমি। তুমি এনে এখন ঠাইলৈ আহিছা, য'ত মৰমেৰে উপচি পৰা। (আঙুলিয়াই দেখুৱাই) চোৱাচোন চোৱা, সৌপিনে চোৱা— কি দেখিছা?

ধুনু : ফুলবোৰ উলাহতে নাচি আছে।

গছ : যোৱা তুমি যোৱাগৈ সখী।

(ধুনুমইনাই গছৰ ওচৰৰ পৰা আহি ফুলৰ কাষ পায়।)

ধুনু : অ' ফুল অ' ফুল

বহু ৰঙৰ ফুল

ধুনুমইনা মই

আহিছো লগৰী হ'বলৈ

হ'ব পাৰিম নে মই।

১ফুল : পাৰিবা, পাৰিবা; কেলেই নোৱাৰিবা।

২ফুল ঃ কিন্তু তুমি তেতিয়াহে আমাৰ লগৰী হ'ব পাৰিবা, যেতিয়া তুমি আমাৰ গাত লাগি থকা পোকবোৰ গুচাই দিবা।

৩ফুল ঃ উ.... উ.... মোৰ গুৰিত এটি মাটিৰ চপৰাই হেঁচা মাৰি ধৰিছে।

ধুনু ঃ ৰ'বা মই আঁতৰাই দিওঁ।

(ধুনুমইনাই দৌৰি গৈ মাটিৰ চপৰা আঁতৰাই দিয়ে।)

৪ফুল ঃ চোৰাচোন চোৰা, পৰুৱাটোলৈ চোৰা, কুটি কুটি খাইছে পাহিবোৰ, পাৰা যদি এৰুৱাই দিয়া।

(ধুনুৱে পোকটো দলিয়াই পেলায়, পোকটোৱে আই....অ'..... মৰিলো... অই' বুলি চিঞৰে।)

৫ফুল ঃ বাৰু বাৰু কোননো তুমি আহিছা বা কিয়?

ধুনু ঃ (হুমুনিয়াহ কাঢ়ি) কিনো ক'ম দুখৰ কথা। মাহীআয়ে পায় বেয়া। ভাইটি-ভণ্টিহঁতৰ স'তেও নিদিয়ে খেলিবলৈ। কেৱল খং আৰু খং, খং আৰু খং। মৰম পোৱা ঠাই বিচাৰি আহোঁতে গছ কাইটিক পালো, তেওঁ মোক মৰম আৰু খেলাৰ লগৰী দিওঁ বুলি কোৱাত, ইয়াতে থাকিম বুলি ভাবিলো।

৩ফুল ঃ ঠিকেই ভাবিছা তুমি, আমাৰ ইয়াত খুব ভাল পাবা।

২ফুল ঃ আমাৰ লগত এটি চৰাই আৰু পখিলাও থাকে, তুমি খুব ফূৰ্তি পাবা, খুব আনন্দ পাবা।

(চৰাইটোৱে উৰি উৰি আহি গছৰ তলত ৰয়।)

৩ফুল ঃ পাখি আহিলেই।

৪ফুল ঃ সৌৱা চোৱা, আমাৰ আৰু এটি লগৰী। তেওঁক আমি মৰমতে পাখি বুলি মাতো।

গছ ঃ পাখি।

পাখি ঃ ককাইদেউ?

গছ ঃ যোৱা, আহিছে এজনী মৰম লগা লগৰী।

পাখি ঃ চাওঁ ধুনীয়া মৰম লগা লগৰীটো। (ধুনু পাখিৰ ওচৰলৈ যায়) কি নাম তোমাৰ?

ধুনু ঃ ধুনুমইনা।

পাখি ঃ আমাৰ লগৰী হ'বা?

ধুনু ঃ (মূৰ দুপিয়ায়) তোমাক কি বুলি মাতিম?

পাখি ঃ পাখি বুলি মাতিবা। (ফুলৰ পিনে চাই) ফুটুকীহঁত নাই নেকি অহা?

ধুনু ঃ ফুটুকী?

পাখি ঃ পখিলা, আমি সিহঁতক ফুটুকী বুলি মাতো।

(দুটি পখিলা উৰি উৰি আহে।)

২ফুল ঃ এয়া, নাম লওঁতে আহিলেই।

১পখিলা ঃ কি হ'ল, আমাৰ বিষয়ে কিবা কথা পাতি আছা নহয়?

২পখিলা ঃ এইবোৰ বেয়া কথা দেই। আনৰ অনুপস্থিতিত তেওঁলোকৰ কথা পাতিব নাপায়।

পাখি ঃ ফুটুকী, তোমালোকো যে আৰু, এয়া চোৱা আমাৰ নতুন লগৰী। আমাৰ নতুন লগৰীৰ আগতহে তোমালোকৰ কথা কৈ আহিছো।

১পখিলা ঃ ইমান ধুনীয়া মানুহ!

২পখিলা ঃ তুমি আমাৰ লগৰী হ'বলৈ আহিছা?

ধুনু ঃ ওঁ, তোমালোকক মই কি বুলি মাতিম?

২পখিলা ঃ ফুটুকী। আৰু তোমাক?

ধুনু ঃ (হাঁহি) ধুনুমইনা।

পাখি ঃ আমাৰ নতুন লগৰী অহাৰ বাবে সকলোৱে মিলি আনন্দ কৰোঁহঁক। নে কি কোৱা।

সকলো ফুল ঃ ও, তুমি ঠিক কৈছা, আমি সকলোৱে মিলি ফূৰ্তি কৰোঁ, আনন্দ কৰোঁ।

(এটি গীত গাই সকলোৱে ফূৰ্তি কৰে।)

(অ' চিত পখিলি  
ক'চোন ক'ত পায়  
সৰু পাখি দুখিলি)২

চিত পখিলা চিত পখিলা  
পাখিত লগা ফুটুকীয়া  
ৰং তুমি ক'তে পালা।।

## দ্বিতীয় দৃশ্য

(ৰাতিৰ দৃশ্য। ধুনুমইনাই গছৰ তলত শুইছে। ফুলবোৰে নিজৰ ঠাইত শুইছে। কিন্তু ১নং পখিলাটোৱে উৰি আহি ফুলবোৰক জগাই একগোট কৰি কথা পাতিব ধৰিলে।)

১পখিলা ঃ মানুহক আমি বন্ধু পাতি বৰ এটা ভাল কাম নকৰিলো নেকি?

২পখিলা ঃ কিয়?

১পখিলা ঃ সিহঁতে আমাক গণ্যই নকৰে। ভাল লাগিলে বাঃ বাঃ, বেয়া লাগিলে ধুৰ....।

১ফুল ঃ (শোৱাৰ পৰা উঠি) কথাটো অৱশ্যে তুমি ঠিকেই কৈছা। আমাক দেখিলে কয় বাঃ ইমান ধুনীয়া ৰং। তাৰ পিছত টপক্কে ছিঙি নিব। আমাৰ গোলাপৰ ঘা টুকুৰা এতিয়াও ভালদৰে শুকুৱাই নাই। বেচেৰীজনীয়ে নতুনকৈ জন্ম দিয়া এপাহ গোলাপ ছোৱালী এজনীয়ে খোপাত গুজি লৈ কি তাইৰ পাইতাৰা, যেনে আহি সৰগৰ অপ্সৰা। তাইৰ খোপাত বেচেৰী গোলাপৰ কলিপাহে কেনেকৈ কান্দি কান্দি গৈ আছিল।

## DIRECTION

**(ছোৱালী এজনীয়ে খোপাত এপাহ গোলাপ ফুল গুজি লৈ খোজকাঢ়ি গৈ থাকে। গোলাপপাহে কান্দি কান্দি যায়।)**

২ পখিলা ঃ হয় দিয়া, সেইদিনা এইখিনিতে এটা ল'ৰা আৰু এজনী ছোৱালী বহি আছিল। মই ভোকত কলমলাই আহি আমাৰ সখীৰ মূৰত পৰিলো। ৰস চুপিবলৈ শুংডাল ভৰাই দিলো; বাপ্‌ৰে ইমান টান, আৰু কি ভেকেটা ভেকেট গোন্ধ। ভালদৰে চাই দেখো এইটো আমাৰ ফুল সখী নহয়, ছোৱালীজনীৰ মূৰটোহে। মই লগে লগে উৰা মাৰিলো। তাৰ পিছত ল'ৰাটোৱে কি কয় জানা— "তোমাৰ মূৰত পখিলা পৰিছে, আমাৰ বিয়াখন সোনকালে হ'ব দিয়া।"

গছ ঃ তহঁতে শোৱাই নাই?

(সকলোৱে "শুইছো" বুলি শুই পৰে।)

## তৃতীয় দৃশ্য

(তিনিপাহ ক'লা পৰি লেৰেলি যোৱা গোলাপ ফুল আহি ফুলবোৰৰ মাজত লুটি খাই পৰে।)

ফুল ঃ কি হ'ল তোমালোকৰ?

১ গোলাপ ঃ আই... ঐ সখীহঁত, আমি সিটো পাৰ ল'লো, বিদায়।

২ গোলাপ ঃ ও, ওচৰলৈ নাহিবা। মোৰ গাটো ভেকেটা ভেকেট গোন্ধাইছে।

সকলো ফুল ঃ তোমালোকৰ এনেকুৱা অৱস্থা কোনে কৰিলে?

৩ গোলাপ ঃ কোনে কৰিব, মানুহে আমাক বিয়াত উপহাৰ দিবলৈ নিছিল। বিয়া শেষ, পেলাই দিলে।

ফুল ঃ তোমালোকক নিছিল ক'ৰ পৰা?

গোলাপ ঃ ওচৰৰ বাগিচাখনৰ পৰা, তাত আমি একেলগে বহুত গোলাপ থাকোঁ। প্ৰত্যেকবাৰে বয়সীয়া ফুলবোৰ নিয়ে, আমিও ধুনীয়াকৈ বিদায় দিওঁ। এইবাৰ সিহঁতে কম বয়সীয়া ফুলবোৰ নিছে। কথা-বতৰাৰ পৰা আমি গম পালো, সিহঁতৰ কইনাজনীয়ে হেনো কুমলীয়া ফুল ভাল পায়। সেইবাবে আমাকে উপহাৰ দিবলৈ লৈ গ'ল।

## FLASH BACK

(কইনা এজনীয়ে হাতত বটা লৈ হাঁহি হাঁহি অতিথি অভ্যৰ্থনা কৰি আছে। এনেতে এখন হাতে এথোপা ফুল লৈ আহে। হাতত থকা গোলাপ ফুলকেইপাহে কথা পাতে।)

১ গোলাপ ঃ আমাক জোৰকৈ বান্ধি আনিছে দেই, ঠাৰিডালত ইমান দুখ পাইছোঁ।

২ গোলাপ ঃ তুমি অকণমান সেইপিনে যোৱাচোন।

৩ গোলাপ ঃ ক'তনো যাওঁ, ঘূৰিবলৈকেচোন ঠায়ে নাই।

২ গোলাপ ঃ এই চোৱা, কইনাজনী বৰ ধুনীয়া।

১ গোলাপ ঃ আমাৰ পিনে চাই কেনেকুৱা কৰে ভালদৰে চাবা দেই।

৩গোলাপ ঃ আমাৰ পিনে চোৱাই নাই, মানুহজনৰ মুখৰ পিনেহে চাইছে। চাবা দেই কইনাজনীৰ হাতত আমাক দিছে।

২গোলাপ ঃ কইনাজনীয়ে আমাক বৰ আলফুলে ধৰিছে।

(কইনাজনীয়ে ফুলথোপা থেকেচা মাৰি থয়।)

১,২,৩ গোলাপ ঃ আই ঐ মৰিলো অ'।

১ গোলাপ ঃ কেনেকৈ থেকেচা মাৰি থৈছে। অলপ মৰমত থ'ব নোৱাৰেনে?

## FLASH BACK OFF

৩ গোলাপ ঃ তাৰ পিছত কইনাজনীয়ে আমাক থেকেচা মাৰি থৈ দিলে, আৰু লগৰ ছোৱালীবোৰে আমাৰ গাৰ ওপৰত বহিছে, হাতেৰে হেঁচা মাৰি ধৰিছে। কি যে কৰা নাই। তাৰ পিছত দুদিন ঘৰৰ ফুলদানিত সজাই থৈ এয়া পেলাই দিছে।

ধুনু ঃ হয় দিয়া, আমি মানুহবোৰ বৰ বেয়া। লগাৰ লগে লগে তোমালোকক ছিঁঙি নিওঁ।

গছ ঃ নিয়া তোমালোকে, নিনিয়াৰ কোনো কথাই নাই, তোমালোক মানুহবোৰেই ফুলক পূজাত লগাই পৱিত্ৰ কৰিছা, বিভিন্ন অনুষ্ঠানত ফুলৰ ব্যৱহাৰৰ দ্বাৰা ফুলৰ মান বঢ়াইছা। কিন্তু অলপ চাই-চিতি ব্যৱহাৰ কৰিব লাগে।

সকলো গোলাপ ঃ আমাৰো মন যায় দিয়াচোন গছডালত দুদিনমান বেছি দিনলৈ থাকিব।

(গোলাপকেইপাহে আৰ্তনাদ কৰি মৃত্যুবৰণ কৰে, ধুনুমইনাই কান্দে।)

## DIRECTION

Cut

(ৰাতিৰ দৃশ্য। গছৰ তলত ধুনুমইনা শুই আছে।)

চৰাই ঃ ধুনু

ধুনু ঃ হোঁ...

চৰাই ঃ ব'লা, আমি ফুৰিবলৈ যাওঁ।

ধুনু ঃ ক'লৈ?

চৰাই ঃ আকাশলৈ।

ধুনু ঃ মই আকাশলৈ কেনেকৈ যাম, উৰিবতো নোৱাৰো।

চৰাই ঃ মই তোমাক লৈ যাম নহয়, তুমি মাত্ৰ যাম বুলি কোৱা।

ধুনু ঃ ঠিক আছে ব'লা।

(চৰাইজনীয়ে ধুনুমইনাক কোঁচত উঠাই উৰুৱাই লৈ যাব।)

## পঞ্চম দৃশ্য

### আকাশৰ দৃশ্য

চৰাই ঃ আকাশ কেনেকুৱা লাগিছে ধুনু?

ধুনু ঃ ও বঢ়িয়া, ব'লাচোন তৰাবোৰৰ ওচৰলৈ যাওঁ।

চৰাই ঃ ব'লা।

(দুয়ো তৰাবোৰৰ কাষ চপাৰ লগে লগে মাত লগায়।)

সকলো তৰা ঃ কি খবৰ ধুনুমইনা?

ধুনু ঃ তোমালোকে মোৰ নাম কেনেকৈ জানা?

১তৰা ঃ তোমাক আমি সদায় দেখি থাকো নহয়, দূৰত থকা বাবেহে কথা পাতিব নোৱাৰো।

ধুনু ঃ অ' মই সদায় ৰাতি তোমালোকক যেনেকৈ চাওঁ, মোকো চোৱা নহয়? তোমালোকক মই সদায় ইমান গণিবলৈ বিচাৰো, গণিবই নোৱাৰো।

২তৰা ঃ আমি ইমানবোৰ তৰা আছো ক'ত গণি শেষ কৰিব পাৰিবা।

ধুনু ঃ তোমালোক ইমান তৰা আছা, কাজিয়া লাগেনে বাৰু?

৩তৰা ঃ ওহোঁ নালাগে।

ধুনু ঃ কাৰোবাক বেয়া পোৱা নে?

৪তৰা ঃ ওহোঁ।

ধুনু ঃ ফুলবোৰৰ কাজিয়া নালাগে, তোমালোকৰো নালাগে।

১তৰা ঃ কিয় সুধিছা?

ধুনু ঃ এনেয়ে, বাৰু তোমালোকক কেতিয়াবা কেতিয়াবা দেখা নাপাওঁ, নাইকিয়া হৈ যোৱা কিয়?

২তৰা ঃ আমি লুকাভাকু খেলি থাকোঁ।

ধুনু ঃ কাৰ লগত?

৩তৰা ঃ মেঘৰ লগত।

ধুনু ঃ মোৰ লগত খেলিবা?

৪তৰা ঃ ঠিক আছে তোমাৰ লগতো লুকাভাকু খেলিম।

(এনেতে এটা পপীয়া তৰা বেগাই আহি থিয় হয়।)

ধুনু ঃ ইমান জোৰত আহিছা, মই ভয়ে খাইছিলো।

১তৰা ঃ পপীয়া তেনেকুৱাই, সাউৎকৈ আহি আকৌ সাউৎকৈ নোহোৱা হৈ যায়।

ধুনু ঃ ইয়ে তুমি পপীয়া তৰা (পপীয়াই মূৰ দুপিয়ায়, ধুনুৱে পপীয়া তৰাক সেৱা কৰে।)

পপীয়া ঃ কিয় নমো কৰিলা?

ধুনু ঃ তোমাক দেখিলে নমো কৰিব লাগে, দিন ভাল হয়।

পপীয়া ঃ ইয়ে সঁচা, মানুহে মোক দেখিলে নমো কৰে! ইমান ভাল মানুহবোৰ।

(ধুনুৰ মন সেমেকি যায়।)

পপীয়া ঃ কি হ'ল তোমাৰ?

ধুনু ঃ মোৰ মাহী-আই বেয়া।

পপীয়া/তৰা ঃ কিয়?

ধুনু ঃ মৰম নকৰে, কেৱল খং আৰু খং।

চৰাই ঃ সেই কাৰণে ধুনু আহি আমাৰ লগত আছে। আমি ধুনুক বৰ মৰম কৰি ৰাখিছো।

১তৰা ঃ ইচ বেচেৰীজনী, ঠিক আছে আমি তোমাক মৰম কৰিম। ব'লা এতিয়া খেলো।

চৰাই ঃ মোকো দিবানে খেলিবলৈ?

৪তৰা ঃ কিয় নেখেলিবা, আহা আকৌ।

(সকলোৱে লুকাভাকু খেলিবলৈ প্ৰস্তুত, ধুনুমইনাক চকু মুদিব দি সকলোৱে লুকায়, ধুনুৱে চকু খোলাৰ লগে লগে হঠাৎ এটা ছাঁ তাইৰ সন্মুখত থিয় দিয়ে, ধুনুৱে ভয় খায়।)

ৰামধেনু ঃ তুমি বাৰু নতুনকৈ জন্ম হোৱা তৰা নেকি?

ধুনু ঃ ওহোঁ, মই ধুনুমইনা।

ৰামধেনু ঃ কি কৰিছা, তুমি ইয়াত?

ধুনু ঃ তৰাহঁতৰ লগত লুকাভাকু খেলিছোঁ, তৰাহঁতে লুকাইছে, মই বিচাৰিব লাগে। (ৰামধেনুক ভালদৰে চাই চিনি পাব) তুমি বাৰু ৰামধেনু নেকি?

ৰামধেনু ঃ ওঁ।

ধুনু ঃ মই তোমাক বৰ ভাল পাওঁ, তোমাক যেতিয়া মই আকাশত দেখা পাওঁ, মোৰ বহুত ভাল লাগে।

ৰামধেনু ঃ তুমি যেতিয়া মোক চোৱা, তেতিয়া ময়ো তোমাক চাওঁ।

ধুনু ঃ সঁচা, তোমাৰ ৰংবোৰ ইমান ধুনীয়া।

ৰামধেনু ঃ হয় নেকি? কোৱাচোন বাৰু মোৰ কিমানটা ৰং আছে?

ধুনু ঃ সাতটা।

ৰামধেনু ঃ কোৱাচোন কি কি?

ধুনু ঃ বেঙেনাবুলীয়া, ঘননীলা, নীলা, সেউজীয়া, হালধীয়া, সুমথিৰা আৰু ৰঙা।

ৰামধেনু ঃ বাঃ চব জানা দেখোন তুমি। তোমাক ৰং লাগিব।

ধুনু ঃ সঁচাই দিবা নে?

ৰামধেনু ঃ ৰং ক'ত দিম কোৱা।

ধুনু ঃ ওঁ.... মোৰ চোলাটোতে দিয়া।

(ৰামধেনুৱে চোলাটোতে ৰংবোৰ দিয়ে, আৰু ৰং দিয়েই নাইকিয়া হৈ যায়। ধুনুৰ আনন্দ লাগে। দূৰৈৰ আকাশত তৰা দেখি ধুনুৱে চিঞৰি কয়)

ধুনু ঃ তোমালোক ইমান দূৰলৈ গৈছা, মই কেনেকৈ ঢুকি পাম, ওচৰলৈ আহা।

তৰা ঃ (Off voice) সেইবোৰ বেলেগ তৰা, আমি ইয়াত।
(ধুনুৱে মাতটো অনুসৰণ কৰি যাব ধৰোতে জোনটোৱে আগভেটি ধৰে।)

জোন ঃ ধুনুমইনা...

ধুনু ঃ (উচপ খাই) হু, অ' ইয়াতে লুকাই আছা। (ওচৰলৈ যায়) তুমি বেলেগ (জোনে হাঁহে) তুমি ডাঙৰ তৰা?

জোন ঃ ওহোঁ.... মই জোন।

ধুনু ঃ ইয়ে মই ধৰিবই পৰা নাছিলো, তোমাক মই ভালদৰে চিনি পাওঁ নহয়, সদায় চাই থাকোঁ।

জোন ঃ ময়ো তোমাক সদায় চাই থাকো। তুমি মোক সদায় দূৰৰ পৰা চোৱা বাবে ওচৰৰ পৰা দেখি ধৰিব পৰা নাই। বাৰু আমাৰ ঠাইবোৰ তোমাৰ কেনেকুৱা লাগিছে?

ধুনু ঃ খুব ভাল, ইমান ধুনীয়া ঠাই।
(তৰাই 'কু' দিয়ে, তাকে শুনি ধুনু যাব খোজে।)

জোন ঃ ক'লৈ যোৱা?

ধুনু ঃ তৰাহঁতৰ লগত লুকাভাকু খেলি আছো। 'কু' দিছে, এইখিনিতে আছে চাগে' বিচাৰি যাওঁ।

জোন ঃ ৰ'বা ক'ত বিচাৰি পাবা সিহঁতক। তৰাহঁতে যদি নিজে নিজে ধৰা নিদিয়ে তুমি সিহঁতক ধৰিব নোৱাৰিবা। ৰ'বা ময়েই সিহঁতক মাতি দিওঁ। তৰা....
(তৰা আৰু চৰাই ওলাই আহে।)

জোন ঃ আমাৰ আলহীক ভালদৰে আদৰ-সাদৰ কৰিছানে নাই?

২তৰা ঃ কৰিছোঁ, কৰিছোঁ।

জোন ঃ এইজন আকৌ কোন?

ধুনু ঃ মোক লৈ আহিছে, মোৰ লগৰী, পাখি।

জোন ঃ ধুনু তুমি আমাৰ আকাশলৈ আহিলা, তোমাক যে কিবা দিব লাগিব, কোৱা কি দিম?
(ধুনুৱে মূৰ ঘূৰায়, মনটো সেমেকি উঠে।)

১তৰা ঃ ধুনুৰ মনত বৰ বেজাৰ, তাইৰ মৰম বৰ প্ৰিয়, কিন্তু তাকে পোৱা নাই।

জোন ঃ কিয়?

চৰাই ঃ মাহীমাকে মৰম নকৰে, দেউতাকেও। দেউতাকে আগতে মৰম কৰিছিল। পিছত মাহীমাকৰ কথা শুনিয়েই নেকি, এতিয়া দেউতাকেও মৰম নকৰা হৈছে।

৩তৰা ঃ সেই কাৰণে ঘৰৰ পৰা ওলাই আহি (চৰাইৰ পিনে দেখুৱাই দি) এওঁলোকৰ লগত আছে।

জোন ঃ হয় নেকি, চাওঁ এইপিনে আহাচোন, ইমান কণমানি মৰম লগা ছোৱালীজনীক তেওঁলোকৰ বাৰু খং কৰিবলৈ অকণো বেয়া নালাগে নে? বাৰু মই তোমাক সকলোৱে মৰম কৰিব পৰা কৰি দিওঁ....।

## ষষ্ঠ দৃশ্য

ধুনুমইনাই শোৱাৰ পৰা চক্ খোৱাৰ দৰে সাৰ পায় আৰু ততাতৈয়াকৈ আকাশৰ পিনে চায়। কিছু সময় চাই থাকি এটি গীত গায়

**গীত**

সপোনতে দেখিলো
ৰামধেনু, জোন, তৰা
সকলোৱে ক'লে মোক
দেখি থাকে আকাশৰ পৰা

(গীতটো ধুনুমইনাই গাই থকাৰ সময়ত ফুল, গছ, পখিলা, চৰায়ে টোপনিৰ পৰা সাৰ পাই ধুনুমইনাক লক্ষ্য কৰে। ধুনুমইনাই গীত গাই গাই এটা কোণত বহে)

২ফুল ঃ ধুনুমইনাই মনত বৰ বেজাৰ পাই আছে।

পাখি ঃ তাইতো আমাৰ লগত থাকি ভাল পোৱা যেনে লাগে। আমিতো তাইক সকলোৱে মৰম কৰিছো।

১ফুল ঃ আমি তাইক যিমানে মৰম নকৰো তাই আমাৰ লগত থাকি যিমানে ভাল নাপাওক কিয় তাইৰ মনৰ দুখবোৰ এতিয়াও আঁতৰা নাই।

৩ফুল ঃ তেনেহ'লে কি কৰা যাব! তাই দুখ কৰিলে মোৰ বৰ বেয়া লাগে।

গছ ঃ ধুনু তোমাৰ টোপনি ধৰা নাই?

ধুনু ঃ নাই

গছ ঃ কিয়?

ধুনু ঃ এটা সপোন দেখিছিলো। সপোনটোৱে টোপনি ভাঙি দিলে।

সকলোৱে ঃ কি সপোন ধুনুমইনা?

ধুনু ঃ পাখিয়ে মোক আকাশলৈ লৈ গৈছিল। আকাশত তৰা, ৰামধেনু, জোনক লগ পাইছিলো। ৰামধেনুৱে মোৰ ফ্ৰকটোত এসোপা ৰং দিছিল। আৰু কি জানা, মই যেনেদৰে ৰামধেনু, তৰা, জোনক চাই থাকো, মোকো হেনো চাই থাকে। আৰু মোৰ নামো জানে— জোনে মোক কথা এটা ক'বলৈ ধৰোতে মোৰ সপোনটো ভাগি থাকিল। (ধুনুৱে মনটো মাৰে)

গছ ঃ ধুনু, কি হ'ল? (ধুনু নিমাত)

চৰাই ঃ ঘৰলৈ মনত পৰিছে? ঘৰলৈ যাবা?

ধুনু ঃ ওহোঁ, মই তোমালোকৰ লগত থাকিম।

২ফুল ঃ তুমি আমাৰ লগত কিমান দিন থাকিবা?

ধনু : সদায়।

গছ : ধনু, আমাৰ বেলিৰ ৰ'দ, মেঘৰ বৰষুণ, ধুমুহাৰ বতাহ সহিব পৰা শক্তি আছে, তোমাৰতো নাই, তুমি ঘৰলৈ যোৱা।

ধনু : মই ঘৰলৈ নাযাওঁ।— পাখি তুমি মোক জোনৰ ওচৰলৈ লৈ যাবা?

সকলোৱে : জোনৰ ওচৰলৈ! (আচৰিত হয়)

ধনু : ওঁ.... জোনে সপোনত ক'ব নোৱাৰা কথাটো শুনি আছো।

পাখি : ইমান দূৰলৈ মই কেতিয়াও যোৱা নাই (ভাবি) ঠিক আছে, তোমাৰ কাৰণে যাবই লাগিব। ব'লা।

(সকলোৱে জোনটোৰ পিনে চাই থাকোতে আকাশৰ পৰা জোন নোহোৱা হয়। সকলোৱে হাহাকাৰ লাগে। 'কি হ'ল' বুলি গুণগুণায়। ধনুমইনাই জোন, তৰা ক'লৈ গ'ল বুলি কান্দে। মঞ্চখন হঠাৎ আন্ধাৰ হৈ যায় আৰু কিছু সময় পিছত **Ramp**ৰ ওপৰত জোন, তৰাই দেখা দিয়ে।)

ধনু : জোনেও মোক বেয়া পায়।

জোন : ধনুমইনা, (গছ, ফুল, পখিলা, পাখি, ধনুমইনা আটায়ে আচৰিত হয়।)

সকলো : জোন, তৰা আমাৰ বাগিচাত!

জোন : ধনু, তুমি যাব নালা[illegible], আমিয়ে আহিছো। ধনুমইনা তোমাৰ দুখে আমাক বৰ আমনি দিছে। আমি আকাশৰ পৰা চাই চাই আৰু তোমাৰ দুখ সহিব নোৱাৰা হৈছো, সেইবাবে আমি তোমাৰ দুখ আঁতৰাবলৈ আহিছো। তোমাৰ মাহী-আয়ে কেৱল তোমাকে দুখ দিয়া নাই। এই পৃথিৱীত তোমাৰ নিচিনা আৰু বহুত ধনুমইনাক মাহীমাৰ দৰে মানুহবোৰে কষ্ট দিছে, শাস্তি দিছে।

গছ : কিয় এনেদৰে শাস্তি দিছে মানুহবোৰে?

জোন : তেওঁলোকৰ মনবোৰ কঠোৰ হৈছে। মনবোৰ হিংস্ৰ পশুৰ দৰে হৈ পৰিছে।

গছ : তেনেহ'লে দেখোন ধনুমইনাহঁতৰ দৰে মানুহবোৰ জীয়াই থাকিবই নোৱাৰিব।

জোন : সেইবাবে আহিছো আমি। ধনুমইনাহঁতে কষ্ট পালে আমি বৰ দুখ পাওঁ। গছ, তুমি এই বাগিচাৰ গুৰি ধৰোঁতা। তোমাক কেইটামান কথা কওঁ, ভালদৰে শুনা। ধনুমইনাক তোমালোকে এতিয়া যেনেদৰে ৰাখিছা, সিদিনাখনলৈকে ৰাখিবা— যিদিনালৈ মাহীমাকে তাইক মৰম কৰিবলৈ নিশিকে, ভাল পাবলৈ নিশিকে।

গছ : হ'ব বাৰু আমি ৰাখিম।

জোন : তোমালোকৰ মৰমেৰে তাইক জীয়াই ৰাখিবা। ধনুমইনা, আমি ইয়াৰ পৰা যোৱাৰ পিছত আকাশৰ পৰা এটি নীলা ৰং পঠিয়াম। সেই নীলা ৰঙে তোমাক এটি ফুল কৰি দিব। এই বাগিচাত তুমি এটি ফুল হৈ থাকিবা।

পাখি : ধনু আৰু কেতিয়াও মানুহ নহয়?

জোন ঃ হ'ব। মাহীমাকে যেতিয়া ধুনুমইনাক মৰম কৰিব শিকিব। ধুনু তুমি সাজু হোৱা, এতিয়া আমি যাওঁ।

(মঞ্চত জোন, তৰা নোহোৱা হয়, মঞ্চ আন্ধাৰ হয়। কিছু সময়ৰ পিছত এটি নীলা পোহৰ পৰি ধুনুমইনা ফুল হৈ যায়।)

## সপ্তম দৃশ্য

(ধুনুমইনাৰ ঘৰৰ চোতালৰ এখন ঢাৰিত ধুনুমইনাৰ বেমাৰী ককায়েক আৰু ভনীয়েক শুই আছে। কাষত মাহীমাকে এখন বিচনীৰে বিচি আছে। দেউতাকে এজন বেজক লৈ আহিছে ল'ৰা-ছোৱালীহালক দেখুৱাবলৈ।)

মাক ঃ কি কৰো ইহঁতহালক। ইহঁতৰ দেখোন বেমাৰ ভাল নোহোৱাত পৰিছে। বাবাটো কিবা খাবা? (ল'ৰাজনে নাখাওঁ বুলি কয়) মাজনী তুমি কিবা খাবা? (ছোৱালীজনীয়েও নাখাওঁ বুলি কয়) কিবা এটাটো খোৱা, নহ'লে বেমাৰ কেনেকৈ ভাল হ'ব।

(বেজ আৰু দেউতাক আহে।)

বেজ ঃ (ল'ৰা-ছোৱালীহালক চায়) কিমান দিনৰ পৰা এনেকুৱা হৈছে?

মাক ঃ এক সপ্তাহমানৰ পৰা। ভালদৰে টোপনিও নামাৰে, নাখায়ো। দুয়োটাৰে গোটেই গা নীলা হৈ পৰি এনেকুৱা হৈছে।

দেউতাক ঃ বেজ প্ৰভু আপুনি ল'ৰা-ছোৱালীহালক কিবা এটা কৰি ভাল কৰক।

বেজ ঃ বাৰু অকণমান পানী আনাচোন।

(মাক ভিতৰলৈ যায়, এটা ঘটিত পানী আনি বেজক দিয়ে। পানীখিনিৰে ল'ৰা-ছোৱালীহালৰ গাত ছটিয়াই দিয়ে আৰু বেজ বহা ঠাইডোখৰ পানীৰে মচি লৈ বেগৰ পৰা এখন আইনা উলিয়াই মন্ত্ৰ মাতে। আইনাত ধুনুমইনাক অস্পষ্ট দেখা পায় আৰু মন্ত্ৰ মাতে, এইবাৰ স্পষ্ট ধুনুমইনাক দেখা পায়।)

আচৰিত! কোন এইজনী, তোমালোকে চিনি পোৱা নেকি চোৱাচোন।

(মাক-বাপেকে আইনাখনলৈ চায়।)

মাক-বাপেক ঃ ধুনুমইনা।

বেজ ঃ চিনি পোৱা তোমালোকে?

দেউতাক ঃ মোৰে ছোৱালী। তাই ঘৰৰ পৰা নোহোৱা হৈছে।

বেজ ঃ কিয়?

দেউতাক ঃ কি ক'ব তাইৰ কথা, তাই মোৰ প্ৰথম পত্নীৰ সন্তান। তেওঁৰ মৃত্যুৰ পিছত মই এওঁক আনিলো। নিজৰ মাকে তাইক যিমান আদৰত ৰাখিছিল মই পৰা নাছিলো। এওঁ ইহঁত দুটাক

চণ্ডালি থাকোতে তাইৰ প্ৰতি গুৰুত্বই দিব নোৱাৰে। অলপ কথাতে তাইক ডাবি-ধমকি দি থাকে। তাই মোক বহুদিন কান্দি কান্দি তাইৰ মাকক আনি দিবলৈ কৈছিল। মইনো ক'ৰ পৰা আনি দিওঁ। মোৰ দেহৰ অৱস্থাও বেয়া, তাই সেইবোৰ কথা ক'লে মোৰো খং উঠে। এদিন তাই হঠাৎ ঘৰৰ পৰা নাইকিয়া হৈ গ'ল। তাইক মই বিচাৰিও গ'লো, ক'তো বিচাৰি নাপালো।

বেজ ঃ সেইটোৱে। তোমালোকে ডাঙৰ ভুল কাম কৰিলা। তাইক যদি তোমালোকে ঘূৰাই নানা এই দুটি সন্তানক আৰু ঘূৰাই নোপোৱা।

মাক ঃ তেনেকুৱা কথা নক'ব বেজ প্ৰভু। মোৰ সন্তান দুটা নোহোৱা হ'লে মই কি স'তে জীয়াই থাকিম।

বেজ ঃ তাইকো তুমি নিজৰ সন্তানৰ দৰে নাচালা কিয়? তুমি নিজৰ ল'ৰা-ছোৱালীকেইটাক যিমান গুৰুত্ব দিলা তাইকো নিদিলা কিয়। তোমাৰ তিনিটা সন্তান বুলি ভাবিব নোৱাৰিলা কিয়? এটা নিষ্পাপ শিশুক তুমি অত্যাচাৰ কৰি ঘৰৰ পৰা উলিয়াই পঠিয়ালা। আৰু তুমি নিজৰ বাপেকটো হৈ তাইৰ প্ৰতি হৈ থকা অন্যায় চকু মুদি চাই থাকিলা। তুমি একোৱেই কৰিব নোৱাৰিলা। এতিয়া ভোগা তাইক কৰা অত্যাচাৰৰ শাস্তি।

মাক-দেউতাক ঃ আপুনি কি কৈছে এইবোৰ?

বেজ ঃ তাইক যদি তোমালোকে নিজ সন্তানৰ দৰে আঁকোৱালি নোলোৱা এই দুটা ল'ৰা-ছোৱালীৰ আশা বাদ দিয়া।

মাক ঃ তাইক আমি ক'ত পাম?

দেউতাক ঃ আপুনি কওক ক'ত আছে? মই লৈ আহো।

বেজ ঃ ইয়াৰ পৰা পূবদিশে এখন বাগিচা আছে। সেই বাগিচাত তাই এটি ফুল হৈ বাগিচাৰ ফুলৰ স'তে আছে। তালৈ যোৱা— তাত তাইক পাবা আৰু শুনা তাই ফুলৰ পৰা মুক্ত নোহোৱালৈকে আনিব নোৱাৰিবা। তাই ফুলৰ পৰা মুক্তি পাবলৈ তোমালোকে তাইৰ লগত কৰা দুৰ্ব্যৱহাৰৰ কাৰণে ক্ষমা বিচাৰিব লাগিব। তেতিয়া তাই নিজে নিজে ফুলৰ পৰা আকৌ ধুনুমইনা হৈ পৰিব। দেৰি নকৰিবা, এতিয়াই যোৱা।

মাক ঃ ইহঁতকেইটাক?

বেজ ঃ তোমালোক উভতি নহালৈ মই ইহঁতক চাম, যোৱা।

(মাক-দেউতাক যায়। মঞ্চত নিমিষৰ বাবে পোহৰ নোহোৱা হয় আৰু বেজৰ ঠাইত জোনক দেখা পোৱা যায়, জোন দুয়োটা ল'ৰা-ছোৱালীৰ ওচৰলৈ যায়।)

## অষ্টম দৃশ্য

(বাগিচাৰ ফুলবোৰৰ মাজত ধুনুমইনাও হালি-জালি নাচি আছে। ধুনুমইনাৰ মাক আৰু দেউতাকে Rampৰ ওপৰেৰে আহি ফুলবোৰক দেখা পায়, ফুলৰ ওচৰলৈ যাব খোজোতে গছে মাত লগায়।)

গছ : ক'লৈ যোৱা তোমালোক?

মাক : ফুলবোৰৰ ওচৰলৈ।

গছ : কিয়?

মাক : আমাৰ এজনী ছোৱালী হেৰাইছে। তাইক বিচাৰি বিচাৰি এইখিনি পাইছো।

গছ : ফুলনিত লুকাই আছে নেকি ছোৱালীজনী?

দেউতাক : হয়, এই বাটত যিমান ফুলনি আমি পাই আহিছো, সবতে তাইক বিচাৰিছো। ক'তো পোৱা নাই।

গছ : ফুলনিতহে যে তোমালোকে ছোৱালীজনী বিচাৰিছা?

মাক : আমাৰ আৰু দুটি ল'ৰা-ছোৱালী আছে। সিহঁতকেইটাৰ অসুখ। বেজে সিহঁতক চাবলৈ আহি কৈছে, আমাৰ হেৰাই যোৱা ছোৱালীজনীক ঘৰলৈ নিব নোৱাৰিলে, সিহঁত দুটাৰ অসুখ ভাল নহয়। বেজে ছোৱালীজনী এইপিনৰ বাগিচাত ফুল হৈ থকা বুলি কৈছে। সেইবাবে ফুলনিবোৰত তাইক বিচাৰি ফুৰিছো।

গছ : কি নাম ছোৱালীজনীৰ?

মাক : ধুনুমইনা।

(সকলোবোৰ ফুলে মাক-দেউতাকৰ পিনে চায়।)

গছ : চোৱাচোন চোৱা, বিচাৰি চোৱা।

(মাক-দেউতাকে ফুলবোৰৰ ওচৰলৈ গৈ বিচাৰে।)

গীত

ধুনু তই ক'ত আছ লুকাই
দেখা দি মাত দে এবাৰ ওলাই
ঘৰলৈ নি আদৰেৰে
সোণৰ বিছনাত ৰাখিম শুৱাই
ধুনু যে নাই আমাৰ লগত
বিচাৰি যোৱা গৈ জোনৰ দেশত
জোনে তাইক নিছে আকাশলৈ
মৰমৰ দলিচাতে শুৱাবলৈ।।
ধুনু তই ক'ত আছ লুকাই....।

মাক ঃ (কান্দি) কি কৰো এতিয়া, ক'ত পাম তাইক। ঘৰলৈ যদি নিব নোৱাৰো সিহঁত দুটাৰচোন.... (ফুলবোৰক) তোমালোকে ধুনুমইনাক লগ কৰি দিয়াৰ দিহা এটা কৰি দিয়া। তাইক ঘৰলৈ নিব লাগে।

গছ ঃ তোমালোকে ধুনুক ইমান সহজে নোপোৱা। জোনৰ দেশলৈ যোৱা। জোনক সুধি চোৱা। জোনে যদি দিওঁ বুলি কয় তেতিয়াহে ধুনুক পাবা।

দেউতাক ঃ আমি জোনৰ ওচৰলৈ কেনেকৈ যাম?

মাক ঃ তোমালোকে যদি পাৰা ব্যৱস্থা এটা কৰি দিয়া।

পাখি ঃ আমি ব্যৱস্থা এটা কৰি দিব পাৰিম। কিন্তু ....

মাক ঃ কিন্তু, কিন্তু কি কোৱা? যিহকে কৰিব দিয়া তাকে কৰিম।

পাখি ঃ এইপাহ ফুলৰ ওচৰত দুয়ো কাণত ধৰি শপত খাই কোৱা, কেতিয়াও ধুনুমইনাক বেয়া ব্যৱহাৰ নকৰো বুলি।

মাক-দেউতাক ঃ আমি শপত খাই কৈছো ফুল
আৰু আমি কেতিয়াও নকৰো ভুল
সমান চকুৰে তিনিওটাকে চাম
ধুনুমইনাক আমি বুকুত বান্ধি থ'ম।

সকলোৱে ঃ হে জোন, ধুনুমইনাক মুক্তি দিয়া।
মাহীমাক-বাপেকে মাগিছে ক্ষমা।
(নীলা পোহৰে আহি ধুনুমইনাক ফুলৰ পৰা আকৌ ধুনুমইনা কৰি দিয়ে। মঞ্চ আন্ধাৰ হৈ আকৌ পোহৰ হয়। Rampত জোনক দেখা পোৱা যায়।)

জোন ঃ তোমালোক যোৱা ধুনুমইনাৰ ওচৰলৈ।
(ভায়েক-ভনীয়েকহাল ধুনুৰ ওচৰলৈ আহে।)

ধুনু ঃ তোমালোকৰ লগত মোক খেলিব দিবা নে?
(দুয়ো দিম বুলি মূৰ জোকাৰে।)

জোন ঃ ধুনুমইনা, তুমি ঘৰলৈ যোৱা। তোমাক আজিৰ পৰা সকলোৱে মৰম কৰিব। তোমালোকে আচৰিত হৈছা নহয়, মই ইহঁত দুটাক কেনেকৈ আনিলো বুলি। ময়ে বেজ হৈ গৈছিলো। শুনা তোমালোকে, ধুনুমইনাই যেন আৰু কেতিয়াও কষ্ট নাপায়। আজি যি কঠোৰতাক তোমালোকে মনৰ পৰা আঁতৰ কৰিলা তাক যেন পুনৰায় ঠাই নিদিয়া। যদি এনেকুৱা হয় তেনেহ'লে ধুনুমইনাক আৰু কেতিয়াও ঘূৰাই নোপোৱা। ধুনু যোৱা। (ধুনু মাকৰ ওচৰলৈ আহে আৰু পট পৰে।)

— সমাপ্ত —

# গধূলিৰ পাঠ

## ৰচনা ঃ কুশলকৃষ্ণ দেৱগোস্বামী

### চৰিত্ৰসমূহ

| | | | |
|---|---|---|---|
| ১। | সাৰথি (পুং) | ঃ | (মূল চৰিত্ৰ) |
| ২। | অনংগ কোঁৱৰ (পুং) | ঃ | (মূল চৰিত্ৰ) |
| ৩। | কান্তা কুঁৱৰী (স্ত্ৰী) | ঃ | (মূল চৰিত্ৰ) |
| ৪। | কুকি (কুবেৰ কিংকৰ, পুং) | ঃ | (মূল চৰিত্ৰ) |
| ৫। | পুষ্পকন্যা (স্ত্ৰী) | ঃ | (পাৰ্শ্ব চৰিত্ৰ) |
| ৬। | সখী (ভাটৌ/পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ৭। | ১ম ফুলগছ (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ৮। | ২য় ফুলগছ (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ৯। | ৩য় ফুলগছ (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১০। | ৪ৰ্থ ফুলগছ (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১১। | ৫ম ফুলগছ (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১২। | বৃদ্ধ ফুলগছ (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৩। | নিশাহ (পুং) | ঃ | (পাৰ্শ্ব চৰিত্ৰ) |
| ১৪। | ৰজা পুতলা (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৫। | ৰাণী পুতলা (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৬। | কুঁৱৰী পুতলা (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৭। | ৰখীয়া পুতলা (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৮। | পৰী পুতলা (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ১৯। | পখিলা পুতলা (স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ২০। | আদিবাসী পুতলা (পুং) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ২১। | দুটামান প্ৰদা পুতলা (পুং আৰু স্ত্ৰী) | ঃ | (কাল্পনিক চৰিত্ৰ) |
| ২২। | চিত্ৰলেখা (স্ত্ৰী) | ঃ | (পাৰ্শ্ব চৰিত্ৰ) |

**মঞ্চসজ্জা ঃ**

(জাপানৰ 'কাবুকি' মঞ্চক আৰ্হি হিচাপে লৈ তাত উপস্থাপন কৰিব বিচৰাৰ হেতুকে পৰিচালনাৰ 'আংগিক'ৰ ক্ষেত্ৰত বিশেষ কথা নাটখনিত উল্লেখ কৰা হোৱা নাই। সংগীত আৰু পোহৰৰ গুৰুত্বপূৰ্ণ ভূমিকা। এক টোটেল্ থিয়েটাৰ কাম্য।)

— **নাট্যকাৰ**

## প্ৰথম দৃশ্য

(এটা ক'লা ৰঙৰ টেকেলি। তাত বগা লাওখোলা অংকিত। (হালধীয়া পোহৰ। সংগীতৰ মাজে মাজে নিম্ন সংলাপ)

OFF VOICE ঃ মোৰ কেতিয়া জন্ম হৈছিল মই নেজানো। কিন্তু জন্মৰে পৰাই এটা কথা জানো যে মোৰ উপদেশত যিমানেই কাম হ'ব, সিমানেই হ'ব মোৰ কৃতকাৰ্যতাৰ মাপকাঠী। বন্দী মই। মোৰ কৰ্মক্ষমতা জুখিবলৈ নিজেই অপাৰগ। বন্দী প্ৰাণে সদায় কান্দো নীৰৱ ধনত। (Feed Back) কোন ক'ত আছা? শুনিবানে মোৰ হিয়া ভগা মাত? কোন ক'ত আছা? শুনা মোৰ হিয়া ভগা মাত।

(কথাৰ ওপৰত ভাহি আহে ঘোঁৰাৰ পদশব্দ। হালধীয়াৰ পৰা বগা পোহৰ। চৰাই-চিৰিকটিৰ মাত। মঞ্চলৈ তিনি শিশু। সাৰথি, অনংগ কোঁৱৰ আৰু কান্তা কুঁৱৰী)

(সাৰথিৰ হাতত চাবুক; অনংগৰ ধনুকাঁড় আৰু কান্তাৰ খোৰা সামগ্ৰী)

সাৰথি ঃ আহক কোঁৱৰ। কুঁৱৰী আহক। চাব, চাব। তেনেই বোকা। পিছল।

কান্তা ঃ বাহ্! অৰণ্য ইমান সুন্দৰ!

অনংগ ঃ মই জীৱনত আজি প্ৰথমবাৰৰ বাবে অৰণ্য দেখিছো।

কান্তা ঃ ইমান নিজান! অৰণ্য সদায় এনেকুৱা নেকি? সাৰথি।

সাৰথি ঃ হয় কুঁৱৰী। ইয়াত মানুহ নেথাকে বাবেই নিজান।

অনংগ ঃ জানা কান্তা। মানুহবোৰেহে হুলস্থূল কৰে। জীৱ-জন্তুৱে নকৰে নহয়।

কান্তা ঃ চৰাই-চিৰিকটিবোৰে?

অনংগ ঃ কৰে, সেয়া শুনা। সিহঁতে গীত গাইছে। গছ-গছনিবোৰেহে কিন্তু মাতিব নোৱাৰে।

কান্তা ঃ সাৰথি। তুমি যে এই গছ-গছনিবোৰৰ ভাষা বুজি পাওঁ বুলিছিলা। কেনেকৈ?

সাৰথি ঃ অকল গছ-গছনি কিয়? পৃথিৱীৰ সকলোৰে ভাষা মই বুজি পাওঁ। সিহঁতৰ লগত কথা পাতিব পাৰো। সেয়েহে মহাৰাজ চক্ৰসেনে আপোনালোকৰ লগত আনক নপঠাই মোক পঠাইছে। কাৰণ, মই যে আপোনালোকৰ পিতৃ মহাৰাজৰো অতি বিশ্বাসী সাৰথি।

অনংগ ঃ উস্! বৰ ভাগৰ লাগিছে।

কান্তা ঃ আমাৰ ৰাজ্যৰ পৰা বাৰু আমি কিমানদূৰ আহিলো?

সাৰথি ঃ বহুত দূৰ। এশ মাইল।

কান্তা ঃ এশ মাইল। মানে কিমান?

অনংগ ঃ নেজানা নেকি? এশ মাইল মানে... (বৈ) আমি যিমানদূৰ আহিলো?

কান্তা ঃ প্ৰাসাদৰ পৰা ৰাতি পুৱাই ওলালো। ইমান সময় ফুৰিলো। ইয়াত যে এতিয়াও ৰাতি পুওৱা নাই।

সাৰথি ঃ যিহে ডাঠ হাবি। ৰাতিপুৱাওতেই এবেলা যায়।

অনংগ ঃ সঁচাকৈয়ে বৰ ডাঠ হাবি দেই এইখন।

সাৰথি ঃ আপোনাৰ ভয় লাগিছে নেকি কোঁৱৰ?

অনংগ ঃ ভয়? কিয় কৰিম? হাতত মোৰ ধনুকাঁড় আছেই।

কান্তা ঃ যদি বাঘ ওলায়?

অনংগ ঃ নোলায়।

কান্তা ঃ অকলে জানো যুঁজিব পাৰিবা?

অনংগ ঃ নোৱাৰিলে আমাৰ পখীৰাজৰ ৰথত উঠি পলাই যাম। নহয়নে সাৰথি?

সাৰথি ঃ অৰণ্যত ফুৰিবলৈ আহি ভয় কৰিলে কেনেকৈ হ'ব?

অনংগ ঃ মহাৰাজ চক্ৰসেনৰ মই বীৰ-পুত্ৰ অনংগ কোঁৱৰ। গুৰু টোলৰ মই শ্ৰেষ্ঠ শিষ্য। ভয়? কিয় কৰিম?

কান্তা ঃ থোৱা থোৱা জানা আছে। আজিলৈকে তুমি আমাৰ পখীৰাজকে চেঁকুৰাবলৈ নিশিকিলা।

অনংগ ঃ লাহে লাহে শিকিম। টোলত গুৰুদেৱে কৈছে মোৰ ঘোঁৰা চেঁকুৰোৱাৰ বয়সেই হোৱা নাই।

সাৰথি ঃ হয় কুঁৱৰী। অনংগ কোঁৱৰ ডাঙৰ হ'লে চাবচোন। তেখেতৰ দৰে পাৰ্গত লোক নোলাবই।

অনংগ ঃ শুনিলা কান্তা।

কান্তা ঃ বাৰু বাৰু। এতিয়া পিছে কিবা অলপ নোখোৱা জানো? ইমান দূৰ আহিলো।

অনংগ ঃ কান্তাৰ লগত অনা খোৱা বস্তু শেষেই হোৱা নাই?

কান্তা ঃ ক'তনো খালা তোমালোকে? আয়ে ৰহীমলা লিগিৰীৰ হতুৱাই চাংমাই শালৰ পৰা দিয়া পিঠাবোৰচোন আছেই।

অনংগ ঃ হ'লেই হ'ল, ভোক লাগিছে।

সাৰথি ঃ পাছে কুঁৱৰীয়ে জানো লগত খোৱা পানী আনিছিলে?

কান্তা ঃ অঁ। বৰ ডাঙৰ কথা হ'ল। লগত অনা খোৱা পানী বাটতেই শেষ হ'ল।

অনংগ ঃ শেষ হ'ল। মোৰ যে পিয়াহো লাগিছে।

সাৰথি ঃ আপোনালোকে আগতে নক'লে কেলেই?

কান্তা : বাটৰ কাষত চালি ধৰি ধৰি নাচি থকা ম'ৰা চৰাইবোৰ চাই থাকোতে পানী শেষ হোৱাৰ কথা মনলৈ নাহিলেই।

অনংগ : তেনেহ'লে কি হ'ব এতিয়া? সকলো তোমাৰ কাৰণেই হ'ল।

সাৰথি : ব'লক। আমি কোনোবা হ্ৰদ বা নদীৰ কাষলৈ যাওঁ।

অনংগ : মই নেযাওঁ। ভাগৰ লাগিছে।

কান্তা : ব'লা দাদা। অবুজন নহ'বা।

অনংগ : পানীটেকেলি। খোৱা পানী গোটেইবোৰ নিজেই খাই শেষ কৰিলা, আৰু এতিয়া মোক বুজাবলৈ আহিছা? নিজে যোৱা। পানী বিচাৰি আনাগৈ।

সাৰথি : খং সামৰক কোঁৱৰ। হ'ব বাৰু। ময়ে পানী বিচাৰি আনিছোঁগৈ। আপোনালোকে জিৰণি লওক।

কান্তা : মোৰ অকলে ভয় লাগে সাৰথি।

অনংগ : এতিয়া ভয় কৰিলে কেনেকৈ হ'ব? কিয় অৰণ্য ফুৰিবলৈ আহিছিলা? যোৱা সাৰথি। আমি আছো।

কান্তা : (ভয়ত) দাদা।

অনংগ : কি হ'ল? হাতত চোন মোৰ অস্ত্ৰ আছেই। যোৱা সাৰথি। আমি পাৰিম থাকিব।

সাৰথি : ভয় নেলাগেতো আপোনালোকৰ?

কান্তা : লাগিব।

অনংগ : নেলাগে। মই আছো নহয়।

সাৰথি : ঠিক আছে। মই আজি আপোনালোকৰ সাহস প্ৰমাণ কৰিম। পখীৰাজৰ সৈতে মই বাৰু ৰথখন থৈ যাম। জীৱ-জন্তু ওলালে আপোনালোকে ৰথত উঠিবগৈ। মই পখীৰাজক কৈ থৈ যাম।

অনংগ : হ'বনে কান্তা? পাৰিবা এতিয়া। (কান্তাই নোৱাৰো বুলি মূৰ জোকাৰে।) কিয়? হাততচোন মোৰ গুৰুদেৱে দি পঠিওৱা ব্ৰহ্মাস্ত্ৰ আছেই।

কান্তা : দাদা। অথনিয়ে আহি থাকোতে সাৰথিয়ে কোৱা মনত নাই। সেই যাদুকৰী টেকেলিটো যদি আকৌ ওলায়?

অনংগ : আমি তাৰ মুখখন নুখুলিলেই হ'ল। নহয় জানো সাৰথি?

সাৰথি : সেই যাদুকৰী টেকেলিটো ওলালে মই নহালৈকে কিন্তু নুচুবই।

কান্তা : সেই টেকেলিটোনো কাৰ? এই অৰণ্যলৈনো সি কেনেকৈ আহিল, জানানে সাৰথি? কোৱানা।

সাৰথি : তেনেহ'লে শুনক। (সকলোৱে বহে) কৈয়ে যাওঁ। মই তেতিয়া আপোনালোকৰ ৰাজ্যৰ পৰা নিৰ্বাসিত। আপোনালোকৰ পূৰ্বপুৰুষ মহাৰাজ উগ্ৰসেনৰ দিনৰ কথা।

কান্তা : তাৰমানে তুমি আমাৰ ককাৰ কথা কৈছা।

অনংগ : ৰ'বাচোন। ক'বলৈ দিয়া। বুজিচোন পাইছাই।

সাৰথি : শুনক। মহাৰাজ উগ্রসেনে কাষৰ ভূতৰ ৰাজৰ ৰজাৰ লগত যুদ্ধত হাৰি এই হাবিতেই লুকাই আছিল। পিছত মহাৰাজে পুনৰ মোৰ লগত বন্ধু পাতিলে। মোৰ কথামতেহে তেখেতে ভূতৰ ৰজাৰ হাতৰ পৰা নিজ ৰাজ্য উদ্ধাৰ কৰে। কিন্তু মহাৰাজে ইয়াৰে ক'ৰবাত নিজৰ অতি মৰমৰ বহুতো ধন-সোণ তথা গহনালংকাৰ পাহৰণিত এৰি থৈ যায়।

অনংগ : এই ধন-সোণখিনি বোলো আজিলৈকে উদ্ধাৰেই কৰিব পৰা নাই।

কান্তা : ইচ্ বৰ দুখ লাগে দেই। পিতায়ে নেপালে, দাদাই পিছলৈ ৰাজ্যভাৰ ল'লে কিন্তু এই ধন-সোণ উদ্ধাৰ-কাৰ্যত মন দিবা দেই। মইতো কিজানি তেতিয়া বিয়া হৈ অন্য ৰাজ্যলৈ গুচি যাম।

সাৰথি : কোনোবাই কোনোবাই কয় বোলে মহাৰাজ উগ্রসেনৰ এই ধন-সোণ সাঁচি থোৱা টেকেলিটোৱেই যাদুকৰী টেকেলিলৈ সলনি হ'ল। মোৰ বিশ্বাস, এই টেকেলিৰ ভিতৰত ইমান দিনে নিশ্চয় কোনোবা কুবেৰ কিংকৰৰ জন্ম হৈছে।

অনংগ : আহ্! মোৰ পিয়াহ বাঢ়ি গৈছে।

সাৰথি : খন্তেক ৰওক কোঁৱৰ। মই এতিয়াই পানী বিচাৰি আনিম। কুঁৱৰী, আপোনালোকে খোৱা-বোৱাৰ ব্যৱস্থা কৰক?

কান্তা : তোমাক এৰি আমি নেখাও সাৰথি।

অনংগ : আহিবৰ সময়ত, আয়ে তোমাক এৰি খাবলৈ মানা কৰাৰ কথা মোৰ মনত আছে।

সাৰথি : এৰা। মহাৰাজৰ লগতে মহাৰাণী আইৰো মোৰ ওপৰত গভীৰ বিশ্বাস। নহ'লেনো নিজৰ সন্তানক মোৰ লগত কিয় পঠাব? আপোনালোক ৰওক তেনেহ'লে। (সাৰথিৰ প্ৰস্থান।)

কান্তা : এই সাৰথিজন বৰ ভাল মানুহ দাদা।

অনংগ : চাবাচোন। আমাৰ বাবে দৰকাৰ হ'লে সি প্ৰাণো দিব।

কান্তা : পিছে এতিয়া কি কৰা যায়? দাদা, গান গালে নাচিলে বোলে আমাৰ ভয়বোৰ আঁতৰি যায়। হয়নে?

অনংগ : তুমিহে ভয় খাইছা।

কান্তা : ইচ্ ৰাম। দাদা এইফালে চোৱানা।

অনংগ : কি?

কান্তা : মই অথনিৰে পৰা মনেই কৰা নাছিলো। কি ধুনীয়া পাহাৰ। সেউজীয়া।

অনংগ : সৌজাক বগলী। যেন এডাল বগা ৰেখাহে। (IIlusion)

কান্তা : ইমান ধুনীয়া ঠাইলৈ আমি আহিছো। ইয়াত গীত গাই নাচিবলৈ বৰ ভাল লাগিব। আহা নাচো।

অনংগ : তুমি জানাই দেখোন, মই নাচিব নাজানো। যুদ্ধ কৰিহে ভাল পাওঁ।

কান্তা : কাৰোবাক দেখুৱাবলৈ নেনাচো নহয়। আনন্দত নিজে নিজেহে নাচিম।

অনংগ : মোৰ পিয়াহ লাগিছে, ভোকো লাগিছে।

কান্তা : সদায়চোন প্ৰাসাদত ৰাজভোগ খায়েই আছা।

অনংগ : খালী পেটে নাচিব পাৰি নেকি?

কান্তা : অলপ আগতে যে বাটত মাহকৰাই চোবাইছিলা।

অনংগ : বাঘ-সিংহ আহিলে কি হ'ব। মই পহৰা দিম। নাচা তুমি।

কান্তা : তেনেহ'লে তুমি এটা গীতকে গাবা।

অনংগ : বৰ আমনি কৰা দেই।

কান্তা : টোলত গুৰুদেৱে শিকোৱা গীতটিকে গাওঁ আহা। গুৰুদেৱে কোৱা মনত নাই? এই গীত তোমালোকৰ মনত পৰিলেই গাবা। নোগোৱাকৈ নেথাকিবাই।

অনংগ : দিলা তুমি সঞ্জীৱনী গীতটি মনত পেলাই? এতিয়াতো গাবই লাগিব।

কান্তা : (হাঁহি) এতিয়া এই গীত নেগালে তুমি গুৰুদেৱক অমান্য কৰা হ'ব।

অনংগ : হাঁহিবলৈ আহিছা? নাচা তেনেহ'লে।

(অনংগই গীত গায়। কান্তাই নাচে।)

গীত :

সেউজীয়া ধৰণীত
মুকুতা ফুলে।
নিজৰায়ো হাঁহি আছে
কুলুকুলে।।
সেউজীয়া ধৰণীত
হিয়া ঝুলে।
অসুৰ দানৱোচোন
সকলো শুলে।।
সেউজীয়া ধৰণীত
বা-বলে
গুৰুদেৱৰ অমৰ গীতে
সাহস দিলে।।

(হঠাৎ এজাক ধুমুহাৰ সৈতে নিম্নৰ সংলাপ ভাহি আহে।)

ON : কোনে মোৰ ৰাজ্যত গীত জুৰিছা? বন্ধ কৰা (সকলো বন্ধ হয়)

কান্তা : সেয়া কোনে মাতিছে দাদা?

অনংগ : নেজানো? সাৰথিও হ'ব পাৰে।

ON : তোমালোকৰ সাৰথি হ'ব পৰা হ'লে খুবেই আনন্দ লাগিলহেঁতেন।

অনংগ : সাৰথি নেকি? আমাক ভয় খুৱাইছা-বুজিছো নহয়।

ON : নহওঁ। মই তোমালোকৰ সাৰথি নহওঁ। হ'ব বিচাৰিছোহে।

কান্তা : তাৰ মানে দাদা ভূত!

অনংগ : ভূত? কোন ভূত? ওলাই আহ। জনা নাই, মোৰ হাতত অস্ত্র আছে।

ON : মই যে ওলাই যাব নোৱাৰো। মোক মুকলি কৰি দিব লাগিব। তোমালোকৰ লগত বন্ধু পাতিম। কথা দিছো।

অনংগ : ভূত। তই কোনজোপা গছৰ পৰা মাতিছ? সাহস আছে যদি ওলাই আহ। চা, মই ব্রহ্মাস্ত্র লৈছো।

কান্তা : নেলাগে দাদা, নুজুৰিবা অস্ত্র। থাওক। সাৰথি আহি পাবলৈ দিয়া।

অনংগ : নহয় কান্তা। সাৰথিয়ে আমাক পৰীক্ষাহে কৰিছে। দেখা যাওক। মাত। মাত ভূত। আকৌ এবাৰ মাত। তোৰ মাত অনুসৰণ কৰি মই অস্ত্র প্রয়োগ কৰিম।

ON : এই টেকেলিটোৰ ফালে কোঁৱৰ। প্রয়োগ কৰা অস্ত্র। মোক মুকলি কৰি দিয়া।

কান্তা : ৰ'বা ৰ'বা দাদা। এই টেকেলিটো আকৌ হঠাতে ইয়ালৈ কেনেকৈ আহিল? অথনিটো দেখা নাছিলো।

অনংগ : নিশ্চয় অথনি সাৰথিয়ে কোৱা আমাৰ ককাৰ ধন-সোণৰ টেকেলিটো। ভালেই হ'ল। এই ধন-সোণ আমিয়েই উদ্ধাৰ কৰিব পাৰিম। দৰকাৰ হ'লে ভূতৰ লগত যুদ্ধ কৰিম।

কান্তা : যুদ্ধ মই বেয়া পাওঁ। ভূতৰ বহুত মায়া থাকে। তোমাৰ অস্ত্র শেষ কৰিবলৈকে কিজানি সি বুদ্ধি কৰিছে।

অনংগ : নহয় কান্তা। ভালেই হ'ল দিয়া। আজিলৈকে মই ভূত দেখা নাই। দেখাৰ সুযোগ এটা পাইছো। চাব লাগিব।

কান্তা : কিয়?

অনংগ : ভূতৰ কথা সদায় আইতাৰ সাধুতহে শুনিছিলো।

ON : সখীসব, মই শত্রু নহওঁ। কিমান দিন যে মানুহৰ সাৰথি হ'ব পৰা নাই। মোক মুকলি কৰি দিয়া।

অনংগ : শুনিছা। সি আমাক সখী বুলিছে। এটা কাম কৰো। টেকেলিটোৰ মুখখনকে খুলি দিওঁ দিয়া।

কান্তা : নুখুলিবা। সাৰথিক আহি পাবলৈ দিয়া।

অনংগ : সাৰথি আহি পাওঁতেচোন বহুত দেৰি হ'ব। পানী বা কিমান দূৰৈত আছে? মই ভূতটোক চাব বিচাৰিছো।

কান্তা : সি যদি আমাক মাৰি পেলায়—

অনংগ : তুমি বৰ ভয়াতুৰ। মই অকলেই অৰণ্যলৈ অহা হ'লেই ভাল আছিল। সাৰথি আহি পালেও মোৰ ভূত চোৱা নহ'ব।

কান্তা : আহিবৰ সময়ত আয়ে কোৱা মনত নাই সাৰথিক নোসোধাকৈ তইঁতে একো কাম নকৰিবি। কিয় অমান্য কৰিবলৈ ওলাইছা?

অনংগ : পিতায়ে কোৱা মনত নাই— বিপদত পৰিলে শত্ৰুকো সহায় কৰিব লাগে?

ON : ঠিকেই কৈছো। মই যদি মানুহৰ শত্ৰু, তথাপিও তোমালোক মোৰ বন্ধু। খুলি দিয়া। একো নকৰো। একেলগে খেলিম, ফুৰিম।

অনংগ : ঠিক আছে। সাৰথি অহাৰ আগতে মই তাক এবাৰ চাম আৰু ব্ৰহ্মাস্ত্ৰ দেখুৱাই পুনৰ ভৰাই থ'ম; হ'ব।

কান্তা : মই কান্দি দিম এতিয়া।

অনংগ : ঘৰত কান্দিলেই তোমাৰ কথা সকলোৱে শুনে বুলিয়েই ময়ো এতিয়া শুনিম নেকি? এইখন অৰণ্য। সকলো স্বাধীন? যি মন যায় কৰিব পাৰো।

কান্তা : তেনেহ'লে ৰ'বা। মই ৰথ লৈ যাওঁ। (চাই) কি কথা? ৰথখন যে নাই দাদা!

অনংগ : সাৰথিয়ে বোধকৰো লৈ গ'ল।

কান্তা : নাই নিয়া। মই নিজেই তাক খোজেৰে যোৱা দেখিছো।

অনংগ : একো নহয় কান্তা। টেকেলিটো খুলি দিওঁ।

কান্তা : নেলাগে...

অনংগ : তোমাৰ কথা শুনি ৰৈ থাকিলে আৰু মোৰ ভূত চোৱা নহ'ব। মই তাক চামেই— (অনংগ টেকেলিৰ কাষলৈ আগবাঢ়ি যায়। কান্তাই ভয়ত চকু মুদি বহি পৰে। কঁপে। এটা সময়ত তৰল সংলাপ চিঞৰি কৈ টেকেলিৰ মুখখন খুলি দিয়ে। পোহৰ বিভ্ৰাট। ফুলজাৰি জ্বলে। সংগীত আতংকৰ।)

অনংগ : চোৱা কান্তা। মই এয়া মুখখন খুলি দিলো।
(কেৱল বতাহ। গছৰ পাতবোৰ সৰি পৰিছে।)

ON : (অট্টহাস্য) ধন্যবাদ কোঁৱৰ, ভয় নকৰিবা। বাহ! কিমান দিনৰ পিছত যে বেলিৰ পোহৰ দেখিছো। কিন্তু, ই কি? পৃথিৱীখনচোন বহুত সলনি হৈ গ'ল। আহ! মোৰ অনুপস্থিতিতচোন গছ-লতাবোৰ আৰৌ সেউজীয়া হৈ পৰিল। অৰণ্য, সৰালিনে ভালে ভালে তইঁতৰ কুঁহিপাতবোৰ? নদ-নদী, জান-জুৰি শুকালিনে তইঁত ভালে ভালে? মই কুবেৰ কিংকৰ আকৌ মুকলি হ'লো। (হাঁহি)

(খন্তেক নীৰৱতা)

অনংগ : কান্তা, চকু মেলাচোন। ক'তা, ভূত দেখোন নাই।

কান্তা : চোৱা দাদা, গছৰ পাতবোৰ কেনেকৈ সৰিছে? মোৰ বৰ ভয় লাগিছে। সিয়ে আমাক খাই পেলাব। (কান্দে)।

অনংগ : নেকান্দিবা। মোৰ হাতত অস্ত্ৰ আছে। ৰ'বা— তাক মই এতিয়াও দেখা নাই। (চিঞৰি) বন্ধু ভূত। ক'ত তুমি? তোমাক যে মই দেখাই নাই। তোমাক চাবলৈ মোৰ বৰ মন গৈছে।

কান্তা : নেমাতিবা দাদা। তাক অন্য ঠাইলৈ যাবলৈ কোৱানা। (চিঞৰি) বন্ধু ভূত। তুমি আমাৰ ওচৰৰ পৰা যোৱাগৈ।

অনংগ : গুচি গ'লে কেনেকৈ হ'ব? বন্ধু তুমিনো দেখিবলৈ কেনেকুৱা।

ON : বাহ কোঁৱৰ! তুমি দেখিছো বেছ সাহসী। শুনা, মই তোমালোকৰ নতুন সাৰথি। মোৰ কোনো ৰূপ নাই। অশৰীৰী। তোমালোকে যি ৰূপতেই বিচৰা, মোক সেই ৰূপতেই দেখিবলৈ পাবা। কোৱা; মোৰ কি ৰূপ বিচৰা, জীৱ-জন্তু, গছ-মানুহ নে দৈত্যৰ?

অনংগ : দৈত্যৰ।

কান্তা : নহয় মানুহৰ। দাদা। তোমাক মই বেয়া পাইছো।

অনংগ : কিয় কান্তা? ভূতৰ কথা থকা আমাৰ ককাৰ পুৰণা পুথিখন জানো তুমি পঢ়া নাই? তাত যে অঁকা আছে দৈত্যটো। যাক ককাই আমাৰ সাৰথিৰ সহায়ত মাৰি পেলাইছিল।

কান্তা : নেলাগে, নেলাগে, পুথিত দেখিয়েই ভয় খাওঁ। সঁচাসঁচিকৈ ওলালে মই মৰি থাকিম।

ON : ঠিক আছে। তেনেহ'লে মই তোমালোকৰ লগত এজন বন্ধুৰ ৰূপতেই ওলাম। চোৱা—

(দৰ্শকৰ মাজৰ পথেদি অন্য এক শিশুৱে প্ৰৱেশ কৰে। পূৰ্বৰ সাৰথিৰ দৰে ওখ-পাখ যদিও সাৰথিৰ শুভ্ৰ সাজৰ সলনি এই শিশুৰ সাজ ক'লা ৰঙৰ।

অনংগ : কান্তা। চোৱা। চকু মেলা। সৌৱা ভূত।

কান্তা : মই নেচাওঁ।

অনংগ : মানুহৰ দৰেই। অকণো ভয় নেলাগে।

কান্তা : বাহ! ভূত ইমান ধুনীয়া?

কুকি : আহা বন্ধুহঁত। কাষলৈ আহা।

কান্তা : নেযাওঁ। তুমি মানুহ নোহোৱা।

কুকি : এতিয়াৰে পৰা মই তোমালোকৰ সাৰথি।

অনংগ : আমাৰ সাৰথি আছে।

কুকি : ময়ো আছো।

অনংগ : ভালেই হ'ল, আমাৰ খেলাৰ লগ এটা হ'ল।

কান্তা : ইস্! ভূতেও খেলেনে?

কুকি : তোমালোকে বিচাৰিলে খেলিম।

কান্তা : তুমি নাচিব জানা?

কুকি : নাচ? কিনো তাৰমানে?

অনংগ : নাচা কান্তা। এওঁ চাব বিচাৰিছে।

কান্তা : তুমি নাচ দেখা নাই? ৰ'বা তেনেহ'লে। মই দেখুৱাইছো। দাদা গোৱা—
(পূৰ্বৰ গীতটো কোঁৱৰে এশাৰী গায়, কান্তাই নাচে।

কুকি : (খং) বন্ধ কৰা। হুঃ নাচ! সেউজীয়া ধৰণী। মোৰ অলপো ভাল নালাগে।

অনংগ : আমাৰ যে ভাল লাগে।

কুকি : খবৰদাৰ। মোৰ কথা শুনা।

কান্তা : তোমাৰচোন বৰ খং।

অনংগ : আমি যদি তোমাৰ কথা নুশুনো? (অস্ত্ৰ জপৰে)

কুকি : (হাঁহি) মূৰ্খ মানুহ! মই মুকলি হোৱাৰ লগে লগে দেখা নাই? কেনেকৈ সকলোবোৰ সলনি হৈ গ'ল। মোক ভয় দেখুৱাইছা? চোৱা কোঁৱৰ। তোমাৰ সকলোবোৰ কাঁড়ৰ আগ কেনেকৈ ভোটা হৈ গ'ল। দেখিছা? (কোঁৱৰে অতি আচৰিত হৈ নিজৰ কাঁড়বোৰ লক্ষ্য কৰে।) পেলাই দিয়া এইবোৰ। এতিয়া ইহঁতৰ কোনো কাম নাই।

অনংগ : কিন্তু এয়া যে মোক টোলত গুৰুদেৱে দিয়া।

কুকি : এতিয়াৰ পৰা তোমালোকৰ কোনো গুৰু নাই। পেলাই দিয়া।

কান্তা : দাদা-তাৰ কথা শুনা। কাজিয়া কৰি লাভ নাই। নহ'লে বিপদ হ'ব।
(অনংগই হাতৰ ধনু-কাঁড় পেলাই দিয়ে।)

কুকি : সুন্দৰ। ব'লা এতিয়া।

কান্তা : ক'লৈ?

কুকি : মোৰ কিছুমান ঠাই ফুৰিব লগা আছে। তালৈ।

অনংগ : আমাৰ যে সাৰথি আহি পোৱাহি নাই। সি আমালৈ পানী আনিব গৈছে।

কুকি : সি ক'ত পানী পাব? মই মুকলি হোৱাৰ লগে লগে অৰণ্যৰ সকলোবোৰ জান-জুৰি, নদ-নদী, খাল-বিল শুকাই গ'ল।

অনংগ : কান্তা, মোৰ যে বৰ পিয়াহ লাগিছে। কি হ'ব এতিয়া?

কুকি : (মায়া) ক'তা? তোমাৰচোন পিয়াহ লগা নাই। হয়নে?

অনংগ : (আচৰিত) অঁ- হয় হয়। মোৰ পিয়াহ নাইকিয়া হৈ গ'ল।

কান্তা : বাহ! তোমাৰ বহুত যাদু আছে দেই। দাদাৰ পিয়াহ লগাও বন্ধ কৰি দিলা।

অনংগ : তোমাক আমি কি বুলি মাতিম?
কুকি : কুবেৰ কিংকৰ মই। যি নামেই ভাল পোৱা। মাতিবা।
কান্তা : পাইছো, পাইছো। কুকি। কেনে হ'ব।
কুকি : কুকি মানে?
অনংগ : কুবেৰ কিংকৰ। নহয় জানো কান্তা।
কান্তা : ঠিকেই কৈছা। কেনে হ'ব?
কুকি : বাহ। বৰ সুন্দৰ নাম! মোক কুকি বুলিয়েই মাতিবা। ব'লা এতিয়া প্ৰথমতে পুষ্পকন্যাৰ বাগিচালৈ যাওঁ।
কান্তা : বঢ়িয়া হ'ব। বঢ়িয়া হ'ব। সেইখন বৰ ধুনীয়া ফুলনি।
অনংগ : কিন্তু আমি যাম কেনেকৈ? আমাৰ যে ৰথখন নাই।
কুকি : মোৰ মায়াৰী ৰথত উঠি।
কান্তা : আমাৰ পখীৰাজৰ ৰথখন ক'লৈ গ'ল?
কুকি : (হাঁহি) মোৰ মায়াৰ বলেৰে তোমালোকৰ চকুৰ পৰা অদৃশ্য কৰি থৈছো। খৰ কৰা-ব'লা।
কান্তা : সাৰথিৰ কি হ'ব?
কুকি : তাৰ নাম মুখত নানিবা। মই আছো নহয়।
অনংগ : সি ঘূৰি আহি আমাক যদি নেপায়—
কান্তা : সি যে ৰাজ্যলৈ ঘূৰি নেযাব!
অনংগ : দুখত মৰি থাকিব।
কুকি : নমৰে। মৰিলেতো ভালেই আছিল।
কান্তা : শুনা কুকি। সাৰথি আহি পাবলৈ দিয়া।
কুকি : কান্তা, তোমাক মই এতিয়া কি কৈছিলো? তাৰ নাম মুখত নানিবা বুলি; মনত নাই।
কান্তা : সি খুউব ভাল মানুহ।
অনংগ : আমাৰ কথা শুনা।
অঃ+কাঃ : কুকি।
কুকি : তোমালোকে যদি নিজৰ ভাল বিচাৰিছা, মোৰ কথা শুনা। এতিয়াৰে পৰা মই তোমালোকৰ নতুন সাৰথি।
কান্তা : (কান্দি বহি পৰে) আমাৰ আচল সাৰথি নহালৈকে মই নেযাওঁ।
কুকি : (খং) কান্তা। মায়াৰ বলেৰে যদি মই তোমালোকক মানুহৰ চকুৰ পৰা চিৰদিনলৈ অদৃশ্য কৰি ৰাখো; ভাল পাবা? ঠিক আছে তেনেহ'লে। চোৰা শক্তি। (মায়া) হ্ৰীং ক্ৰিং ফুঃ। (হাত দাঙি কুকিয়ে অনংগলৈ কিবা সিঁচি পঠিয়ায়। কান্তাই অনংগক নেদেখা আৰু

অনংগৰ মাত নুশুনাৰ অভিনয় কৰিব। অনংগই কিন্তু কান্তাৰ সকলো দেখিব, সকলো শুনিব।)

কুকি : কুকি, দাদাক তুমি ক'লৈ নিলা?
(কান্তাই ঘূৰি ঘূৰি চাই অনংগক নেদেখাৰ অভিনয় কৰি কান্দে।)

কান্তা : কুকি, দাদাক তুমি ক'লৈ নিলা?

কুকি : ইয়াতে আছে।

কান্তা : ক'ত?

অনংগ : মই ইয়াতেই আছো কান্তা।

কান্তা : দাদা, তুমি ক'লৈ গ'লা?

অনংগ : ইয়াতেই আছো। এইফালে চোৱা।

কান্তা : দাদা- এবাৰ মাতা।

অনংগ : ইয়াতেই আছো। এইফালে চোৱা।

কান্তা : দাদা - এবাৰ মাতা।

অনংগ : মাতিছো কান্তা। কান্তাইচোন মোক দেখাই নাই। মোৰ কথা শুনাই নাই। (গাত ধৰি জোকাৰি) কান্তা!

কান্তা : দাদা - ক'লৈ গ'লা?

কুকি : কান্তাই একো অনুভৱেই কৰা নাই কোঁৱৰ। তেওঁৰ মতে তুমি ইয়াত নাই।

কান্তা : তুমি কাৰ লগত কথা পাতিছা কুকি? দাদাক ঘূৰাই দিয়া।

অনংগ : মইচোন কান্তাৰ সকলো কথা শুনিছো। তাইক দেখিছো।

কান্তা : মই এতিয়া মৰি যাম কুকি।

অনংগ : মায়া বন্ধ কৰা কুকি।

কান্তা : কুকি। তুমি আমাক নেমাৰিবা। দাদা ভাল। ঘূৰাই দিয়া।

অনংগ : (কান্দি) চোৱা কুকি। কান্তাই কান্দিছে। মোক মানুহ ৰূপ ঘূৰাই দিয়া।

কুকি : ঠিক আছে তেনেহ'লে। লোৱা কোঁৱৰ। ঘূৰাই লোৱা তোমাৰ মানৱৰূপ। (পুনৰ মায়া) হ্রীং ক্রিং ফুঃ।
(অনংগ আৰু কান্তাই পৰস্পৰক দেখাৰ অভিনয় কৰি সাবটি ধৰি কান্দিব।)

কান্তা : শুনিম কুকি। আমি তোমাৰ সকলো কথা শুনিম। আৰু মায়া নকৰিবা।

কুকি : কন্দা হ'লনে তোমালোকৰ?

অনংগ : সাৰথিয়েনো তোমাৰ কি অপকাৰ কৰিছিল?

কুকি : চুপ থাকা। মোৰ ককাদেউতাক, তোমালোকৰ ককা উগ্রসেনে এই সাৰথিৰ কথামতেই হত্যা কৰিছিল। জানানে?

কান্তা : নেজানো।

কুকি : গতিকে এতিয়া মোকো সি অপকাৰ কৰিব পাৰে।

কান্তা : বুজিছো আমি তাৰমানে তোমাৰ হাতত এতিয়া বন্দী।

কুকি : (হাঁহি) বন্ধু পলমকৈ বুজিলা কুঁৱৰী।

অনংগ : কিন্তু তুমি যে আমাৰ বন্ধু হ'ম বুলিছিলা?

কুকি : নহ'লে যে তোমালোকে মোক কেতিয়াও মুকলি কৰি নিদিয়া।

কান্তা : অথনি তুমি মিছা মাতিছিলা।

কুকি : মোৰ পৃথিৱীত মিছাই সঁচা ধৰ্ম। বুজিছা? সোনকালে ব'লা। সাৰথি পালেহি আকৌ যুদ্ধ হ'ব।

অনংগ : ব'লা কান্তা শুনিলা, কুকিয়ে কি কৈছে।

কান্তা : সকলো তোমাৰ কাৰণেই হ'ল।

অনংগ : কুকিৰ কথা নুশুনিলে আমি আকৌ মানৱ ৰূপ হেৰুৱাম। পুষ্পকন্যাৰ বাগিচালৈ গ'লে নিশ্চয় আমাৰ মন ভাল লাগিব।

কুকি : বেলি নপৰা৲ৈকে আমি ফুৰিম।

কান্তা : গধূলি হ'লে আমাক এৰি দিবা?

কুকি : অঁ এৰি দিম। কাৰণ গধূলি হ'লেই মই শুই পৰো। ৰাতি মোৰ মায়া নেথাকে। তোমালোক ৰাজ্যলৈ পুনৰ ঘূৰি যাব পাৰিবা। কিন্তু দিনত মায়াৰে হ'লে সকলো অসম্ভৱক সম্ভৱ কৰি তুলিব পাৰো, জানা? দিনত এবাৰ যদি মই মায়াৰে তোমালোকৰ মানুহ ৰূপ নাইকিয়া কৰি দিওঁ, তেনেহ'লে মই ইচ্ছা কৰিলে চিৰদিনলৈ তোমালোক অদৃশ্য হৈ ৰ'বা। আহা এতিয়া। দুয়োৰে মোৰ দুহাতত ধৰা। (অনংগ আৰু কান্তাই ধৰে।) ব'লা এতিয়া। হ্ৰীং ক্ৰিং ফুঃ। (পোহৰে তিনিওকে আঁতৰাই নিব। সংগীত।) (পুনৰ মঞ্চলৈ পোহৰ। ক্লান্তভাৱে হাতত পানী লৈ সাৰথি।)

সাৰথি : কোঁৱৰ, কুঁৱৰী। ক'লৈ গ'ল আপোনালোক? ই কি! এয়াচোন কোঁৱৰৰ ব্ৰহ্মাস্ত্ৰ। ভোটা হৈ পৰি আছে। নিশ্চয় তেখেতসকলৰ কিবা বিপদ হৈছে। গছবোৰ নাঙঠ। নদ-নদী শুকাই গ'ল। কি হৈছে। কোঁৱৰ, কুঁৱৰী। আপোনালোক ক'ত?

O/V(গছ) : আমি গছে কৈছো সাৰথি। মহাৰাজ উগ্ৰসেনে এৰি থৈ যোৱা ধনৰ টেকেলিৰ পৰা কুবেৰ কিংকৰৰ জন্ম হ'ল। কোঁৱৰহঁতক বন্দী কৰি লৈ গ'ল। কাৰণ অনংগ কোঁৱৰে আপোনাৰ ধেমালি বুলি ভাবি তাক টেকেলিৰ পৰা মুকলি কৰি দিছিল।

O/V(পাহাৰ) : আমাক বচাওক সাৰথি। আমি পাহাৰে কৈছো। আপুনিহে আমাক ৰক্ষা কৰিব পাৰিব।

সাৰথি : এৰা! নদীখনেও মোক ঠিক কথাই কৈছিল। জানানে অৰণ্যৰ বাসিন্দাবোৰ? কোঁৱৰহঁত এতিয়া ক'লৈ গৈছে? ক'ব পাৰা?

O/V(কোৰাচ) ঃ তেখেতসকলক কুবেৰ কিংকৰে পুষ্পকন্যাৰ বাগিচালৈ লৈ গৈছে। যাওঁতে কৌৱৰ-কুঁৱৰীয়ে আপোনাক কান্দি কান্দি বিচাৰিছিল।

সাৰথি ঃ যাওঁ। তেখেতসকলে মোক বিচাৰিছে যেতিয়া মই উদ্ধাৰ কৰিবই লাগিব। তাতে মহাৰাজ উগ্ৰসেনৰো মই বিশ্বাসী সাৰথি। অৰণ্যৰ বাসিন্দাবোৰ। তোমালোকে অলপমাত্ৰ ধৈৰ্য ধৰা। (চিঞৰি) পখীৰাজ—

সাৰথি যাব খোজে। স্থিৰ। ঘোঁৰাৰ মাত। তাৰ পিছত পদশব্দ। তাৰ ওপৰত সংগীত। দৃশ্যান্তৰ।)

### দ্বিতীয় দৃশ্য

(ফুলনি। বিভিন্নজন শিশু চৰিত্ৰ একোজোপা ফুল গছ। গীত গাই নাচিব।)

গীত (স্ব-ৰচিত)

ডালে পাতে ভৰি ফুলো
ধৰা ৰঙীণ কৰি তোলো।
আহি চোৱা কোন আছা
যদিও অবুজ আমাৰ ভাষা।।
বুকুৰ মিঠা।।
নিকা কৰা মনবোৰ
আঁতৰিব দুখবোৰ।
আমি আছো গীত গাই
মনত আমাৰ দুখ নাই।।
ৰঙা, বগা, নীলা
আৰু হালধীয়া
আমি অকণি ফুল।।

১ম ফুলগছ ঃ উস্। সখীসব। নাচি ভাগৰ লাগিছে। অলপমান কথাকে পাতো আহা।

২য় ফুলগছ ঃ কিয় সখী? পুষ্পকন্যা পাবৰ সময় হোৱা নাই জানো? গতিকে আমি মনে মনে থকাহে উচিত।

৩য় ফুলগছ ঃ মোৰ বৰ পিয়াহ লাগিছে। তেওঁ বাৰু আমালৈ জাৰীত শীতল পানী আনিবনে?

২য় ফুলগছ ঃ আনিব, আনিব। সদায়চোন আনেই।

৪ৰ্থ ফুলগছ ঃ লগত এটা ফুলতোলা কৰণিও অনিব; চাবাচোন।

১ম ফুলগছ ঃ ভালেই হ'ব দিয়া, ফুলৰ ভৰত মোৰ গাটো দোঁ খাই পৰিছে। তাই লৈ গ'লেহে শান্তি পাম।

৩য় ফুলগছ ঃ বেচেৰী পুষ্পকন্যালৈহে বেয়া লাগে। আমি দিয়া ফুলবোৰ হেনো তাই মন্দিৰৰ পূজাৰীজনক বেচি জীৱিকা চলাইছে।

২য় ফুলগছ ঃ এৰা, তাইলৈ দুখ লাগে। বেচেৰী পুষ্পকন্যা! আমাৰ ফুলৰ আৰ্জনেৰে তাই ৰুগীয়া দেউতাকৰ চিকিৎসা চলাইছে।

৫ম ফুলগছ ঃ বাইটিহঁত, কথা এটা সুধিব খুজিছো। অনুমতি দিবানে?

১ম ফুলগছ ঃ সোধা ভনীটি। অনুমতি কিয় লাগে। আমাৰ ফুলনি ৰাজ্যত সৰু-বৰ নাই বুলিচোন পুষ্পকন্যাই তাইৰ ভাটৌটোক কৈয়ে থাকে। শুনা নাই?

৩য় ফুলগছ ঃ সঁচা বয়সত তুমি সৰু হ'লেও তোমাৰ ফুলৰো মূল্য আছে।

৫ম ফুলগছ ঃ নহয় বাইটি, দাদাহঁত। ডাঙৰক সন্মান কৰিব লাগে। তেতিয়াহে পাছলৈ নিজে সন্মান পায়।

২য় ফুলগছ ঃ অকণি ফুলগছে সঁচা কথাই কৈছে।

৪র্থ ফুলগছ ঃ পাছে তোমাৰ কথাটোনো কি, নক'লা যে?

৫ম ফুলগছ ঃ আচলতে পুষ্পকন্যাৰ পিতাকৰনো কি হৈছে জানানে কোনোবাই? মই একো গম নেপাওঁ।

১ম ফুলগছ ঃ শুনা ভনীটি। পুষ্পকন্যাৰদেউতাকৰ টান নৰিয়া। উঠিবই নোৱাৰে। কোনোবা দিনা হয়তো স্বৰ্গী হ'ব। চিকিৎসা কৰিবলৈও বহু ধন লাগে।

২য় ফুলগছ ঃ আমি সকলোৰে যিমান পাৰো ফুল দি পুষ্পকন্যাক সহায় কৰা উচিত।

৩য় ফুলগছ ঃ সিদিনা পুষ্পকন্যাই মোৰ গাতে আঁওজি তাই ভাটৌটোক কৈ থকা শুনিছিলো। কবিৰাজে কৈছে বোলে তাইৰ দেউতাক হেনো এইবাৰ নেবাচে।

৪র্থ ফুলগছ ঃ দুখ লাগে দেহি! মাক নাইকিয়া ছোৱালী। মৰণ যে কিমান ভয়ানক! মোৰ বৰ ভয় লাগে।

বৃদ্ধ ফুলগছ ঃ শুনা মোৰ কণমানিহঁত। মই বুঢ়া গছ। অথনিৰে পৰা তোমালোকৰ কথা শুনিহে আছিলো। জন্মিলে মৰণ আছেই। তাক ভাবি জানো ভয় বা দুখ কৰা উচিত? মোৰ মৰণলৈতো বেছিদিন নাই। তাৰ বাবে জানো মই দুখ কৰি আছো? আচলতে পৃথিৱীখন কামৰ বাবেহে। ভাল কাম কৰিবলৈহে ভগৱানে আমাক জনম দিছে।

১ম ফুলগছ ঃ এৰা সখীসব। ককাই ঠিক কথাকেই কৈছে। এতিয়া আমি মৰণৰ কথা ভাবি দুখ বা ভয় কৰা অনুচিত। আমাৰ পুষ্পকন্যাক ফুল দিয়া কাম। তাকেহে ভালকৈ কৰিব লাগে।

২য় ফুলগছ ঃ মনে মনে থাকা। সৌৱা পুষ্পকন্যাই হাতত পানী আৰু কৰণি লৈ ভাটৌটোৰ লগত এইফালে আহিছে।

৩য় ফুলগছ ঃ উস্। মোৰ বৰ পিয়াহ লাগিছে।

৪র্থ ফুলগছ ঃ আজিচোন পুষ্পকন্যাই ইমান হাঁহি হাঁহি আহিছে!

২য় ফুলগছ ঃ তাইৰ দুখ পাহৰাই ৰাখিবলৈকে ভাটৌটোৱে তাইক কিবাকিবি কৈ হঁহুৱাই থাকে।

পুষ্পকন্যা ঃ তাৰপিছত কি হ'ল সখী?

সখী		তাৰ পিছত ৰাজকোঁৱৰে কুঁৱৰীক লৈ উৰা মাৰি গুচি গ'ল।
(দুয়ো খুউব হাঁহে।)

পুষ্পকন্যা : আৰু নক'বা সখী। পেট বিষাই গৈছে মোৰ। তুমি যে ইমান হঁহুৱাব পাৰা। উস্। অঁ (তৃতীয় ফুলগছ) এইজোপাৰ গুৰিটোচোন শুকাই গৈছে। ৰ'বা অলপ পানী দি দিওঁ। (পানী দিয়াৰ অভিনয়) সখী। মই অলপ ফুল তোলো। তুমি বহা। মন্দিৰৰ পূজাৰী কিজানি মোলৈ বৈ আছে। (বৃদ্ধ ফুলগছক) ইচ্ ৰাম, এই বুঢ়া ফুলগছজোপাৰ গুৰিটো বৰ লেতেৰা হৈছে। অলপ চিকুণাই দিওঁ ৰ'বা।

সখী : (সখীয়ে মাটিত পৰি থকা কিবাকিবি বুটলি বুটলি খায়) কিমাননো ফুল দিব এইজোপাই? অত বছৰ হ'ল। তোমাৰ দেউতাই এইজোপা নিজ হাতে ৰোৱা। মোৰ মনত আছে।

পুষ্পকন্যা : (কন্দনামুৱা) আমাৰ দেউতাৰ দৰে এইজোপা গছো মৰি যাব নেকি সখী? কোৱা—

সখী : ধেৎ! তুমি বৰ বেয়া হৈছা দেই। তুমি কিবা এদিন বুঢ়া নহ'বা নেকি? পৃথিৱীৰ নিয়মেই। কোনেও নেজানে যে কোন কেতিয়া মৰিব। এইবোৰ ভাবি জানো দুখ বা ভয় কৰি থাকিব লাগে? নেপায়। হাঁহিমুখে থাকিব লাগে। কৰা। অলপ চাফা কৰি দিয়া গছজোপাৰ গুৰিটো। (পুষ্পকন্যাই চাফা কৰে।)

বৃদ্ধ ফুলগছ : কণমানিহঁত। শুনিলানে? সখীয়ে পুষ্পকন্যাক কি কৈছে? মই কোৱাখিনিয়েই নহয়নে? মানুহে আমাৰ ভাষাৰ বুজি পোৱা হ'লে মই পুষ্পকন্যাকো এইখিনি কথাকেই ক'লোহেঁতেন।
(হঠাৎ বিজুলী-গাজনি। বতাহ।)

পুষ্পকন্যা : কি হ'ল সখী? হঠাৎচোন আকাশলৈ কলীয়া ডাৱৰ আহিল। ক'ৰ পৰা?

সখী : কিবা অমঙ্গল হ'ব যেন পাইছো। আৰে আৰে। চোৱা চোৱা।

পুষ্পকন্যা : কি?

সখী : সৌফালে, আকাশত। কোনোবা মানুহ উৰি আহিছে।

পুষ্পকন্যা : ক'তা? মই একো দেখা নাই।

সখী : সৌৱা দূৰৈত।

পুষ্পকন্যা : ওঁহো। কিনো দেখিলা তুমি?

সখী : ডাৱৰৰ সৈতে।

পুষ্পকন্যা : (ভালকৈ চাই) নাই। মিছা।

সখী : সঁচা। তোমালোকৰ মানুহৰ পথালি চকু যে, দেখা নোপোৱা।

পুষ্পকন্যা : তুমি চৰাই। তোমাৰ কথা সুকীয়া। কিন্তু মানুহেনো আকাশত কেনেকৈ উৰে সখী?

সখী : কি কথা? এইফালে আঙুলিয়াই আঙুলিয়াই সিহঁতে কিবা কথা পাতি আহিছে।

পুষ্পকন্যা : কোনোবা মায়াৱীৰ মায়া নেকি বাৰু?

সখী : সাৱধান পুষ্পকন্যা। কিবা অমঙ্গল হ'ব যেন পাইছো। সেয়া পালেহিয়েই।

পুষ্পকন্যা : মই কাকোৱেই দেখা নাই সখী।

সখী : সেইয়া, নামিলে। নামিলে মাটিত। আহিছে। এইফালে আহিছে।

পুষ্পকন্যা : কোনফালে?

সখী : আমাৰ ফালে। (অনংগ, কান্তা আৰু কুকি আহে। ফুলগছবোৰ বহি পৰে। জঁই পৰা বুজায়।)

পুষ্পকন্যা : ক'তা?

সখী : সৌৱা। এয়াচোন ৰাজকুমাৰ অনংগ কোঁৱৰ আৰু ৰাজকুমাৰী কান্তা। লগত আৰু এজন। (আঁঠু কাঢ়ি) মোৰ প্ৰণাম গ্ৰহণ কৰক ৰাজকোঁৱৰ, কুঁৱৰী। পুষ্পকন্যা; প্ৰণাম কৰা। প্ৰণাম কৰা।

পুষ্পকন্যা : তোমাৰ ভ্ৰম হৈছে নেকি সখী?

সখী : নহয়। সঁচাই কৈছো। প্ৰণাম কৰা।

কুকি : কি কথা? মোৰ মায়াচোন এই ভাটৌটোৰ চকুত নেখাটিছে!

কান্তা : মোৰ পুষ্পকন্যাৰ লগত খুউব খেলিবলৈ মন গৈছে। তাইক আমাক দেখা কৰাই দিয়ানা কুকি।

অনংগ : অঁ কুকি। ইমান সুন্দৰ ফুলনি! নেখেলাকৈনো কেনেকৈ থাকো?

কুকি : ঠিক আছে। মই বাৰু প্ৰথমতে তোমালোকৰ কথামতে মানৱ ৰূপ ঘূৰাই দিম। তাৰ পিছত কিন্তু তোমালোকে মোৰ কথা শুনিব লাগিব।

কুকি : শুনিবানে?

অঃ+কাঃ : শুনিম কুকি।

কুকি : ঠিক আছে। (মায়া) হ্ৰীং ক্ৰিং ফুঃ। অঁ মাতা এতিয়া পুষ্পকন্যাক।

অঃ+কাঃ : পুষ্পকন্যা (পুষ্পকন্যাই দেখাৰ অভিনয় কৰি প্ৰণাম কৰে।)

পুষ্পকন্যা : অঁ— আপোনালোক! মোৰ শ্ৰদ্ধা ল'ব।

অনংগ : হ'ব উঠা পুষ্পকন্যা।

কান্তা : সখী উঠা।

সখী : মই কোৱা নাছিলোনে পুষ্পকন্যা?

কান্তা : কুকি। তোমাৰ মায়াই সখীক যে একো কৰিব নোৱাৰিলে?

কুকি : এনেই অহা নাই। কাম আছে।

পুষ্পকন্যা : আহক। এইখন চাওক। আপোনালোকৰ আশীৰ্বাদত গঢ়ি উঠা মোৰ সৰু ফুলনি।

কান্তা : চোৱা কুকি; সৌবোৰ কিমান ধুনীয়া ধুনীয়া ৰঙৰ ফুলগছ!

কুকি : অনংগ, কান্তা! তোমালোকে খেলা-ধূলা যি কৰা কৰি লোৱা। তাৰ পিছত কিন্তু মোৰ কাম কৰিব দিব লাগিব।

অনংগ ঃ তুমি নেখেলা?

কুকি ঃ মোৰ খেল শেহতীয়া।

কান্তা ঃ তুমি ফুলনিত **খেলি** বেয়া পোৱা?

কুকি ঃ অকল খেলি কিয়? ফুলনিয়েই মোৰ বেয়া লাগে।

পুষ্পকন্যা ঃ কি আচৰিত! আজি প্ৰথম মই ফুল বেয়া পোৱা মানুহ দেখিছো।

সখী ঃ ই মানুহ নহয়। পুষ্পকন্যা।

কুকি ঃ চুপ্ (সখীক)। তোমাক মই চাই আছো।

কুকি ঃ কোঁৱৰ-কুঁৱৰী। মই কিন্তু এতিয়াই এই গছবোৰক সিহঁতৰ ফুল-পাতবোৰ সৰাবলৈ আদেশ দিম। মোৰ খং উঠিছে।

কান্তা ঃ তেনেকুৱা নকৰিবা কুকি। এই গছ ফুল বেচিয়েই বেচেৰী পুষ্পকন্যাই ৰুগীয়া দেউতাকক শুশ্ৰূষা কৰিছে।

অনংগ ঃ সঁচা কুকি। তাইৰ দেউতাক দুৰাৰোগ্যত ভুগিছে।

পুষ্পকন্যা ঃ ফুলনিখন যদি বেয়া পাইছে; তেনেহ'লে আহক। সৌ ওখ শিলটোৰ ওপৰলৈ যাওঁ। তাৰ পৰা সুন্দৰ ঝৰ্ণা এটা দেখা পাব।

কান্তা ঃ ব'লা কুকি।

কুকি ঃ মই নেযাওঁ।

অনংগ ঃ তুমি কিয় ইমান খং খাইছা? ব'লা, ভাল লাগিব।

পুষ্পকন্যা ঃ এবাৰ মাত্ৰ চাই লওক। আহক।

সখী ঃ নিনিবা পুষ্পকন্যা। মই গম পাইছো। ই মানুহ নহয়। ভূত। দেখিছানে-তোমাৰ ফুলনিখন কেনেকৈ জঁয় পৰি গৈছে?

কুকি ঃ বনৰ পখী। মানুহৰ লগ পাই নিজকে মানুহ বুলি ভাব?

পুষ্পকন্যা ঃ (ভয়) ভূত?

অনংগ ঃ ভয় কৰিব নেলাগে। আমি আছো। এওঁ আমাৰ বন্ধু।

কান্তা ঃ একো নকৰে। আমাৰ লগতে তোমাৰ বাগিচাৰ ঝৰ্ণাটো চাব আৰু গুচি যাব।

অনংগ ঃ আমিও গুচি যাম।

পুষ্পকন্যা ঃ আপোনালোক ভূতৰ লগৰীয়া?

কুকি ঃ এনেয়ে চাই গুচি যাবলৈ মই তোমালোকক ইয়ালৈ অনা নাই। তোমালোকক মানৱ ৰূপ দিয়েই ভুল কৰিলো।

কান্তা ঃ বাদ দিয়ানা খংবোৰ। আহা। পুষ্পকন্যা। তুমিও আহা। ভয় খাব নেলাগে। কুকি এজন ভাল ভূত।

কুকি ঃ ব'লা, ব'লা তেনেহ'লে। কি দেখুৱাব জনা আছে।

(কান্তাৰ এহাতে পুষ্পকন্যা আৰু অন্যহাতে কুকি। কুকিৰ কাষত অনংগ আৰু পুষ্পকন্যাৰ কাষত সখী। সকলোৱে মঞ্চ এৰে। ফুলগছবোৰে মূৰ তোলে।)

১ম ফুলগছ : সখীসব, কি হ'ব এতিয়া আমাৰ? মোৰ হ'লে বৰ ভয় লাগে।

২য় ফুলগছ : ককা, ককা। কিবা এটা উপায় দিয়ক না।

৩য় ফুলগছ : কুবেৰ কিংকৰে যদি আমাৰ ফুল-পাতবোৰ সৰাবলৈ আদেশ কৰে, কি কৰিম?

বৃদ্ধ ফুলগছ : তাৰ কথা আমি শুনিবই লাগিব কণমানিহঁত।

১ম ফুলগছ : তেনেহ'লেচোন আমাৰ লগতে পুষ্পকন্যাৰ ৰুগীয়া বাপেকো স্বৰ্গী হ'ব।

৫ম ফুলগছ : ককা, ককা। কুবেৰ কিংকৰৰ কথা নুশুনিলেনো কি হ'ব?

বৃদ্ধ ফুলগছ : আমাক তাৰ অপশক্তিৰে জ্বলাই পেলাব।

৩য় ফুলগছ : এই ফুলনিখন মৰুভূমি হৈ যাব।

৪ৰ্থ ফুলগছ : পুষ্পকন্যাই কিজানি কান্দি কান্দি মৰি থাকিব।

বৃদ্ধ ফুলগছ : ৰজা উগ্ৰসেনৰ ধনৰ টেকেলিৰ পৰা তাৰ মানে কুবেৰ কিংকৰ মুক্ত হ'ল।

২য় ফুলগছ : কেনেকৈ ককা?

বৃদ্ধ ফুলগছ : বোধকৰো অনংগ কোঁৱৰহঁতৰ কিবা ভুল হ'ল।

১ম ফুলগছ : উপায় আছেনে?

বৃদ্ধ ফুলগছ : এটাই আছে।

সকলো : কি ককা?

বৃদ্ধ ফুলগছ : কোঁৱৰহঁতৰ সাৰথিক পাব লাগিব। কুবেৰ কিংকৰে পৃথিৱীৰ এটাকেই ভয় কৰে, সি হৈছে সাৰথি।

৪ৰ্থ ফুলগছ : আপুনি ইমানবোৰ কথা কেনেকৈ জানিলে?

বৃদ্ধ ফুলগছ : আজিৰ কুবেৰ কিংকৰৰ দৰে আগতেও মই বহুবাৰ ভূত লগ পাইছো। তোমালোকৰ তেতিয়া জন্মই হোৱা নাছিল। ধনৰ পৰা জনম পোৱা ভূত। সকলোৰে ভয়ৰ কাৰণ। আগৰ প্ৰতিবাৰতেই আমাক সাৰথিয়েহে ৰক্ষা কৰি আছে।

১ম ফুলগছ : ৰ'বা ককা। সৌৱা তেওঁলোক আকৌ আহিছে।

(কুকিৰ পাছে পাছে সকলো মূল মঞ্চলৈ। ফুলগছবোৰে পুনৰ তলমূৰ কৰি বহি পৰে।)

কুকি : আহ! ইমান সুন্দৰ মোৰ সহ্য হোৱা নাই। ইমান সময়ে ইয়াত ধৈৰ্য ধৰি থকাটো মোৰ কাৰণে অসম্ভৱ হৈ পৰিছে। মই যি কামৰ বাবে কোঁৱৰহঁতক ইয়ালৈ আনিছো, সেই কাম এতিয়াও সম্পূৰ্ণ হোৱা নাই।

কান্তা : কি হ'ল কুকি? ঝৰ্ণাটো চাই বেয়া পালা?

কুকি : ঝৰ্ণা শুকাব লাগিব। তাৰ বুকুৰ মণি-মুকুতাবোৰ মোক লাগে।

পুষ্পকন্যা : এওঁ কিয় এনেকুৱা কৰিছে?

সখী ঃ মই নকৈছোনে পুষ্পকন্যা। ই এটা চয়তান ভূত। (মন্দিৰৰ ঘণ্টা)

কুকি ঃ কি হৈছে?

সখী ঃ পুষ্পকন্যা। পূজাৰী আহি মন্দিৰ পালেহিয়েই।

পুষ্পকন্যা ঃ অঁ - সখী। আপোনালোকে কোঁৱৰ, কুঁৱৰী খন্তেক ৰওক। মই মোৰ কামখিনি কৰি আহোঁগৈ।

কান্তা ঃ যোৱা পুষ্পকন্যা। পূজাৰী তোমাৰ ফুলৰ বাবে বৈ আছে।

সখী ঃ পলম নকৰিবা। মই আছো। যোৱা।
(পুষ্পকন্যাই দুপাহমান ফুল কৰণিত লৈ মূল মঞ্চৰ পৰা প্ৰস্থান কৰে।)

কুকি ঃ তাই গ'ল ভালেই হ'ল। এতিয়া মোৰ কথামতে কাম হ'ব।

সখী ঃ এই চয়তানে আপোনালোকক কি কামত লগাব, মই তাক জানো। নুশুনিব কোঁৱৰ-কুঁৱৰী। ই সুন্দৰৰ শত্ৰু।

কুকি ঃ সখী তাই বহুত বাঢ়ি গৈছে।

সখী ঃ তোৰ কথামতে চলিবলৈ এখেতসকল তোৰ গোলাম নহয়।

কুকি ঃ হ'ব লাগিব।

অঃ+কা ঃ কুকি—

কুকি ঃ অঁ - নেপাহৰিবা। তোমালোক মোৰ হাতত বন্দী।

সখী ঃ কথা শুনিবলৈ কোঁৱৰ-কুঁৱৰীৰ সাৰথি আছে।

কুকি ঃ এতিয়া মই এওঁলোকৰ সাৰথি।

সখী ঃ নহয়। তই এটা সাধাৰণ ধনৰ পৰা জনম লোৱা ভূত।

কুকি ঃ যুদ্ধ বিচাৰিছা?

সখী ঃ দৰকাৰ হ'লে কৰিব লাগিব।

কুকি ঃ সাধাৰণ চৰাই এটাৰ মুখত ইমান ডাঙৰ ডাঙৰ কথা? ঠিক আছে। ৰক্ষা কৰা নিজকে।

কান্তা ঃ কুকি - যুদ্ধ নকৰিবা। মোৰ ভয় লাগে।

অনংগ ঃ বাদ দিয়া সখী। কুকিৰ বহুত মায়া আছে। মোৰ ব্ৰহ্মাস্ত্ৰ ভোটা হৈ গ'ল।

সখী ঃ মোক বাধা নিদিবা কোঁৱৰ। মই জানো যে মই মৰিম। কিন্তু বীৰৰ দৰেহে। সি আপোনালোকৰ হতুৱাই এই ফুলনিখন শেষ কৰি দিব। গতিকে মই প্ৰাণ দি হ'লেও এইখন ৰক্ষা কৰিব লাগিব।

কুকি ঃ আহ তেনেহ'লে মূৰ্খ চৰাই। তোৰ অহংকাৰৰ পাখি কাটি দিওঁ।
(ভাওনাৰ আৰ্হিত কুকি আৰু সখীৰ যুদ্ধ। অনংগ-কান্তা বহি পৰে ভয়ত। শীৰ্ষাবস্থাত কুকিয়ে হ্ৰীং ক্ৰিং ফুঃ বুলি চিঞৰি উঠে। সখী স্থিৰ হৈ বহি পৰে। কুকিৰ অট্টহাস্য।)

কান্তা ঃ কি কৰিলা কুকি? সখী হঠাতে নিমাত হৈ গ'ল কিয়?

অনংগ : সখীক তুমি মাৰি পেলালা?

কান্তা : নোকোৱা কিয়? (কান্দে) বুজিছো, তুমি সখীক মাৰি পেলালা।

কুকি : নাই মৰা কুঁৱৰী। সখী জীয়াই আছে। সি আমাক ঠিকেই দেখি আছে।

কান্তা : তেনেহ'লে লৰিব নোৱাৰে কিয়? মাতিব নোৱাৰে কিয়?

কুকি : সি এতিয়া চিৰকাললৈ মোৰ হাতত বন্দী। মোক কোনোবাই বন্দী নকৰালৈকে তাৰ মুক্তি নহয়। সখী শিল হৈ গ'ল।

অনংগ : (কান্দি) তুমি বৰ নিষ্ঠুৰ।

কান্তা : কুকি। তুমি তাক কিয় শিলৰ মূৰ্তি বনাই পেলালা?

অনংগ : সখী সখী। সেয়া সখীয়ে মাতিব নোৱাৰে।

কান্তা : তুমি ইমান ভয়ানক। কুকি, ব'লা আমি ইয়াৰ পৰা যাওঁগৈ।

কুকি : ওঁহো। ইমান সোনকালে নহয় কুঁৱৰী। বহুত কাম বাকী আছে। এই ফুলনিৰ গছ-লতা এতিয়াও সেউজীয়া হৈ আছে। ফুলৰ ৰঙে, গোন্ধে মোক আমনি কৰি আছে।

অনংগ : হ'ব কুকি। বহুত হ'ল।

কুকি : একো হোৱাই নাই। শুনা অনংগ। মই যি কামৰ বাবে তোমালোকক ইয়ালৈ আনিছিলো, সেই কাম এতিয়াও কৰা হোৱা নাই।

কান্তা : কি কাম?

কুকি : অতি সহজ কাম।

অনংগ : তাৰ পিছত আমি যামগৈ?

কুকি : অঁ - যামগৈ।

অনংগ : তেনেহ'লে কোৱা সোনকালে।

কুকি : এই ফুলনিৰ প্ৰতিজোপা ফুল গছ এতিয়াই উঘালি পেলোৱা।

অঃ+কান্তা : কুকি? (স্থিৰ দৃষ্টি)

কুকি : মোৰ ফালে তেনেকৈ চাবলৈ কি আছে। মই যি কৰিবলৈ কৈছো নকৰা কিয়?

অনংগ : ফুল উঘালিলে পাপ হয়।

কান্তা : আয়ে আমাক মানা কৰে।

অনংগ : তুমি আমাক এই কাম কৰিবলৈ নিদিবা।

কুকি : কৰিব লাগিব।

কান্তা : আমি নোৱাৰো।

কুকি : পাৰিব লাগিব।

৪ৰ্থ ফুলগছ : কুবেৰ কিংকৰ, আমাক নেমাৰিবা।

১ম ফুলগছ : জীয়াই থাকিবলৈ দিয়া।

কুকি : মই মুকলি হ'লো যেতিয়া তহঁত সকলোবোৰ মোৰ হাতত বন্দী।
(সকলো ফুলগছে বিলাপ কৰি কান্দে।)

কান্তা : চোৱা কুকি, ফুলগছবোৰে কিমান দুখ কৰিছে। মই সিহঁতৰ সকলো কথা শুনিছো।

অনংগ : ময়ো শুনিছো।

কুকি : সেয়া মোৰ মায়াৰ বাবেহে।

অনংগ : আনকি সৌৱা, সখীৰ চকুতো চকুপানী।

কুকি : আহা কুঁৱৰী, কোঁৱৰ। নকৰা কিয় সোনকালে? উঘালি পেলোৱা সকলোবোৰ। নহ'লে মোৰ শাস্তি ল'বলৈ সাজু হোৱা। (হাত এখন দাঙে)
(ভয়ত অনংগ আৰু কান্তাই চকু মুদি সকলোবোৰ ফুলগছ উঘালি পেলায়। ফুলগছবোৰে চিঞৰি চিঞৰি এক বিশেষ ভংগীত মাটিত পৰি ৰয়। কুকিৰ অট্টহাস্য। অনংগ-কান্তাৰ কান্দোন।)

কুকি : চোৱা-চোৱা। পৃথিৱীখন কিমান সুন্দৰ হৈ পৰিল। সকলো চাফা হৈ গ'ল।

কান্তা : তুমি ভূত। আমাৰ সৈতে বন্ধুত্ব পাতি আমাকেই ইমান বেয়া কামবোৰ কৰিবলৈ দিছা।

অনংগ : ইমান ধুনীয়া ফুলনিখন আমি কেনেকৈ শেষ কৰি দিলো। আমি পাপী।

কুকি : কান্দি সময় নষ্ট নকৰিবা। নিশা হ'বলৈ আৰু এক প্ৰহৰহে বাকী আছে। ব'লা ইয়াৰ পৰা।

অনংগ : ব'লা কান্তা। কুকিৰ নহ'লে আকৌ খং উঠিব।

কান্তা : ক'লৈ যাম?

কুকি : তোমালোকৰ বাবে এখন সুন্দৰ ঠাইলৈ।

অনংগ : আমি তাৰমানে সকলোতে বেয়া কামবোৰ কৰি যাব লাগিব?

কুকি : সেয়া মোৰ কথা। তোমালোকে মাত্ৰ মোৰ কথামতে গধূলি নোহোৱালৈকে মই ভালপোৱা কাম কৰি যাব লাগিব। মই থাকিলে মানুহো ভূত হ'বলৈ বাধ্য হ'ব লাগিব। ব'লা- কথা চোবোৱাৰ সকাম নাই।

অনংগ : ক'লৈ?

কুকি : নিশাহৰ তালৈ। আহা, মোৰ হাতত ধৰা। (অনংগ, কান্তাক দুহাতে ধৰি) ব'লা। হ্ৰীং ক্ৰিং ফুঃ।
(তিনিওৰে পোহৰৰ সৈতে প্ৰস্থান। সংগীত।)

১ম ফুলগছ : (শেহাই) ককা, বাচি আছেনে?

বৃদ্ধ ফুলগছ : আছো কণমানিহঁত।

২য় ফুলগছ : আমি কি পাপ কৰিছিলো ককা?

৩য় ফুলগছ : উস্ মোৰ উশাহ বন্ধ হৈ যাব এতিয়া।

৪ৰ্থ ফুলগছ : কি বিষ!

৫ম ফুলগছ : মই মৰি থাকিম এতিয়া?

বৃদ্ধ ফুলগছ : মৰিব লাগে মই। নিয়তিৰ বিধান মৰিবলৈ ওলাইছো সকলোৱে।
(পুষ্পকন্যা আহে। হাতত মন্দিৰৰ প্ৰসাদ।)

পুষ্পকন্যা : কোঁৱৰ, কুঁৱৰী। চাওক, মই এয়া মন্দিৰৰ পৰা প্ৰসাদ লৈ আহিছো। (থমকি ৰৈ চাৰিওফালে চাই) কোনে কৰিলে? (চক্ খায়। হাতৰ থাল মাটিত সৰি পৰে। ফেঁকুৰে।) সখী! ক'লৈ গ'লা সখী? (সখীৰ ওচৰলৈ গৈ) সখী, নোকোৱা কিয়। কোনে কৰিলে এইবোৰ? এয়াচোন সখী নহয়। শিলৰ মূৰ্তি। শিলৰ মূৰ্তিৰ গাত তেজ! চকুত চকুপানী। কি হৈছে এইবোৰ? হে ভগৱান! মোক মাৰি নেপেলোৱা কিয়? কোনে কৰিলে? বুজিছো, ৰাজকোঁৱৰহঁতৰ কাম। (ঘোঁৰাৰ পদশব্দ)

পুষ্পকন্যা : (আতংক) কোন্? সেয়াচোন ৰজাৰ ৰথ। কোন আছা মোক বচোৱা। (ঘোঁৰাৰ পদশব্দ বাঢ়ি আহে।) কোন আছা, মই পুষ্পকন্যাই মাতিছো। বচোৱা মোক। কোন আছা...
(মঞ্চলৈ সাৰথি। হাতত চাবুক।)

সাৰথি : ৰ'বা পুষ্পকন্যা।

পুষ্পকন্যা : কোন? কি লাগে। ভূত। নিশ্চয় ভূত।

সাৰথি : মই ভূত নহওঁ পুষ্পকন্যা। মই কোঁৱৰহঁতৰ সাৰথি।

পুষ্পকন্যা : নহয়, তই ভূত। মই বুজিছো। তই ভূত।

সাৰথি : মই সকলোৱে ভালৰ কাৰণেই আহিছো। মোক তুমি চিনা নাই?

পুষ্পকন্যা : কি ঠিক? ভূতৰ একো বিশ্বাস নাই। সি মায়াৱী।

সাৰথি : কুবেৰ কিংকৰে পৃথিবীৰ সকলোৰে ৰূপ ল'ব পাৰিলেও মোৰ ৰূপ ল'ব নোৱাৰে। কোৱা কোঁৱৰহঁত ক'ত?

পুষ্পকন্যা : নেজানো। চোৱা সাৰথি। অনংগ কোঁৱৰহঁতে মোৰ বাগিচাখন কেনেকৈ মৰিশালি বনাই পেলালে।

সাৰথি : মোৰ বিশ্বাস এয়া নিশ্চয় কুবেৰ কিংকৰৰ কাম। কোঁৱৰহঁতে এনে কাম কেতিয়াও নকৰে। সাধাৰণ এটা ভুলৰ বাবেই কোঁৱৰহঁত আজি কুবেৰ কিংকৰৰ হাতত বন্দী হ'ল। অৰণ্যই মোক এই কথা কৈ পঠিয়াইছে।

পুষ্পকন্যা : মোৰ ফুলনিখনৰ কি হ'ব এতিয়া?

সাৰথি : হ'ব পুষ্পকন্যা। ধৈৰ্য ধৰা। তেখেতসকলক ভূতৰ হাতৰ পৰা মই ৰক্ষা কৰিব পাৰিলেই সকলো হ'ব। মই ভূতটোক হত্যা কৰিম তেতিয়াৰ পৰাই সকলো আগৰ দৰেই হৈ উঠিব। চিন্তা নকৰিবা। মই আছো। তোমালোক সকলোৰে সাৰথি।

পুষ্পকন্যা : চোৱা সাৰথি। সখীও শিল হৈ গ'ল। সৌৱা—

সাৰথি ঃ এই সকলোবোৰ ভূতটোৰেই কাম। আহোতে বাটত দেখি আহিছো। তোমাৰ মৰমৰ ঝৰ্ণাটি শুকাই আছে।

পুষ্পকন্যা ঃ কি?

সাৰথি ঃ অঁ। তাৰ বুকুৰ মণি-মুকুতাবোৰ নাই। সি সকলো লুটি নিলে।

বৃদ্ধ ফুলগছ ঃ সাৰথি - আমাক বচোৱা।

১ম ফুলগছ ঃ বৰ বিষ। নহ'লে আমি কিজানি মৰি থাকিম।

সাৰথি ঃ এৰা ফুলবোৰ। মই তোমালোকৰ দুখ দেখিছো। তোমালোকক কেতিয়াও মৰিব নিদিওঁ।

পুষ্পকন্যা ঃ তুমি তেনেকৈ কাৰ লগত কথা পাতিছা?

সাৰথি ঃ তোমাৰ বাগিচাৰ ফুলগছবোৰৰ লগত।

পুষ্পকন্যা ঃ ইহঁত তাৰমানে জীয়াই আছে।

সাৰথি ঃ আছে। থাকিব লাগিব।

পুষ্পকন্যা ঃ সখীৰ সৈতে তুমি কথা পাতিব পাৰিবা?

সাৰথি ঃ পাৰিম। ভূতৰ মায়াৰ বাবে তোমালোকৰ চকুত সখী নিমাত ঠিকেই। কিন্তু সখীৰ ভাব-ভাষা মই সকলো বুজি পাম। সি মোৰ লগত কথা পাতিব। ৰ'বা— কোৱা সখী। কুবেৰ কিংকৰহঁত কেনি গ'ল? (সখী আৰু সাৰথিয়ে কেৱল মুখ লৰাব। সংগীত।)

সাৰথি ঃ ঠিক আছে তেনেহ'লে। দেখা যাব। শুনা পুষ্পকন্যা। কুবেৰ কিংকৰৰ মৃত্যুৰ লগে লগে সখীয়ে আগৰ ৰূপ ঘূৰাই পাব। যাওঁ। সিহঁত এতিয়া 'নিশাহ'ৰ তালৈ গৈছে। মই বিচাৰি তাক হত্যা কৰিম।

পুষ্পকন্যা ঃ ময়ো যাম তোমাৰ লগত।

সাৰথি ঃ কিয়?

পুষ্পকন্যা ঃ মই তাৰ মৃত্যু চাব বিচাৰো। নহ'লে যে মই শান্তি নেপাম। মোক লৈ ব'লা।

সাৰথি ঃ তাত যে আমাৰ যুদ্ধ হ'ব।

পুষ্পকন্যা ঃ ময়ো যুদ্ধ কৰিম দৰকাৰ হ'লে। সি সকলোৰে শত্ৰু।

সাৰথি ঃ ব'লা তেনেহ'লে। পখীৰাজে এতিয়াই আমাক 'নিশাহ'ৰ তালৈ লৈ যাব। সি ইচ্ছা কৰিলে পোহৰতকৈও বেগাই যাব পাৰে। পখীৰাজ—
(মঞ্চৰ সকলো স্থিৰ। ঘোঁৰাৰ মাত। ঘোঁৰাৰ পদশব্দ। তাত সংগীত। দৃশ্যান্তৰ।)

## তৃতীয় দৃশ্য

(মঞ্চত ৰজা, ৰাণী, পখিলা, পৰী, বৃদ্ধ, আদিবাসী, কুঁৱৰী, প্ৰজা আজি বিভিন্ন ধৰণৰ পুতলা। নিম্নৰ গীতৰ তালে তালে সকলোৱে নৃত্য কৰিব।)

গীত (স্ব-ৰচিত)—

নাচ পুতলা নাচ।
দেহা ভাঙি নাচ
মানুহৰ দৰেই দে ভাল লগা ভাঁজ
নাচ পুতলা নাচ
হাত দাঙি, মূৰ তুলি জঁপিয়াই নাচ।।

হাঁহি ৰ'ব মানুহে
পাহৰিব দুখ।
তীৰ বেগে বব
মলয়া সোঁত।। নাচ পুতলা নাচ।।

খেনো মৰে কান্দি কান্দি
খেনো মৰে হাঁহি।
একা বেঁকা পথেৰে জীৱন চলে।
আহৰি নিদিবি ভাবিবলে।।
নাচ পুতলা নাচ।।

(হঠাৎ ৰজা পুতলাৰ সংলাপত সকলোৱে নাচোন বন্ধ কৰে।)

ৰজা পুতলা ঃ ৰ'বা, ৰ'বা পুতলাসব। নৃত্য বন্ধ কৰা। মই ৰজা পুতলাই আদেশ কৰিছো।

প্ৰঃপুতলাবোৰ ঃ কিয় মহাৰাজ? আমি যে নাচৰ পুতলা।

ৰাজ পুতলা ঃ মোৰ ভাগৰ লাগিছে।

পখিলা পু ঃ কিন্তু নাচি যে আমাৰ ভাল লাগিছে মহাৰাজ!

ৰজা পু ঃ হ'লেও নোৱাৰা এতিয়া।

পৰী পু ঃ কিয় মহাৰাজ? ইমান দিনৰ পিছত মুকলিকৈ নাচিবলৈ পাইছো। বন্ধ নকৰিব!

ৰজা পু ঃ তোমালোকে মোৰ কথা শুনা উচিত। মই সকলোতকৈ দামী আৰু ৰজা পুতলা।

কুঁৱৰী পু ঃ মই কুঁৱৰী পুতলাই কৈছো মহাৰাজ। মই অতি ক্লান্ত। হ'লেও মই নাচিব বিচাৰো।

ৰাণী পু ঃ মহাৰাজে এটা ভুল চিন্তা কৰি আছে। আদেশ পালে ভাঙি দিব পাৰো।

ৰজা পু ঃ কোৱা ৰাণী। পুতলা সমাজৰ তুমি মহাৰাণী। তোমাক কিয় আদেশ নিদিম?

ৰাণী পু : জন্মৰে পৰাই আমি সকলোৱে আপোনাক ৰজা মানি আহিছো। কিন্তু সেই বুলিয়েই জানো আপুনি দামী পুতলা?

ৰজা পু : এৰা ৰাণী। মই সকলোতকৈ দামী পুতলা।

আদিবাসী পু : মহাৰাজৰ ভুল গৈছে।

ৰজা পু : কোন সেইটো?

আদিবাসী পু : মই আদিবাসী পুতলাই কৈছো মহাৰাজ।

ৰজা পু : কিয় তেনেকৈ ক'বি?

পৰী পু : আপুনি এজন জ্ঞানী ৰজা। প্ৰজাৰ কথা কোৱাৰ অধিকাৰ আছে বুলিচোন আপুনিয়েই আমাক কৈছিল।

ৰজা পু : হওঁতে হয়। বাৰু আদিবাসী, তোৰ কথাৰ সত্যতা প্ৰমাণ কৰ।

আদিবাসী পু : সিদিনা এজন গ্ৰাহকৰ সৈতে নিশাহতে কথা পতা মই দেখিছিলো কাৰণেহে কৈছো।

ৰাণী পু : নিশাহে কি কৈছিল?

আদিবাসী পু : ক'বলৈ টান পাইছো।

পখিলা পু : কিয়? অলপ আগতে পৰী পুতলাই কোৱা শুনা নাই? ভয় কৰিব নেলাগে। কোৱা। কথা কোৱাৰ অধিকাৰ আমাৰ আছে।

ৰাণী পু : অঁ - কোৱা আদিবাসী।

আদিবাসী পু : নিশাহে কৈছিল; আমাৰ মাজত আটাইতকৈ দামী পুতলা হ'ল এই পৰীহে।

ৰজা পু : উস্ - অপমান নেকি?

বৃদ্ধ পু : নহয় মহাৰাজ। ময়ো শুনিছিলো। পৰীক বনাওঁতে হেনো নিশাহৰ বহু ধন খৰচ হৈছিল। বহু সময়, বহু শ্ৰম।

ৰজা পু : মিছা কথা বৃদ্ধ। মই নিশাহৰ নিজ মুখৰ পৰা এই কথা শুনিব বিচাৰিছো। মই তাক সুধিব লাগিব।

ৰখীয়া পু : কিন্তু নিশাহৰ সৈতে আপুনি কথা পাতিব কেনেকৈ? তেওঁ যে মানুহ।

ৰজা পু : তই চুপ ৰখীয়া। নিজৰ কাম কৰ।

পখিলা পু : হয় মহাৰাজ, সি ঠিকেই কৈছে। আমি মানুহৰ কথা শুনি-বুজি পালেও মানুহেযে আমাৰ কথা শুনি নেপায়। গতিকে বুজাব কেনেকৈ?

বৃদ্ধ পু : এৰা, পুতলা নহৈ মানুহ হোৱা হ'লে মোৰ শৈশৱ পালোহেঁতেন, যৌৱন পালোহেঁতেন। চিৰবৃদ্ধ হৈ বৰ কষ্ট পাইছো।

ৰাণী পু : দুখ নকৰিবা আতা। যৌৱনত মানুহৰ অহংকাৰ হয়। গতিকে যৌৱন নহাই ভাল।

আদিবাসী পু : মোৰোতো এজন ৰজা হ'বলৈ মন যায় আতা।

ৰজা পু : তই বহু বাঢ়ি গৈছ আদিবাসী।

আদিবাসী পু ঃ ইটো অসম্ভৱ মহাৰাজ।

ৰজা পু ঃ মুখখন আছে বুলিয়েই যিহকে-তিহকে নক'বি।

কুঁৱৰী পু ঃ মহাৰাজ। আপোনাৰ অবিহনে মহাৰাণী আৰু মোৰ যেনেকৈ মানুহৰ বজাৰত মূল্য নাই— একেদৰে আপোনাৰো।

ৰজা পু ঃ বুজি নেপালো।

ৰাণী পু ঃ আপুনি জ্ঞানী ৰজা হৈ কুঁৱৰীৰ এই সাধাৰণ কথাষাৰকে বুজি পোৱা নাইনে? তাই ঠিকেই কৈছে- বজাৰত মানুহে আপোনাক অকলে কেতিয়াও নিকিনে।

ৰজা পু ঃ মিছা কথা।

পৰী পু ঃ সঁচা কথা।

ৰজা পু ঃ মই বিশ্বাস নকৰো।

ৰাণী পু ঃ কিন্তু সেই বুলিতো আমি আপোনাক কেতিয়াও হীন বুলি ভবা নাই!

বৃদ্ধ পু ঃ এৰা। কাৰণ, যিমান হ'লেও আপুনি আমাৰ পুতলা সমাজৰ ৰজা।

কুঁৱৰী পু ঃ মোৰ পিতৃ।

পখিলা পু ঃ কুঁৱৰী বৰ ভাগ্যবান। আমাৰ সমাজত কেৱল তোমাৰহে পিতৃ আছে। বাকী কাৰোৰেই নাই।

কুঁৱৰী পু ঃ কিয় পখিলা। নিশাহে জানো আমাৰ সকলোৰে পিতৃ নহয়?

পখিলা পু ঃ এৰা - তুমি কোৱাটো হয়।

পৰী পু ঃ নিশাহক আমি সন্মান কৰিব লাগে। কাৰণ তেওঁ শিল্পী।

আদিবাসী পু ঃ এটা বৰ বেয়া খবৰ আছে মহাৰাজ।

ৰজা পু ঃ আকৌ কি ক'বি?

আদিবাসী পু ঃ মই সঁচা কথাহে ক'ম মহাৰাজ!

ৰজা পু ঃ তেনেহ'লে কি?

আদিবাসী পু ঃ নিশাহে আপোনাৰ দৰে আৰু এজন ৰজা বনাইছে।

ৰজা পু ঃ (হাঁহি) এইটো আকৌ কেনেকৈ বেয়া খবৰ হ'ব পাৰে? দেখিলা মহাৰাণী। বজাৰত ৰজা পুতলাৰ দাম আছে বাবেই নিশাহে আৰু এজন ৰজা বনাবলৈ আগবাঢ়িছে।

ৰাণী পু ঃ নহয় মহাৰাজ। আপোনাৰ ধাৰণা ভুল।

ৰজা পু ঃ তাৰমানে?

ৰাণী পু ঃ আদিবাসীয়ে কোৱা বেয়া খবৰটো সঁচা। মই কোৱাহে নাছিলো। কিজানি আপুনি দুখ পায়?

ৰজা পু ঃ কি?

ৰাণী পু ঃ বজাৰত মানুহে আপোনাৰ দাম নিদিয়ে বাবেহে নিশাহে এজন ৰজা বনাইছে নতুন চিন্তৰে।

পৰী পু : ৰাণী বা কুঁৱৰী বনোৱা নাই কিন্তু। কেৱল মাত্ৰ এজন ৰজাহে।

পখিলা পু : কথাটো সঁচা।

কুঁৱৰী পু : মহাৰাণী আৰু কুঁৱৰী হিচাবে আমিয়েই নতুন ৰজাৰ লগত হেনো থাকিব লাগিব।

ৰজা পু : তাৰমানে তোমালোক সকলোৱে এই কথা জানা আৰু মোৰ পৰা লুকুৱাইছা?

বৃদ্ধ পু : হয় মহাৰাজ! আচলতে আমি কোনেও আপোনাৰ দুখ নিবিচাৰো।

ৰজা পু : উস্ মোৰ মূৰটো ঘূৰাব এতিয়া।

ৰখীয়া পু : মই আছো মহাৰাজ। পৰিলে ধৰিম।

পৰী পু : দুখ কিয় কৰিছে মহাৰাজ? আপুনি এতিয়া আমাৰ ৰজা।

ৰজা পু : মই নতুন পুতলা ৰজাৰ লগত যুদ্ধ কৰিম।

বৃদ্ধ পু : মহাৰাজ ভুল ধাৰণা। কথা এটা চিন্তা কৰি চাওক। আপোনাৰ আগতেও নিশাহে বহুতচোন ৰজা পুতলা বনাইছিল। বহুত ৰাণী, বহুত কুঁৱৰী, বহুত বৃদ্ধ।

ৰজা পু : অঁ - চিন্তা কৰিলো। কিন্তু একো বুজি পোৱা নাই।

কুঁৱৰী পু : (ৰজা পুতলাই চিন্তা কৰি বহি পৰে।) তাৰমানে মোৰ কোনো ক্ষমতাই নাই।

প্ৰঃপুতলাবোৰ : নহয় মহাৰাজ। আপুনি আমাৰ ৰজা।

বৃদ্ধ পু : শুনিলো মহাৰাজ। দামী বুলি অহংকাৰ কৰিব নেপায়। কাৰণ, নিজৰ মূল্য নিজে ঠিক কৰা ক্ষমতা আমাৰ নাই।

ৰাণী পু : আমি সকলো সমান।

ৰজা পু : প্ৰজাসব, তোমালোকে কি কোৱা?

প্ৰঃপুতলাবোৰ : আমাৰো একেই কথা মহাৰাজ।

ৰজা পু : মই বুজিছো। পুতলা ৰজাৰ পুতলা সমাজত কোনো মূল্য নাই।

পখিলা পু : দুখ নকৰিব মহাৰাজ। আমি একেলগে থকালৈকে আপুনিয়েই আমাৰ ৰজা।

ৰজা পু : গতিকে নাচোন বন্ধ কৰাবৰ মোৰ কোনো অধিকাৰ নাই। নেনাচা কিয়? মোৰ কথামতে কিয় নাচ বন্ধ কৰিছা। (সংগীত বাজি উঠে। সকলোৱে নেনাচি তলমূৰ কৰে।) কি হ'ল? ইচ্ছা থকা সত্ত্বেও তোমালোকে কিয় নচা নাই? নেজানা নেকি? আমি সকলো সমান।

সকলো পু : মহাৰাজ!

ৰজা পু : আকৌ মহাৰাজ।

সকলো পু : হয় মহাৰাজ!

ৰজা পু : কিয় মহাৰাজ?

আদিবাসী পু : আপুনি আমাৰ ৰজা।

ৰজা পু : তোমালোকৰ?

বৃদ্ধ পু : হয়, আমাৰ।
ৰজা পু : তেনেহ'লে ৰজাৰ আদেশ তোমালোকে শুনা নাই কিয়? নাচা।
পৰী পু : আপুনিও নাচিব লাগিব।
ৰজা পু : ঠিক আছে নাচিম। কেৱল তোমালোকৰ বাবেই নাচিম।
বৃদ্ধ পু : নহয় মহাৰাজ। আপোনাৰ বাবেই আপুনি নাচিব লাগিব। আপুনি এজন জ্ঞানী ৰজা।
ৰাণী পু : আমি নাচৰ পুতলা। নচাই আমাৰ কাম।
কুঁৱৰী পু : নিশাহে মানুহৰ মনত আনন্দ দিবৰ বাবে আমাক জনম দিছে। গতিকে আহক। আমি সকলো কথা পাহৰি মাত্ৰ নাচি যাওঁ।
ৰজা পু : ঠিক। মই সকলো বুজিলো। নাই দুখ নকৰো। আহা, সকলোৱে হিয়া দি নাচো। পুনৰ। (গীত বাজি উঠে। পুনৰ নৃত্য। হঠাৎ ৰজাই নাচ এৰি চিঞৰি উঠে।)
ৰজা পু : প্ৰজাগণ নাচ বন্ধ কৰা। সৌৱা, শিল্পী নিশাহ এইফালে আহিছে।
ৰাণী পু : হাততচোন স্ৰষ্টাৰ তুলিকা আৰু ৰঙৰ কৰণি। আমাৰ কাৰোবাক তেওঁ নিশ্চয় আৰু ভালকৈ সজাব।
ৰখীয়া পু : বৰ ভাল কথা। বৰ ভাল কথা। কোনে জানে। কিজানি মোৰ কেতৰ ক'লা মুখখন বগা হয়েই!
ৰজা পু : তেনেহ'লে শুনা সকলোৱে। নিশাহে অথনি আমাক থৈ যোৱা আগৰ স্থানলৈ সকলোৱে উভতি আহা। কোনেও লৰচৰ নকৰিবা। আগৰ দৰেই থাকিবা। (এক নিৰ্দিষ্ট কৰিঅ'গ্ৰাফীত পুতলাবোৰ আহি ৰয়। সুন্দৰ-সুঠাম চেহেৰাৰ এক ওখ শিশু 'নিশাহ' মূল মঞ্চলৈ প্ৰৱেশ কৰে। হাতত তুলিকা আৰু ৰং।)
নিশাহ : আহ! মোৰ সৃষ্টি যেন কোনোদিনেই সম্পূৰ্ণ নহৈছে। বজাৰত বহু মূল্য পালেও, মই যে আজিলৈকে এটা মনে বিচৰা সুন্দৰ নাচৰ পুতলা সাজিব পৰা নাই। কিয় বাৰু? ধিক্ মই। ধিক্ মোৰ সৃষ্টি। মই মিছা, মিছা শিল্পী।
ৰজা পু : এৰা প্ৰজাসব। তোমালোক শুদ্ধ। নিশাহৰ চকুত আমি কোনো ধুনীয়া নহওঁ।
কুঁৱৰী পু : মনে মনে থাকক মহাৰাজ। তেওঁ আৰু কি কয় শুনকচোন।
নিশাহ : নাই। এইবোৰ কথা নপতাই ভাল। কোনোবা গ্ৰাহকে শুনিলে নিজৰেই ভাল নেলাগিব। নহয়; বজাৰত যিহেতু ভাল দামেই পাই আছো, গতিকে মোৰ পুতলাবোৰ নিশ্চয় ভাল। সিহঁতে ভাল নাচিব।
আদিবাসী পু : শুনিলে মহাৰাজ। নিজৰ কামৰ ওপৰত তেওঁ কিন্তু এতিয়াও বিশ্বাস হেৰুওৱা নাই।
নিশাহ : এটা কামকে কৰা যাওক। এই পুতলাবোৰ আকৰ্ষণীয় কৰিব পৰাকৈ সজোৱা যাওক। আজিতো এজন গ্ৰাহক অহাৰ কথাই আছিল। ছেহ্ এই পৰীজনীৰো অলপ কাম বাকী আছে। কোনটোনো কাম বাৰু আগতে কৰো!

(নিশাহে পুতলাবোৰ ধুনীয়াকৈ সজায় আৰু পৰী পুতলাক নাচোনৰ ভংগীত ৰাখে। তাৰ পিছত নিজে ঘূৰি ঘূৰি চায়।)

নিশাহ : ওঁ। এনেকৈ থাকিলে সকলো পুতলাকেই ভাল লাগে। সমানে। তথাপি মই বজাৰত যিহেতু এই পৰীজনীকেই দামী পুতলা বুলি কৈ আহিছো, গতিকে এইকেই অলপ ৰং সানি সজোৱা যাওক। (পৰীৰ গাত ৰং কৰে)

বৃদ্ধ পু : শুনিলে মহাৰাজ। আচলতে আমি একেলগে এনেকৈ থাকিলেহে, সকলোকে ভাল লাগে।

ৰজা পু : ঠিক কৈছা আতা। নিশাহ আচলতে এজন সঁচা শিল্পী। তেওঁ শিল্পীসকলৰ বাবে এটা উদাহৰণ। আমি তেওঁক শ্ৰদ্ধা কৰা উচিত।

নিশাহ : এই নাচনী পৰী। তই কিন্তু ভালকৈ নাচিব লাগিব দেই। মানুহে তোৰ নাচ চাই সকলো পাহৰি থাকিব লাগিব। মোৰ নাম ৰাখিব লাগিব। (সাজি ঠিক কৰি) ক'তা? ৰংগালয় পুতলা নাচৰ দলটোৰ গ্ৰাহকজনচোন এতিয়ালৈকে নেপালেহি। পিতায়ে মোক ঘৰৰ পৰা আহোতে দঢ়াই দঢ়াই কৈ পঠিয়াইছে। 'নাচনী পৰীজনীৰ পৰা কিন্তু বেছি পইচা ল'বি। সিহঁতে পৰীনাচ দেখুৱাই মানুহৰ পৰা বহুত টকা লয়। আমিনো নল'ম কিয়?'

বৃদ্ধ পু : শুনিলে মহাৰাজ। মানুহে তাইক নচুৱাই বেছি পইচা লয় বাবেহে তাই দামী পুতলা। এনেই কিন্তু আমাৰ সৈতে তাইৰ দাম সমানে।

(হঠাৎ ধুমুহা। গাজনি। নিশাহৰ লগতে পুতলাবোৰো আতংকিত হৈ পৰে।)

নিশাহ : ধুমুহা আহিব নেকি? ইমান গাজনি? হঠাৎ আকাশখন ক'লা পৰিল। ছেহ! ৰাতিপুৱাচোন বতৰটো ঠিকেই আছিল। ৰ'দ নেপালে পুতলাবোৰৰ গাৰ ৰং সেমেকি যাব। খৰ-ধৰ কৰা যাওক। (ব্যস্ততা)

ৰজা পু : প্ৰজাসব! আকাশলৈ চোৱাচোন। মানুহ উৰিছে।

ৰখীয়া পু : ক'তা মহাৰাজ?

ৰজা পু : সৌৱা সমুখলৈ।

ৰাণী পু : মানুহ জানো এনেকৈ উৰিব পাৰে মহাৰাজ?

কুঁৱৰী পু : নিশাহো মানুহ। তেওঁকতো আজিলৈকে আমি উৰা দেখা নাই।

বৃদ্ধ পু : কিবা অমংগলৰ চিন। নিশাহেতো তেওঁলোকক দেখা পোৱা নাই।

পণ্ডিত পু : ভালকৈ চাওকচোন আতা। উৰি অহা তিনিজনৰ মাজৰজন কিন্তু মানুহ নহয় যেন লাগিছে।

আদিবাসী পু : মানুহজনে এইফালে আঙুলিয়াই আঙুলিয়াই, অন্য দুজনক কিবা কৈ আহিছে।

ৰজা পু : মোৰ ভয় লাগিছে।

ৰাণী পু : মহাৰাজ। আপুনি ৰজা।

ৰজা পু : ৰজা হ'লেও মই কিবা পুতলা নহওঁ নেকি? মোৰোতো ভয় ভাব আছে।
পখিলা পু : আপুনি তাক প্ৰকাশ কৰা অনুচিত। আপুনি আমাৰ আশ্ৰয়দাতা।
ৰখীয়া পু : মাজৰজন যদি মানুহ নহয়; তেনেহ'লে কি হ'ব পাৰে।
বৃদ্ধ পু : হয়তো ভূত-প্ৰেত।
ৰজা পু : আপুনি কেতিয়াবা ভূত দেখিছে?
বৃদ্ধ পু : দেখিছো মহাৰাজ।
সকলো পু : দেখিছা? কেতিয়া আতা।
বৃদ্ধ পু : নিশাহে বনোৱা দেখিছো।
ৰাণী পু : ঠিক আতা। আপুনি বৰ বিচক্ষণ।
ৰজা পু : আপোনাক নিশাহে মন্ত্ৰী সজোৱাহে উচিত আছিল।
নিশাহ : (ৰঙৰ পাত্ৰ চাই) আৰে আৰে। কি কথা? মোৰ কৰণিৰ ৰংখিনিচোন হঠাতে শুকাই গ'ল! বেপাৰীয়ে বাৰু মোক ঠগিলে নেকি? কি আচৰিত! তুলিকাডালো ভোটা হৈ পৰিছে। আপোনা-আপুনি। ছেহ- পিতাইৰ ৰংখিনিকে অনা যাওক। ৰং ভেজাল হ'লে কি হ'ব? মোৰ কল্পনাখিনিতো কোনেও ভেজাল কৰিব নোৱাৰে। (ৰং-তুলিকা লৈ প্ৰস্থান।)
বৃদ্ধ পু : দেখিলে মহাৰাজ। সি ভূত হ'বই লাগিব। তাৰ মায়াৰ বাবেহে কিজানি নিশাহৰ এনে অৱস্থা হৈছে।
পৰী পু : কিন্তু নিশাহে যাওঁতে কি কৈ গ'ল, মন কৰিলেনে? তাৰ কল্পনাখিনি আন কোনেও ভেজাল কৰিব নোৱাৰে।
আদিবাসী পু : আমাৰ আতাই কোৱাটোৱেই হয়। মাজৰজন ভূত।
ৰাণী পু : মনে মনে থাকক। সৌৱা সিহঁত মাটিত ভৰি দিলেহি।
ৰখীয়া পু : মোৰ বৰ ভয় লাগিছে মহাৰাজ।
ৰজা পু : চুপ। তই ৰখীয়া। দৰকাৰ হ'লে যুদ্ধ কৰিব লাগিব।
পৰী পু : সিহঁতে আমাক মাৰি পেলাব নেকি?
বৃদ্ধ পু : সিহঁতেহে জানে; কি কৰে।
বৃদ্ধ পু : মনে মনে থাকা সকলোৱে। সিহঁতৰ কথা-বতৰাবোৰ শুনা যাওক।
(মূল মঞ্চলৈ কুকি, অনংগ আৰু কান্তা আহে।)
কান্তা : আহা কুকি। চোৱাহিচোন। কিমান যে বিধৰ পুতলা ইয়াত আছে!
অনংগ : বাহ চোৱা কান্তা। সৌকেইটা ৰজা-ৰাণী পুতলা। আমাৰ আই-বোপাইৰ দৰেই সাজ কৰি আছে।
ৰাণী পু : মহাৰাজ। এওঁলোকৰ আমালৈহে চকু পৰিছে।

ৰজা পু : আচলতে এওঁলোক দুয়ো মানুহৰ ৰাজ্যৰ ৰাজ পৰিয়ালৰ লোক।

কান্তা : বাহ দাদা। পুতলাইচোন মানুহৰ দৰে কথা পাতিব পাৰে। কি কথা?

অনংগ : অঁ-ময়ো শুনিছিলো। তাক আচৰিত হৈ চাই আছিলো। কুকি, তুমি এইবোৰ কি মায়া কৰিছা?

কুকি : আচলতে পুতলাই সদায় কথা পাতে। মানুহেহে শুনা নেপায়। কিন্তু তোমালোকক মই ইচ্ছা কৰি এই কথা শুনিবলৈ দিছো।

কান্তা : (পুতলা ৰজা-ৰাণীক নমস্কাৰ কৰি) মহাৰাজ-মহাৰাণী। আমাৰ শ্ৰদ্ধা ল'ব। আমি দুয়ো মানৱ ৰাজ্যৰ ৰজা চক্ৰসেনৰ পুত্ৰ আৰু কন্যা।

কুকি : বন্ধ কৰা কান্তা। শ্ৰদ্ধা কিহৰ?

অনংগ : তেখেতসকল যে ৰজা-ৰাণী।

কুকি : নহয়। তেখেতসকল তোমালোকৰ চিকাৰ।

অনংগ : (চিঞৰে) কুকি—।

কুকি : চিঞৰি লাভ নাই। তোমালোকৰ মাত এতিয়া কোনো মানৱে শুনা নেপায়।

বৃদ্ধ পু : কোঁৱৰসকলে নিশ্চয় ভূতৰ মায়াত পৰিছে।

পখিলা পু : নহ'লেনো আমাৰ কথা কেনেকৈ শুনিব?

ৰাণী পু : আমাক বনোৱা শিল্পী নিশাহেও আনকি আমাৰ কথা শুনা নেপায়।

অনংগ : তেনেহ'লে শুনা পুতলা বন্ধুসকল!

কুকি : আকৌ কৈছো। বন্ধু সম্বোধন বন্ধ কৰা।

কান্তা : কিয়? তেওঁলোক আমাৰ শত্ৰু নেকি?

কুকি : এনেই তোমালোকক ইয়ালৈ আনিছো নেকি?

অনংগ : শুনা পুতলাসকল। আচলতে আমি দুই মানুহ আজি এই কুবেৰ কিংকৰৰ হাতত বন্দী। তেওঁ নিজৰ স্বাৰ্থৰ বাবে আমাৰ মানুহৰ ৰূপ হেৰুৱাই ইয়ালৈ লৈ আনিছে।

বৃদ্ধ পু : কিয়? জানিব পাৰোনে কুবেৰ কিংকৰ?

কুকি : মই সুন্দৰৰ শত্ৰু।

কুঁৱৰী পু : হে ভগৱান!

কুকি : ইয়াত কোনো ভগৱান নাই। ময়েই ভগৱান।

ৰজা পু : তুমি অহংকাৰী।

কুকি : চুপ কৰা। অহংকাৰ মোৰ অলংকাৰ।

বৃদ্ধ পু : কিন্তু আমাক কিয় চিকাৰ বনাব খুজিছা?

কুকি : সেইটো মোৰ কথা। এতিয়া মাত্ৰ কোঁৱৰ, তোমালোকে আদেশ পালন কৰিব লাগিব।

প্ৰজা পু : আমাক নেমাৰিবা কুকি। আমি কাৰোৱে অপকাৰ কৰা নাই।

ৰজা পু ঃ কি? তাৰ মানে আমাৰ মৃত্যু নিশ্চিত?

অনংগ ঃ কুকি তোমাৰ কথামতে আমি কি কাম কৰা নাই? কোৱা—

কুকি ঃ আৰু কৰিব লাগিব। তেতিয়াহে মই মুকলি হোৱাৰ কথা সকলোৱে জানিব। মই তাকেই বিচাৰিছো।

বৃদ্ধ পু ঃ নিশাহৰ বহু কষ্টৰ ফলতহে আমাৰ জন্ম হৈছে মানৱ ৰাজকোঁৱৰ।

কুঁৱৰী পু ঃ বহু মাহ, বছৰৰ কষ্ট।

কুকি ঃ এইবাৰ চাম। কেনেকৈ তহঁতক জন্ম দিয়া নিশাহে ৰক্ষা কৰে?

পখিলা পু ঃ গাৰ জোৰেৰে তুমি আমাক হত্যা কৰোৱাব পাৰিবা। কিন্তু নিশাহৰ কল্পনাখিনি কেতিয়াও ভেজাল কৰিব নোৱাৰা।

কুকি ঃ আস্। কান্তা-অনংগ। মোৰ আদেশ— চকুৰ আগতে এতিয়াই তোমালোকে এই পুতলাবোৰক হত্যা কৰা।

প্ৰজা পুবোৰ ঃ আমাক নেমাৰিবা। পৃথিৱীখন আমাক দুদিনলৈ চাবলৈ দিয়া। (কান্দে)

ৰাণী পু ঃ আমি নতুন পুতলা।

বৃদ্ধ পু ঃ শিশু পুতলা।

পৰী পু ঃ মাত্ৰ দুদিনমান মানুহৰ আগত নাচিবলৈ দিয়া।

ৰজা পু ঃ (কঁপি কঁপি) উস্! মোৰ উশাহচোন ঘূৰি নাহিছে। প্ৰজাসব প্ৰাৰ্থনা কৰা। প্ৰাণ ভিক্ষা কৰা।

প্ৰজা পুবোৰ ঃ কুকি আমাৰ প্ৰাৰ্থনা শুনা।

আদিবাসী পু ঃ আমি জানো যে, মানুহ আমাতকৈ বহুত বলী।

কুকি ঃ মই মানুহতকৈও বলী। জাননে?

পখিলা পু ঃ কিন্তু সেইবুলিয়েই আপুনি মানুহক যি আদেশ কৰিছে, মানুহে জানো আমাক সেই আদেশ কৰে?

কুকি ঃ নকৰে। কাৰণ নোৱাৰে। মানুহে তহঁতৰ কথা শুনি নেপায়। এতিয়া মাত্ৰ মোৰ মায়াৰ বাবেহে এয়া সম্ভৱ হৈছে।

অনংগ ঃ কুকি - তুমি ইমান নিষ্ঠুৰ বুলি জনা হ'লে মই কেতিয়াও তোমাক মুকলি কৰি নিদিলোহেঁতেন।

কুকি ঃ গতিকে এতিয়া মোৰ কথামতে কাম কৰিবই লাগিব।

কান্তা ঃ নকৰো আমি।

কুকি ঃ (হাত দাণ্ডি খঙত) আকৌ তৰ্ক?

অনংগ ঃ নাই-নাই। আমি তোমাৰ বন্ধু কুকি। কান্তা সৰু ছোৱালী। একো নেজানে। (হঠাৎ সকলো পুতলা সচকিত হৈ পৰে।)

ৰাণী পুতলা : মহাৰাজ, মহাৰাজ? সৌৱা। নিশাহ এইফালে আহিছে।

বৃদ্ধ পুতলা : তেওঁ আহিলে নিশ্চয় কিবা এটা হ'ব।

কুকি : (উত্তেজিত) কোঁৱৰ, **কুঁৱৰী**। নকাৰ কিয়? (বৈ) বাহ্ আকৌ কান্দোন। হত্যা কৰা ইহঁতক। (হাত দাঙি) নহ'লে মোৰ শাস্তি ল'বলৈ সাজু হোৱা।

(ভীত অনংগই পুতলাবোৰৰ হাত-ভৰিবোৰ ভাঙি পেলায়। কান্তাই সকলোৰে চকুৰ পতাবোৰ বন্ধ কৰি দিয়ে। এক 'কৰিঅ'গ্ৰাফী' সৃষ্টি হ'ব। অনংগ-কান্তাৰ কান্দোন। কুকিৰ হাঁহি।)

কুকি : বেছ সুন্দৰ। ব'লা এতিয়া। নেমাতা কেলেই মুখেৰে? শুনা নাই নেকি? মই মাতি আছো।

অনংগ : আৰু ক'লৈ নিবা?

কান্তা : আমি ভূত হৈ গ'লো।

কুকি : ব'লা—

অনংগ : ক'লৈ?

কুকি : চিত্ৰলেখাৰ ওচৰলৈ। নহ'লে যে গধূলি হ'ব। সোনকাল কৰা। সৌৱা নিশাহ, আহিছে। কি কথা? লগত যে সাৰথি। পুষ্পকন্যা সকলো। সৰ্বনাশ! খৰধৰ কৰা। মোৰ হাতত ধৰা।

অনংগ : (চিঞৰি) সাৰথি - আমাক বচোৱা।

কান্তা : (চিঞৰি) আহা-আমি ইয়াত আছো।

অনংগ : আমি বন্দী।

কান্তা : বচোৱাহি।

কুকি : মূৰ্খ মানুহ।

(দুয়োকে দুহাতে ধৰি পোহৰৰ সৈতে মূল মঞ্চৰ পৰা ওলাই যায়। অনংগ আৰু কান্তাই চিঞৰি চিঞৰি আঁতৰি যায়। মূল মঞ্চলৈ সাৰথি, নিশাহ আৰু পুষ্পকন্যা দৌৰি সোমাই আহে। সকলোৱে এখন্তেক আকাশলৈ চায়।)

সাৰথি : **চোৱা নিশাহ। মই কোৱা নাছিলোনে! দেখিলা। তোমাৰ পুতলাবোৰৰ কি হ'ল?**

পুষ্প : **ভূতটোৱে সকলোবোৰ এফালৰ পৰা শেষ কৰি গৈছে।**

নিশাহ : **(কন্দনামুৱা) মোৰ দেহাকেইটা! কিয় এনে কৰিলে! উস! মোৰ বুকুখন বিষাই গৈছে সাৰথি। মই প্ৰতিশোধ ল'ব লাগিব। মোক সহায় কৰা। (কান্দে)।**

পুষ্প : **নেকান্দিবা নিশাহ। তোমাৰ দৰে এই দানৱে মোৰ ফুলনিখনো শেষ কৰি থৈ আহিছে। মোৰ একমাত্ৰ লগৰী 'সখী'কো শিলৰ মূৰ্তি বনাই পেলালে। এতিয়াবা আৰু সি কোঁৱৰহঁতক ক'লৈ লৈ গৈছে?**

সাৰথি : ৰ'বা। মই পুতলাকেইটাক সুধিলেই সকলো গম পাম।

নিশাহ : তুমি পুতলাবোৰৰ লগত কথা পাতিব পাৰিবা?

সাৰথি : পাৰিম।

নিশাহ : সোধক। ক'লৈ গ'ল সিহঁত? মই ভূতটোৰ লগত যুদ্ধ কৰিব বিচাৰো।

পুষ্প : ময়ো। মোৰো সি সকলো শেষ কৰালে।

সাৰথি : দিনত তাৰ অসীম শক্তি। তোমালোকে নেজানা। সি একমাত্ৰ মোলৈহে ভয় কৰে।

পুষ্প : ৰাতি সি মৰি থাকে। পুনৰ জনম লয় পুৱা হ'লে।

নিশাহ : গতিকে তাক মাৰিবলৈ হ'লে আমি ৰাতিলৈ ৰ'ব লাগিব?

সাৰথি : এৰা। কিন্তু এতিয়াও নিশা হ'বলৈ সময় আছে। আৰু কিমান সি ধ্বংস কাৰ্য কৰে, তাৰ কি ঠিক আছে! সকলোকে ৰক্ষা কৰাই মোৰ কাম।

পুষ্প : তেনেহ'লে পুতলাবোৰক সুধি তাৰ সম্ভেদ উলিওৱা সাৰথি।

নিশাহ : সোনকালে কৰা।

সাৰথি : ৰ'বা পুতলাবোৰ। কোনোবাই জানানে, কুবেৰ কিংকৰে কোঁৱৰসকলক ক'লৈ নিছে? মই তোমালোক সকলোৰে উদ্ধাৰৰ বাবে আহিছো। কোৱা, নোকোৱা কিয়? মোক মাত্ৰ তাৰ সম্ভেদ দিয়া।

ৰজা পু : (কষ্টেৰে) সাৰথি, সিহঁত চিত্ৰলেখাৰ ওচৰলৈ গৈছে। উস্- বৰ কষ্ট।

প্ৰজা পু : আমাক বচোৱা সাৰথি।

সাৰথি : ঠিক আছে। তোমালোকে খন্তেক ধৈৰ্য ধৰা। মই এতিয়াই কুবেৰ কিংকৰক হত্যা কৰি তোমালোকক উদ্ধাৰ কৰিম। ব'লা নিশাহ, পুষ্পকন্যা আহা।

নিশাহ : মোৰ পুতলাবোৰে কি কৈছে সাৰথি?

সাৰথি : ভূতটোৱে কোঁৱৰসকলক চিত্ৰলেখাৰ ওচৰলৈ লৈ গৈছে।

পুতলা : তাৰমানে তাতো সি একেই কাম কৰাব?

সাৰথি : এৰা। ধনৰ পৰা জনম লোৱা ভূত। সকলোৰে ভয়ৰ কাৰণ। তাৰ কু-কৰ্ম ৰোধ কৰিবই লাগিব। আহা আমি সকলোৱে তাৰ পাছ লওঁ। (চিঞৰে) পখীৰাজ।

(সকলো স্থিৰ। ঘোঁৰাৰ মাত। পদশব্দ। মঞ্চৰ পৰা পোহৰ হেৰাই যায়। সংগীত। দৃশ্যান্তৰ।)

## চতুৰ্থ তথা অন্তিম দৃশ্য

(প্ৰথম দৃশ্যৰ দৰেই কেন্দ্ৰ ভাগত পূৰ্বৰ ধনৰ টেকেলি। মঞ্চলৈ হাতে হাতে ধৰা-ধৰি কৈ **কুকিৰ** সৈতে অনংগ আৰু কান্তা। ভাগৰ। অৱসাদ।)

কান্তা : টেকেলিটোচোন আগৰ জেগাত নাই। আমি এইবাৰ অৰণ্যৰ বেলেগ ঠাইলৈ আহিলো। (ঘূৰি ঘূৰি চাই) হয় - সম্পূৰ্ণ বেলেগ।

অনংগ : এতিয়া তুমি শুবা নহয় কুকি?

কান্তা : আমি সাৰথিৰ সৈতে আকৌ ঘৰলৈ যাব পাৰিম?

অনংগ : সাৰথি বা এতিয়া ক'ত আছেগৈ? আমাৰ পাছে পাছেই আহি আছিল। নিশাহৰ তাত, চিত্ৰলেখাৰ তাত আমি সাৰথিক ইমান চিঞৰিছিলো। তুমি কিন্তু আমাক মুকলি কৰি নিদিলা।

কান্তা : এতিয়া দিবা কুকি? দাদা—সাৰথি নাহিলে আমি বাৰু ৰাতি ক'ত থাকিম? তোমাৰ হাতত ব্ৰহ্মাস্ত্ৰও নাই।

অনংগ : সকলো ভোটা হৈ গ'ল!

কান্তা : দিনটোত যে আমি কিমান বেয়া কাম কৰিলো! পুষ্পকন্যাৰ ফুলগছ মাৰিলো। নিশাহৰ পুতলা হত্যা কৰিলো। চিত্ৰলেখাৰ ছবিবোৰ ফালিলো। মোৰ বৰ দুখ লাগিছে।

অনংগ : সকলো মোৰ কাৰণেই হ'ল। (ৰৈ) এতিয়া আমি কি কৰিম?

কান্তা : তুমিচোন একো নমতাই হ'লা।

কুকি : এতিয়াও তোমালোকৰ কাম শেষ হোৱা নাই।

কান্তা : কি?

কুকি : অঁ।

অনংগ : কিন্তু এতিয়া যে গধূলি হ'বৰ হ'ল। বেলি ডুবিবই অলপ পিছতে।

কুকি : বেলি ডুবাৰ লগে লগে মই টেকেলিৰ ভিতৰত শুই পৰিম আৰু তোমালোকৰ নতুন কাম এটা আৰম্ভ হ'ব।

কান্তা : কি কাম?

কুকি : গোটেই নিশা তোমালোকে পহৰা দিব লাগিব। যাতে কোনেও আহি এই টেকেলিটোৰ মুখখন বন্ধ কৰি দিব নোৱাৰে। বুজিলা?

অনংগ : কিন্তু আমাক এৰি দিম বুলিছিলা যে?

কুকি : *আজি দিনটো ভ্ৰমণত মোৰ সকলোবোৰ কাম কৰা নহ'ল? গতিকে কাইলৈ পুৱা আমি আকৌ ফুৰিবলৈ যাব লাগিব।*

কান্তা ঃ কালিলৈও?

কুকি ঃ অঁ। কাইলৈও মই তোমালোকক ফুৰাম। মই ভালপোৱা কাম তোমালোকৰ হতুৱাই কৰাম। দেখুৱাম।

অনংগ ঃ আমি নেযাওঁ।

কান্তা ঃ দৰকাৰ হ'লে মৰি যাম।

কুকি ঃ যাব লাগিব।

অনংগ ঃ তুমি কি ভয়ানক!

কুকি ঃ কোৱা, পহৰা দিবা? (অনংগ আৰু কান্তাই পৰস্পৰক ইংগিত দিয়ে।)

অঃ কঃ ঃ দিম। আমি পাৰিম পহৰা দিব।

কুকি ঃ (হাঁহি) বাহঃ মানুহতো! মগজুত বুদ্ধিৰ অভাৱ নাই।

কান্তা ঃ সঁচায়ে কুকি আমি গোটেই নিশা নোশোৱাকৈ পহৰা দিম।

অনংগ ঃ অঁ। কথা দিলো।

কান্তা ঃ তাৰ পাছত পুনৰ কাইলৈ তোমাৰ লগত ফুৰিবলৈ যাম। তুমি যি দেখুৱাবা তাকেই চাম।

অনংগ ঃ যি কৰিবলৈ কোৱা, তাকেই কৰিম। হ'ব।

কুকি ঃ (ডাঙৰকৈ হাঁহি) বাহ্ কি বিনয়ী! মোক তোমালোকে মূৰ্খ বুলি ভাবিছা? মই টেকেলিৰ ভিতৰত শুই থকা অৱস্থাত তোমালোকেই যদি মুখখন বন্ধ কৰি দিয়া?

অনংগ ঃ নিদিওঁ। আমি তোমাৰ বন্ধু।

কান্তা ঃ কেতিয়াও নকৰো। আমাক বিশ্বাস কৰা।

কুকি ঃ বিশ্বাস? তাকো মানুহক? ওঁহো, মই আজিলৈকে মানুহক বিশ্বাস কৰি পোৱা নাই।

কান্তা ঃ তেনেহ'লে আমাক এৰি দিয়া।

কুকি ঃ নিদিওঁ।

অনংগ ঃ আমাক মাৰি পেলাবা নেকি?

কান্তা ঃ আমাক মাৰিলে আই-বোপায়ে ঘৰত বৰ কান্দিব।

কুকি ঃ নেমাৰো। মাৰিলেতো মোৰ কাম নহ'ব। কাইলৈৰ বাবেও তোমালোকক লাগিব। অঁ - যদি দেখিছো যে, তোমালোকৰ দ্বাৰা মোৰ কোনো কাম হোৱা নাই তেনেহ'লেতো মাৰিবই লাগিব।

অনংগ ঃ নহয় কুকি, আমি তোমাৰ সকলো শুনিম। সকলো কৰিম।

কুকি ঃ এৰা। গতিকে মই টেকেলিত সোমোৱাৰ আগতেই এটা দিহা লগাই থৈ যাব লাগিব।

অনংগ ঃ কি কৰিবা আমাক।

কুকি ঃ ভয় কৰিব নালাগে। নেমাৰো।

কান্তা ঃ তেনেহ'লে কোৱা, আমাক কি কৰিবা?

কুকি ঃ তোমালোকক মই সেই পুষ্পকন্যাৰ সখীৰ দৰেই শিলৰ মূৰ্তি বনাই থৈ যাব লাগিব।

অংকা ঃ কুকি! (কান্দে)

কুকি ঃ বুজি পালা? এবাৰ যেতিয়া মই মুকলি হ'লো, মোক আৰু বন্ধ কৰোঁতা কোনো নাই।

কান্তা ঃ ৰ'বা। সাৰথি আহি পালে তোমাক মাৰি পেলাব।

কুকি ঃ সাৰথিয়ে আমাক বিচাৰি নোপোৱাকৈ মায়াৰ বলেৰে আমি এই নতুন ঠাইলৈ টেকেলিৰ সৈতে আহিলো। অৰণ্য এতিয়া ৰাজ্য। সকলোতে মোৰ অবাধ গতি। কিন্তু এই গছ-লতাবোৰৰ বাবেই মহা সমস্যা। ইহঁতেতো সাৰথিক মোৰ ঠিকনা দিবলৈ চেষ্টা কৰিবই। দেখা যাওক জয়-পৰাজয় কাৰ আছে।

অনংগ ঃ তাতকৈ তুমি আমাক মুকলি কৰি দিয়া।

কান্তা ঃ আমি সাৰথিক, তোমাক হত্যা বা বন্দী নকৰিবলৈ জোৰ কৰিম।

অনংগ ঃ সাৰথিয়ে আমাৰ কথা শুনে।

কুকি ঃ (হাঁহি) কেৱল তুমিহে সাৰথিৰ কথা নুশুনা। নহয় জানো?

কান্তা ঃ সঁচা কথা। দাদা তোমাৰ ভুলৰ বাবেই সকলো হৈছে।

অনংগ ঃ উস্ কান্তা! মই বুজি পাইছো নহয়। আৰু নক'বা। কুকি শুনা, আমি তোমাৰ বন্ধু। আমাক ঘৰলৈ যাব দিয়া।

কুকি ঃ এটা সঁচা কথা জানি লোৱা। আজিলৈকে মই কাৰোৰে লগত বন্ধুত্ব কৰি পোৱা নাই। সকলো মানুহক মোৰ চিকাৰ বুলিহে জ্ঞান কৰো। বুজিলা? (দুয়োখন হাত দাঙি অনংগ, কান্তাৰ ফালে আগবাঢ়ে।)

অনংগ ঃ নকৰিবা কুকি।

কান্তা ঃ আমাক ঘৰলৈ যাবলৈ দিয়া।

অনংগ ঃ কাবৌ কৰিছো। (অনংগ, কান্তাই ভয়ত আপোনা-আপুনি বহি পৰে।)

কুকি ঃ পথালি চকুৰা মানুহ। তহঁতক বিশ্বাস কৰা টান। হ্রীং ক্রীং ফুঃ।
(মন্ত্র মাৰে। অনংগ-কান্তাই তলমূৰ কৰি স্থিৰ হৈ পৰে। কুকিৰ হাঁহিৰ সৈতে নিম্নৰ সংলাপ। এইবাৰ কুকিৰ lips-ৰ লগত পূৰ্বৰ Off Voiceৰ কণ্ঠ ভাহি আহিব। সংলাপ শেষ হ'লে কুকি টেকেলিৰ ভিতৰত সোমাই পৰিব।)

কুকি ঃ পৃথিৱী। চাই ল, কুবেৰ কিংকৰৰ ক্ষমতা। মোক বিশ্বাস কৰা মানুহ আচলতে মোৰ গোলাম। মই সকলোকে উলংগ কৰি দিব পাৰো।
(কুকিৰ আত্মগোপনৰ পিছত কেৱল মূল মঞ্চৰ অনংগ-কান্তাৰ স্থিৰ মূৰ্তি দৰ্শকৰ দৃশ্যমান হৈ ৰ'ব। সংগীত। ঘোঁৰাৰ পদশব্দ ক্রমে ডাঙৰ হৈ আহে। ৰয়। মঞ্চলৈ দৌৰি দৌৰি সাৰথি, নিশাহ, পুষ্পকন্যা আৰু নতুন চৰিত্র চিত্রলেখা সোমাই আহে।)

সাৰথি : ইয়াত আছে। ইয়াত। আহা নিশাহ। চোৱা পুষ্পকন্যা। চিত্ৰলেখা তুমিও চোৱা। সৌটো টেকেলি। দেখিছা। মই কোৱা নাছিলোনে? সি মায়াৱী। মায়াৰ বলেৰে এই অঞ্চলৰ বিভিন্ন অঞ্চলত সি ঘূৰি ফুৰে। নিশা হ'লে টেকেলিৰ ভিতৰত শুই পৰে। ধন্যবাদ পাহাৰ। গছ-বৃক্ষ-তৰু-তৃণ তোমালোকলৈও মোৰ সহস্ৰ ধন্যবাদ থাকিল। যা হওক। আমি যে কোঁৱৰহঁতক সম্ভেদ মতেই বিচাৰি পালোহি।

নিশাহ : মোৰ পুতলাবোৰক হত্যা কৰোৱা এই কুবেৰ কিংকৰক শাস্তি দিবানে সাৰথি।

পুষ্প : সি কোঁৱৰহঁতৰ হতুৱাই মোৰ সকলোবোৰ ফুলগছ উঘালি আহিছে। সখীক শিল বনাই পেলালে।

চিত্ৰলেখা : আৰু মোৰ সুন্দৰ চিত্ৰবোৰ! সকলোবোৰ কোঁৱৰহঁতৰ হতুৱাই ফালি পেলালে। তাতকৈ মোৰ মৃত্যুৰেই ভাল আছিল সাৰথি।

সাৰথি : তোমালোকে মাত্ৰ ধৈৰ্য ধৰা। সৌৱা জানো দেখা নাই? সি আনকি বন্ধু পাতি কোঁৱৰ-কুঁৱৰীকো শিলৰ মূৰ্তি বনাই থৈছে। তাৰ ভয়। জানোছা কোঁৱৰহঁতে তাৰ টেকেলিৰ মুখখন বন্ধ কৰি দিয়ে। মোৰেই ভাগ্য ভাল। আজি সকলোকে একেলগে উদ্ধাৰ কৰিব পৰা যাব।

চিত্ৰলেখা : কেনেকৈ সাৰথি?

সাৰথি : তোমালোকে মাত্ৰ চাই থাকা। অঁ - ৰ'বা। কোঁৱৰহঁতে মোক কিবা কৈছে।

নিশা : ক'তা? আমি যে শুনা নাই।

চিত্ৰলেখা : কুবেৰ কিংকৰৰ মায়াজাল মোৰ চকুত নেখাটে। তোমালোকৰ চকুত কোঁৱৰসকল শিল হ'লেও মোৰ চকুত নহয়। মই তেখেতসকলৰ সকলো কথা শুনা পাইছো!

পুষ্প : সাৰথি, তুমি মহান।

(সাৰথিয়ে স্থিৰ অনংগ আৰু কান্তাৰ কাষলৈ গৈ অবুজ নুশুনা ভাষাত কথা পাতে।)

চিত্ৰলেখা : চোৱা নিশাহ। মহাৰাজ চক্ৰসেনে এওঁক এনেই সাৰথি কৰি লোৱা নাই।

নিশাহ : এৰা- আমাৰ বাট তেৱেঁই দেখুৱাইছে।

পুষ্প : সাৰথিৰ কথা নুশুনি কুবেৰ কিংকৰৰ কথাত ভোল যোৱাৰ বাবেহে কোঁৱৰহঁতৰ এনে অৱস্থা হ'ল।

সাৰথি : এখেতসকলে সকলো ক'লে। পুৱা হ'লে সি পুনৰ কোঁৱৰসকলক লৈ যোৱাৰ কথা। তেখেতসকলে আপোনালোক তিনিওৰে ওচৰত ক্ষমা বিচাৰিছে।

নিশাহ : তেখেতসকলক ক্ষমা কৰাৰ অধিকাৰ আমাৰ নাই। সকলো কাম তেখেতসকলে ভূতৰ ভয়তহে কৰিছিল।

চিত্ৰলেখা : আমি জানো সাৰথি। তেখেতসকলৰ গাত কোনো দোষ নাই।

পুষ্প : দোষী এই ভূতটোহে।

সাৰথি : শুনা। এতিয়া তোমালোক তিনিওৱে গৈ সেই টেকেলিটোৰ মুখখন বন্ধ কৰি দিয়াগৈ। যোৱা।

চিত্ৰলেখা : নাই, মই নোৱাৰো। ভয় লাগে।

নিশাহ : সাৰ পাই যদি আমাকো শিলৰ মূৰ্তি বনাই পেলায়?

পুষ্প : তাৰ বহুত শক্তি আছে।

সাৰথি : নোৱাৰে। মই আছো নহয়। বিশ্বাস কৰা। তাক বন্ধ কৰি বন্দী কৰিলেই সখীৰ লগতে কোঁৱৰ-কুঁৱৰীয়েও আগৰ ৰূপ ঘূৰাই পাব।

চিত্ৰলেখা : সঁচা? ব'লা নিশাহ। আহা পুষ্পকন্যা।

নিশাহ : আমাক যে কৰিবলৈ কৈছা; নিজেনো নকৰা কিয়?

সাৰথি : মই কৰোৱাওহে নিশাহ। নিজে নকৰো। যোৱা—

পুষ্প : আহা নিশাহ। আমাৰ সকলোবোৰ আমি হেৰুৱাৰ পিছত আমিনো জীয়াই থাকি কি লাভ?

সাৰথি : তেনেকৈ কিয় ভাবিছা? তোমালোকৰ সৃষ্টি ক্ষমতাতো নাইকিয়া হোৱা নাই। যোৱা। মই কোৱাটো কৰাগৈ।

নিশাহ : এৰা, মোৰ মনত পৰিছে। অথনি মোৰ পুতলা দৰবাৰৰ পৰা ভূতটোৱে সাৰথিক দেখি কেনেকৈ পলাইছিল।

চিত্ৰলেখা : অঁ-মোৰ চিত্ৰঘৰৰ পৰাও চিত্ৰবোৰ ফলাৰ পিছত সি তোমালোকক দেখি পলাই গৈছিল। লগত অসহায় কোঁৱৰ-কুঁৱৰী।

সাৰথি : যোৱা। এখেতসকলৰ বাবে দেশৰ প্ৰজা হিচাবেও তোমালোকৰ কৰণীয় কাম আছে। টেকেলিটো বন্ধ হ'লেই সকলোৱে শিলৰ ৰূপ ভাঙি আগৰ ৰূপ পাব। ভয়ৰ কোনো কাৰণ নাই। যোৱা, নোযোৱা কিয়? কোঁৱৰ-কুঁৱৰীয়ে মুক্তি পালেহে কুবেৰ কিংকৰক হত্যা কৰিব পৰা যাব। তোমালোকৰ মাত্ৰ কোঁৱৰ-কুঁৱৰীক মুকলি কৰি দিয়া কাম। (নিশাহ, পুষ্পকন্যা আৰু চিত্ৰলেখাই গৈ টেকেলিৰ মুখখন কাষৰ ঢাকনীৰে বন্ধ কৰি দিছে। সংগীত। অনংগ-কান্তাই জড়তা ভাঙে।)

সাৰথি : চোৱা - চোৱা দেখিছা? কোঁৱৰসকলে মানৱৰূপ ঘূৰাই পাইছে।

অনংগ : উস্, কি মুকলি মুকলি লাগিছে!

কান্তা : ধন্যবাদ নিশাহ, পুষ্পকন্যা, চিত্ৰলেখা। তোমালোকেহে আমাক ৰক্ষা কৰিলা।

সাৰথি : অথচ আপোনালোকেই এওঁলোকৰ ফুলনি, পুতলা, ছবিবোৰ ধ্বংস কৰি আহিছে।

অনংগ : আমাক তোমালোকে ক্ষমা কৰা।

কান্তা : আমি প্ৰাণৰ ভয়তহে কৰিছিলো।

পুষ্প : নহয় কোঁৱৰ-কুঁৱৰী। আমি আপোনালোকক জানো।

চিত্ৰলেখা : *সাৰথিয়ে আমাক সকলো কৈছে। আপোনালোকৰ গাত কোনো দোষ নাই।*

অনংগ : দোষী মই। মইহে সাৰথিৰ কথা শুনা নাছিলো। সাৰথি, তুমি আমাৰ সঁচা বন্ধু। আজিৰ পৰা সদায় মই তোমাৰ কথা শুনিম।

কান্তা : ময়ো শুনিম।

সাৰথি : আপোনালোকক ৰক্ষা কৰোৱাটো মোৰ কৰ্তব্য। যিহেতু মই মহাৰাজৰ আশ্ৰিত।

পুষ্প : মোৰ 'সখী'ৰ কি হ'ব এতিয়া সাৰথি?

সাৰথি : চিন্তা নকৰিবা। পুষ্পকন্যা। সখীয়ে ইতিমধ্যে কোঁৱৰসকলৰ লগতেই কিজানি আগৰ ৰূপ ঘূৰাই পাইছে। ঘূৰি গ'লেই দেখিবা।

পুষ্প : আৰু ফুলনিখন?

চিত্ৰলেখা : ছবিবোৰ....

নিশাহ : মোৰ পুতলাবোৰৰ কি হ'ব?

সাৰথি : সেইবোৰ আগৰ দৰে হ'বলৈ হ'লে ভূতটোৰ মৃত্যু হ'ব লাগিব। এতিয়া কেৱল তাৰ মায়াজালহে আঁতৰিছে।

অনংগ : কোৱা সাৰথি। কি কৰিলে সি মৰিব?

কান্তা : সি মৰিলে আৰু কিজানি কেতিয়াও বেয়া কামবোৰ নহ'ব।

অনংগ : মই তাক মাৰিবলৈ সাজু আছো।

সাৰথি : আপোনাৰ সঁচা বীৰত্ব এতিয়াহে প্ৰকাশ হ'ব কোঁৱৰ।

চিত্ৰলেখা : আমি সকলোৱে তাৰ মৃত্যু বিচাৰিছো।

নিশাহ : কওক সাৰথি। কি কৰিলে সি মৰিব?

সাৰথি : কোঁৱৰসকল-আপোনালোকক প্ৰজাই উদ্ধাৰ কৰিলে। মোৰ কথা মতে এইবাৰ আপোনালোকে প্ৰজাক উদ্ধাৰ কৰক।

অনংগ : আমি যুদ্ধ কৰিব লাগিব?

কান্তা : সি বহুত শক্তিশালী।

অনংগ : তাক বলে নোৱাৰি।

সাৰথি : পাৰিব। যাওক, প্ৰথমে টেকেলিটোৰ মুখখন খুলি দিয়কগৈ। এইবাৰ মই কৈছো।

কান্তা : কিন্তু সি যে তাত শুই আছে!

সাৰথি : সি কেনেকৈ শোৱে, আপোনালোকে জানো জানে?

অনংগ : নাজানো।

সাৰথি : তেনেহ'লে কিয় ভয় কৰিছে? আগবাঢ়ক।

অনংগ : মোৰ অস্ত্ৰ—

সাৰথি : নেলাগে। সেইবোৰ ৰথত আছে। সকলোবোৰ কিজানি আগৰ দৰেই জোঙা হৈ পৰিছে। যাওক মই কোৱাটো কৰকগৈ।

কান্তা : আহা দাদা। সাৰথিয়ে আমাক কেতিয়াও বিপদত নেপেলায়।
(অনংগ-কান্তাই ভয়ে ভয়ে টেকেলিৰ মুখখন খোলে।)

সাৰথি : ভিতৰলৈ চাওক। কি দেখিছে?

অনংগ : আন্ধাৰ। ভালকৈ মনিবই নোৱাৰি।

কান্তা : ইয়াতচোন কুকি নাই সাৰথি।

সাৰথি : তাতেই আছে।

কান্তা : তুমি আমাক যাদু দেখুৱাইছা নেকি?

সাৰথি : আছে। ভালকৈ চাওকচোন।

অনংগ : চাইছো।

সাৰথি : কি দেখিছে?

কান্তা : একো দেখা নাই।

অনংগ : বাহ্-ইয়াতচোন এইবোৰ বহুত সোণৰ মুদ্রা!

কান্তা : এইবোৰ আকৌ ক'ৰপৰা আহিল?

সাৰথি : গোটেইখিনি উলিয়াই আনক। পাৰিব?

কান্তা : পাৰিম। ৰ'বা দাদা।
(অনংগ আৰু কান্তাই ভিতৰৰ পৰা কিছুমান সোণৰ মুদ্রা দুহাতেৰে উলিয়াই আনে।)

সাৰথি : ভালেই হ'ল। মহাৰাজ উগ্রসেনৰ বহুদিনৰ আশা এটা আজি পূৰণ হ'ব। এতিয়া এইখিনি পুষ্পকন্যা, নিশাহ আৰু চিত্ৰলেখাক সমানে ভগাই দিয়ক। যোৱা লোৱাগৈ তোমালোক।
(অনংগ-কান্তাই তিনিওকে ভগাই দিয়ে। হঠাৎ কুবেৰ কিংকৰে Off Voiceত মৰণৰ যন্ত্ৰণা প্ৰকাশ কৰে।)

Off Voice : আহ্ সাৰথি। মই হাৰি গ'লো। মোক নেমাৰিবি। (মৃত্যু)

কান্তা : (ভয়) কি হ'ল সাৰথি?

অনংগ : কোনে মাতিলে?

কান্তা : মাতটো অথনিৰ কুবেৰ কিংকৰৰ নিচিনা নহয়নে?

পুষ্প : তাৰমানে কুকি মৰিল নেকি?

চিত্ৰলেখা : ধন-সোণবোৰৰ মাজত কুকি থাকে নেকি?

নিশাহ : আমাক এইবোৰ কিয় দিছে?

সাৰথি : পুষ্পকন্যা, নিশাহ আৰু চিত্ৰলেখা। শুনা। এই ধনেৰেই তোমালোকে নিজৰ ক্ষতিখিনি পূৰাই ল'বা। কোঁৱৰ-কুঁৱৰী। আপোনালোকে নেজানে। এয়া আছিল কুকিৰ সঁচা ৰূপ। বাতিৰ ৰূপ। এই ৰূপতহে সি মৰে।

গছ O-V : বাহ্! আমি আকৌ সেউজীয়া হৈ পৰিব পাৰিম। মই গছে কৈছো। সুখৰ দিনবোৰ আকৌ আহিল।

পাহাৰ : কি যে আনন্দ! মই পাহাৰে কৈছো। সাৰথি - কুবেৰ কিংকৰৰ মৃত্যুত আমি অতি সুখী।

কান্তা : কি কথা সাৰথি? আমি যে আজি গছ-পাহাৰ সকলোৰে কথা শুনিছো!

অনংগ : ময়ো শুনিছো।

নিঃচিঃপুঃ : আমিও শুনিছো।

সাৰথি : এয়া যে বিশ্বৰ সঁচা ৰূপ কোঁৱৰ। আপোনালোক এতিয়া অতি মানৱ।
(সংগীত। সকলো স্থিৰ। ৰথত যোৱাৰ কম্পজিচন্।)

— সমাপ্ত —

# অভিযানৰ শেষত

নাট্যকাৰ ঃ বিনোদ ভাগৱতী

**চৰিত্ৰবোৰ ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | ৱীণা | — | ১১-১২ | বছৰ |
| ২। | বিধু | — | ১১-১২ | ” |
| ৩। | ৰামু | — | ১১-১২ | ” |
| ৪। | ভোলা | — | ১২-১৩ | ” |
| ৫। | পপী | — | ৯-১০ | ” |

# কাহিনীৰ সংক্ষিপ্ত সাৰাংশ

বিধু, ৰামু, ভোলা, ৰীণা আৰু পাখী— এই সৰু সৰু ল'ৰা-ছোৱালীকেইটাক লৈয়ে গঢ় লৈ উঠিছে নাটকখনৰ কাহিনীভাগ...।

পাখী হ'ল গুৱাহাটীৰ ছোৱালী। এটা নিষিদ্ধ সংগঠনৰ মানুহে তাইক অপহৰণ কৰিলে। পাখীক লৈ অহা হ'ল গুৱাহাটীৰ পৰা বহু আঁতৰৰ এখন একেবাৰে ভিতৰুৱা গাঁৱলৈ। অপহৰণকাৰীয়ে তাইক ৰাখিলে ৰীণাহঁতৰ ঘৰত। ৰীণাৰ মাকে আপত্তি কৰিলে যদিও অপহৰণকাৰীয়ে মাকৰ কথাত গুৰুত্ব নিদিলে।

ৰীণাই কিন্তু কথাটো মুঠেই সহজভাৱে ল'ব নোৱাৰিলে আৰু কেনেকৈ ছোৱালীজনীক অপহৰণকাৰীৰ কবলৰ পৰা ৰক্ষা কৰিব পাৰে তাৰে বুদ্ধি পাঙিব ধৰিলে। তাই তাইৰ বন্ধু ৰামুৰ লগত কথাটো আলোচনা কৰিলে। ৰামুৱে প্ৰথমতে খুব ভয় পালে। লগে লগে সি মাতি আনিলে তাৰ আন দুজন বন্ধু— বিধু আৰু ভোলাক।

ভোলাৰ নেতৃত্বত সিহঁতে আৰম্ভ কৰিলে এক গোপন অভিযান। সিহঁত সফল হ'ল। পাখীক নাটকীয়ভাৱে উদ্ধাৰ কৰা হ'ল।

কি আছিল ল'ৰা-ছোৱালীকেইটাৰ অভিযান?

কাৰো অকণো ক্ষয়-ক্ষতি নোহোৱাকৈ কেনেকৈ উদ্ধাৰ কৰিলে ছোৱালীজনীক?

ঠিক তেনে এক সম্পূৰ্ণ বাস্তৱ পটভূমিৰ আধাৰতে গঢ় লৈ উঠিছে এই নাটকৰ কাহিনীভাগ— অভিযানৰ শেষত...।

(মঞ্চখনকে এখন মুকলি ঠাই হিচাপে ধৰি লোৱা হৈছে। এজনী সৰু ছোৱালী বীণা। মনত তাইৰ ভয় আৰু উৎকণ্ঠা। মাজে মাজে ভিতৰৰ পৰা ভাহি আহে এজনী সৰু ছোৱালীৰ (পপী) কান্দোন আৰু এজন মানুহৰ নাকৰ ঘৰঘৰণিৰ শব্দ। পৰিবেশ অত্যন্ত গভীৰ।)

বীণা : ছেঃ বৰ বেয়া কথা হ'ল— ইপিনে মায়েনো মোক এইখিনি সময়ত অকলে এনেকৈ এৰি যাব লাগেনে?

পপী : (ভিতৰৰ পৰা কান্দি কান্দি) মা মা মোক লৈ নোযোৱা কিয়— মোৰ বৰ ভয় লাগিছে মা—

বীণা : তুমি কান্দিলে কি হ'ব— তোমাৰ কান্দোন শুনিবলৈ ইয়াত মোৰ বাহিৰে কোনো নাই— (নাকৰ শব্দ বেছি হয়) —এই যে দাদাজন তেওঁ বাৰু কেনেধৰণৰ মানুহ— এজনী ছোৱালী পেঁ পেঁকৈ ওচৰতে কান্দি আছে— অথচ তেওঁ নিশ্চিন্ত মনে শুই আছে— আচৰিত দেই — যেন কুম্ভকৰ্ণহে।

পপী : (ভিতৰৰ পৰা) মোৰ বৰ ভোক লাগিছে মা মা—

বীণা : মই এতিয়া কি কৰো— কাৰোবাক ক'ব পৰা হ'লে— পাইছো— সৌজন বিধু, হাতত তাৰ কটাৰী আৰু এছাৰি...ক'লৈ বা যায় সি, বিধু ঐ বিধু অ' মই মাতিছো— শুনচোন বৰ জৰুৰী কথা এটা আছে।

বিধু : (প্ৰৱেশ কৰি) তইতো মোক কোনোদিনে ইমান মৰম সনা মাতেৰে নেমাত, কটাৰী আৰু এছাৰি দেখিছতো, বগৰী পালেও কিন্তু তোক নিদিওঁ— কিয় মাতিছ ক?

বীণা : সেইবোৰ একো নহয়— বৰ সাংঘাতিক ঘটনা— শুনচোন (কাণে কাণে কয়। বিধুৱে উচপ খাই উঠে)।

বিধু : কি? এতিয়া ক'ত আছে?

বীণা : আমাৰ বৰঘৰৰ বিছনাখনত আৰু দাদাজনে বাৰাণ্ডাত কাপোৰ এখন পাৰি নাক ঘৰঘৰাই শুই আছে— যেন কুম্ভকৰ্ণৰ নিদ্ৰাহে।

বিধু : ৰবিচোন মাৰই বাধা দিয়া নাছিল।

বীণা : দিছিল— মাৰ কথা শুনিলেহে, যেনেকৈহে চকু থিয় কৰি মালৈ চালে— সেই খণ্ডতে মাই একেকোবে গৈ নামঘৰ পালে আৰু বাবাতো গধূলিহে আহিব।

বিধু : বৰ বেয়া কথা হ'ল দেই— গাঁৱৰ দুই-এজন ডাঙৰ মানুহক খবৰতো দিলে ভাল হ'ব নেকি।

বীণা : দাদাজনে মোক এনেকৈ (দেখুৱাই) চকু দুটা পকোৱাই কি কৈছে জান— কাৰোবাক খবৰ দিলে হেনো বেচেৰীক মাৰিয়ে পেলাব— তেতিয়া?

বিধু : হে ভগৱান (ভয়তে জঁপিয়াই উঠে)

ৰীণা ঃ ছোৱালীজনীয়ে কান্দিয়ে আছে, কান্দিয়ে আছে— দুখে লাগে ভাই— কিবা এটা কৰিব নোৱাৰিনে— বিধু...

বিধু ঃ (অলপ ভাবি) ৰ'বি— (মোনাৰপৰা পেঁপা উলিয়ায়)

ৰীণা ঃ তই কেনেকুৱা ল'ৰা অ'— ইমান ডাঙৰ এটা সমস্যা— তই সহায় কৰিবি ক'ত, পেঁপা বজাবহে ল'লি—

বিধু ঃ পেঁপা এনেয়ে নবজাওঁ নহয়— এই পেঁপাটোত কেইটা ফুটা আছে— চাৰিটা হয়নে— এতিয়া তই ক আমাৰ বাগানত এতিয়া কি কি ফল পকি আছে?

ৰীণা ঃ আম, বগৰী আৰু লিচু

বিধু ঃ ঠিক ধৰিছ— এতিয়া শুন, এই পেঁপাটোৰ চাৰিটা ফুটাত চাৰিটা ভিন্ন মাত ওলায়— এক নং মাতটোত আম, দুই নং মাতটোত বগৰী, তিনি নং মাতটোত লিচু— তইতো জান, মোৰ লগত ভোলা আৰু ৰামুও আছে গতিকে এই পেঁপাটো হ'ল আমাৰ ইংগিত— অৰ্থাৎ কোনদিনা কি ফল খাম আৰু এই চাৰি নংটো হ'ল বিপদৰ—

ৰীণা ঃ ভাল বুদ্ধি দে তহঁতৰ— কাৰোবাৰ বিপদ হ'লে চাৰি নং মাতটো বজাই দিয়, যাতে মাতটো শুনিলেই বাকীকেইজন আহি হাজিৰ হয়।

বিধু ঃ অ' কাৰণ সিহঁতে বুজিব নিশ্চয় মোৰ কিবা বিপদ হৈছে— চাই থাক লাগে (পেঁপা বজায়। লগে লগে আৰু এটা পেঁপাৰ মাত শুনা যায়)— শুনিছ এয়া আমাৰ ইংগিত তাৰমানে সিহঁত আহি আছে— সৌৱা চা ভোলা আৰু ৰামুই কেনেকৈ দৌৰি আহি আছে— মই ইয়াত আছো (ভোলা আৰু ৰামুৰ প্ৰৱেশ)।

ভোলা-ৰামু ঃ কি হৈছে ক? (বিধুৱে দুয়োকে কাণে কাণে কয়। ৰামুৱে ভয় পায়। ভোলা নিৰ্ভীক)

ৰামু ঃ কি হ'ব এতিয়া?

ভোলা ঃ শুন—মই যেতিয়া গম পালো, কিবা এটা কৰিম যে খাটাং।

ৰীণা ঃ সঁচাই কৈছনে ভোলা

বিধু ঃ তই আৰু এয়া আমাৰ বাগানত গছৰ পৰা বগৰী পৰাৰ দৰে ঘটনা বুলি নেভাবিবি।

ভোলা ঃ তাতকৈ সহজহে— বুদ্ধি এটা সকলোৱে ভাব আৰু যিজনে প্ৰথমতে বুদ্ধিটো উলিয়াব সিয়েই আমাৰ এই অভিযানৰ নেতা হ'ব।

ৰীণা ঃ তই এইটো অভিযান বুলি ক'লি যে

ভোলা ঃ অতো আকৌ— এজনী ছোৱালীক আমি এটা ভয়ংকৰ বিপদৰ পৰা উদ্ধাৰ কৰিম— এইটো অভিযান নহৈ কি? এতিয়া সকলোৱে বুদ্ধিটোৰ বিষয়ে ভাব (কিছু সময় মঞ্চত কাৰো মাতবোল নাই) আচ্ছা ৰীণা— তই এতিয়া ইয়াত কি কৰি আছ?

ৰীণা ঃ দাদাজনে যি কৰিব কৈছে তাকেই কৰি আছো— তেওঁ কৈছে কোনো অচিনাকি মানুহ আহিলে মই যেন ততালিকে গৈ তেওঁক খবৰ দিওঁ— তেওঁ হেনো যোৱা তিনি ৰাতি

শোৱাই নাই আৰু মাজে মাজে ছোৱালীজনীৰ লগত থাকিব কৈছে আৰু পানী খাব খুজিলে দিব কৈছে।

ৰামু : এটা কথা, আমাৰ নিতাইহঁতৰ ঘৰলৈ মাজে মাজে দুই-এজন পুলিচ আহে, খবৰ এটা লৈ আহিম নেকি— তেতিয়াতো লেঠাই শেষ।

ৰীণা : নোৱাৰ, মোক দাদাজনে তাকো কৈছে— পুলিচক খবৰ দিয়া দূৰৈৰ কথা, পুলিচ এমাইল দূৰৈত দেখিও যদি তেওঁক খবৰ নিদিওঁ, তাইৰ লগত হেনো মোকো মাৰি পেলাব।

ভোলা : গম পালি— সেই কাৰণে কৈছো বুদ্ধি এটা বিচাৰিবলৈ (ভোলাই অলপ পাইচাৰি কৰে)। পালিনে কোনোবাই, মই হ'লে পাইছো।

আটায়ে : কি?

ভোলা : তাৰ আগতে তহঁত আটায়ে মোক এই অভিযানৰ নেতা বুলি মানি ল আৰু মই যি কওঁ তাকে কৰিম বুলি শপত খা।

ৰীণা : তোৰো যে আৰু কথা, নেতানো আমাক কিয় লাগে— আমি কিবা যুঁজিব যাম নেকি?

আটায়ে : সইত সইত তিনি সইত, এতিয়া ক—

ভোলা : আঃ কৈ আছো নহয়— আৰম্ভ কৰিব দেচোন— ৰামু তই এই কটাৰীখন লৈ মোৰ লগত আহ।

ৰামু : তই কাৰোবাৰ লগত কাজিয়া কৰিবি নেকি? মই কিন্তু তই নক'লে নেযাওঁ দেই।

ভোলা : তহঁতে মোক নেতা বুলি মানি লৈছ নে নাই— আহ বুলি কৈছো নহয়।

ৰীণা : তই দেখোন কথাবোৰ আমাৰ অংকৰ ছাৰে কোৱাৰ দৰে কৈছ— তই কি কৰিবি নক'লে ৰামুৱে যায় কেনেকৈ— ঠিক আছে আমি আটায়ে যাম, হ'ব— এই আহ।

ভোলা : নালাগে, মই অকলে যাম।

বিধু : নহ'ব— নেতাৰ কথা আমি শুনিম বুলি শপত খাইছো যেতিয়া ৰামুৱে যাবই লাগিব আৰু সি যাবও, মাথোঁ সি জানিব খুজিছে তই যাবি ক'লৈ?

ভোলা : ৰীণা, তই কোৱা নাছিলি— ছোৱালীজনীক হাতে-ভৰিয়ে বান্ধি থৈছে বুলি, ৰছীডাল কাটি তাইক ইয়ালৈ লৈ আহিম, ৰামুৱে মাথোঁ লক্ষ্য ৰাখিব লাগে দাদাজনে সাৰ পাই নেকি, বাকী কাম মোৰ।

ৰামু : তাকেই নকৱ কিয়? ব'ল...

বিধু : ৰ'বিচোন— যদি সঁচাকৈয়ে দাদাজনে সাৰ পায় যায়, তেতিয়া...

ভোলা : সেই বুদ্ধি মোৰ আছে, কিবা বিপদ হ'লে পেঁপাটো বজাই দিম— তহঁতে পলাবি, মই কিবা এটা কৰিম, এতিয়া আহ।

ৰীণা : সেইটো কামৰ বাবে মইহে বেছি উপযুক্ত হ'ম, আমাৰ ঘৰৰ কথা ৰামুৱে কি জানে? নে মই ছোৱালী বাবে নোৱাৰিম বুলি ভাবিছ?

ভোলা ঃ ঠিক আছে তেনেহ'লে, তয়েই আহ আৰু তহঁত দুয়োটাই ছোৱালীজনীক ইয়ালৈ অনাৰ পিছত পঠিয়াই দিয়াৰ বুদ্ধি এটা ভাবি থাক, ৰীণা আহ...

(মঞ্চত থাকে বিধু আৰু ৰামু। দুয়োৰো মনত উৎকণ্ঠা। সংগীতেৰে পৰিবেশ গভীৰ কৰা হয়)

বিধু ঃ ৰামু অ'

ৰামু ঃ কি?

বিধু ঃ দাদাজনে কিয় বাৰু ছোৱালীজনীক এনেকৈ ধৰি আনিলে? বেচেৰীয়ে কম কষ্টখন পাইছেনে—

ৰামু ঃ এ ৰাম অ'— পিছে এটা কথা, সেইদিনা আমাৰ ছাৰ-বাইদেউসকলে আলোচনা কৰা মই শুনিছো, আজিকালি টাউন-চহৰবোৰত এনেবোৰ ঘটনা হেনো ঘটিয়েই থাকে— এনেকৈ ধৰি আনি পিছত বোলে পইচা বিচাৰে।

বিধু ঃ পইচা? পইচা ছোৱালীজনীয়ে ক'ৰ পৰা দিব?

ৰামু ঃ তাকো অলপ-অচৰপ নহয়, ইমান হেনো (হাতেৰে দেখুৱাই)

বিধু ঃ মানুহবোৰে ইমান পইচাৰে কি কৰে?

ৰামু ঃ সুধি নাহ কিয় কি কৰে? মইতো জানিলে ক'লোৱেইহেঁতেন।

বিধু ঃ এই দাদাজন বৰ বেয়া চাগে— ইমানে যদি তেওঁৰ পইচাৰ অভাৱ হৈছে, তেনেহ'লে চাকৰি নকৰে কিয়? তেতিয়াতো ঢেৰ টকা পাব, কিন্তু তাকে নকৰি এজনী সৰু ছোৱালীক এনেকৈ ধৰি আনি কষ্ট দিব লাগেনে?

ৰামু ঃ মই কি ভাবিছো জান— দাদাজনৰ ঘৰত বোধহয় তেনে সৰু ল'ৰা-ছোৱালী নাই— থকা হ'লে কেতিয়াও এনে কাম কৰিব নোৱাৰিলেহেঁতেন।

বিধু ঃ তই ঠিক কৈছ— কেতিয়াও নোৱাৰিলেহেঁতেন।

ৰামু ঃ সেইবোৰ বাদ দে— ভোলাই আমাক পিছে ছোৱালীজনীক পঠাই দিয়াৰ উপায় ভাবিব কৈছিল— কিবা পালিনে?

বিধু ঃ নাই পোৱা অ'— যি কৰে কৰিব দে।

ৰামু ঃ এৰা, মুঠতে যিকোনো প্ৰকাৰে বেচেৰীক ঘৰলৈ পঠিয়াব পাৰিলেই হ'ল— সৌৱা দেখিছ, ভোলা আৰু ৰীণাই ছোৱালীজনীক লৈ আহিল— বেচেৰীয়ে কেনেকৈ কান্দিছে চাচোন...

(ছোৱালীজনীক লৈ ভোলা আৰু ৰীণাই মঞ্চত প্ৰৱেশ কৰে। ছোৱালীজনীৰ কান্দোন বেছি হয়)

পপী ঃ মোক মাৰ ওচৰলৈ যাব দিয়া— মোক কিয় ইয়ালৈ লৈ আনিছা? মা...মা... মোক তুমি লৈ যোৱা মা।

বিধু ঃ শুনা, এই মুহূৰ্তত আমি তোমাৰ বন্ধুহে— ই ভোলা। আমাৰ দলৰ নেতা। মই বিধু, ই ৰামু আৰু এই ৰীণা— আমাৰ ওচৰত তোমাৰ কোনো ভয় নাই।

পপী ঃ মোৰ বৰ ভোক লাগিছে— কিবা খাব দিয়া না?

ৰীণা ঃ লোৱা এই চকলেটটো— মোক দাদাজনে দিছিল— তুমিয়ে খোৱা আৰু এতিয়া কোৱা তোমাৰ ঘৰ ক'ত? কেনেকৈ এইবোৰ ঘটিব পালে?

পপী ঃ মোৰ নাম পপী, ঘৰ গুৱাহাটীত। সদায় মই গাড়ীৰে স্কুললৈ অহা-যোৱা কৰো, আজিও ঠিক স্কুলৰ সন্মুখতে গাড়ীৰ পৰা নমাৰ লগে লগে কেইজনমান দাদাই মোক জোৰ কৰি বেলেগ গাড়ী এখনত উঠাই দিলে। মই বহুত চিঞৰিলো জানা, কিন্তু কোনেও মোৰ কথা নুশুনিলে— তাৰ পিছত মই একো ক'ব নোৱাৰো— দাদাজনে মোক কিয় ধৰি আনিলে? মইতো একো দোষ কৰা নাই (কান্দে)

ৰীণা ঃ উঃ নাকান্দিবাচোন— আমি কিবা এটা কৰিম বুলি ঠিক কৰিছোৱেই— বুদ্ধিটো পোৱা নাই বাবেহে, নহয়— (বাকীকেইজনক ক'ব)

আটায়ে ঃ অ'তো আকৌ—

পপী ঃ মোক ঘৰত থৈ আহানা প্লিজ...

বিধু ঃ ইমান সহজ হ'লেতো কথাই নাছিল— গুৱাহাটী ইয়াৰ পৰা কমেও তিনি দিনৰ বাট— যাবলৈ গাড়ী-মটৰ পাবা ক'ত? আমাৰ ৰাস্তাবোৰ দেখা নাই কেনে লুংলুঙীয়া?

ৰামু ঃ আচলতে তোমাক আমি এনেকৈ ৰাখি থ'বও নোৱাৰো— আৰু থওঁ বুলি ক'ৰবাত থৈ আহিবও নোৱাৰো— সমস্যা সেইটোৱেই হৈছে।

ভোলা ঃ শুনা, আমি গুৱাহাটী ক'ত? তালৈ কেনেকৈ যায়— সেইবোৰ একো নাজানো।

ৰীণা ঃ মাথোঁ কিতাপত পাইছো— গুৱাহাটী এখন ডাঙৰ চহৰ— তাত পঢ়া-শুনা কৰা বহুতো ভাল মানুহ থাকে।

পপী ঃ মিছা কথা— নাথাকে, তাৰ সকলো মানুহেই বেয়া, বৰ বেয়া, নহ'লে অন্ততঃ এজন মানুহে মোৰ কান্দোন শুনিলেহেঁতেন। মোৰ এতিয়া কি হ'ব, মই মাক লগ পাম নে (ফেঁকুৰি দিয়ে)।

ভোলা ঃ ঠিক পাবা বুলি এতিয়াই ক'ব নোৱাৰো। কিন্তু কিবা এটা কৰিম যে খাটাং।

বিধু ঃ আচলতে এই সমস্যাটো আমাৰ বাবে একেবাৰে নতুন, সেই কাৰণে বুদ্ধিটো পটককৈ মনলৈ অহা নাই।

ৰামু ঃ আহিছে— মোৰ মনলৈ বুদ্ধি এটা আহিছে।

ভোলা ঃ কি? (ভোলা আৰু ৰীণাই আগবাঢ়ি যায়) কচোন—

ৰামু ঃ সদায় যে এইখিনি সময়ত আমাৰ গাঁৱৰ কাষেৰে ৰে'ল এখন মস্ত উকি মাৰি পাৰ হৈ যায়, সেইখনত কিবাকৈ উঠাই দিব নোৱাৰিনে? (ভোলা অলপ চিন্তিত হয়। বিধুৱে হাঁহিব ধৰে) হাঁহিছ যে—

বিধু ঃ ঐ মূৰ্খ ৰে'ল কিবা য'তে-ত'তে ৰখে নেকি— ৰে'ল ষ্টেচনতহে ৰখে আৰু ষ্টেচন ইয়াৰ পৰা কমেও তিনি ঘণ্টাৰ বাট— তেতিয়ালৈ ৰে'লখনে তোলৈ বৈ থাকিব নেকি— নহয় ভোলা (ভোলা নিমাত)

ৰীণা : ৰে'লখন কিবাকৈ ৰখাব নোৱাৰিনে? (পপীৰ কান্দোন বেছি হয়) তুমি এনেকৈ কান্দি থাকিলে দাদাজনে কিন্তু সাৰ পাই যাব— তেতিয়া পুনৰ তোমাক হাতে-ভৰিয়ে বান্ধি থ'ব— পাবা মজা।

পপী : মই মোৰ নিজৰ ঘৰত থকা হ'লে কিজানি তোমালোকৰ দৰেই ক'লোহেঁতেন— দাদাজন বৰ বেয়া মানুহ নেকি বাইদেউ?

ৰীণা : সেইটো কেনেকৈ ক'ম, তেওঁক আমি আজিহে প্ৰথম দেখিছো, নহয় ভোলা— তই দেখোন একো নমতাই হ'লি অ'—

ভোলা : চা, মই এনেয়ে তহঁতৰ নেতা হ'ব খোজা নাই, নেতা হ'বলৈ হ'লে বুদ্ধিও লাগে, সাহসো লাগে, ৰামুৰ অৱশ্যে বুদ্ধি গোটেই নোহোৱা নহয়, পিছে তাৰ সাহস নাই, মোৰ কিন্তু দুয়োটাই আছে।

বিধু : আগেয়ে কামটো কৰি দেখুৱাচোন, তাৰ পিছতহে দেখিম কাৰ কিমান নেতা হোৱাৰ যোগ্যতা আছে।

ভোলা : কামটো হ'ল বুলিয়েই ধৰ।

পপী : কি? মোক তোমালোকে মোৰ মাৰ ওচৰলৈ লৈ যাবা।

ভোলা : উ নিমতো, পিছে আমি নেযাওঁ, নিব বেলেগেহে।

ৰীণা : তাৰ মানে তই কাৰোবাক পালি— কথাবিলাক খুলিও নকৱ নহয়।

ভোলা : অ' পালো বুলিয়েই ধৰ।

পপী : মোক কোনে লৈ যাব?

ভোলা : এতিয়াই নকওঁ আৰু তোমাকনো সেইবোৰ কেলৈ— ঘৰ পালেই হ'ল, বাকী কাম মোৰ, মানে এই অভিযানৰ নেতাৰ।

ৰীণা : ইচ্, সি যেন পাৰিবহে।

ভোলা : পাৰিমতো, মাথোঁ মই কোৱা মতে তহঁতে কৰি যাবি— শুন ৰে'লখন আমি ৰখাম কিন্তু কেনেকৈ ৰখাম সেই বুদ্ধিটো মই এতিয়া দিম।

আটায়েঃ ক-না ক-না?

ভোলা : উঃ ক'ম নহয়, তাৰ আগতে তহঁতে যিমান পাৰ চিঞৰ-বাখৰ কৰ।

বিধু : তই পাগল হৈছ নেকি— আমি যদি চিঞৰো দাদাজনে দেখোন সাৰ পাই যাব।

ভোলা : সাৰ পালে কি কৰিব লাগিব সেই বুদ্ধি মোৰ আছে, সময়ত ক'ম— উ নেতাৰ আদেশ, পালন কৰ।

ৰামু : তই নেতা হ'ব নোৱাৰদে— কি চিঞৰিম, কেলৈই চিঞৰিম আমিতো জনা উচিত।

ভোলা : মই যি কৈছো তাকেই কৰ, মুঠতে গান এটা হ'লেও আটায়ে চিঞৰি চিঞৰি গাবই লাগিব, নহ'লে ছোৱালীজনীৰ উদ্ধাৰ অসম্ভৱ।

পপী : নহয়, নহয়, তেনেকৈ নক'বা— তেওঁলোকে নেগায় যদি ময়েই গাম— মই গান গাব জানো। (পপী— টিংকল টিংকল, লিটল ষ্টাৰ— গানটো শেষ নহ'ল— পপীয়ে মা মা বুলি চিঞৰি উঠে। পৰিবেশ সাংঘাতিক কৰুণ হয়। ভোলাৰ বাহিৰে বাকীবোৰৰ চকুলৈ পানী আহে)।

ৰীণা : তুমি ইমান সুন্দৰকৈ ইংৰাজী গান গাব জানা।

পপী : এই গানটো মোক মোৰ মায়ে শিকোৱা— মইতো আৰু মোৰ মাক দেখা নেপামেই চাগে?

ৰীণা : কিয় নেপাবা? আমি কিবা এইবিলাক এনেয়ে কৰি আছোনে? তোমাৰ উদ্ধাৰৰ বাবেই।

ৰামু : তোমাৰ গানটো শুনি আমাৰ ভালো লাগিছে-বেয়াও লাগিছে— বেয়া কিয় লাগিছে জানা? তুমি এনেকৈ কন্দা বাবে।

বিধু : তুমি এনেকৈ কান্দি থাকিলে মনলৈ অহা বুদ্ধিটোকে হয়তো ভোলাই পাহৰি যাব, তেতিয়া চব পণ্ড হৈ যাব— নহয় ভোলা?

ভোলা : নহয়-চা— তহঁতে পপীৰ গান শুনিয়ে মনবিলাক মাৰি পেলালি— মই কিন্তু কৰা নাই কাৰণ মই নেতা। নেতা দুৰ্বল হ'লে নহ'ব আৰু পপীৰ দৰে এনেকৈ পে পেকৈ কান্দি কান্দি গালে উদ্দেশ্যও সফল নহ'ব— মই কৈছো ডাঙৰ ডাঙৰকৈ চিঞৰি চিঞৰি গাবলৈ তহঁতে গাবই লাগিব— এয়া মোৰ আদেশ।

বিধু : পিছত কিন্তু আমাক নুদুষিবি, মাইকত গোৱাৰ দৰে আটাহ পাৰি পাৰি গাম।

ভোলা : অ' নুদুযো— মুঠতে আৰম্ভ কৰ— সময় কিন্তু গৈ আছে।

ৰীণা : ঠিক আছে বাইদেৱে গান গাই গাই শিকোৱা নেওতাখনকে মাতিম— হ'বতো।

ভোলা : হ'ব— কিন্তু মুখৰ ভিতৰত গালে নহ'ব— কৈছো নহয়, চিঞৰি চিঞৰি গাব লাগিব, মই বন্ধ কৰিব নোকোৱালৈকে।

ৰীণা : পপী— চাওঁ তুমি ইয়াত বহি থাকা, উ— এক, দুই, তিনি (গান)

ভোলা : উঃ বঢ়িয়া, আৰু ডাঙৰকৈ আৰু ডাঙৰকৈ (লাহে লাহে ভোলাই মঞ্চৰ একাষে গৈ কাণপাতি কিবা শুনে। ইংগিতেৰে ৰীণাকো মাতে। নাকৰ ঘৰঘৰণিৰ শব্দ স্পষ্ট শুনা যায়) চা— মই তহঁতক এনেয়ে কোৱা নাই। নেতা হ'বলৈ হ'লে সাহস আৰু বুদ্ধি দুয়োটাই লাগে বুলি। ৰে'লখন ৰখোৱাৰ ব্যৱস্থা মই কৰিম। পিছে ৰে'লখন ৰখোৱাৰ পিছতটো বিৰাট হুলস্থূল হ'ব।

আটায়ে : অ' হ'বতো— এইটো সকলোৱে জনা কথা।

ভোলা : কিন্তু এইটো নিশ্চয় জনা নাছিলি যে মই কিয় তহঁতক চিঞৰ-বাখৰ কৰিবলৈ কৈছিলো— কাৰণ আমি এইখিনিতে ইমান ডাঙৰকৈ চিঞৰাৰ পিছতো যেতিয়া দাদাজনে সাৰ পোৱা নাই, গতিকে আমাৰ আৰু বিপদ নাই।

বিধু : তোৰ সঁচাই বুদ্ধি আছেদে— এইখিনি কথা আমি বুজিয়েই পোৱা নাছিলো— ই দেখিছো আমাৰ নেতা হ'ব পাৰিব।

ভোলা : পাৰিমতো, এতিয়া এটা কাম কৰ— এখন ডাঙৰ বগা কাগজ ল— ইমান ডাঙৰ (দেখুৱাই)

ৰীণা : ইমান ডাঙৰ বগা কাগজ ক'ত পাম? —তোমাৰ আছে নেকিহে? (পপীক ক'ব)

পপী : আছে, লোৱা— মোৰ তাত ৰঙা-বগা পেঞ্চিলো আছে এয়া।

ভোলা : ৰামু, এতিয়া মই কৈ যাম আৰু তই লিখি যাবি, ডাঙৰকৈ লিখিবি— ৰে'লখন ৰখাওক এজনী ছোৱালীক উদ্ধাৰ কৰক।

ৰামু : অলপ লাহে লাহে ক'বিনা, মই মেচিন নহয় নহয়।

ভোলা : সময় কম বাবেহে কৈছো আৰু ৰীণা তই দৌৰি গৈ ঘৰৰ পৰা এখন ৰঙা কাপোৰ লৈ আহ— মাৰৰ শাৰী নতুবা গামোচা এখন হ'লেও হ'ব।

ৰীণা : এইবিলাকেৰে তই কি কৰিব খুজিছ— কিবা এটা নকৰিবলৈওতো আমি জনা উচিত।

ভোলা : এয়া নেতাৰ আদেশ, যা— (ৰীণা ভিতৰলৈ দৌৰ মাৰে) ৰামু তোৰ হ'লনে, অ' বেছ, (ৰীণাই এখন ৰঙা কাপোৰ লৈ আহে) বঢ়িয়া এতিয়া আমি আটায়ে ৰে'ল লাইনৰ ওচৰলৈ যাম— এক, দুই তিনি— মাৰ দৌৰ।

(আটায়ে মঞ্চত দুপাকমান ঘূৰে। সিহঁত এতিয়া ৰে'ল লাইনৰ ওচৰত)

ৰীণা : বৰ ভাগৰ লাগিছে দেই— তইঁতে এতিয়া যি কৰ কৰি থাক— মই অকণমান জিৰাই লওঁ— (এনেতে তাই দেখে ভোলাই কাপোৰখন ফালি টুকুৰা-টুকুৰ কৰিছে) এই তই সেইখন ফালিলি যে মই এতিয়া মাক কি বুলি ক'ম?

ভোলা : মনে মনে থাক অ' এইজনী, ছোৱালীজনীৰ জীৱনতকৈ কাপোৰখন ডাঙৰ নেকি? শুন, তহঁতক মই এতিয়া আচল বুদ্ধিটো ক'ম। আটায়ে মন দি শুন আৰু মই যেনেকৈ কম, তাকেই কৰিবলৈ সাজু হ, বিধু?

বিধু : কি?

ভোলা : তই আৰু মই ৰে'লৰ উকি শুনাৰ লগে লগে ৰে'ল লাইনৰ মাজত থিয় হৈ ৰঙা কাপোৰ দুখিলা খুব জোকাৰিম— যাতে ড্ৰাইভাৰজনে দূৰৈৰ পৰা আমাক দেখে।

ৰীণা : আৰু মই কি কৰিম— ছোৱালী বুলি মোক লগত নল'লে কিন্তু নহ'বদেই।

ভোলা : কৈ আছো নহয়, তই এইখন হাতত লৈ দাঙি ধৰিবি, যাতে ৰে'লৰ যাত্ৰীবোৰে খিৰিকীৰে তোক দেখে।

ৰীণা : তাৰ পিছত।

ভোলা : মানুহবোৰে নিশ্চয় তোৰ পিনে চাব আৰু আমি লিখা কাগজৰ কথাখিনি পঢ়িব— তহঁতে চাই থাক ৰে'লখন ৰখিবই।

ৰীণা : বাঃ বঢ়িয়া, ৰে'লখন ৰখিব আৰু তাত উঠি তুমি গুৱাহাটী পাবা— (আনন্দত জঁপিয়াব ধৰে)

ৰামু : মনে মনে থাক, ৰে'লখনে উৰি আহি যেন পপীক লৈহে যাব— আৰু মই কি কৰিব লাগিব।

ভোলা : আৰু তেতিয়াই তই ৰামুৰে পপীক লৈ ৰে'লখনৰ একেবাৰে পিছপিনে হাতত নিচান লৈ থকা বুঢ়া ছাৰজনৰ ওচৰলৈ দৌৰিবি।

ৰামু ঃ সেইজন কোননো, তই চিনি পাৱ নেকি?

ভোলা ঃ নেপাওঁ, কোন তাকো নাজানো— কিন্তু এটা কথা জানো যে তেওঁ যাব দিলেহে ৰে'লখন যায় যেতিয়া তেওঁ এজন ডাঙৰ মানুহ— তেওঁ ছোৱালীজনীৰ বিপদৰ কথাখিনি শুনিবই।

পপী ঃ তেওঁ মোক ক'লৈ নিব? যদি ৰে'লেৰে আৰু ক'ৰবালৈ লৈ যায়?

ভোলা ঃ কেতিয়াও নিনিয়ে— ৰে'লখনৰ শ শ মানুহক তেওঁ নিৰাপদ ঠাইলৈ লৈ যায়— তেওঁ তোমাক সহায় কৰিবই। তুমি একো চিন্তা নকৰিবা, এতিয়া ৰে'লখন অহালৈ আমি আটায়ে ইয়াতে বহি অপেক্ষা কৰিম।

পপী ঃ তোমালোকক মই কেতিয়াবা আৰু লগ পামনে?

ভোলা ঃ নাজানো, তোমালোকৰ ঘৰ আমাৰ পৰা বহু দূৰত— মন থাকিলেও যাম কেনেকৈ— যাবলৈ সুবিধাও নাই, পইচাও নাই।

ৰামু ঃ এইকেইটা লোৱা পকা জামু— বাটত খাবা।

পপী ঃ বাঃ (খাই ক'ব) ইমান সোৱাদ।

বিধু ঃ সময় থকা হ'লে কেইটামান পকা আমো পাৰি দিলোহেঁতেন।

বীণা ঃ আচলতে তোমালোকৰ দৰে থাকিবলৈ— ধুনীয়া ধুনীয়া কাপোৰ পিন্ধিবলৈ আমাৰো মন যায় জানা। পিছে আমি বৰ দুখীয়া— পইচা পাম ক'ত?

ভোলা ঃ তোমাৰ দেউতাৰাই কি কৰে বাৰু?

পপী ঃ কি কৰে ময়ো ভালদৰে নেজানো— কিন্তু মায়ে কোৱা শুনিছো— গুৱাহাটীৰ বহুতো ডাঙৰ ডাঙৰ দলং, ডাঙৰ ডাঙৰ ৰাস্তা হেনো দেউতাই বনোৱা।

বীণা ঃ তুমি তেনেহ'লে দেউতাৰাক ঘৰলৈ গৈ ক'বাচোন— আমাৰ ৰাস্তাবোৰ ভাল কৰি দিবলৈ— তেতিয়া কিজানি তোমালোকৰ ঘৰলৈ এদিন যাব পাৰোঁৱে?

পপী ঃ নিশ্চয় ক'ম— এদিন চাবা মই দেউতা-মাক লৈ ইয়ালৈ আহিমেই।

ভোলা ঃ সেয়া ৰে'লৰ উকি— তহঁত আটায়ে শুনিছনে?

আটায়েঃ শুনিছো।

ভোলা ঃ সাজু হ— সৌৱা ৰে'লৰ ধোঁৱা, বিধু দৌৰি আহ আৰু মোৰ দৰে ৰঙা কাপোৰখন এনেদৰে জোকাৰি থাক।

বীণা ঃ (দূৰৈৰ পৰা) তহঁত দুয়োটাই ৰে'ল লাইনৰ ইমান মাজলৈ কিয় গৈছ? দেখা নাই ৰে'লখন আহি আছে।

ভোলা ঃ (চিঞৰি) তেতিয়াহে ড্ৰাইভাৰজনে আমাক দেখিব— চা, ড্ৰাইভাৰজনে বাৰে বাৰে হৰ্ণ বজাইছে, তাৰমানে তেওঁ আমাক দেখিছে!

বীণা-ৰামু ঃ তহঁতক আঁতৰিব কৈছে— আঁতৰি দে।

ভোলা ঃ নিদিওঁ ৰে'লখনৰ বেগ কমিছে, বীণা মানুহবোৰে খিৰিকীৰে মুখবোৰ উলিয়াই দিছে— তই

কাগজখন দাঙি ধৰ (এটা বিৰাট চিঞৰৰ মাৰি ৰে'লখন বৈ যায়) ৰামু— বুঢ়া ছাৰজনে ৰঙা নিচান দেখুৱাইছে— তাৰমানে ৰে'লখন ৰখিব— চা ৰখিলেই। তই এতিয়া পপীক লৈ ছাৰজনৰ ওচৰলৈ দৌৰ মাৰ—

(বস্তুত মানুহৰ কোলাহল ভাহি আহে। বিধু আৰু ৰীণাই থৰ লাগি ৰামুৰ পিনে চাই থাকে)

ভোলা ঃ দেখিছ— বুঢ়া ভদ্রলোকজনে ৰামুক মৰম কৰি কিবা-কিবি সুধিছে— সৌৱা ছোৱালীজনীক লৈ গ'ল— ৰামু আমাৰ অভিযান শেষ, ঘূৰি আহ।

(লাহে লাহে ৰে'লখনে গতি লয়। ৰামু ঘূৰি আহি সিহঁতৰ লগ লাগে)

ৰীণা ঃ (হাতখন লাহে লাহে দাঙি ক'ব) ঘৰলৈ গৈ আমাক পাহৰি নেযাবা দেই।

পপী ঃ কেতিয়াও নেযাওঁ, মই মোৰ মা-দেউতাক তোমালোকৰ কথা ক'ম।

আটায়েঃ লগৰবোৰকো ক'বা (ৰে'লৰ গতি তীব্র হয়)।

ৰীণা ঃ ৰে'লখনে গুৱাহাটী কেতিয়াগৈ পাব অ' ভোলা?

ভোলা ঃ জানো পাব চাগে' গধূলি মানে, নাপাবও পাৰে— সিমান বেছি মই নাজানো, কিন্তু এটা সময়ত পাব যে খাটাং।

ৰীণা ঃ তোক বুঢ়া ছাৰজনে কি বুলি ক'লেনো?

ৰামু ঃ তেওঁ আমাৰ সাহস আৰু বুদ্ধিক খুব শলাগিছে— লগতে আমাৰ আটাইৰে নাম আৰু ঘৰৰ ঠিকনাবোৰ লিখি লৈছে— তেওঁ হেনো ছোৱালীজনীক মাকৰ ওচৰত গতাই দিবই দিব আৰু খুব অচিৰে আমাৰ ঘৰৰ লগত হেনো যোগাযোগ কৰিব, কিয় কৰিব নক'লে আৰু ময়ো নুসুধিলো।

ৰীণা ঃ বেচেৰীয়ে যেতিয়া মাকক লগ পাব, কিমান ভাল লাগিব ভাবচোন— এটা কাম কৰো দে সৰু ল'ৰা-ছোৱালীৰ প্রার্থনা হেনো ভগৱানে শুনে— ছোৱালীজনীৰ যাতে কোনো বিপদ নহয়, তাৰ বাবে ভগৱানক আমি প্রার্থনা কৰো আহ—

ভোলা ঃ নহয়, অকল সেই বাবেই নহয়, তেওঁক ধৰি লৈ অহা দাদাইঁতকো যাতে ভগৱানে সুমতি দিয়ে—

(আটায়ে মঞ্চত আঁঠু লয়। দূৰৈৰ পৰা ভাহি আহে)

ৰঘুপতি ৰাঘৱ ৰাজা ৰাম, পতিত পাৱন সীতা ৰাম।

ঈশ্বৰ আল্লা তেৰে নাম, সবাকো সৎমতি দে ভগৱান।।

**— সমাপ্ত —**

**(অসম শিশু সাহিত্য ন্যাসে ২০০৯ চনৰ ২৯, ৩০ আগষ্টত অসম ভিত্তিত আয়োজন কৰা শিশুনাট প্রতিযোগিতাত শ্রেষ্ঠ পাণ্ডুলিপিৰূপে নির্বাচিত।)**

# ওলট-পালট

(অতুল চন্দ্ৰ হাজৰিকাদেৱৰ একে নামৰ কবিতাৰ আধাৰত ৰচিত)

নাট্যৰূপ ঃ **উৎপল কুমাৰ দাস**

**চৰিত্ৰসমূহ ঃ**

১। বুঢ়া
২। বুঢ়ী
৩। পোনাকণ
৪। গঞা

**মঞ্চসজ্জা ঃ**

**(জাপানৰ** ‘কাবুকি’ মঞ্চক আৰ্হি হিচাপে লৈ তাত উপস্থাপন **কৰিব বিচৰাৰ** হেতুকে **পৰিচালনাৰ** ‘আংগিক’ৰ ক্ষেত্ৰত **বিশেষ কথা নাটখনিত উল্লেখ কৰা** হোৱা নাই। সংগীত আৰু পো[illegible]ৰ গুৰুত্বপূৰ্ণ ভূমিকা। এক টোটেল্ থিয়েটাৰ কাম্য।)

— **নাট্যকাৰ**

**মঞ্চ নির্দেশনা ঃ**

(মঞ্চৰ **সোঁ-মধ্যাংশৰ** পিনে খেৰি চালেৰে আধা দৃষ্টিগোচৰ হোৱাকৈ বুঢ়াৰ ঘৰৰ **পিৰালি।** পিৰালিৰ **সন্মুখৰ বাকী** অংশ মুকলি গাঁৱলীয়া চোতাল। চোতালৰ অৰ্থাৎ **মঞ্চৰ মধ্য-বাওঁ** উচ্চাংশত এডাল গছ। **গছৰ দাঁতিতে** গৰু বন্ধা **খুঁটি।** খুঁটিত পঘা এডাল লাগি আছে। খুঁটিৰ ঠিক কাষতে **বাঁহৰ** জেওৰাৰে নিৰ্মিত **গৰুৰে** খেৰ খোৱা বৃত্তাকাৰ কুঁৰা এটা।

মঞ্চৰ বাওঁ-নিম্ন ফালে বাহিৰলৈ ওলাই যোৱা পথ আৰু সোঁ-উচ্চ ফালে বুঢ়াৰ ঘৰৰ পাছফালে যোৱা পথ।)

**নিৰ্দেশনা ঃ**

(আঁৰ-কাপোৰ আঁতৰি যোৱাৰ পিছত চোতালত Zone জ্বলি উঠিব। আৰু কিছু কৃষিৰ সঁজুলি পৰি থকা দেখা যাব, যেন বুঢ়াই তাত বহি বহু আগৰে পৰা সঁজুলি মেৰামতি কৰি আছিল। কেইটামান মুহূৰ্তৰ পিছত লাহে লাহে Light সম্পূৰ্ণ জ্বলি উঠে আৰু ঘৰৰ পাছফালৰ পৰা হাল লৈ বুঢ়া সোমাই আহে। (নিৰ্দেশনা)

চোতালত এটা পোহনীয়া কুকুৰ বহি থাকে। কুকুৰা আৰু শালিকী চৰাই দুটাকো বিচৰণ কৰি থকা দেখা যাব।

বুঢ়াই হালখন ভালদৰে নিৰীক্ষণ কৰে আৰু কাম কৰি থকা স্থানত হালখন থৈ নিজেও বহি হাল মেৰামতিৰ কামত লাগে। এনেতে বুঢ়ীয়ে ঘৰৰ ভিতৰৰ পৰা ওলাই আহি বুঢ়ালৈ দাখন আগবঢ়াই দি কয়—)

বুঢ়ী ঃ হো ল এইখন। (**বুঢ়াই বুঢ়ীৰ ফালে নোচোৱাকৈয়ে দাখন লয়। বুঢ়ী দা দি আঁতৰি যায়। বুঢ়াই পুনৰ কামত ধৰে। অলপপৰ পিছত বুঢ়ী পিতলৰ গিলাচ এটাত চাহ লৈ পুনৰ সোমাই আহে। চাহৰ গিলাচটো বুঢ়াৰ কাষত থৈ বুঢ়ী পুনৰ নিজৰ কামলৈ উভতি যায়। বুঢ়াই কাম কৰি থাকে। কামৰ মাজতে বুঢ়া এবাৰ উঠি গৈ পাছফালৰ ঘৰৰ বেৰত যেন কিবা এটা বস্তু বিচাৰি নেপাই পুনৰ উভতি আহে আৰু বুঢ়ীক খঙেৰে চিঞৰে—**)

বুঢ়া ঃ **হেৰৌ শুনিছনে? (অলপ ৰৈ) হেৰৌ শুনিছনে ক'ত মৰিলি হয়নে? (নিজৰ মাজতে ভোৰভোৰাব) এটা বস্তু যদি ঠিক জেগাত থাকে? মুঠতে এবাৰ এঠাইত থোৱাৰ পিছত দুনাই আৰু বস্তুবিধ সেই ঠাইত বিচাৰি নেপাব। (চিঞৰি) বোলো হেৰৌ শুনিছনে নাই?**

বুঢ়ী ঃ **(খঙেৰে ঘৰৰ ভিতৰৰ পৰা ওলাই আহি) কি হ'ল? এনেকৈ টেঁটু ফালি মৰিছনো কেলেই?**

বুঢ়া ঃ **কি হ'ল মানে?**

বুঢ়ী : এনেকৈ আৰু কাম নকৰিলেই হ'ল। বাঃ মানুহটোৱে দেখিছো মোক বলিয়া কৰিহে এৰিব।

বুঢ়া : কালি পথাৰৰ পৰা আহোঁতে পাই অনা দীঘল গজালটো পিছফালৰ সেই বেৰখনত গুজি থৈছিলো, বোলো কেতিয়াবা লাগিব। আজি সেইটো তাৰ পৰা নাইকিয়া হ'ল?

বুঢ়ী : মই কি জানো?

বুঢ়া : (খং) কেলেই নেজান তই? তই নথ'লে থ'লে কোনে? মই পথাৰলৈ গ'লে দিনৰ দিনটো কাম-বন নাই কেৱল পিতপিতকৈ ইফালৰ বস্তু সিফাল কৰি থকাৰ বাহিৰে জানো আন কাম থাকে? হালখনৰ যিটোহে ফাট মেলিছে গজাল এটা মাৰি নথ'লে পিছলৈ তেনে এখন কৰিবলৈ কিমান টকা লাগিব জাননে? বৰষুণজাক পৰাৰ আগতে মাটিখিনিত হাল মাৰি নল'লে পিছত বৰ দিগদাৰখন হ'বগৈ?

বুঢ়ী : মই যাওঁ; ভিতৰত বহু কাম পৰি আছে (যাব খোজে)।

বুঢ়া : ৰহচোন গজালটো নহ'লে নহ'ব, হালখন মেৰামতি কৰি নথ'লে এই সময়ত লোকৰ হাল পোৱা নেযাব। গজালটো বেছ দীঘল আছিল, মাৰিব পাৰিলে মজবুত হ'লহেঁতেন বুজিছ?

বুঢ়ী : বুজিছো; কিন্তু এতিয়া মই কি কৰোঁ? গজালটো মই পালে পোৱা বুলি ক'লোহেঁতেন।

বুঢ়া : (ভমককৈ খং উঠে) তেন্তে তাৰ পৰা গজালটো নাইকিয়া হ'ল কেনি? তাৰতো পাখি নাই যে সি উৰি যাব?

বুঢ়ী : ভালদৰে বিচাৰি চাচোন। এঠাইত থৈ আন ঠাইত বিচাৰি মৰা অভ্যাসটো জানো তোৰ নাই? সিদিনা পথাৰৰ পৰা আহি মূৰৰ জাপিটো সেই গছডালৰ পাছফালে থৈ পিছদিনাখন কম হুলস্থূলখন নলগালিনে? মই যাওঁ মোৰ ঢেৰ কাম পৰি আছে। (বুঢ়ী কোবেৰে আঁতৰি যায়।)

বুঢ়া : (খং) দেখিছো নহয় কিডাল কাম কৰি থাক? হুঃ তহঁতৰ কামো কিবা কাম নে? কেৱল দিনৰ দুবেলা চাহ-ভাতখিনি বনাই দিনটোত ফস্তি মাৰি শোৱ? (হাঁহি) সেয়াই কিবা কামনে? আৰু আমাৰ দৰে ছিঁৰাল ফটা ৰ'দত পিঠি পুৰি, বতাহ-বৰষুণ কাটি কৰি পথাৰত কাম কৰিলেহে জানিলিহেঁতেন। (খঙেৰে আহি কামত লাগে। খন্তেক বিৰাম। পুনৰ চিঞৰি—) হেৰৌ চাহ দিবি নে?

বুঢ়ী : (ভিতৰৰ পৰা) চাহ দি থৈ আহিবলৈ এপৰ হ'ল। চকু দুটা অকণ বহলকৈ মেলি চাচোন। কাষতে গিলাচৰ চাহে 'মোক খা'কৈ পৰি আছে। (বুঢ়াই কাষত চাহখিনি সন্ধান কৰে) মই আৰু তপতাই দিব নোৱাৰো দেই।

বুঢ়া : কি? (খঙত) পাকঘৰটোত সোমাই তাতনো কি হাতীৰ হালডাল বাই থাক? নিজৰ মতাটোক চাহটোপা কৰি খুৱাওতেও তোৰ ভাগৰ? ঠিক আছে নেলাগে। (চিঞৰি) নেলাগে দে আজিৰ পৰা চাহকে নেখাওঁ মই। বাঃ ইমান দম্ভ নে? এই দম্ভ এদিন তোৰ চূৰ্ণ হ'ব ৰহ, বেছি দিন নাই। মই মৰি গ'লে খাবি ৰহ— (ফিতাহি মাৰি)

শুনিছ, শুনিছনে হঞে ঘুগুলী বুঢ়ী;
সাদিনত তই যিমান কৰ
এদিনৰ মোৰ কাম;
হুঃ মিছা কৈছো যদি অমুকা বুঢ়াৰ
সলাই থ'বি নাম।।

বুঢ়ী : (ভিতৰৰ পৰা ওলাই আহি দাং খাই উঠি) কি ক'লি, কি ক'লি সাদিনত মই যিমান কৰো এদিনৰ তোৰ কাম? মোৰ কামত ফেৰ মাৰিছ? মই জানো দেখি অহা নাই ভাতৰ পানী গিলাচো নিজে লৈ নেখাব। এতিয়া বৰ বৰ কথা কৈছ? (অলপ উচুপি) ঘৰখন কেনেকৈ চলাই আছো মইহে জানো। (পুনৰ খঙেৰে বুঢ়ী চিঞৰি উঠে)
"আৰে, এই বুঢ়ীৰ যহতে দুবেলা দুমুঠি
খাই আছ তই ভাত,
এদিন মাথোঁ নহ'লে মই
চেলাই পেলাবি দাঁত।।" (কৈ বুঢ়ী কোবেৰে পাছফাললৈ গুচি যায়।)

বুঢ়া : (খেদি যোৱাৰ দৰে গৈ) যা যা নক'বি কথা। যেন বৰ মতাটোহে ওলাইছে। তাই নহ'লেহে মই চেলাই পেলাম দাঁত? মই নেচেলাওঁ, তইহে চেলাবি। কথা কৈছে চোৱা— তাইৰ যহতে মই, এই অমুকাই দুবেলা দুমুঠি গাই আছোঁ? হুঃ
(পাছফালৰ পৰা হাতত কিবা এটা লৈ পুনৰ সোমাই আহে বুঢ়ী)

বুঢ়ী : পথাৰৰ পৰা ধানকেইটা আনি চোতালত পেলাই দিলেই ভাতসাঁজ তৈয়াৰ হৈ নেযায়। দুবেলা দুমুঠি কেনেকৈ ৰান্ধি-বাঢ়ি দিওঁ মইহে জানো। তইতো ভধি দুখন ধুই পোনে পোনে আহি পাতত বহহি। সেয়ে হ'বলা মোৰ কাম ঢিলা বুলি ভাব? (ভাব সলাই) ঠিক আছে—
"কাইলৈ বাৰু পৰমান চাম
হালখন লৈ ময়ে যাম;
তই হবি ঘৰৰ ঘৈণী
হাঁহ-পাৰবোৰ চাবি,
আছে মানে ঘৰৰ কাম
মনোযোগ দিবি।।"

বুঢ়া : (প্ৰত্যাহ্বান গ্ৰহণ কৰি ঃ কঁকালত টঙালি বান্ধে) হয়নে? ঠিক আছে তেন্তে সেয়াই হ'ব। কাৰ দম্ভ চূৰ্ণ হয় দেখা যাব? চাহটোপা তপতাই দিবলৈ কোৱাৰ বাবেই যেতিয়া ইমান কথা, ঠিক আছে বাৰু ময়ো দেখিম?

বুঢ়ী : দেখিবি? কি দেখিবি?

বুঢ়া : দেখিম নহয়। ৰ'দত পিঠি পুৰি পুৰি পথাৰৰ কাম কৰা কষ্ট নে জুইশালৰ কাষত বহি

বেঙেনা ভজা বেছি কষ্ট।

বুঢ়ী : অকল জুইশাল কেলেই?
“গাই খীৰাবি, ভাত ৰান্ধিবি
আৰু কাটিবি সূতা,
তেতিয়াহে, তোক মই বুঢ়া
বুলিম বৰ মতা।।” (কৈ বুঢ়ীয়ে কোবেৰে ভিতৰলৈ যায়গৈ।)

বুঢ়া : (বুঢ়ী যোৱাৰ ফালে ভিতৰলৈ মুখ কৰি চিএঞৰি ক'ব) হ'ব। এই অমুকায়ো তোক বৰ মতা বুলি চিনাই নিদিয়াকৈ নেৰিছো বাপ্পেকে। অ—
(বুঢ়াই ভোৰভোৰাই পায়চাৰি কৰিব। এনেতে বাহিৰত কোনোবাই 'দাইটি' 'অ' দাইটি' বুলি চিএঞৰে।)
আও— এই অমুকা কি বস্তু তই চিনি পোৱা নাই। মোৰ কামৰ লগত ফেৰ মাৰিছ তই— মোৰ কামৰ লগত?
(এনেতে গএঞাজন সোমাই আহে।)

গএঞা : কি হৈছে অ' দাইটি? কোনে কাৰ লগত ফেৰ মাৰিছে?

বুঢ়া : এই বুঢ়ীৰ লগত আৰু নোৱাৰা হৈছো বুজিছ।

গএঞা : কিয়, কিনো হৈছে?

বুঢ়া : এই বুঢ়ীৰ সাহসকণ দেখিছনে? মোৰ কামৰ লগত তাই ফেৰ মাৰি কথা কয়— দেখিছনে সাহসকণ! পাৰিব! পাৰিব মোৰ কামৰ লগত ফেৰ মাৰিব, তয়ে কচোন? গৰুৰ এটা গচকত যেতিয়া মাকৰ ঘৰ মনত পৰি যাব তেতিয়া গমটো পাব বাপ্পেকে। (ভাব সলনি কৰি) বাৰু কচোন তই পিছে কিয় আহিলি?

গএঞা : তোৰ হালখন মোক অলপমান লাগিছিল। পশ্চিমৰ মাটিখিনি হাল বাই ল'লোহেঁতেন।

বুঢ়া : মোৰ হালখন দেখোন অলপ মেৰামতি কৰিবলগীয়া হৈ আছে। তলফালে ডাঙৰ ফাট এটা মেলিছে। আৰু সেইখন ঠিক হোৱাৰ পিছততো মোকে লাগিব। নজৰুল মিএঞাই মোৰ মাটিখিনিত এৰী অলপমান সিঁচাৰ মন কৰিছে। গতিকে এই দুই-এদিনতে সিয়েই আহি লৈ যাবহি। অ' হেৰি নহয়— কাইলৈৰ পৰা আমাৰ বুঢ়ীয়ে হাল লৈ পথাৰলে যাব নহয়।

গএঞা : বুঢ়ীয়ে?

বুঢ়া : অ' অথনি তাকে লৈ আমাৰ মাজত বৰ হুৰা-হুৰিখন লাগিল। হালবোৱা কাম হেনো তিৰোতাৰ ঘৰৰ কামতকৈ সহজ! গতিকে কাইলৈ বুঢ়ীয়ে হালবাই দেখুৱাব আৰু মই ঘৰৰ কাম কৰিম, ভাত-আঞ্জা ৰান্ধিম।
(গএঞাজনে হাঁহে)

বুঢ়া : হাঁহিলি যে?

গঞা ঃ দিন-কালবোৰ যে কি হ'ল তাকে ভাবিছো। হ'ব দে মই তেনেহ'লে যাওঁ।

নির্দেশনা ঃ

(গঞা যোৱালৈ চাই থাকি পিছত বুঢ়ায়ো ভিতৰলৈ খোজ লয়। বুঢ়া ভিতৰ সোমাব খোজাৰ লগে লগে বুঢ়ী ঘৰৰ ভিতৰৰ পৰা হাতত পানীৰ চৰিয়া এটা লৈ ওলাই আহি বুঢ়াৰ মুখামুখি হয়। বুঢ়া আঁতৰি ভিতৰলৈ সোমায়। বুঢ়ীয়ে পানীখিনি চুৰা পাতনিলৈ দলিয়াই দি পুনৰ উভতি আহে আৰু বাহিৰত তিয়াই থোৱা কাপোৰ দুখনমান আটি তাঁৰত মেলি দিয়ে। বুঢ়ীৰ মুখ খঙত ওফোন্দা।

এনেতে বুঢ়া ভিতৰৰ পৰা গজাল এটা লৈ ওলাই আহে। বুঢ়াই বুঢ়ীলৈ আঁৰ চকুৰে চায়। বুঢ়ীয়ে অভিমানেৰে মুখখন সিমুখ কৰি লয়। পিছত বুঢ়া আহি কামত ধৰে। কাষত ঠাণ্ডা চাহৰ গিলাচটো দেখি কৃত্রিম খঙেৰে গিলাচটো ঠেলা মাৰি দিয়ে। কাম শেষ কৰি বুঢ়ী ভিতৰলৈ সোমাই যায়। পিছত বুঢ়াই বুঢ়ী যোৱাৰ ফালে চাই গিলাচটো তুলি আনি থয়।

পিছত বুঢ়াই পুনৰ কামত ধৰে। হালখনত গজালটো মাৰিবলৈ চেষ্টা কৰোঁতে হাতত হাতুৰীৰ কোব লাগে। বুঢ়াই 'আই ঐ' বুলি চিঞৰি উঠে। বুঢ়ী ভিতৰৰ পৰা দৌৰি ওলাই আহে। আহি বৈ যায়। (নির্দেশনা) পিছত পুনৰ বুঢ়ী নিজৰ কামলৈ গুচি যায়। বুঢ়াৰ বিষ শাম কাটে। হঠাৎ জাপিটোলৈ মনত পৰে। বুঢ়াই জাপিটো বিচাৰে। ক'তো বিচাৰি নেপাই অৱশেষত মাতো-নেমাতোকৈ বুঢ়ীক চিঞৰে—)

বুঢ়া ঃ হেৰৌ শুনিছনে, মোৰ জাপিটো? মোৰ জাপিটো ক'ত?

(বুঢ়ী কিবা কামত ওলাই আহি পাছফাললৈ যায়।)

বুঢ়াই বুঢ়ীৰ পৰা একো সঁহাৰি নেপাই ভোৰভোৰাই ঘৰৰ ভিতৰলৈ সোমাই যায়।

কুকুৰ ঃ কোনোজন কম নহয়। ইটোতকৈ সিটো চৰা।

কুকুৰা ঃ খেলখন চাবলৈ কিন্তু বৰ মজা হ'ব দেই!

শালিকী ঃ পিছে খেলখনৰ পৰিণতি কি হ'ব ধাৰণা কৰিব পাৰিছনে? কোন জিকিব, কোন হাৰিব?

কুকুৰ ঃ বুঢ়ীও কিন্তু ইমান সহজেই হাৰমনা বিধৰ নহয় বুজিছ!

শালিকী ঃ আনফালে বুঢ়াও কিন্তু কম জেদী নহয়। বুঢ়ীক এসেকা নিদিয়াকৈ এৰিব জানো?

কুকুৰা ঃ মুঠৰ ওপৰত আমি এখন বৰ বঢ়িয়া/আমোদজনক খেল চাবলৈ পাম।

কুকুৰ ঃ এতিয়া বুঢ়াই জাপিটো বিচাৰি গৈছে। যদি বুঢ়াই জাপিটো বিচাৰি নাপায় তেতিয়া কি হ'ব?

শালিকী ঃ বুঢ়াই ভোৰভোৰাই থাকিলেও বুঢ়ীয়ে কিন্তু আজি একো নামাতে।

কুকুৰা ঃ পিছে জাপিটো বুঢ়াই বিচাৰি পাব জানো?

শালিকী ঃ সেয়া আমি কাইলৈহে চাবলৈ পাম!

কুকুৰ ঃ কাইলৈ বুঢ়ীৰ লগত ময়ো পথাৰলৈ যাম দেই!

শালিকী ঃ তয়ো যাবি?

কুকুৰ ঃ অ' ময়ো যাম পথাৰলৈ।

শালিকী ঃ তেতিয়া হ'লে আমি কিয় নেযাম। আমিও যাম।

কুকুৰ ঃ তইঁতে পথাৰলৈ গৈ কি কৰিবি?

শালিকী ঃ বুঢ়ীয়ে কেনেকৈ হাল বায় তাকে চাবলৈ যাম।

কুকুৰ ঃ নেলাগে, তইঁত দুটা বুঢ়াৰ লগত থাকিবি।
(ভিতৰৰ পৰা বুঢ়াই খঙেৰে চিঞৰে)

কুকুৰ ঃ ঐ ব'ল ব'ল। বুঢ়াই কেনেকৈ চিঞৰিছে দেখিছনে? ভৌঃ ভৌঃ গৈছো, গৈছো— ভৌঃ ভৌঃ...
(বুঢ়াই পুনৰ চিঞৰে। ভিতৰত বয়-বস্তু দলিয়াই দিয়াৰ শব্দ। তিনিও ভয় ভয়কৈ ভিতৰলৈ যায়।)

## দ্বিতীয় দৃশ্য

**পিছদিনা পুৱা।**

**বুঢ়াৰ ঘৰ**

**পুৱাৰ এচেৰেঙা কোমল ৰ'দ ঘঁৰৰ পিৰালিত পৰিছে।**

(আৰম্ভত ঃ বাহিৰৰ ৰাস্তাত ভদাই-নজৰুলহঁতে পথাৰলৈ হালোৱাৰ জাক খেদি নিয়াৰ শব্দ। গৰুৰ টিলিঙাৰ টিলিং ঘিটলিং শব্দই যেন এক নিভাঁজ গ্ৰাম্য জীৱনৰ পৰিৱেশ পৰিস্ফুট কৰিব।

খন্তেক পিছত মঞ্চৰ পোহৰ সম্পূৰ্ণ জ্বলি উঠে। এনেতে বুঢ়াই কালিৰে পৰা বিচাৰি থকা জাপিটো বিচাৰি বিচাৰি যেন ঘৰৰ ভিতৰৰ পৰা ওলাই আহে)

বুঢ়া ঃ নাই ক'ত পাবি? (যেন জাপিটো বিচাৰি বিচাৰি হাবাথুৰি খায়) মুঠৰ ওপৰত তই জাপি বিচাৰি নেপাৱ। এতিয়া সুধিলে আকৌ একেবাৰে দাং খাই উঠিব "মই তোৰ জাপি কি কৰিম?"
**(এনেতে হাতত লৰু আৰু চকু আঁৰ খোৱাকৈ মূৰত জাপি পৰিধান কৰি পুলিচী কায়দাত পোনাকণ সোমাই আহি বুঢ়াৰ পাছফালে থিয় হয়হি।)**

পোনা ঃ **(পুলিচী কায়দাৰে)** আচ্ছা হেৰি শুনকচোন? (বুঢ়াই ঘূৰি চায়— দেখে যে পোনাকণ— দেখি হাঁহিবলৈ খোজোতে পোনাকণে ধমক দি সোধে) **ৰ'ব। এইটো আমাৰ সেই ককাৰ ঘৰ নহয় নে?**

বুঢ়া ঃ (বুঢ়াই তাৰ অভিনয় বুজি নিজেও **অভিনয় কৰি কয়) হয়... হয়, মানে হয় ছাৰ। এইটোৱে** আমাৰ সেই পোনাকণৰ ককাৰ ঘৰ?

পোনা ঃ (ইফাল-সিফাল নিৰীক্ষণ কৰি) উ; কওকচোন? **ঘটনাটো সম্পৰ্কে মোক অকণমান বুজাই**

কওকচোন। মানে ক'ত কেনেকৈ কি সময়ত ঘটনাটো ঘটিবলৈ পালে। তেতিয়া আপুনি ক'ত আছিল? আপোনাৰ বাহিৰেও ঘৰত কোন কোন আছিল বা নাছিল?

বুঢ়া : ঘটনা? কি ঘটনা ছাৰ??

পোনা : পুলিচক কথা লুকুৱাবলৈ চেষ্টা নকৰিব। নহ'লে দিগদাৰ আছে। কওক, কেছটো কিন্তু পিছত ডাঙৰ হৈ যাব।

বুঢ়া : কেছ? (যেন খুউব ভয় খায়) কি কেছ? মই হ'লে একো ধৰিব পৰা নাই দাৰোগা ছাৰ। আপুনি এইবোৰ কি কৈছে?

পোনা : অ' এতিয়া কি কেছ মোকেই সুধিছে? কওক সোনকালে, নহ'লে জে'লত সোমাই থ'ম।

বুঢ়া : (কাণত ধৰি) সইত সইত তিনি সইত। ছাৰ আপুনি কিবোৰ কৈ আছে মই সঁচাই একো ভু ধৰিব পৰা নাই।

পোনা : ঠিক আছে তেন্তে। কথাবোৰ ময়ে আৰম্ভ কৰিছো। (ভাব সলনি কৰি) আচ্ছা আপোনাৰ কি হেৰাইছে?

বুঢ়া : (অলপ সহজ হোৱাৰ দৰে) অ' তাকে সুধিছে? ককাদেউতাৰ দিনৰে মোৰ পুৰণি জাপিটো কালিৰে পৰা নোহোৱা হৈছে, ছাৰ।

পোনা : (নোটবুকত কিবা যেন লিখে) উ...। আচ্ছা কওক জাপিটো কিমান ডাঙৰ আছিল; মানে ইয়াৰ পৰিধি কিমান?

বুঢ়া : পৰিধি... পৰিধি (ভাবি; হঠাৎ যেন অনুমান কৰি এখন হাতেৰে শূন্যত এটা প্ৰকাণ্ড বৃত্ত আঁকি দেখুৱায়) ইমান... ইমান ডাঙৰ হ'ব। ঠিক আপোনাৰ মূৰত থকাটোৰ দৰে ছাৰ...

পোনা : চুপ। অফিচাৰৰ টুপী চুবলৈ পায় নেকি? বাৰু জাপিটো আপোনাৰ বৰ মৰমৰ বস্তু আছিল নেকি?

বুঢ়া : হয় ছাৰ।

পোনা : ঠিক আছে। এতিয়া তেনেহ'লে মোৰ এই টুপীটোকে দিওঁ হ'ব নে?

বুঢ়া : (ভৰিত পৰি) ছাৰ আপুনি বৰ দয়ালু। সঁচাই বৰ দয়ালু মানুহ। ... বদমাচ।। (এইবুলি কৈ বুঢ়াই তাক দাঙি লয়। পিছত দুয়ো হাঁহে)

বুঢ়া : (পৰিৱেশ সলনি কৰি) আচ্ছা তই বোলে আজি মটৰেৰে ক'ৰবালৈ যাব অ'? মিছা ক'লি নহয় মোক? পিছে তই মোৰ জাপিটো ক'ত পালি? কালিৰে পৰা মই বিচাৰি মৰিছো। অজ্ঞাতে লোকৰ বস্তু নিয়াটোক যে চুৰ কৰা বোলে তই জাননে? চাওঁ— দে জাপিটোৰ বান্ধকেইটা সুলকি গৈছে। তই সেইটোৰ একেবাৰে মুদাই মাৰিবি এতিয়া।

পোনা : ককা মই কিন্তু তোৰ লগত আজি পথাৰলৈ যাম।

বুঢ়া : কেলেই আগতে এদিন নিয়া নাই জানো?

পোনা : আৰু এদিন নিম বুলি কৈছিলি নহয়।

বুঢ়া : তই সৰু ল'ৰা এটাই পথাৰলৈ গৈ কি কৰিবি?

পোনা : হাল বাম।

বুঢ়া : কি, হালবাবি? তই?

পোনা : কিয় মই হাল বাব নোৱাৰিম বুলি ভাবিছ নেকি?

বুঢ়া : ক'লীয়ে এবাৰ পালে মহটিয়াই তোৰ পেটু উলিয়াই দিব।

পোনা : নেলাগে মই যামেই। ক নিবিনে?
(সি জেদ ধৰিব। বুঢ়াই পিছত সৈমান হ'ব)

বুঢ়া : ঠিক আছে। হ'ব দে হ'ব যাবি। (সি ফূৰ্তি পাব। জাপিটো মূৰত পিন্ধি হাতত লৰু লৈ গৰু খেদি হাল বোৱাৰ ভঙ্গী দিব) ঐ অঘাইটং; শুন...

পোনা : কি? (সি ৰৈ যায়)

বুঢ়া : কথা এটা হ'ল নহয়। আজি পিছে হাল লৈ পথাৰলৈ মই নেযাওঁ নহয়।

পোনা : কেলেই? কোন যাব তেনে। বুজিছোঁ আজিও তই মোক ঠগাবি?
(সি অভিমান কৰি নিম্ন-মঞ্চলৈ আঁতৰি যায়।)

বুঢ়া : (বুজনিৰে) ধেৎ অঁকৰাটো। শুন, আজিৰ পৰা মই ঘৰৰ কাম কৰিম আৰু তোৰ আইতায়েৰে হাল লৈ পথাৰলৈ যাব।

পোনা : কি আইতা যাব? আইতাই হাল বাব?

বুঢ়া : অ' কালি আমাৰ দুয়োৰে মাজত সিদ্ধান্ত হৈছে আজিৰ পৰা এজনে আনজনৰ কামটো সলাই কৰিম।

পোনা : ছিঃ তিৰোতা মানুহে কিবা হাল বায় নেকি? আইতা অ' আইতা... আইতা ক'ত নো?
(সি 'আইতা অ' আইতা' বুলি চিঞৰি চিঞৰি ভিতৰলৈ সোমাই যায়। এনেতে বুঢ়ী চাদৰ এখন পোন্ধমাৰি পিন্ধি ওলাই আহে। মুখত গুৱা। মূৰত গামোচা। পিছে পিছে পুনৰ পোনাকণ ভুঃ ভুঃকৈ গাড়ী চলাই ওলাই আহে।)

বুঢ়ী : পোনাকণ ককাৰক ক মই পথাৰলৈ ওলালো। (বুঢ়ীয়ে কান্ধত হাল তুলি লয়) গাইজনী খীৰাই গাখীৰখিনি ভালদৰে ঢাকি থ'বলৈ ক। আৰু চাউলকেইটা বহাই দিয়াৰ আগতে ধানবোৰ বাছি পেলাব লাগিব। লগতে বাৰী-বেৰো নজৰ কৰিব লাগিব নহ'লে লোকৰ গৰুৱে চব উদং কৰিব।
(বুঢ়ীয়ে বুঢ়াক পৰোক্ষ কৰি ক'ব)

বুঢ়া : (বুঢ়ায়ো বুঢ়ীক প্ৰত্যুত্তৰ দি ক'ব) পোনাকণ, আইতাৰকো কৈ দে সেইবোৰ তেওঁ চিন্তা কৰিব নেলাগে। মাত্ৰ পথাৰত যেন মোৰ গৰুহাল ঘুণীয়া নকৰে।

বুঢ়ী : ব'ল পোনাকণ।

পোনা : ককা যাওঁ। মোলৈও ভাত বনাবি দেই! (জোকোৱাৰ সুৰত ক'ব)

**Direction**

(বুঢ়ীয়ে যেন হালখন ঠিকমতে ল'ব পৰা নাই। বুঢ়াই বুঢ়ীৰ অৱস্থা দেখি আঁৰেৰে হাঁহে। পিছত কোনোমতে হালখন তুলি লৈ বুঢ়ী ওলাই যায়। পিছে পিছে পোনাকণ আৰু কুকুৰটো। সিহঁত ওলাই যোৱাৰ পাছত সিহঁতৰ ফালে চাই বুঢ়াই মিচিকিয়াই হাঁহে। পিছত বুঢ়ায়ে ভিতৰলৈ খোজ লোৱাৰ লগে লগে বাহিৰত গৰুৰ হেম্বেলনি শুনা যাব।)

বুঢ়া : ৰহ ৰহ গৈছো। (বুঢ়াই ভিতৰৰ পৰা গাখীৰ খীৰোৱা সামগ্ৰী এটা আৰু ভগা কাপ এটাত মিঠাতেল লৈ পুনৰ ওলাই আহে। এনেতে হঠাৎ বাহিৰলৈ চাই চিঞৰি উঠে) আওঁ আওঁ, চা... চা... খালে খালে। সোপোকে খালে। এই গৰুজনীও কম নহয়, গোটেই গাখীৰখিনি পোৱালিটোকে খুৱালে চাছোন...

(বুঢ়া বাহিৰলৈ গৈ হতাশ মনেৰে পুনৰ উভতি আহে) ধেৎতেৰি দিনৰ প্ৰথম কামটোতে মই বিফল হ'লো। বুঢ়ীয়ে কৈ যোৱা প্ৰথম কামটোকে মই ঠিকমতে কৰিব নোৱাৰিলো। ছেঃ (এনেতে ঘৰৰ ভিতৰত মেকুৰীৰ মাত। ঘৰৰ ভিতৰৰ পৰা যেন মেকুৰীৰ পোৱালি এটা দৌৰি ওলাই আহে। বুঢ়াই হাতৰ সামগ্ৰী ধুপুচকৈ পেলাই থৈ ভিতৰলৈ লৰ মাৰে। ভিতৰত মেকুৰী খেদাৰ শব্দ। বাচন-বৰ্তন চিটিকি পৰাৰ শব্দ। অলপ পিছত বুঢ়া পুনৰ হতাশ আৰু ব্যৰ্থ মনেৰে ওলাই আহে।)

বুঢ়া : ধেৎতেৰি। (বুঢ়া পিৰালিতে বহি পৰে। এনেতে গঞাজন পুনৰ সোমাই আহে।)

গঞা : দাইটি কি হৈছে, মন মাৰি বহি আছে যে?

বুঢ়া : এহ নক'বি দে আৰু ...

গঞা : কোৰখন আছে যদি অলপ নিবলৈ আহিছিলো।

বুঢ়া : নে, আছে যা সেইখিনিতে ক'ৰবাত।

(সি পাছফালৰ পৰা কোৰখন লৈ আনি চোতালত পৰীক্ষা কৰে।)

গঞা : ঠিলা কেইটামান মাৰিব লাগিব।

বুঢ়া : যি লাগে মুঠতে তই মাৰি ল' বুইছ। (বুঢ়া ভিতৰলৈ যায়)

(গঞাজনে কোৰ মেৰামতিত লাগে। অলপ পিছত বুঢ়াই কুলা এখনত চাউল অলপ লৈ আনি পিৰালিত বহি ধান বাছিবলৈ ধৰে। এনেতে হঠাৎ বাৰীত জেওৰা ভাঙি গৰু সোমোৱাৰ শব্দ পায়। বুঢ়াই একেজাঁপে খেদি যায়। কুলাৰ চাউল সিঁচৰতি হৈ পৰে।)

বুঢ়া : ও খালে— খালে— হেই... হেই... চা... চা...। গোটেই বাৰীখন উদং কৰিলে দেখিছনে... হেই... হেই... (বুঢ়াই গৰু খেদি ওলাই গৈ অলপ পিছত পুনৰ সোমাই আহে) দেখিছনে মই মানুহজন থাকোতেই... বাঃ বৰ উৎপতীয়া গৰু দেই! কেনেকৈ নিমিষতে জেওৰাখন মহটিয়াই ভাঙি দিলে। (মাটিত চাউলখিনি পৰি থকা দেখি) ধেৎতেৰি। মোৰ কপাল... (কুলাত চাউলবোৰ পুনৰ সামৰিব ধৰে। পিছত কুলাখন লৈ বুঢ়া ভিতৰলৈ যায়। গৈ বহা-

বঢ়া কামত ধৰে। আনফালে গওঁজনেও কাম শেষ কৰি বুঢ়াক মাত লগাই গুচি যায়।)

## তৃতীয় দৃশ্য

(বুঢ়ীয়ে পথাৰত হালবাই থাকে। ভালদৰে হালৰ মুঠি ধৰিব নজনাৰ বাবে নিজেও কষ্ট পাইছে আৰু গৰুহালকো চম্ভালিব পৰা নাই। কুকুৰটোৱে কাষে কাষে দৌৰি ফুৰিছে।)

বুঢ়ী ঃ (হাল বোৱাৰ ভঙ্গীৰে) হেই, হেই, চা, চা। এইফালে, এইফালে, হুৰ... হুৰ...

কুকুৰ ঃ ভৌঃ ভৌঃ

(মাজতে এবাৰ জিৰাই লৈ পুনৰ বুঢ়ীয়ে হালত ধৰে।)

গৰু-১ ঃ বুঢ়ী, তই নোৱাৰিবি। হালৰ মুঠিটোকে ভালদৰে ধৰিব পৰা নাইচোন।

গৰু-২ ঃ হালৰ ফালে আমাৰ ঠেং কাটিব লাগিলে বুঢ়াই কিন্তু তোক শুদাই নেৰিব!

কুকুৰ ঃ ভৌঃ ভৌঃ

গৰু-১ ঃ তই যে ভৌঃ ভৌঃকৈ আছ, নিজে আহি এবাৰ হালত জুৰি নেচাৱ কিয়?

কুকুৰ ঃ হালত জুৰা কাম যদি মোৰ হ'লহেঁতেন ইমান পৰে এইখিনি মাটি শেষেই হ'লহেঁতেন। (ইতিকিং কৰি ক'ব)

বুঢ়ী ঃ হ'ব দে, হ'ব কথা চোবাই থাকিব নেলাগে। কামত ধৰ। সেইফালে বেলি দুপৰ হ'ল আধাখিনি মাটিও শেষ হোৱা নাই।

গৰু-১ ঃ বুঢ়া হ'লে ইমান পৰে শেষ কৰি আমাক নৈত নি পানীও খুৱালেহেঁতেন।

গৰু-২ ঃ বুঢ়ী পাৰিবিনে আৰু?

কুকুৰ ঃ ভৌঃ ভৌঃ কিয় নোৱাৰিব। নহ'লে বুঢ়াক গৈ কি মুখ দেখুৱাব?

গৰু-১ ঃ বুঢ়ী, নহ'লে এবাৰ তাকে (কুকুৰটোক) হালত জুৰি দেচোন!

কুকুৰ ঃ নেলাগে দে। মই পিছৰ পৰা খেদিম নহয় তহঁতক।

গৰু-১ ঃ আমাক খেদিব নালাগে। আমি পাৰিম। পৰা নাই বুঢ়ীয়েহে।

কুকুৰ ঃ আইতা, আইতা দে দে। সেই ফালে কিজানি বুঢ়াৰ কাম শেষেই হ'ল। আমি গৈ কি মুখ দেখুৱাম।

বুঢ়ী ঃ ঠিকেই কৈছ। কিন্তু মইহে দেখোন নোৱাৰো। এইফালে ভাগৰো লাগিছে; (বুঢ়ী অৱশ হৈ পৰে, এনেতে অলপ দূৰৈত বহি থকা পোনাকণে মাত দিয়ে—)

পোনা ঃ আইতা, কি হ'ল? ভাগৰি পৰিলি নেকি?

বুঢ়ী ঃ অঁ ও পোনাকণ। মই দেখিছো নোৱাৰিম। এয়া তিৰোতাৰ কাম নহয়।

পোনা ঃ তেনেহ'লে, ঘৰলৈকে যাওঁ ব'ল...

বুঢ়ী : (অৱশ দেহেৰে পথাৰৰ পৰা উঠি আহি) পোনাকণ, ব'ল তেনেহ'লে ঘৰলৈ যাওঁ। মই হাৰি গ'লো নেকি অ' পোনাকণ।

পোনা : একো নহয়। তইতো নিজৰ কামত হৰা নাই, আনৰ কামতহে হাৰিছ! সেইফালে ককাই বা আকৌ কি কৰিছে! ব'লচোন যাওঁ ঘৰলৈ।

(বুঢ়ী আৰু পোনাকণ ঘৰলৈ আগবাঢ়ে।)

কুকুৰ : ভৌঃ ভৌঃ আমি আহিলো দেই!

গৰু-১, গৰু-২ : (একেলগে) হেম্বে! আৰু আমি?

কুকুৰ : তহঁত থাকিবি। বুঢ়া আহিলেহে তহঁতক নিব।

গৰু-১, গৰু-২ : (গৰুহালে খঙেৰে কুকুৰটোক চোঁচা লয়। কুকুৰটোৱে ভয়তে ভৌঃ ভৌঃকৈ চিঞৰি লৰ মাৰে।)

পোহৰ কমি আহে/দৃশ্য সমাপ্ত

## চতুৰ্থ দৃশ্য

**নিৰ্দেশনা :**

(গঞাজন আঁতৰি যোৱাৰ পাছত ভিতৰত কেঁচা খৰিৰ জুইৰ ধোঁৱা খাই বুঢ়াৰ প্ৰচণ্ড কাহ উঠে। বুঢ়াৰ ঘৰত Zone জ্বলি উঠে। (সংগীত প্ৰসঙ্গ) খন্তেক পাছত কাহৰ যন্ত্ৰণাত বুঢ়া জৰাজীৰ্ণ হৈ বাহিৰলৈ ওলাই আহি পিৰালিত বহি পৰে। আনফালেৰে দুখে ভাগৰে বুঢ়ীৰ প্ৰৱেশ। বুঢ়ীক ধৰি লৈ কাষে কাষে পোনাকণ।)

পোনা : ককা, আইতাক চা; আইতা লেপেচ। আইতাৰ কাম নাই। দেখিছনে অলপমান কাম কৰোতেই ভাগৰি পৰিল। (বুঢ়ীয়ে পিৰালিত থকা কলহটোৰ পৰা ঘোট ঘোটকৈ পানী খাবলৈ ধৰে) (নিৰ্দেশনা)

বুঢ়ী : মই হাৰি গ'লো। মোৰ ভুল হৈছে মোক ক্ষমা কৰি দে।

বুঢ়া : নহয় নহয় বুঢ়ী, ক্ষমা মইহে খুজিব লাগে। তোৰ কাম উজু ভাবি প্ৰথমতে মইহে মিছাতে তোক গালি-শপনি পাৰিছিলো। তোৰ লগত ফেৰ মাৰি মই মহা ভুল কৰিছিলো— মই এতিয়াহে বুজিছো, মোক ক্ষমা কৰিবি—

"অ' মোৰ বুঢ়াৰ লগৰী;
সঁচাকৈয়ে তই মোৰ ঘৰৰ ঘৈণী
ঘৰৰ লখিমী মোৰ.

মূৰৰ চুলিৰ সমান হৈ
আয়ুস বাঢ়ক তোৰ।
শপত খাই ক'লো এই
তোৰ ভাগ আৰু নধৰো
তোৰ কাম নহয় ঢিলা
প্ৰমাণ মাথোঁ চালো;
নলগা জেঙত লগাৰ ফল
হাতে হাতে পালো।।

বুঢ়ী : (প্ৰতি অনুশোচনাৰে)
ময়ো লাপুং বুঢ়া
মিছা নকওঁ এক কড়া,
হাল বোৱাও নহয় তিৰিৰ কাম
মতাৰ ৰন্ধা-বঢ়া
বুজিলো দুয়ো দুয়োৰে দুখ
ভালদৰে আজিৰ পৰা।।

পোনা : (দৰ্শকলৈ মুখ কৰি)
কাৰো কাম নহয় উজু
অথবা নাই কোনো কৰ্মৰ সৰু-বৰ,
আজিহে বুজিলো ময়ো
আনৰ কামো কিমান কষ্টকৰ।।

নিৰ্দেশনা : সংগীত
: লাহে লাহে পোহৰ কমি আহে :

— সমাপ্ত —

# বিশ্বাস

ৰচনা ঃ নিতুল কুমাৰ মেধি

নাট্যকাৰৰ স্বীকাৰোক্তি ঃ

(বাণী প্ৰকাশৰ দ্বাৰা প্ৰকাশিত মাননীয় অম্বিকাপদ চৌধুৰীৰ 'কালিদাস' পুথিখনৰ 'সসেমিৰা— বিশ্বাসঘাতকৰ কল্যাণ নাই' লিখনিটোৰেই এই নাট ৰচনাৰ উৎস।)

নাটৰ চৰিত্ৰ ঃ

১। ৰাজকোঁৱৰ
২। ভালুক
৩। বাঘ
৪। বৃদ্ধা হৰিণী বা বৃদ্ধ হৰিণ
৫। ১নং হৰিণী বা হৰিণ
৬। ২নং হৰিণী বা হৰিণ
৭। ৩নং হৰিণী বা হৰিণ
৮। ঋষি

বিঃদ্ৰঃ সুবিধানুসৰি পৰিচালকে হৰিণ-হৰিণীৰ সংখ্যা বঢ়াই ল'ব পাৰে।

স্থান ঃ এখন ডাঠ হাবি। সময়— ৰাতি। পৰিবেশ— জয়াল

(আঁৰকাপোৰ আঁতৰিল। চিকাৰলৈ অহা ৰাজকোঁৱৰে লগত অহা সৈন্য-সামন্তবোৰক হেৰুৱাই ভয়তে ইফালে-সিফালে চাই আৰ্তনাদেৰে মাতিব ধৰে।)

ভিতৰত ৰাজকোঁৱৰ ঃ কোনফালে আছ আহ ঐ—, আহ ঐ সৈন্য-সামন্তসকল, তহঁত কোনফালে আছ আহ।

(১৩/১৪ বছৰীয়া ৰাজকোঁৱৰজন ফোপাই-জোপাই প্ৰৱেশ কৰে। ৰাজকোঁৱৰৰ হাতত ধনু-শৰ।)

ৰাজকোঁৱৰ ঃ আহ ঐ সৈন্য-সামন্তসকল, মই ৰাজকোঁৱৰে মাতিছোঁ। মই ইয়াত— মোৰ দিশ ভুল হৈছে। তহঁত কোন ক'ত আছ আহ— এইফালে আহ। মই ইয়াত আছোঁ। (change) নাই কোনো ফালৰ পৰা কোনো সহঁহাৰি নাই। (change) সৈন্য-সামান্তসকল—, (change) নাই কোনো নাই। কি কৰা যায় এতিয়া! এই ৰাতিখন মই এতিয়া ক'লৈ যাওঁ!! কি কৰো!!! এনেতে ভালুকৰ প্ৰৱেশ। দুয়ো ইটোৱে সিটোক নেদেখি গাত লাগি চিঞৰে)।

ৰাজকোঁৱৰ + ভালুক ঃ কোন? (দুয়ো আত্মৰক্ষাৰ বাবে সাজু হয়)।

ভালুক ঃ তুমি মোক আক্ৰমণ কৰিবা নেকি? মোৰ এই নখবোৰ দেখিছা নহয়, আক্ৰমণ কৰিলে এই নখেৰে তোমাৰ বুকু ছিৰাছিৰ কৰি দিম।

ৰাজকোঁৱৰ ঃ নাই নাই, তুমি আক্ৰমণ নকৰিলে মই কিয় কৰিম!

ভালুক ঃ তেনেহ'লে মোৰ ফালে ধনু-শৰ টোঁৱাইছা কিয়?

ৰাজকোঁৱৰ ঃ আত্মৰক্ষাৰ কাৰণেহে। ভাবিলো তুমি যদি আক্ৰমণ কৰা।

ভালুক ঃ হু বুজিছোঁ, তাৰমানে তুমি মোক আক্ৰমণ নকৰা!

ৰাজকোঁৱৰ ঃ নিশ্চয়। আচলতে মই বৰ ডাঙৰ বিপদত পৰিছোঁ।

ভালুক ঃ বিপদ! কি বিপদত পৰিছা?

ৰাজকোঁৱৰ ঃ মই ৰজাৰ ল'ৰা ৰাজকোঁৱৰ। আহিছিলো চিকাৰলৈ। পিছে দিশ ভুল হৈ মোৰ লগৰ সৈন্য-সামন্তবোৰক হেৰুৱালো। সেয়েহে ৰাতিটো ইয়াত কটাম বুলি ভাবিছোঁ। ৰাতি পুৱালেই মই ইয়াৰ পৰা যামগৈ। তুমি একো চিন্তা নকৰিবা। বৰং তুমি মোক তোমাৰ বন্ধু হিচাপে ল'ব পাৰা।

ভালুক ঃ বাৰু বাৰু, ঠিক আছে। মই আকৌ বেলেগ কথাহে ভাবিছিলো। কাৰণ মানুহ জাতিৰ বিশ্বাস কম নহয়। পিছে বন্ধু.... এটা কথা সোধো, বেয়া পাবা?

ৰাজকোঁৱৰ ঃ সোধা, কিয় বেয়া পাম।

ভালুক ঃ পশু বুলি যদি আমাক হীন দৃষ্টিৰে নোচোৱা তেনেহ'লে আমি দুয়ো সখী পাতোঁ। পাতিবানে মোৰ লগত সখী?

ৰাজকোঁৱৰ ঃ ছিঃ ছিঃ। তোমাক মই কিয় হীন দৃষ্টিৰে চাম। এই পৃথিৱীৰ উদ্ভিদ, পশু-পক্ষী, মানুহ সকলোবিলাক একো একোটা জীৱ। সকলো জীৱ একেই। তুমি তেনে কথা নাভাবিবা। আজিৰ পৰা তুমি মোৰ পৰম বন্ধু। তোমাৰ লগত মই সখী পাতিলো। তুমি মোক সখী বুলি মাতিবা আৰু ময়ো তোমাক সখী বুলি মাতিম। হ'বনে?

ভালুক ঃ বৰ ভাল হ'ব, বৰ ভাল হ'ব। পিছে এটা কথা নহয় সখী।

ৰাজকোঁৱৰ ঃ কি কথা সখী?

ভালুক ঃ এইখন জংঘলত বহুতো হিংস্র জীৱ-জন্তু আছে। গতিকে আমি ৰাতিটো এডোখৰ নিৰাপদ স্থানত থাকিব লাগিব।

ৰাজকোঁৱৰ ঃ সখী, এই গছজোপাৰ ওপৰত ৰাতিটো শুই থাকিব নোৱাৰিমনে?

ভালুক ঃ অ' ভালেই হ'ব। ইয়াতেই থাকিব পাৰিম। পিছে এটা কথা সখী— গছৰ ওপৰত তুমি যিমান নিৰাপদ বুলি ভাবিছা সিমান নিৰাপদ নহয় কিন্তু।

ৰাজকোঁৱৰ ঃ কিয়?

ভালুক ঃ মানুহৰ মাংসৰ গোন্ধ পালে কোনোবা হিংস্র জন্তুই আমাক আক্ৰমণ কৰিব পাৰে। গতিকে আমি দুয়ো একেলগে টোপনি মৰাটো উচিত নহ'ব।

ৰাজকোঁৱৰ ঃ তেনেহ'লে ব'লা, গছৰ ওপৰত উঠি দুয়ো কথা পাতি থাকো।

ভালুক ঃ ব'লা—। (দুয়ো গছত উঠে।)
সখী, মোক দেখি তুমি যেনেকৈহে ধনু-শৰ টোঁৱাইছিলা— মোৰ জীৱ উৰি যোৱা যেন হৈছিল।

ৰাজকোঁৱৰ ঃ মোৰো। তোমাক দেখাৰ লগে লগেই ভাবিছিলো যে আজি আৰু ৰক্ষা নাই। এনেয়ে ভয় লাগি আছিল।

ভালুক ঃ ভয় মোৰো লাগিছিল। পিছে, এনেকুৱা ঘটনা আমাৰ হৈয়েই থাকে।

ৰাজকোঁৱৰ ঃ তুমি যে নখবোৰ দেখুৱাই মোক ভয় খুৱাইছিলা, মইতো ভয়ত মৰি যোৱা যেন হৈছিলো।

ভালুক ঃ মোৰ নখ দেখি তুমি মৰি যোৱা যেন হৈছিলা আৰু তোমাৰ ধনু দেখি মোৰ জীৱ উৰি যোৱা যেন হৈছিল? (দুয়ো আপোনমনে হাঁহে)

ভালুক ঃ সখী, কথা এটা ভাবিছো—

ৰাজকোঁৱৰ : কি কথা সখী?

ভালুক : আমি দুয়ো সাৰে থকাতকৈ, এজন এজনকৈ টোপনি মৰাহে ভাল। এনেয়ে কষ্ট কৰি কি লাভ!

ৰাজকোঁৱৰ : ঠিকেই— ঠিকেই ভাবিছা তুমি।

ভালুক : তুমি এতিয়া টোপনি মাৰা। কোনেও একো অন্যায় কৰিব নোৱাৰাকৈ মই তোমাক পহৰা দি থাকো। শেষ ৰাতি মই টোপনি মাৰিম, তুমি মোক পহৰা দিবা। হ'বনে সখী?

ৰাজকোঁৱৰ : তাৰ মানে সখী, আমি পাল পাতি শুম আৰু পাল পাতি পহৰা দিম। নহয়নে?

ভালুক : হয়। এতিয়া তুমি শোৱা। মই পহৰা দিওঁ।

ৰাজকোঁৱৰ : ভাল বাৰু, মই তেতিয়াহ'লে শুলো।

ভালুক : শোৱা শোৱা—।

(ৰাজকোঁৱৰে ভালুকৰ কোলাত শোৱে। এনেতে চিকাৰ বিচাৰি ফুৰা বাঘ সোমাই আহে। বাঘে কিবা এটা গোন্ধ পাই ওপৰলৈ চাই ভালুকক দেখে।)

বাঘ : ভালুক, কি কৰিছ? টোপনি মৰা নাই?

ভালুক : নাই মৰা। সখীক পহৰা দি আছোঁ।

বাঘ : সখী? কোন সখী ও??

ভালুক : মোৰ কোলাত শুই থকাজন।

বাঘ : সেইজন দেখোন মানুহ।

ভালুক : হয়, ৰজাৰ ল'ৰা। ৰাজকোঁৱৰ। এৰেঁ মোৰ সখী। মোৰ মিত্ৰ।

বাঘ : সখী! মানুহৰ লগত পশুৰ সখী!! পশুৰ মিত্ৰতা... হাঃ হাঃ হাঃ... হাঃ হাঃ হাঃ... হাঃ হাঃ হাঃ। বাদ দে, বাদ দে বাজে কথা। ল'ৰাজনক তলত পেলাই দে। মই তাক ভোজন কৰি ভোক গুচাওঁ।

ভালুক : নাই নহ'ব। এওঁক পেলাই দি মই মিত্ৰদ্ৰোহী হ'ব নোৱাৰো।

বাঘ : মিত্ৰদ্ৰোহী— হাঃ হাঃ হাঃ-হাঃ হাঃ হাঃ। হঁহুৱালি ভালুক, হঁহুৱালি। বুঢ়া হ'লি।

বাঘ : তথাপি তোৰ মগজুত সুবুদ্ধি উদয় নহ'ল। ধন্য ধন্য ভালুক, পশু জাতিৰ মান তয়েই ৰাখিব পাৰিবি। তই পৰম জ্ঞানী পৰম ধাৰ্মিক পশু।

ভালুক : ঠাট্টা কৰি লাভ নাই বাঘ ককাই। যিমান চেষ্টা নকৰিলেও তোমাৰ উদ্দেশ্য সিদ্ধি নহ'ব।

বাঘ : চুপ থাক মূৰ্খ। তহঁতৰ নিচিনা কিছুমান মূৰ্খৰ কাৰণে, মানুহে আমাক মূৰ্খ বুলি অজ্ঞানী বুলি নিন্দা কৰে। ভালুক, তই নাজাননে, মানুহ অকৃতজ্ঞ আৰু বিশ্বাসঘাতক। উপায় নাপাই সি তোৰ লগত মিত্ৰতা কৰিছে। এতিয়া তই যাক মিত্ৰ বুলি কোলাত

তুলি লৈছ, ৰাতিপুৱালে তোক সি বধ কৰি ডাঙৰ চিকাৰী বুলি খ্যাতি লভিব। কি কাৰণত তই ঘোৰ শত্ৰু এজনক কোলাত তুলিছ?

ভালুক : তুমি যিয়েই নোকোৱা, মোৰ জীৱন গ'লেও ৰাজপুত্ৰক মই তললৈ পেলাই দিব নোৱাৰো।

সিংহ : মূৰ্খ, ভীষণ মূৰ্খ। সময়ত গম পাবি এই অধমৰ কথাৰ মূল্য। (প্ৰস্থান)

ভালুক : স্বাৰ্থপৰ! নিজৰ স্বাৰ্থ সিদ্ধি নহ'ল কাৰণে মই হ'লো মূৰ্খ— আৰু তুমি হ'লা জ্ঞানী!! (সংগীত। পোহৰ। শেষ ৰাতিৰ ইংগিত)

ভালুক : সখী, সখী উঠা। ৰাতি পুৱাবলৈ আৰু দুই প্ৰহৰমানহে বাকী আছে।

ৰাজকোঁৱৰ : উঠিছোঁ সখী। বাঃ সুন্দৰ টোপনি হৈছে। তোমাৰ ছাগে' পহৰা দি দি আমনি লাগিছে।

ভালুক : নাই লগা। আমিতো কেতিয়াবা গোটেই নিশা নুশুওঁ।

ৰাজকোঁৱৰ : হয় নেকি? ঠিক আছে বাৰু, এতিয়া তুমি শোৱা, মই পহৰা দিওঁ।

ভালুক : ভাল বাৰু। কিবা অসুবিধা হ'লে মোক জনাবা। (ভালুক শোৱে)

ৰাজকোঁৱৰ : হ'ব, হ'ব, তুমি একো চিন্তা নকৰিবা। (ভালুকৰ টোপনি change) সঁচাকৈয়ে পশুৰ অন্তৰতো যে ইমান মৰম, স্নেহ, মহানুভৱতা থাকিব পাৰে, জনাই নাছিলো। (পুনঃ বাঘৰ প্ৰৱেশ)।

বাঘ : ধন্য ধন্য ৰাজকোঁৱৰ। ভালুকৰ লগত তোমাৰ মিতিৰালি! মিত্ৰতা!! হাঃ হাঃ হাঃ। তোমাৰ সাহস দেখি ভাব হৈছে— সঁচাকৈয়ে তোমাৰ গাত ৰাজবংশৰ তেজ আছে। চাবা পিছে, তোমাৰ সাহসেই যেন তোমাৰ মৃত্যুৰ কাৰণ নহয়।

ৰাজকোঁৱৰ : তাৰমানে?

বাঘ : মানেটো বৰ সহজ। এতিয়া হয়তো তোমাৰ মিত্ৰ ভালুকে ক'ৰবাত পেট ভৰাই খাই আহিছে। কিন্তু ৰাতি পুৱালে তাৰ যেতিয়া ভোক লাগিব— সি তোমাক শুদাই এৰিবনে? তেতিয়া ভালকৈ বুজিবা, তোমাৰ স'তে ভালুকৰ মিত্ৰতা কোনখিনিত। ৰাজকোঁৱৰ মই তোমাৰ ভালৰ কাৰণে কৈছো, তুমি তাক তললৈ পেলাই দি নিষ্কণ্টক হোৱা।

ৰাজকোঁৱৰ : অসম্ভৱ। ভালুক মোৰ সখী, মোৰ প্ৰথম মিত্ৰ। এওঁক পেলাই দি মই মিত্ৰদ্ৰোহী হ'ব নোৱাৰো।

বাঘ : মিত্ৰদ্ৰোহী। হাঃ হাঃ হাঃ। সঁচাকৈয়ে জীৱশ্ৰেষ্ঠ মানুহ হৈয়ো তুমি ইমান বুৰ্বক! ইমান মূৰ্খ!!

ৰাজকোঁৱৰ : বুৰ্বক!

বাঘ : নিশ্চয়। নহ'লেনো তোমাৰ মূৰত ইমান কুবুদ্ধিয়ে বাহ লয়নে? অবোধ বালক! দুখ লাগে, দুখ লাগে মানুহৰ অৱস্থা দেখি! তথাপি তথাপি বনৰ হিংস্ৰ জন্তুৰ স'তে

মানুহৰ মিতিৰালি! মানুহৰ সম্পৰ্ক!! ই জানো সম্ভৱ!! সূৰ্য কেতিয়াবা পশ্চিমত উদয় হয়নে?

ৰাজকোঁৱৰ : বাঘ ককাই।

বাঘ : অসম্ভৱ। চিৰদিন মানুহৰ লগত পশুৰ সম্পৰ্ক হ'ল— খাদ্য আৰু খাদকৰ সম্পৰ্ক। মিতিৰালি তেনেই অসম্ভৱ।

ৰাজকোঁৱৰ : বাঘ ককাই।

বাঘ : তেল আৰু পানী কেতিয়াবা মিহলি হয়নে কোঁৱৰ? ৰাতি পুৱালে তুমি গম পাবা তোমাৰ জীয়া যম ভালুকৰে মিত্ৰতা কোনখিনিত। যেতিয়া ভালুকৰ চোকা নখে তোমাৰ বুকু ছিৰাছিৰ কৰিব, যেতিয়া পিয়াহত পানীৰ সলনি সি তোমাৰ কেঁচা ৰক্ত পান কৰিব— তেতিয়া, তেতিয়া সোঁৱৰণ কৰিবা— এই বুঢ়াৰ কথা। যি ভাল দেখা তুমি তাকে কৰা— মই যাওঁহে।

ৰাজকোঁৱৰ : ৰ'বাচোন বাঘ ককাই।

বাঘ : নাই নাই। অলপ পিছত ভালুকে সাৰ পাব। তোমাৰ কোমল দেহৰ ৰক্ত-মাংস সি ধুহি-ধাহি খাব। আৰু মই বনৰ শক্তিশালী জন্তুটো হৈ সাধাৰণ ভালুকৰ অত্যাচাৰ, অন্যায় সহ্য কৰি থাকিব লাগিব। ....নাই, নাই, সেই দৃশ্য— সেই দৃশ্য মই চাব নোৱাৰো কোঁৱৰ— মোক তুমি ভুল নুবুজিবা। (বাঘে কৃত্ৰিম কান্দোন দেখুৱাই যাব খোজে।)

ৰাজকোঁৱৰ : ৰ'বাচোন—

বাঘ : এতিয়াও সময় আছে— যদি মনলৈ সুবুদ্ধি আহিছে, তেনেহ'লে তাক বগৰাই দিয়া। অযথা চিন্তা বঢ়াই একো লাভ নাই।

ৰাজকোঁৱৰ : তাকেইতো ভাবিছোঁ।

বাঘ : শত্ৰু নিপাত কৰোতে একো ভাবিব নালাগে— কেৱল ঘৃণা কৰিব লাগে। দিয়া তাক বগৰাই দিয়া। দিয়া বগৰাই দিয়া।

(ৰাজকোঁৱৰে কি কৰিব, কি নকৰিব ভাবি থাকোতে ভালুক আৰু বাঘৰ কথাবোৰ মনলৈ আহিব ধৰে।)

ভালুক : পশু বুলি যদি আমাক হীন দৃষ্টিৰে নোচোৱা আমি দুয়ো সখী পাতো! পাতিবানে মোৰ লগত সখী?

বাঘ : যেতিয়া ভালুকৰ চোকা নখে তোমাৰ বুকু ছিৰাছিৰ কৰিব, যেতিয়া পিয়াহত পানীৰ সলনি সি তোমাৰ কেঁচা ৰক্তপান কৰিব।

ভালুক : পশু বুলি যদি আমাক হীন দৃষ্টিৰে নোচোৱা।

বাঘ : যেতিয়া ভালুকৰ চোকা নখে তোমাৰ বুকু ফালি ছিৰাছিৰ কৰিব, এই বুঢ়াৰ কথা।

ভালুক : পশু বুলি যদি আমাক হীন দৃষ্টিৰে...

বাঘ : যেতিয়া ভালুকৰ চোকা নখে তোমাৰ...
(ৰাজকোঁৱৰে ভাবি ভাবি অস্থিৰ হৈ পৰে।)

বাঘ : পলম নকৰিবা কোঁৱৰ। শুভস্য শীঘ্ৰম। দিয়া বগৰাই দিয়া। একো নহয়। দিয়া...
(ৰাজকোঁৱৰে হঠাতে ভালুকক জোৰে ঠেলা মাৰি দিয়ে। ভালুকে কথমপিহে তলত নপৰে। ভালুকে সাৰ পায়। ৰাজকোঁৱৰৰ ভয়ত কঁপনি।)

বাঘ : দিয়া বগৰাই।

ভালুক : দিয়া— বগৰাই দিয়া মোক। সসেমিৰা— সসেমিৰা। (ভালুকে সসেমিৰা— সসেমিৰা বুলি কৈ ৰাজকোঁৱৰক দুই চৰ শোধায়।)

ৰাজকোঁৱৰ : সসেমিৰা—।

বাঘ : হাঃ হাঃ হাঃ—, ভালুক, বুজিলিনে মানুহৰে মিত্ৰতা?

ভালুক : বুজিলোঁ। আৰু তোমাকো ভালকৈ বুজিলোঁ। তুমি এডাল দুমুখীয়া সাপ। নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে গোটেই ৰাতি কু-চক্ৰান্ত, কু-অভিসন্ধি কৰিলা— কিন্তু নোৱাৰিলা। ভাবিছা নেকি— ৰাজকোঁৱৰক মই তললৈ পেলাই দিম। কেতিয়াও নিদিওঁ। গতিকে তুমি তোমাৰ কোৱাৰি চেলেকি নিজ স্থানলৈ উভতি যোৱা।

বাঘ : মনে মনে থাক মূৰ্খক— জহ্লাদ।

ভালুক : কুবুদ্ধি-কুচক্ৰান্ত— বিভেদেৰে নহয় বন্ধু। সৎ পথেৰে— সৎভাৱে জীয়াই থাকা।

বাঘ : বন্ধ কৰ। তোৰ পৰা মই নীতিশিক্ষা ল'বলৈ অহা নাই। সৰুৰ মুখত বৰ বৰ কথা। তোক, তোক মই... (বাঘে লাজ পাই গুচি যায়। ভালুক গছৰ পৰা নামে।)

ভালুক : যোৱা যোৱা। বৰ বৰ কথা ক'লেও মইতো মিছা কোৱা নাই। মইতো মোৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে কোৱা নাই।

ৰাজকোঁৱৰ : সসেমিৰা—

ভালুক : বিদায় অবিশ্বাসী বন্ধু— বিদায়। (ভালুক গুচি যায়।)

ৰাজকোঁৱৰ : সসেমিৰা— সসেমিৰা— সসেমিৰা—
(ৰাজকোঁৱৰ কান্দোনত ভাগি পৰে। হতাশ মনেৰে কিবা ভাবি থাকে। এইফালে ৰাতি পুৱালে। এনেতে নাচি-বাগি সুমধুৰ গীত-মাতেৰে এজাক হৰিণ-হৰিণীয়ে প্ৰৱেশ কৰে। গছৰ ওপৰত থকা কাৰণে তেওঁলোকে ৰাজকোঁৱৰক দেখা নাপায়।)

## গীত-মাত

হৰিণ-হৰিণীৰ দল ঃ হৰিণ-হৰিণীৰ দল আমি
মিলিজুলি খেলো,
ৰংমনে ঘূৰি ফুৰি
ৰঙৰ পোহাৰ মেলো।
আমাৰ মাজত নাই ভেদ
নাই ভিন পৰ,
বনৰ মাজত চৰি ফুৰো
বনেই আমাৰ ঘৰ।

হৰিণ-হৰিণীৰ দল ঃ আমাৰ ঘৰৰ গছ-লতা
চুৰ কৰি কাটে,
মানুহ নামৰ সেই চোৰ
ধৰো হাতে-লোটে।
মানুহ নামৰ চিকাৰী
আৰু এবিধ আছে,
মাংসৰ লোভত আমাক ভাই
খেদে পিছে পিছে।
লাজ লাজ লাজ ভাই
লাগে ভীষণ লাজ,
মানুহ নামৰ পশু সিহঁত
মস্ত দগাবাজ।[২]

(ৰাজকোঁৱৰে গছৰ পৰা নামি হৰিণৰ জাকক কয়।)

ৰাজকোঁৱৰ ঃ সসেমিৰা— (হাতযোৰ কৰে)

আটায়ে ঃ সসেমিৰা—

(সসেমিৰা শুনিয়েই হৰিণৰ জাকটো ফৰিং ছিটিকা দিয়ে। তাৰ মাজতে বৃদ্ধা হৰিণীয়ে কোঁৱৰৰ অসহায় অৱস্থা পৰ্যবেক্ষণ কৰি কয়।)

বৃদ্ধা হৰিণী ঃ ক'ৰ পৰা আহিলা— ক'লৈ যাবা ভাই?

ৰাজকোঁৱৰ ঃ সসেমিৰা—

হৰিণৰ জাক ঃ বুজিছোঁ বুজিছোঁ বুজিছোঁ ভাই সসেমিৰা হৈছে যেতিয়া তোমাৰ বিশ্বাস নাই।

ৰাজকোঁৱৰ ঃ (আঁঠুকাঢ়ি হাতযোৰ কৰি কান্দি কান্দি কয়।) সসেমিৰা—

বৃদ্ধা হৰিণীঃ নাকান্দিবা— নাকান্দিবা— নাকান্দিবা ভাই সসেমিৰাৰ দৰব আছে, কোনো চিন্তা নাই।

হৰিণ-হৰিণীৰ জাক ঃ দৰব দিয়া, অমৃত দিয়া যি দিয়া দিয়া সুবিধা পালে আমি কিন্তু তাৰ চকুত সানিম জলকীয়া।

(আটায়ে যাব ওলায়। বৃদ্ধা হৰিণীয়ে বাধা দিয়ে।)

বৃদ্ধা হৰিণীঃ নাযাবা নাযাবা এই বিপদত সসেমিৰাক এৰি। সসেমিৰাক ধ্বংস কৰিবলৈ চাওঁ চেষ্টা কৰি।

হৰিণ-হৰিণীৰ জাক ঃ বনৰ শত্ৰু চিকাৰী বনে বনে চোৰৰ নিচিনা ঘূৰে— সেই চিকাৰীক ভাল কৰিবলৈ আমাৰ আইতাই কিয় চেষ্টা কৰে??

(ৰাজকোঁৱৰে ধনু-শৰ খুলি আত্মসমৰ্পণ অৰ্থেৰে কান্দি কান্দি কয়।)

ৰাজকোঁৱৰ ঃ সসেমিৰা— সসেমিৰা

হৰিণ-হৰিণীৰ জাক ঃ বুজি পাইছোঁ— বুজি পাইছোঁ, নাকান্দিবা আৰু ধনু-শৰ তুলি লোৱা আমি চেষ্টা কৰোঁ।

বৃদ্ধা হৰিণীঃ আহা ভনী—আহা ভাই সকলোৱে আহা সসেমিৰাক ধ্বংস কৰি মনেপ্ৰাণে হাঁহা।

হৰিণ-হৰিণীৰ জাক ঃ সসেমিৰাৰ দৰব আছে তোমাৰ জোলোঙাত। নেপেলাবা মিছাতে আমাক দোমোজাত।

বৃদ্ধা হৰিণীঃ সকলোৱে এক হৈ বিশ্বাসৰ কৰা প্ৰাৰ্থনা
সসেমিৰা ভাল হওক বুলি কৰা কামনা।
বহা তুমি ৰজাৰ নন্দন কৰা প্ৰাৰ্থনা
চকুমুদি মনলৈ বিশ্বাসৰ ভাব আনা।

(বৃদ্ধা হৰিণীয়ে প্ৰাৰ্থনা আৰম্ভ কৰে। বাকীবোৰ প্ৰাৰ্থনাৰ বাবে সাজু।)

বৃদ্ধা হৰিণীঃ ওঁ অসতো মা সদ্‌গময়।

বাকীবোৰ ঃ ওঁ অসতো মা সদ্‌গময়।

বৃদ্ধা হৰিণীঃ তমসো মা জ্যোতিৰ্গময়।

বাকীবোৰ ঃ তমসো মা জ্যোতিৰ্গময়।

বৃদ্ধা হৰিণীঃ মৃত্যোৰ্মা অমৃতং গময়।

বাকীবোৰ ঃ মৃত্যোৰ্মা অমৃতং গময়।

বৃদ্ধা হৰিণীঃ ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

বাকীবোৰ ঃ ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

(এনেতে 'ওঁ শান্তিঃ শান্তিঃ শান্তিঃ' বুলি এজন ঋষি সোমাই আহে। ৰাজকোঁৱৰক ভালদৰে নিৰীক্ষণ কৰি ঋষিয়ে নিজৰ কাম আৰম্ভ কৰে।)

ঋষি ঃ সম্ভাৱপ্ৰতিপন্নানং বঞ্চনে কা বিদগ্ধতা? অংকমাৰুহ্য সুপ্তানং হন্তুঃ কিং নাম পৌৰুষম? সম্ভাৱত বিশ্বাস কৰা লোকসকলক বা বিশ্বাসী বন্ধুক প্ৰৱঞ্চনা কৰাটো কি বিদগ্ধতা বা চতুৰতা হ'ব পাৰে? শুই থকা লোকৰ কোলাত উঠি তেনে লোকক হত্যা কৰাটোৱেই জানো পুৰুষালি?

হৰিণ-হৰিণীৰ দল ঃ কেতিয়াও নহয়— কেতিয়াও নহয়।

ঋষি ঃ ওঁম শান্তি ঃ (কোঁৱৰলৈ পানী ছটিয়ায়)

ৰাজকোঁৱৰ ঃ সেমিৰা—সেমিৰা—সেমিৰা

ঋষি ঃ সেতুবন্ধত, সাগৰত বা গংগা সাগৰ সংগমত স্নান কৰি বামুণবধীও পাপৰ পৰা মুক্ত হয় কিন্তু মিত্ৰদ্ৰোহীৰ মুক্তি নাই। ওঁম শান্তি ঃ (কোঁৱৰলৈ পানী ছটিয়ায়)

ৰাজকোঁৱৰ ঃ মিৰা মিৰা মিৰা...

ঋষি ঃ মিত্ৰদ্ৰোহী কৃতঘ্ন আৰু বিশ্বাসঘাতকবিলাক চন্দ্ৰ সূৰ্য থাকে মানে নৰকলৈ যায়। ওঁম শান্তিঃ (কোঁৱৰলৈ পানী ছটিয়ায়।)

ৰাজকোঁৱৰ ঃ ৰা ৰা ৰা...

ঋষি ঃ তুমি ৰাজকুমাৰেই হোৱা বা ৰজাই হোৱা, যদি কল্যাণ কামনা কৰা, ব্ৰাহ্মণাদিক দান দিয়া আৰু দেৱপূজা কৰা। ওঁম শান্তিঃ শান্তিঃ শান্তিঃ

(কোঁৱৰ আৰু হৰিণ-হৰিণীৰ জাকলৈ পানী ছটিয়াই গুচি যায়।)

(হৰিণীৰ জাকৰ এটা পোৱালি হৰিণীয়ে ধেমালিতে কোঁৱৰৰ চকুত কোঁৱৰে নেদেখা কৰি ধৰে। ৰাজকোঁৱৰে পোৱালি হৰিণীৰ হাত এৰুৱাই।)

ৰাজকোঁৱৰ ঃ কোন?

(হৰিণ-হৰিণীৰ জাকে খিলখিলাই হাঁহে।)

ভাই-ভনীসকল, তোমালোকক এই মহৎ উপকাৰৰ কথা মোৰ চিৰদিন মনত থাকিব। কিন্তু আজি যে তোমালোকৰ দিবলৈ মোৰ হাতত একো নাই।

হৰিণ-হৰিণীৰ জাক ঃ নালাগে আমাক ধন-ৰত্ন, মণি-মুক্তা একো— আহা ভাই গঢ়ো আমি বিশ্বাসৰ সাঁকো।

(আটায়ে কোঁৱৰক লগত লৈ গীত-মাত আৰম্ভ কৰে।)

## গীত-মাত

আহা আহা আহা ভাই সকলোৰে আহা
বিশ্বাসৰ ঘৰ সাজি ৰংমনে হাঁহা।
গুৰুজন-মা-দেউতা-বন্ধু-ভনী-ভাই
তেওঁলোকক বিশ্বাসেৰে বুজিবা সদায়।
সততা হ'ল ভাই জীৱনৰ প্ৰাণ
বিশ্বাসেৰে সততাৰ গোৱা জয়গান।
গুপুতে গুপুতে আৰু এষাৰ শুনা
বিশ্বাসৰ লগতে সন্দেহকো জানা।
বিশ্বাসৰ পদূলিত সন্দেহৰ ঘৰ
সন্দেহৰ পিছতহে বিশ্বাসৰ আদৰ।
আহা আহা আহা ভাই সকলোৰে আহা
বিশ্বাসৰ ঘৰ সাজি ৰংমনে হাঁহা।

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসে আয়োজন কৰা শিশুনাট প্ৰতিযোগিতাত নিতুল কুমাৰ মেধিয়ে দ্বিতীয় শ্ৰেষ্ঠ পৰিচালকৰ সন্মান লাভ কৰে।)

# শেষ নোহোৱা সাধু

মূল ঃ অতুল চন্দ্ৰ হাজৰিকা

নাট্য অভিযোজনা ঃ প্ৰশান্ত শৰ্মা

Direction : কোৰাছৰ দল গীত গাই গাই মঞ্চত প্ৰৱেশ কৰিব। (গীতৰ সুৰ নেগেৰা নামৰ আৰ্হিৰ)

কোৰাছৰ দল ঃ শুনা ভাই শুনা হে শুনা ভাই শুনা
সম্বলপুৰৰ মহাৰাজৰ কথা কওঁ শুনা
প্ৰথমে প্ৰথমে আহা ৰজাক চিনি লওঁ
ৰজাৰ কথা পাছে পৰে সকলোকে ক'ম।

Direction : প্ৰহৰীৰ প্ৰৱেশ

প্ৰহৰী ঃ সাৱধান সাৱধান। সম্বলপুৰৰ মহাৰাজ ভম্বলসিং পাত্ৰ মন্ত্ৰী সেনাপতি সহিতে সভাত প্ৰৱেশ কৰিছে। সাৱধান সাৱধান ........

কোৰাছৰ দল ঃ (গীত-ভাওনাৰ প্ৰৱেশৰ গীতৰ সুৰত)
সভাত প্ৰৱেশ কৰে সম্বলৰাজ বীৰ
সমে চলে পাত্ৰ মন্ত্ৰী ৰঙতে অধীৰ

Direction : (জয়ধ্বনি) জয় সম্বলপুৰৰ মহাৰাজৰ - জয়।

কোৰাছৰ দল ঃ সম্বলপুৰৰ মহাৰাজ ভম্বলসিং নাম
দিনে ৰাতি তেওঁৰ মাথোঁ সাধু শুনাই কাম

সভাসদ ঃ পাত্ৰ মন্ত্ৰী সভাসদ সাধুকথা বিশাৰদ
সকলোৱে পালপাতি সাধু কয় দিনে ৰাতি
শুনি থাকে মহাৰাজে দুয়োখন কাণ-পাতি

মন্ত্ৰী ঃ মহাৰাজৰ আদেশ পালে আজিৰ সাধু আৰম্ভ কৰিব পাৰো

ভম্বলসিং (ৰজা) ঃ দিলো আদেশ কথা আৰম্ভ নকৰা বিলম্ব।

Direction : মন্ত্ৰী আৰু সেনাপতিয়ে ৰজাক সাধু ক'ব।

মন্ত্ৰী ঃ মহাৰাজ আজিৰ সাধু হাতী আৰু ফেঁচাৰ।

ৰজা ঃ ব্যক্ত কৰা ব্যক্ত কৰা

মন্ত্ৰী ঃ সেনাপতি, আঁহা আমি সাধু আৰম্ভ কৰো।

মন্ত্ৰী ঃ মহাৰাজ, এখন নদীৰ পাৰত এটা ফেঁচাই এজোপা গছৰ খোৰোঙত বাহ লৈ আছিল।

সেনাপতি ঃ সেই গছৰ তলেদি মহাৰাজ গজেন্দ্ৰ নামৰ এটা হাতীয়ে সদায় পানী খাবলৈ অহা যোৱা কৰিছিল। ঘটনাক্ৰমে মহাৰাজ, এদিন ফেঁচাই বাহ লোৱা গছজোপা পানীত হালি পৰিল।

মন্ত্ৰী : মহাৰাজ, ফেঁচাই একো উপায় নাপাই গজেন্দ্ৰ নামৰ সেই পানী খাবলৈ অহা হাতীটোৰে সৈতে সখী পাতি সেই গছডাল পোনকৰি ল'লে। সেই দিনাৰে পৰা ফেঁচা আৰু হাতী দুয়ো বৰ মিত্ৰ হৈ পৰিল।

সভাসদ : ঠিক আমাৰ সেনাপতি আৰু মন্ত্ৰী ডাঙৰীয়াৰ দৰে।

সেনাপতি : তাৰ পাছত মহাৰাজ এদিন পাৰ্বতীৰ বাঘে সমাজিক দেখিলে যে সি গজেন্দ্ৰ নামৰ হাতীটোৰ মূৰ খাইছে।

সভাসদ : এইগৰাকী বা কোন পাৰ্বতী?

সেনাপতি : কিয় আমাৰ মহাদেৱৰ পাৰ্বতী আকৌ।

মন্ত্ৰী : তাৰ পিছত মহাৰাজ স্বপ্নৰ এই ফলৰ বিষয়ে বাঘে মহাদেৱক সোধাত মহাদেৱে ক'লে—

সেনাপতি : স্বপ্নত দেখিছ যেতিয়া তই গজেন্দ্ৰ হাতীৰ মূৰতো খাব পাৰ।

মন্ত্ৰী : মহাৰাজ বাঘে মহাদেৱৰ কথা শুনি সেই নৈখনৰ কাষলৈ গৈ হাতী অহালৈকে ৰৈ থাকিল।

ৰজা : তাৰ পিছত কি হ'ল তাকে মাথোঁ কোৱা।

সেনাপতি : সিফালৰ পৰা মহাৰাজ হাতী পানী খাবলৈ আহিলত বাঘে হাতীক ক'লে— ককাই, আজি তোৰ মূৰটো মই সমাজিকত খাইছিলো, পিছে দিঠকতো খাব পাই নে নাপাই বুলি মই মহাদেৱক সোধোতে মহাদেৱে মোক খাবলৈ আজ্ঞা দিছে, এতেকে এতিয়া মই তোক খাম, তোৰ কি কৰিব লগা আছে বেগতে কৰি ল'।

সভাসদ : তাৰ পাছত কি হ'ল, সেনাপতি মহোদয়?

সেনাপতি : বাঘৰ কথা শুনি হাতীয়ে বৰ ভয় খালে। লগতে থকা ফেঁচাই সখীয়েকৰ ভয় দেখি বাঘক ক'লে .....

মন্ত্ৰী : বাৰু মহাদেৱে যদি তোমাক হাতীক খাবলৈ দিছে খাবা, কিন্তু কথাতো সঁচা নে মিছা আমি মহাদেৱক সুধি লওঁ। এতেকে ব'লা আমি তিনিও মহাদেৱৰ ওচৰলৈ যাওঁ।

ৰজা : পাতনি বৰ দীঘলীয়া হৈছে মন্ত্ৰী।

সেনাপতি : পাতনিতেটো আচল সোৱাদ মহাৰাজ। বাঘ ফেঁচাৰ কথাৰ সন্মত হ'ল আৰু তিনিও মহাদেৱৰ ওচৰলৈ বাট বুলিলে।

মন্ত্ৰী : পিছে মহাৰাজ ফেঁচাই সকলোকে পাছ পেলাই মহাদেৱৰ ওচৰ পাই টোপনিৰ ভাও জুৰি মূৰটো নচুৱাবলৈ ধৰিলে।

সেনাপতি : মহাদেৱে আচৰিত হৈ ফেঁচাৰ কি হৈছে বুলি সোধাত ফেঁচাই চক-মক খাই সাৰ পোৱা যেন দেখুৱাই ক'লে

মন্ত্ৰী : প্ৰভু, মই সমাজিকত পাৰ্বতীক বিয়া কৰোৱা দেখিছো, পাছে দিঠকতো বিয়া কৰিবলৈ পামনে নাপাম প্ৰভুৱে জনাব লাগে।

সভাসদ ঃ ফেঁচাৰ সৈতে পাৰ্বতীৰ বিয়া, কিযে মজা কিযে মজা

সেনাপতি ঃ মহাদেৱে গুজৰি-গুমৰি ক'লে হেৰৌ স্বপ্নত পালি বুলিয়েই তই পাৰ্বতীক বিয়া কৰাবলৈ পাবি নে? কেতিয়াও নাপাব।

মন্ত্ৰী ঃ তেতিয়া মহাৰাজ ফেঁচাই মহাদেৱক ক'লে, প্ৰভু মই যদি সমাজিকত দেখাতো দিঠকত নাপাওঁ তেতিয়াহ'লে বাঘেনো কেনেকৈ সমাজিকত গজেন্দ্ৰক খোৱা দেখি দিঠকত খাবলৈ পাব?

সেনাপতি ঃ মহাদেৱে তেতিয়া নিজৰ ভুল বুজি পাই ক'লে,

মন্ত্ৰী ঃ শুনহঁত বাঘেও গজেন্দ্ৰক খাব নোৱাৰে, ফেঁচায়ো পাৰ্বতীক বিয়া কৰাব নোৱাৰে সপোন সপোনেই,

সভাসদ ঃ এৰা সপোন সপোনেই

সেনাপতি ঃ এনেতে মহাৰাজ হাতী আৰু বাঘ আহি মহাদেৱৰ ওচৰ পাইছিলহি।

মন্ত্ৰী ঃ বাঘে মহাদেৱৰ কথা শুনি বৰ দুখ পালে। ইফালে সম্ভাব্য বিপদৰ পৰা ৰক্ষা পাই হাতী ফেঁচাৰ সৈতে ৰং মনেৰে গুচি গ'ল।

ৰজা ঃ তাৰ পাছত কি হ'ল মন্ত্ৰী?

মন্ত্ৰী ঃ মহাৰাজ, সাধু ইমানতে শেষ হ'ল।

সভাসদ ঃ ভাবিলে ভম্বল ৰজা এনে সাধুত নাই মজা

ৰজা ঃ এইবোৰ সাধু কঁঠালৰ বাদু, শেষ নোহোৱা সাধু দিল্লীকা লাড়ু। তেনেকুৱা সাধু মোক যেয়ে পাৰে ক'ব সেয়ে মোৰ ৰাজকন্যা, অৰ্ধৰাজ্য পাব।

সভাসদ ঃ তেনেকুৱা সাধু ৰজাক যেয়ে পাৰে ক'ব সেয়ে ৰজা ৰাজকন্যা আৰু অৰ্ধৰাজ্য পাব।

ৰজা ঃ সাধু, যাৰ হ'ব পূৰ কটা যাব তাৰ মূৰ। শেষ নোহোৱা সাধু ক'লেহে পাব পুৰস্কাৰ।

সভাসদ ঃ ৰাজচ'ৰাত ভম্বল ৰজাই কৰিলে অঙ্গীকাৰ। ঢোল পিটি ঢুলীয়াই ৰাজ আজ্ঞা দিলে শুনাই।

Direction : ঢুলীয়াৰ প্ৰৱেশ

ঢুলীয়া ঃ শুনক শুনক শুনক। সম্বলপুৰৰ মহাৰাজ ভম্বল সিঙৰ আদেশ শুনক। যেয়ে মহাৰাজক শেষ নোহোৱা সাধু ক'ব পাৰিব সেয়ে অৰ্ধৰাজ্য আৰু ৰাজকন্যাক বিয়া কৰাবলৈ পাব। ইয়াৰ অন্যথা সাধু শেষ হ'লেই মূৰ কটা যাব।

কোৰাছ ঃ সাধু কোৱা মানুহৰ লাগি গ'ল দলদোপ
কিজানি গিলিব পাৰে ৰজাৰ বৰুণীৰ টোপ।

সভাসদ (১) ঃ দীঘলীয়া বৰ বৰ ৰহণ সানি মনোহৰ
আগবাঢ়ি জনে জনে সাধু ক'লে পাৰে মানে

সভাসদ (২) ঃ কিন্তু হায়! শেষ হ'ল সাদিনতে সাধুবোৰ
অনাহকতেই মাথোঁ কটা গ'ল বহু মূৰ।

কোৰাছ ঃ শেষ হ'ল সাধুবোৰ কটা গ'ল বহু মূৰ।
ৰজা ঃ মন্ত্ৰী শেষ হোৱা সাধু শুনি শুনি মন মোৰ হৈছে অস্থিৰ।
অতি শীঘ্ৰে নৰ্তকীৰ নৃত্যৰ আয়োজন কৰি
মন কৰা স্থিৰ।
মন্ত্ৰী ঃ নৰ্তকীসকল, শীঘ্ৰে নৃত্য প্ৰদৰ্শন কৰি মহাৰাজৰ মন স্থিৰ কৰা।
Direction : নৰ্তকীৰ নৃত্য
(নৃত্যৰ বোল)
ধিন তাতাক্ ধিধিন্ তাক্
ধিন্ তাতাক্ ধিধিন্ তাক্
ধিনতা খিতাক্ তিতাক্ তিতাক্ তাক্।
ৰজা ঃ নৰ্তকীসকল, বন্ধ কৰা নৃত্য, শেষ নোহোৱা সাধু অবিহনে স্থিৰ নহয় মোৰ চিত্ত।
কোৰাছ ঃ সাধু কওঁতা কোনো নাই ৰজা আছে বাট চাই।
সভাসদ (১) ঃ বহুপৰে এনেয়ে গ'ল ৰজা বৰ বিবুদ্ধি হ'ল
সভাসদ (২) ঃ ভাগ্য ভাল আহি পালে সাধুচৰণ মেধি
ৰজাঘৰীয়া কুকুৰবোৰে আনিলে তাক খেদি।
Direction : (কুকুৰৰ ভুকভুকনিত সাধুচৰণৰ প্ৰৱেশ)
কোৰাছ ঃ (বিয়ানামৰ সুৰত) সাজপাৰত সাধুচৰণ পাছবিয়াৰ দৰা
দিলে এটি দীঘল চেলাম দুৱাৰমুখৰ পৰা
সাধুচৰণ ঃ মহাৰাজ, সেৱা গ্ৰহণ কৰক।
ৰজা ঃ কোন তই? পাৰিবিনে ক'ব সাধু?
সাধুচৰণ ঃ মহাৰাজ, খুৱাম দিল্লীৰ লাড়ু।
সাধু মোৰ আৰম্ভ কৰো কাণ খৰকি লক।
সভাসদ ঃ মন্ত্ৰী আহি আগবাঢ়ি কাণ খৰকি দিলে।
গলখেকাৰি মাৰি লৈ সাধুচৰণে ক'লে।
সাধুচৰণ ঃ মহাৰাজ লগতে আনিছো দুজনমান ইষ্ট কুটুম বংশ
মাজে মাজে মোৰ হৈ সাধুত ল'ব অংশ।
কথাযাৰ মহাৰাজক থাওকতে ক'লো
আজ্ঞাৰ বাবে মহাৰাজ বাট চাই ৰ'লো।
মহাৰাজ ঃ দিলো আজ্ঞা। কৰ আৰম্ভ, নকৰি বিলম্ব।
Direction : (হৰ্ষ আৰু বিষাদৰ প্ৰৱেশ)
*হৰ্ষ + বিষাদ* ঃ মহাৰাজৰ জয় হওক।

মহাৰাজ ঃ জয়েই বা পৰাজয় নাই তাত খেদ
অতিশীঘ্রে তহঁতে সাধুৰ ভাং ভেদ

কোৰাছ ঃ জয় বা পৰাজয় নাই ৰজাৰ খেদ
সাধুচৰণে ভাঙিব সাধু কথাৰ ভেদ

সাধুচবণ ঃ মহাৰাজ, হাজাৰ হাজাৰ বছৰ আগৰ
ক'ম কথা সত্য কালৰ,
আছিল তেতিয়া সাতোটা সাগৰ নাছিল তাত পানী
কোনোটোত ঘিউ, কোনোটোত মৌ, কোনোটোত চেনি।

হৰ্য ঃ হীৰাৰ গছত মাণিক লাগিছিল সেই সময়ত বোলে
ৰূপৰ কোমোৰাবোৰ আছিল লাগি ঘৰৰ চালে চালে।

সভাসদ ঃ কি আচৰিত!

সাধুচৰণ ঃ মহাৰাজ, ঘৰবোৰ আছিল সোণেৰে সজা
সুখীয়া আছিল সকলো প্রজা
ব'হাগ বিহুৰ বাৰ মাহে ঘৰে ঘৰে লখিমীয়ে হাঁহে
দানশীল, ধৰ্মশীল আছিল দেশৰ ৰজা
নাছিল চোৰ, নাছিল ডকাইত আছিল কেনে মজা।

বিযাদ ঃ সকলো আছিল সমানৰ মানুহ, নাছিল কোনো সৰু
গাইবোৰ আছিল কামধেনু, গছবোৰ কল্পতৰু।

সাধুচৰণ ঃ মহাৰাজ, গাখীৰৰ নৈ গৈছিল বৈ
খালবোৰত আছিল এঠা দৈ
পদুম পাতবোৰ আছিল লুচি
ৰসগোল্লা কঁঠালৰ মুচি
শিলগুটিবোৰ ঘিলা পিঠা
খাবলৈ আছিল বৰ মিঠা

হৰ্য ঃ মোহনভোগৰ তপত বালি আছিল তেতিয়া বৈ
কাছকণীবোৰ আছিল মহাৰাজ কেঁচাগোল্লা হৈ।
মহাৰাজ আলিবাটৰ ধূলিবোৰ আছিল চানাচুৰ ভজা

সভাসদ ঃ সঁচাকৈয়ে সেই সত্য যুগত আছিল বৰ মজা।

মহাৰাজ ঃ আ হাঃ হাঃ কি যে মজা কি যে মজা!

কোৰাছ ঃ (ওজাপালিৰ সুৰত)
হে সম্বলপুৰৰ মহাৰাজে শুনি আছে সাধু

এ শুনি আছে সাধু
শেষ নোহোৱা সাধু বোলে দিল্লীকা লাড়ু।

সাধুচৰণ ঃ মহাৰাজ, মোৰ এই সাধু কথা সেই সময়ৰ হ'লে
গুৱাহাটী নগৰৰ কুকুৰমূতাৰ ফালে
আছিল এক সদাগৰ ধনে জনে ভৰা ঘৰ
মেট মৰা সাতোটা ভঁৰাল ধানেৰে আছিল ভৰি।
আহিল এদিন এক কোটি ঘনচিৰিকা উৰি।

হৰ্ষ ঃ ভঁৰালৰ মূধেদি আছিল এটা অকণমানি ফুটা,
সোমাব পাৰে সেই ফালেদি ঘনচিৰিকা এটা।

সাধুচৰণ ঃ সেই বাটেদি এটা চৰাই ভিতৰলৈ গ'ল সোমায়
মুখত এটা ধান লৈ ভুৰুং কৰি গ'ল উৰি
আৰু এটা গ'ল সোমাই, ধান লৈ আহিল ঘূৰি

বিষাদ ঃ মহাৰাজ, তাৰ পিছত আৰু এটা ধান আনিবলৈ গ'ল,

হৰ্ষ ঃ তাৰ পিছত মহাৰাজ আৰু এটা

সাধুচৰণ ঃ তাৰ পাছত মহাৰাজ আৰু এটা

মহাৰাজ ঃ ৰহ ৰহ তাৰ পিছত কিনো হ'ল তাকে মাথোন ক।

সাধুচৰণ ঃ মহাৰাজ এক কোটি চৰাই
ইমান সোনকালে কেনেকৰি দিব পাৰো উৰাই?

কোৰাছ ঃ সাধু শুনি মহাৰাজৰ ধৈৰ্যচ্যুতি হ'ল
শেষ নোহোৱা সাধু দেখোন গলগ্ৰহহে হ'ল।

Direction : সাধুচৰণে অনৰ্গল সাধু কৈ যোৱাৰ মূকাভিনয় কৰিব। হৰ্ষ আৰু বিষাদে লগত সহযোগ কৰিব।

মহাৰাজ ঃ অধৈৰ্য, মই আৰু ধৈৰ্য ধৰিব নোৱাৰা হৈছো।

সাধুচৰণ ঃ মহাৰাজ, শুনক আপুনি ধৈৰ্য ধৰি
আৰু এটা গ'ল।
মুখত এটা ধান লৈ আহি পুনৰ বাহিৰ হ'ল

হৰ্ষ ঃ তাৰ পাছত মহাৰাজ আৰু এটা

বিষাদ ঃ তাৰ পাছত মহাৰাজ আৰু এটা

ৰজা ঃ উহঃ বন্ধ কৰ, বন্ধ কৰ

সাধুচৰণ ঃ মহাৰাজ, কিয় দিয়ে হাক

সভাসদ ঃ ৰজাই নুশুনে সাধুৱে নেৰে

সাধুচৰণ ঃ মহাৰাজ আৰু এটা ঘনচিৰিকা যায়
মুখত এটা ধান লৈ কোনোবা ধুবুৰী পায়।
হৰ্ষ ঃ তাৰ পাছত মহাৰাজ আৰু এটা।
বিষাদ ঃ তাৰ পাছত মহাৰাজ আৰু এটা।
সভাসদ ঃ এইদৰে কওঁতে কওঁতে সাদিন পাৰ হৈ যায়।
ৰজা (অৱশ হৈ) ঃ সাধুচৰণ আৰু কিমান আৰু কিমান? শেষ হ'লনে নাই?
সাধুচৰণ ঃ মহাৰাজ, এহেজাৰ মাথোন হ'ল।
এককোটি ঘনচিৰিকা তেনেই বাকী ৰ'ল।
কোৰাছ ঃ সাধু শুনি মহাৰাজৰ ধৈৰ্যচ্যুতি হ'ল
শেষ নোহোৱা সাধু দেখোন গলগ্ৰহহে হ'ল।
Direction (ৰজা পলাই ফুৰিব। সাধুচৰণ, হৰ্ষ আৰু বিষাদে খেদি খেদি সাধু ক'ব।)
ৰজা ঃ সাধুচৰণ নুশুনু আৰু এনে সাধু তোৰ।
শুনি শুনি আমনি লাগিল তথাপি নপৰে ওৰ।
সাধুচৰণ ঃ মহাৰাজ নাই একো উপায় সাতোটা ডাঙৰ ভঁৰাল ঘৰ এককোটি চৰাই।
মহাৰাজ ঃ এককোটি চৰাই! উহঃ এনে সাধু শুনাৰ আগতে মোৰ মৃত্যু নহ'ল কিয়!
কোৰাছ ঃ সম্বলপুৰৰ মহাৰাজ হ'ল নিৰুপায়।
সাধু বন্ধ কৰাৰ মাথোঁ এটাই যে উপায়।
সভাসদ (১) ঃ কি বা উপায়?
সভাসদ (২) ঃ মহাৰাজে নিজেই ক'ব কি তাৰ উপায়?
মহাৰাজ ঃ সাধুচৰণ বন্ধ কৰ সাধু তোৰ, ভাগৰ লাগিছে মোৰ।
ল'ব পাৰ ৰাজকন্যা অৰ্ধৰাজ্য মোৰ।
কোৰাছ ঃ বন্ধ কৰ সাধু তোৰ, ভাগৰ লাগিছে মোৰ।
ল'ব পাৰ ৰাজকন্যা অৰ্ধৰাজ্য মোৰ।
সাধুচৰণ ঃ (মূৰ খজুৱাই) হ'লো তেনেহ'লে ৰজাৰ জোঁৱাই
পতা হক বিয়াখন কেঁচা কল কাটি।
এককোটি ঘনচিৰিকাই দিয়ক মানুহ মাতি।
কোৰাছ ঃ (নেগেৰা নামৰ সুৰত)
পতা হক বিয়াখন কেঁচা কল কাটি
এককোটি ঘনচিৰিকাই দিয়ক মানুহ মাতি।
Direction : উৰুলি + বিয়ানাম

কোৰাছ / সভাসদ ঃ (বিয়ানামৰ সুৰত)

সাধু কৈ সাধুচৰণ ৰজাৰ জোঁৱাই হ'ল,
ৰাজকন্যা অৰ্ধৰাজ্যৰ অধিকাৰী হ'ল।

Dircction : ৰাজকন্যা আৰু সাধুচৰণৰ বিয়া।

**বিঃ দ্ৰঃ** - নাটিকাখন প্ৰস্তুত কৰোতে লক্ষ্মীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধুৰ পৰা হাতী আৰু ফেঁচাৰ সাধুটো সংযোগ কৰা হৈছে।

**— সমাপ্ত—**

# অন্তৰীণ শৈশৱ

ৰচনা ঃ পাৰ্থজ্যোতি শৰ্মা

**চৰিত্ৰ**

১। ভাৰ্গৱ
২। স্মৰণিকা
৩। দীক্ষিতা
৪। পৰিস্মিতা
৫। ঋতুৰাজ (২)
৬। কিশোৰ
৭। বেদ
৮। চয়নিকা
৯। উন্মেষা
১০। বাৰ্বী
১১। পিকু
১২। ঋতুৰাজ (১)
১৩। হিমাংশু

গীত ঃ

শাৰী শাৰী কৰি তামোলৰে লানি
দেহি ঐ আছিলে
সেইখন তামোলৰ বাৰী
তামোলৰ পাতকে গইনা কৰি লৈ
দেহি ঐ টোকোৰাই
সাজিছিল বাহৰে লানি
ক'তনো হেৰালে
সেউজ সেই বাৰীখন মাজনী
ক'তেনো বাহৰে লানি
তামোলো হেৰালে টোকোৰাও লুকালে মাজনী
লুকালে এনাইৰে সাধু
সাধুৰ কুটা কঢ়িয়াই মাজনী
তামোলনিও চিকুণাম মাজনী
বোপাইৰ বুটি কোৰে লৈ
সাজিম বাহে এটি উৰে ঘনেপতি
টোকোৰাৰ জাকেনা মইনা
আমি ল'ৰামতি নাজানো একোটি
সাধুৰে জাকেনা মইনা
দোষ হ'লে ক্ষেমিব
ভুল হ'লে এৰিব·
সাজিমে টোকোৰাৰ বাহেনা ঐ

ভাৰ্গৱ ঃ জাক লৌ লৌ জাক লৌ লৌ
জাক লৌ লৌ হেৰা
গৰু চৰাওঁতে বাঘ নোলাবা
হাবিৰ মাজৰ পৰা

অই অই গৰু ঐ গৰু জেওৰা ভাঙিলে থ'ব মোকহে। হে' ভগৱান, এই গৰুসোপা মোৰ টেঁটুত আৰি তুমি ভাল ৰং চাইছা। উস্ বৰ গৰম দেই। অই সনাহি সোপা, ঘূৰ, ঘূৰ, হেৰৌ ঘাঁহ দেখা নাই। লোকৰ জেওৰালৈ যে হেঁপা মেলিছ। আজি অলপ মজাকে কৰা যাওক। ৰাইজক অলপ বিহুকে দেখুৱাওঁ। আই ঔ মোক বাঘে খালে ঐ মোক বাঘে খালে উ। বাঘে খালে উ।

স্মৰণিকা ঃ অই কোনোবাই বাঘ বাঘ বুলি চিঞৰা শুনিছনে।

দীক্ষিতা ঃ অ' শুনিছো।

পৰিস্মিতা ঃ আমাৰ সেই কণপিতৌ গৰখীয়াৰ মাত যেন লাগিছে।

ভাৰ্গৱ ঃ আই ঔ বাঘে খালে ঔ।

ঋতুৰাজ ঃ হেৰৌ আমি ইয়াত কথাৰ মহলা মাৰি থাকোতেই সেইটোক বাঘে খাই আইধাই পেলাব, গতিকে ব'ল ব'ল।

সকলো ঃ অ' ব'ল ব'ল।

ভাৰ্গৱ ঃ জাক লৌ, জাক লৌ
জাক লৌ লৌ হেৰা
ৰাইজে আজি
ভাল ঠগ খালে
মোৰ যে লাগিল মজা।

কিশোৰ ঃ হেৰৌ মিছলীয়া। এই ৰাইজখনক এনেকৈ ঠগিবলৈ তোৰ বেয়া নালাগিলনে?

দীক্ষিতা ঃ ৰাইজ, এইটোৰ লগত চুপতি কৰি সময় নষ্ট কৰি লাভ নাই।

কৌশিক ঃ এৰা এৰা ব'লা ব'লা। এইটো মহা মিছলীয়া।

ঋতুৰাজ (২) ঃ হেৰৌ বাঘৰ মুখৰ পৰা ৰক্ষা কৰিবলৈ অতখন ৰাইজ দৌৰি আহিছে। এই মিছলীয়াটোৱে আকৌ ৰাইজখনৰ লগত পেংচালি কৰিছে।

পৰিস্মিতা ঃ ব'লা ব'লা এই মহা মুৰ্খটোৰ ওচৰৰ পৰা আঁতৰাহে ভাল।

বেদ ঃ হেৰৌ কণপিতৌ এই অতখন ৰাইজক এনেকৈ হাৰাশাস্তি কৰিব নালাগিছিল।

চয়নিকা ঃ এইটোক এইবোৰ বুজাই লাভ নাই। ব'লা ব'লা।

সকলো ঃ ব'লা ব'লা।

ভাৰ্গৱ ঃ জাক লৌ... কালি ৰাইজখনক ভাল ঠগিলো। ৰাইজখনেও ভাল... আই ঔ মৰিলো ঔ, সেইটো দেখোন বাঘ। মৰিলো ঔ।

উন্মেষা ঃ হাও হাও। বাঘ নহয় বাঘিনী। আন মঙহ খাই লাগিছে আমনি। আজি ইয়াৰ মঙহেৰে তৃপ্তি পলাওঁ।

ভাৰ্গৱ ঃ আই ঔ, মৰিলো ঔ। বাঘে খালে ঔ।

চয়নিকা ঃ সেইটোৱে আজিও ৰাইজক ঠগিব খুজিছে।

দীক্ষিতা ঃ এইবাৰ তাৰ মিছা কথাত কোনো ভোল নাযায়।

ভাৰ্গৱ ঃ আই অ' বাঘে খালে ঔ।

দীক্ষিতা ঃ সেইটোৰ মিছা চিঞৰ শুনা।

কিশোৰ ঃ ৰাইজখনক সি বুৰ্বক বুলি ভাবিছে।

স্মৰণিকা ঃ বুইছা টেঙা আম এবাৰহে বেচিব পাৰে।

দীক্ষিতা ঃ সি বাৰে বাৰে টেঙা আম বেচিব খুজিছে।

**গীত**

অই আৰে লাগিলেক
ঘোৰ যুদ্ধ বাঘৰ সহিতে
আসৈ মতাৰ ফল সিটো
হাতে হাতে পাইল।

**গান**

মুখে মঙহ লৈয়া কাউৰী
গছৰ ডালত বহে
সেহি সময়ত শিয়াল
তোষামোদত ধৰে।
নিজৰ মাতৰ কথা ভাবি
ওফন্দি পৰিলে
বুদ্ধিদুষ্ট হৈয়া কাউৰী

মাতিবলৈ ধৰে।
কা কা বুলি মাতে কাউৰী
কা কা বুলি মাতে।

বাৰ্বী : আঃ হাঃ মুখত মঙহ লৈ সেইজনী কাউৰী। তাইৰ মুখৰ মঙহটুকুৰা যেনে-তেনে খাব পৰা হ'লে। কি কৰা যায়। কি কৰা যায়। অ' বুদ্ধি এটা পাইছো। মই গছজোপাৰ তললৈকে যাওঁ। মাহী অ' কাউৰী মাহী, তোমাৰ মাতটো ইমান ধুনীয়া। মাতানা, মোৰ যে শুনিবলৈ বৰ মন গৈছে।

স্মৰণিকা : (নিমাত)

বাৰ্বী : তোমাৰ মাতটো ধুনীয়া বুলিয়েই তোমাৰ ইমান গৰ্বনে? মাতানা এবাৰ। তুমি দেখিবলৈ যিমান ধুনীয়া, তোমাৰ মাতটো তাতোকৈও ধুনীয়া। মাতানা। মাতাচোন মাতা। এবাৰ মাত্ৰ মাতা।

স্মৰণিকা : কা, কা। দুষ্ট শিয়ালে মোৰ মঙহটুকুৰা লৈ গ'ল।

গীত ঃ
আছিলেক শিয়াল দুষ্ট
নামে দগাবাজ
লোভে পৰি ভগা দোণে
সুমুৱাইছিল মূৰ।

ভাৰ্গৱ : নেৰোৱাই হ'ল দেখোন। কিহে পাইছিল এই ভগা দোণত মূৰ সোমাবলৈ। কিহৰ জানো ইমান খঁক লাগিছিল। ভগা দোণৰ সৈতে ঘৰৰ ফালে গতি কৰাৰ বাদে মোৰ উপায় নাই।

পিকু : গলত মণিহাৰ, গম্ভীৰ আচাৰ

কিশোৰ : আপুনি বা কোন অৱতাৰ

ঋতুৰাজ (১) : হয়তো হ'ব পাৰে এবেঁই আমাৰ হাবিৰ মহাৰাজ।

ঋতুৰাজ (২) : ৰূপে-গুণে সুন্দৰ নিশ্চয় এওঁ হাবিৰ ৰজাই হ'ব।

ভাৰ্গৱ : অ' হ হ। চিনি পালি তেও মহাৰাজক। সোনকালে প্ৰস্তুত কৰি মোৰ আহাৰ, নহ'লে নিচিনিম আপোন-পৰ।

ৰেদ ঃ বৰ্তমান মোৰ ভাগৰ এই মুঠিকে ধৰক।

পিকু ঃ হয় মহাৰাজ বৰ্তমান মোৰ ভাগৰে এইৰূপ গ্ৰহণ কৰক।

ঋতুৰাজ (২)ঃ বৰ্তমান ইয়াকে গ্ৰহণ কৰক। আপুনি অকণো অসন্তোষ নকৰিব মহাৰাজ।

সকলোৱেঃ আমি আপোনাৰ খাদ্য সম্পূৰ্ণৰূপে যোগান ধৰিম।

ভাৰ্গৱ ঃ অ' এনেদৰেই মোক মহাৰাজ বুলিবি, তেহে শান্তি হ'ব তইঁতসোপাৰ। যা এতিয়া তুৰন্তে ইয়াৰ পৰা। মোৰ খাদ্যৰ সুন্দৰ আয়োজন কৰহক।

সকলো ঃ ভাল মহাৰাজ, আমি কৰিছোঁ বিদায়।

ভাৰ্গৱ ঃ ভগা দোণে আজি মোক বনায় সম্ৰাট। ভবাই নাছিলো এটা সাধাৰণ ভগা দোণেই মোক বনাই দিব সমগ্ৰ হাবিৰে মহাৰাজ। সম্ৰাট। এতিয়াৰ পৰা ৰাতি ৰাতি হাঁহৰ গঁৰালৰ মুখত জুপুকা মাৰি বহি থাকি সময় নষ্টৰ নাই প্ৰয়োজন। সকলোৱেই আনি দিব খানা আ হা কেনে মজা।

সকলো ঃ হো...আ, হোৱা, হোৱা...

ভাৰ্গৱ ঃ আই ঔ, মোৰ বুকুৰ কুটুমে কি শুৱলা গীত গাইছে।

সকলো ঃ হোৱা...

ভাৰ্গৱ ঃ কি শুৱলা মই ৰৈ থাকিব নোৱাৰো। বুকুৰ কুটুমে যেন মোকেই মাতিছে।

সকলো ঃ হোৱা...

ভাৰ্গৱ ঃ আহ মই আৰু ৰ'ব নোৱাৰো। কি শুৱলা মাত।

সকলো ঃ হোৱা...

ভাৰ্গৱ ঃ মোৰ ধৈৰ্যৰ বান্ধ ছিগি গৈছে। হোৱা...

হিমাংশু ঃ ৰজাৰ ৰূপত শিয়াল, ধৰ তাক মাৰ মাৰ

ভাৰ্গৱ ঃ আই ঔ মৰিলো। মোৰ মাতেই মোৰ কাল হ'ল।

**গীত ঃ**

আছিলেক গাঁও এক
নামে জৰাগুৰি
সেহি গাঁৱত আছিলেক
এহাল বুঢ়া-বুঢ়ী

খেতি খোলা কৰি দুয়ো
চলাইছিল সংসাৰ
কচু ৰুবৰ মনে বুঢ়াই
ভূমিক চহাই

চয়নিকা ঃ অ' ককা, কিনো ৰুইছে, এইনো ভৰ দুপৰত।

কংকণ ঃ কোনেনো মাতিছে ইমান শুৱলাকৈ।

সকলো ঃ আমিহে মাতিছো ককা।

কংকণ ঃ অ' তহঁত শিয়াল। বুঢ়ীৰ খেচখেচনিত থাকিব নোৱাৰি ৰুইছো কচু এইনো ভৰ দুপৰত।

ঋতুৰাজ (১) ঃ অ' ককা এনেকৈ কচুগুটিবোৰ ৰুলে কচুগুটি গজোতে বহুত সময় লাগিব।

কংকণ ঃ এইটো বয়সলৈকে এনেকৈ কচুগুটি ৰুলো। তহঁতে আকৌ কি নতুন নিয়মটো উলিয়াইছ।

হিমাংশু ঃ আপোনাক আমি কেনেকৈ ৰুলে কচু সোনকালে গজে শিকাই দিব পাৰো।

কংকণ ঃ শিকাচোন শিকা।

ঋতুৰাজ (১) ঃ প্ৰথমতে কচুখিনি।

হিমাংশু ঃ সিজাব লাগে।

দীক্ষিতা ঃ তাৰ পিছত।

স্মৰণিকা ঃ ওপৰত এখন কলপাত।

চয়নিকা ঃ তলত এখন কলপাত।

সকলো ঃ দি থৈ যাব লাগে।

হিমাংশু ঃ তাৰ পিছত ককা দেখিব।

ঋতুৰাজ (১) ঃ পিছদিনাখন কচু লহপহকৈ বাঢ়ি আহিছে।

কংকণ ঃ একেদিনাই বাঢ়িবনে?

হিমাংশু ঃ এ ককা ক'ব লাগিছেনে, আপুনি কচু খান্দি ততেই নাপাবা।

কংকণ ঃ হয়নে? মই এতিয়াই কচুগুটি সোপাকে সিজাই আনিম। ঐ বুঢ়ী শুনচোন শুন।

পৰিস্মিতা ঃ হঞে ইমানকৈ চিঞৰিবলৈ কি হাতী কথাটোনো হ'ল।

কংকণ ঃ আমাৰ ভাইগ ফুলিল যেন পাইছো।

গীত ঃ

হোৱা হোৱা
আজি ৰাতি কোনে পাই
ছাগলীৰে গঁৰালত
হোৱা...
নেমাৰো ঐ জুপুকা
মিঠা লগা সিজোৱা কচু
খাবলৈ ধুনীয়া
হোৱা...
আজি ৰাতি কোনে পাই।

সকলো ঃ ককা কচুখিনি সিজাই আনিছেনে

কংকণ ঃ একেবাৰে সোণাৰুৰ শুকান খৰিৰে দপদপকৈ জুই জ্বলাই, বতুৱাত পানী বকবককৈ উতলাই তহঁতৰ নকৈছো কচু একেবাৰে তিয়াৰিকৈ সিজাই আনিছো।

সকলো ঃ ককা আমি এতিয়া যাওঁহে। কাইলৈ পুৱাতে আপুনি কচু খান্দিহে তত পাব।

কংকণ ঃ তহঁতে মোৰ বৰ উপকাৰ কৰিলি দেই, ঈশ্বৰে তহঁতৰ মংগল কৰক।

সকলো ঃ আমি এতিয়া যাওঁহে।

কংকণ ঃ যাহঁত। ঈশ্বৰে তহঁতৰ মংগল কৰক। শিয়াল ৰূপত যেন ভগৱন্ত ঈশ্বৰে মোলৈ ভাইগহে পঠিয়ালে।

গীত ঃ

হোৱা হোৱা...

ঋতুৰাজ (১)ঃ আহা হা, সিজোৱা কচু। কিযে সোৱাদ লগা।

দীক্ষিতা ঃ খৰখেদা কৰ, বুঢ়াই সাৰ পাব লাগিলে সৰ্বনাশ হ'ব।

স্মৰণিকা ঃ বা বঢ়িয়া দেই খাবলৈ।

হিমাংশু : সোপাকে কচু খোৱা শেষ হ'ল। এতিয়া পলা পলা।

কংকণ : ঐ পিজলীৰ মাক। এতিয়া মই কচু খান্দিবলৈ যাওঁ। তই চাহপানী টোপা তালৈকে লৈ যাবি। ঐ পিজলীৰ মাক সৰ্বনাশ হ'ল ঐ।

পৰিস্মিতা : কিনো সৰ্বনাশ হ'ল?

কংকণ : এইফালে আহ। ক'তা দগাবাজ শিয়ালে আমাৰ সৰ্বনাশ কৰিলে ঔ।

পৰিস্মিতা : অহ কটা পশুধম শিয়াল। আমাকনো এই কামোৰ মাৰিব লাগেনে। ইহঁতকেইটাকো এসেকা মই দিম। হায়ৈ... কোন ক'ত আছ আহ ঐ।

ঋতুৰাজ (১) : অ আইতা কিনো হৈছে?

পৰিস্মিতা : নক'বি আৰু বুইছনে বুঢ়া মৰি থাকিল ঐ। এতিয়া কি হ'ব ঐ।

ঋতুৰাজ : মই ভিতৰৰ পঁৰা ককাক চাই আহিব পাৰিমনে?

পৰিস্মিতা : যা অ' বোপাইটো যা। এটা সোমাল ঔ বুঢ়া।

হিমাংশু : ময়ো যাওঁনে আইতা?

পৰিস্মিতা : যা অ' বোপাই যা।

সকলো : আমিও চাই আহোনে ককাক?

পৰিস্মিতা : সোপাকে সোমাল অ' বুঢা, নাহৰ টাঙোনডাল ঘূৰা।

সকলো : পলা পলা...

পৰিস্মিতা : হেৰৌ, পিজলী তোৰ ঘৰত মোৰ গোটাচেৰেক দিন হ'ল, আজি মই যামগৈ বুলি ভাবিছো।

উন্মেষা : বৌটি তই যেনিবা যাৱই, পিছে সেই শিয়ালে তোক ঘূৰি যাওঁতে খাম বুলি কোৱা নাছিল।

পৰিস্মিতা : এৰা, সেইটোও এটা লেঠা নথকা নহয়।

উন্মেষা : এতিয়া কিবা এটা বুদ্ধি পাঙিব লাগিব।

পৰিস্মিতা : অ'ই পিজলী, মই বুদ্ধি এটা পাই গ'লো।

উন্মেষা : কি বুদ্ধি হয়নে?

পৰিস্মিতা : ভঁৰালৰ আগৰ গাধৈখনত যে শুকান জাতিলাউটো আছে সেইটোৰ ভিতৰতে সোমাই ঘূৰি ঘূৰি গৈ থাকিম। শিয়ালে ততকে ধৰিব নোৱাৰিব।

উন্মেষা : বৌটি তোৰ কিন্তু বুদ্ধিটো কম নহয় দেই, সেইটোৱেই বৰ ভাল বুদ্ধি হ'ব। ব'ল বৌটি তই সেইটোৰ ভিতৰত সোমাই বাগৰি গৈ থাক।

হিমাংশু : আজিলৈকে দেখিছনে বুঢ়ীজনী উভতি নাহিল।

নিতাই : উভতি নাহি কোনফালে যাব। বুঢ়ীৰ জীয়েকৰ ঘৰৰ পৰা নিজৰ ঘৰলৈ অহা এইটোৰ বাদে আৰু ৰাস্তা নাই।

চয়নিকা : সেইটো চা। লাউটো কেনেকৈ ঘূৰি ঘূৰি আহি আছে।

দীক্ষিতা : লাউনো ক'ৰবাত নিজে নিজে বাগৰি আহেনে?

হিমাংশু : আমি এই লাউটো ভাঙো আহ।

সকলোৱে : অ'। এইটো ভঙাই ভাল। মোৰ সেই বুঢ়ীৰ বুদ্ধি যেনহে লাগিছে?

সকলোৱে : বুঢ়ীৰ বুদ্ধি দেখিলা, বুঢ়ীয়ে শিয়ালৰ চকুত ধূলি দিব খোজে। এতিয়া বুঢ়ীক খোৱা যাওক।

পৰিস্মিতা : শিয়াল বোপাহঁত মোক বাৰু তহঁতে খাবি। প্ৰথমতে মই তহঁতক মোৰ ছোৱালীজনীৰ ঘৰত শিকি অহা নাচ এটা দেখুৱাব খুজিছোঁ। বৰ ধুনীয়া নাচ বুইছ। মোক যদি তহঁতে নাচটো চোৱাৰ আগতে খাই পেলাব তেতিয়া হ'লে এই নাচটো মোৰ লগতে গুচি যাব। তহঁতে যদি নাচটো শিকি ৰাখ ভৱিষ্যতে আনকো শিকাব পাৰিবি। নাচোনে মই?

হিমাংশু : আজি আমাৰ দিন ভাল যেনেই লাগিছে। বুঢ়ীৰ মঙহো খাম, নাচো চাম।

সকলোৱে : অ' বুঢ়ী আৰম্ভ কৰ তোৰ নাচ।

পৰিস্মিতা : অই কলী আউচ

অই বগী আউচ

কৌশিক+বেদ: ভৌ ভৌ ভৌ...

সকলো : হোৱা, পলা...

**গীত :**

অহ হ' মহহো...

হাবিৰ মাজে আছিলে

শিয়াল বান্দৰ সখাহে

সেইনো হাবিৰ মাজেৰে

দুটি মানুহ আহিলে

সেই মানুহ দেখা পাই

শিয়াল আৰু বান্দৰ ভাই

কি কৰিলে দেখা যায়।

হিমাংশু ঃ হেৰা বান্দৰ সখা, বোলো দেখিছানে নাই।

ঋতুৰাজ (১)ঃ কিহৰ কথা বা ক'লা?

হিমাংশু ঃ সেইফালে চোৱা...

ঋতুৰাজ (১)ঃ বিয়াৰ বস্তু লৈ সেইকেইটা এইফালে আহিব লাগিছে।

হিমাংশু ঃ অ' কিবা এটা বুদ্ধি কৰি বস্তুখিনি খাব পৰা হ'লে।

ঋতুৰাজ (১)ঃ হেৰা সখা, বুদ্ধি এটা সোনকালে উলিওৱা, নহ'লে সেইকেইটা পাৰ হৈ যাবই এতিয়া।

হিমাংশু ঃ পাইছো বুইছা, পাইছো। আমি সেই গছজোপাৰ আঁৰত লুকাই থাকো, সিহঁত এইখিনি পালেহি মই খুব ডাঙৰকৈ 'হোৱা' বুলি ক'ম আৰু সিহঁতে ভয়তে বস্তুবোৰ এৰি থৈ যাব।

ঋতুৰাজ (১)ঃ আৰু আমাৰ মহাভোজ হ'ব।

হিমাংশু ঃ সাজু হোৱা বান্ধৈ।

কৌশিক ঃ বুইছা দৈখিনি বেয়া নহ'ব যেন পাইছো। একেবাৰে মেনী ম'হৰ দৈ।

বেদ ঃ হেৰা কলকেইটানো কি বেয়াহে। একেবাৰে গছতে পকা।

ঋতুৰাজ (২)ঃ বুইছা সখা। বিয়া ভালেই হ'বগৈ যেন পাইছো।

কৌশিক ঃ ইয়াত সেই কথাৰ মহলা মাৰি থাকোতে পলম হ'বগৈ। গতিকে ব'ল ব'ল।

বেদ ঃ ব'লা ব'লা, অচিনাকি ঠাই জয়ালো হ'ব পাৰে।

ঋতুৰাজ (২)ঃ এহ্ তুমিনো এইবোৰ কি আপদীয়া কথা কোৱাহে, ভয়তে মোৰ হেৰি হৈ যাব অ'।

কৌশিক ঃ নাই নাই মই ধেমালিহে কৰিছো, তুমি ভয়ত হেৰি নকৰিবা দেই। বৰ ডাঙৰ কথা হ'ব। তেৰাক চিন্তি যাত্ৰা কৰো ব'লা।

হিমাংশু ঃ হো....আ

ঋতুৰাজ ঃ খো...আ

কৌশিক ঃ হেৰা বন্ধু, ঠাইখন জয়াল যেনেই পাইছো।

বেদ ঃ মোৰো তেনে যেনেই লাগিছে।

কৌশিক ঃ পলোৱা পলোৱা।

ঋতুৰাজ (২)ঃ হেৰা সখা, মোক এৰি কেলেই পলাইছা। অ' মোৰ হেৰি হৈ গ'লেই।

হিমাংশু ঃ হোৱা...

ঋতুৰাজ (১)ঃ বুইছা বান্ধৈ মই সেই গোটেই বস্তুখিনি গছৰ ওপৰলৈ লৈ যাওঁ, তাৰ পৰা আধা আধা বস্তু তোমালৈ দি পঠিয়াম। তুমি তলত আৰাম কৰি বহি খাবা। হ'বনে বান্ধৈ?

হিমাংশু ঃ হ'ব হ'ব। নহ'বনো কেলৈই?

ঋতুৰাজ (১)ঃ বন্ধু এয়া কল গৈছে ধৰিবা।

হিমাংশু ঃ বান্ধৈ কল নাই দেখোন বাকলিহে।

ঋতুৰাজ (১)ঃ মাটিয়ে খালে। মাটিকে দুভুকু দিয়া। বন্ধু এয়া দৈ গৈছে ধৰিবা।

হিমাংশু ঃ দৈ নাই দেখোন খালী টেকেলিহে।

ঋতুৰাজ (১)ঃ মাটিয়ে খালে। মাটিকে দুভুকু দিয়া। এই মাটিবোৰ বৰ দুষ্ট। তোমালৈ দিয়া সকলো খাদ্য খাই পেলালে, মই এতিয়া যাওঁ দেই বান্ধৈ।

হিমাংশু ঃ কটা বান্দৰ। শিয়ালক ঠগিব আহিছ। এই কচুৱনিখনৰ ওচৰতে বহি থাকো। বান্দৰ এইফালে আহিলেই তাৰ পোটক তুলিমেই।

ঋতুৰাজ (১)ঃ বোলো সখা কি কৰিছা?

হিমাংশু ঃ এই আমাৰ ৰজাৰ কুঁহিয়াৰখিনিৰ ৰখীয়া হৈ আছে।

ঋতুৰাজ (১)ঃ মোক এডালমান খাবলৈ দিবানে?

হিমাংশু ঃ আ নোৱাৰিম। ৰজাই গম পাব লাগিলে মোক শূলত দিব।

ঋতুৰাজ (১)ঃ এডালহে মাত্ৰ খাম, ৰজাই গমেই নাপাব।

হিমাংশু ঃ বাৰু এডাল খোৱা বাৰু।

ঋতুৰাজ (১)ঃ আই ঔ বান্ধৈ, কিহে এইবোৰ, ইমান খজুৱাইছে, মৰিলো ঔ।

হিমাংশু ঃ কল খাই বাকলিটো দিয়াৰ প্ৰতিফলটো পালা। এইটো দেখোন টেকেলি কোঁদোৰ বাহ। বান্দৰক এসেকা দিবৰ বাবে এই বাহটোৰ ওচৰতে বহি থাকো।

ঋতুৰাজ (১)ঃ বোলো সখা কি কৰিছা?

হিমাংশু ঃ ৰজাঘৰীয়া গুৰু দায়িত্ব এটা মোৰ ওপৰত পৰিছে। ৰজাৰ এই বৰঢোলটোৰ ৰখীয়া হ'ব লগা হৈছে।

ঋতুৰাজ (১)ঃ হেৰা বান্ধৈ মোক এচাপৰ বজাবলৈ দিবানে?

হিমাংশু ঃ আ, কোনোপধ্যে নোৱাৰিম। ৰজাঘৰীয়া কোনোবাই শুনিব লাগিলে মোৰ পিঠিত নেগেৰা বজাব।

ঋতুৰাজ (১)ঃ মই একেবাৰে সৰুকৈহে বজাম। কোনোৱে নুশুনে।

হিমাংশু ঃ তুমি মোৰ বন্ধু যেতিয়া এচাপৰ সৰুকৈ বজোৱা।

ঋতুৰাজ (১)ঃ আই ঔ বান্ধৈ মৰিলো ঔ। হেৰা বান্ধৈ কি ঢোল বজোৱালা হয়, ওলোটাই দেখোন মোকহে বজালে।

হিমাংশু ঃ গুড় খাই কলহটো দিয়াৰ ফল পালা। এইটো দেখোন এটা দ কুঁৱা। ওপৰত এখন মকৰা জাল। মই কুঁৱাটোৰ ওচৰতে বহি থাকোঁ। বান্দৰ এইফালে গ'লে বুদ্ধি এটা কৰি ইয়াত পেলাবই লাগিব।

ঋতুৰাজ (১)ঃ বোলো সখা কিনো কৰিছা?

হিমাংশু ঃ ৰজাৰ সেই বিছনাখনৰ ৰখীয়া হৈ আছো।

ঋতুৰাজ (১)ঃ বিছনা, ৰজাৰ। মোক এবাৰ শুই চাবলৈ দিবানে?

হিমাংশু ঃ মাৰিব খুজিছা। সেইখন বিছনাত তোমাক শুবলৈ দিলে ৰজাঘৰীয়াৰ কেঁচা কিল খাব লাগিব।

ঋতুৰাজ (১)ঃ মই অকণমানহে শুই চাম, একো নহয়।

হিমাংশু ঃ ঠিক আছে। কিন্তু একেবাৰে অকণমান।

ঋতুৰাজ (১)ঃ বাৰু। এই সখা মই দেখোন পানীৰ মাজলৈহে সোমাই গৈছো। অ' বন্ধু মই এতিয়া মৰি থাকিম।

হিমাংশু ঃ দৈ খাই যে টেকেলিটো দিছিলা প্ৰতিফল পালা।

ঋতুৰাজ (১)ঃ হায়ৰে হায়ৰে বিধি কিনো
লিখিলা মোৰ কপালে
কুঁৱাত পৰি মৰিলো মই
মৰিলো মই নিগমে

হিমাংশু ঃ শুনা সেয়া বান্দৰৰ বিননি।

বাৰ্বী ঃ কেৱল বান্দৰৰে নহয়। আমিও যে এইদৰে বিনাই ফুৰিছো। সাধু ধেমালিৰে ভৰা শৈশৱ হেৰুৱাই আমিও যে এইদৰে হাহাকাৰ কৰি ফুৰিছো। সেয়ে—

সকলো ঃ হে, সুধীসমাজ, আমাৰ দিক্ নিৰ্ণয় কৰি দিয়া, য'ত আমি বিচাৰি পাওঁ সাধু ধেমালিৰে ভৰা আমাৰ শৈশৱ।
আমি মূঢ়মতি নাজানো একোটি
নাজানো সেৱা তোমাৰ
মাগিছো ভিক্ষা হে বিজ্ঞসকল
ওভতাই দিয়া ল'ৰালি
দিয়া সাধু ধেমালি

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসে আয়োজন কৰা শিশুনাট প্ৰতিযোগিতাত এই নাটখনি শ্ৰেষ্ঠ নাট্যদলৰ সম্মান লাভ কৰে।)

# স্বৰ্গযাত্ৰা

ৰচনা ঃ প্ৰণতি গোস্বামী

**চৰিত্ৰসমূহ**

| | | |
|---|---|---|
| মনমি | অৱস্থাপন্ন ঘৰৰ ছোৱালী | বয়স ৬ বছৰ |
| পিণ্টু | মনমিৰ ককায়েক | বয়স ৮ " |
| মদন | পিণ্টুহঁতৰ ঘৰৰ বনকৰা ল'ৰা | বয়স ১১ " |
| ভোলা | মদনৰ গাঁৱৰ বন্ধু | বয়স ১১ " |
| বাপকন | মদনৰ গাঁৱৰ বন্ধু | বয়স ১০ " |
| বাবুল | মদনৰ গাঁৱৰ বন্ধু | বয়স ১১ " |
| মইনা | মদনৰ ভনীয়েক | বয়স ৯ " |

(মনমিয়ে এটা কাঠৰ ঘোঁৰাত উঠি থাকে। মজিয়াত খেলা বস্তু কিছুমান খেলিমেলি হৈ পৰি থাকে। কাঠৰ অভাৱত প্লাষ্টিক ঘোঁৰা হ'লেও হ'ব।)

মনমি ঃ খট্ খট্ খট্ পখীৰাজ ঘোঁৰা
চেঁকুৰাই আন মোক ইন্দ্ৰপুৰীৰ পৰা
তাত হেনো উৰ্বশী-ৰম্ভা-মেনকাই
নাচোনত স্বৰ্গৰ মজিয়া কঁপায়
চাম মই কেনেদৰে পাৰিজাত ফুলি
আমোলমোল কৰি আছে বতাহত হালি।
(হাতত এপাট স্কেল লৈ পিণ্টু সোমাই আহে হাফপেণ্টৰ ওপৰত চুন্নি এখনেৰে টঙালি মাৰি। নাকৰ তলত পেঞ্চিলেৰে আঁকা দাড়ি আৰু মূৰত কাগজৰ মুকুট।)

পিণ্টু ঃ হা হা হা কোন দুৰাচাৰ
পাৰিবিনে বিনাযুদ্ধে
কৰিব প্ৰৱেশ
নন্দনৰ অময়াপুৰীত
নাজাননে দেৱ সেনাপতি কাৰ্তিক কুমাৰ
আছে বৈ প্ৰহৰী হৈ দুৱাৰডলিত
কোন তই নিশাচৰী দে পৰিচয়।

মনমি ঃ নিশাচৰী? তুমি মোক বুলিলা নিশাচৰী! মই যে দুৰ্গামাতা জগত ঈশ্বৰী।

পিণ্টু ঃ ঐ মনমি ডায়লগ সলাই দিয়া। দুৰ্গাই কাৰ্তিকৰ লগত যুদ্ধ নকৰে নহয়।

মনমি ঃ (ভাবি) তেনেহ'লে?
তেনেহ'লে ফ্ৰাচেনমুং পত্নী মই মূলাগাভৰু
হেংদানেৰে চিণ্ডিম শিৰ শতৰুৰ
ভাৰত গৌৰৱ মই ৰাণী লক্ষ্মীবাই
মোৰ সমান বীৰাঙ্গনা আৰু নাই নাই।

পিণ্টু ঃ হাঃ হাঃ হাঃ ৰাণী লক্ষ্মীবাই অথবা বীৰাঙ্গনা মূলা কিবা হেতু স্বৰ্গত প্ৰৱেশ কৰিব খুজিলা।

পিণ্টু ঃ কৰিম বুলি স্বৰ্গপুৰী নিজ জন্মভূমি
দিলা প্ৰাণ অকাতৰে হে ভাৰত ৰমণী
এতিয়া কিয় স্বৰ্গপুৰী বিচাৰি আহিছা?
মিছা কথা! আপোন পৰিচয় তুমি গোপন কৰিছা।

মনমি ঃ (কথাৰে) তেনেহ'লে মই কোন কৈ দিয়ানা। দ্ৰৌপদী নেকি- স্বৰ্গলৈ যে লৈ গৈছিল।

পিণ্টু ঃ দ্ৰৌপদী বীৰাঙ্গনা বেশে ঘোঁৰাত উঠি স্বৰ্গলৈ যোৱা নাছিল যোৱা। আৰু দ্ৰৌপদীতো স্বৰ্গ নেপালেগৈ-ধুপুচকৈ সৰি পৰিলে। তুমি যে কালি পৰিছিলা তেনেকৈ।
তুমি যে তাৰ পিছত কান্দিছিলা- এঁ এঁ এঁ এঁ (ভাও দি)।

মনমি ঃ যোৱা-মিছামিছি কথাবোৰ ক'বলৈ নাহিবা। মই আকৌ পৰোতে কন্দাই নাই।

পিণ্টু ঃ পৰা কথাটো স্বীকাৰ কৰিলাতো?

মনমি ঃ অকণমানহে দুখ পাইছিলো।

পিণ্টু ঃ কন্দা কথাটোও স্বীকাৰ কৰিবা।

মনমি ঃ নকন্দাকৈ কেলেই ক'ম আকৌ।

পিণ্টু ঃ কান্দিছিলা।

মনমি ঃ নাই কন্দা।

পিণ্টু ঃ কান্দিছিলা।

মনমি ঃ নাই কন্দা আকৌ (কন্দনামুৱা হৈ) এইটোৱে কেনেকৈ মিছামিছিকৈ কথাবোৰ কৈ আছে উ-হু-হু।

পিণ্টু ঃ (হাঁহি হাঁহি) আৰু কি প্ৰমাণ লাগে?
(পদ্যেৰে) বুজিছো তুমি এক কান্দুৰী বালিকা
ঘৰত কান্দিয়েই সদায় ৰণ জিকিছা।
ভাবিছা নেকি পাৰিম বুলি সৰগ জিনিব?
(মনমি ঘোঁৰাৰ পৰা নামি পিণ্টুক ভুকুৱাবলৈ ধৰে।)

মনমি ঃ এইটোৱে সদায় সদায় মোক মিছামিছিকৈ জোকাই থাকে। মই অকলে খেলি আছিলো তোমাক কোনে মাতিছিলে? আজি মা আহক, কৈ দিম বোলো পিণ্টু দাদায়ে- (হঠাৎ পিণ্টুৰ কঁকালৰ চুন্নিখনত চকু পৰি) অ' বাইদেউৰ নতুন চুন্নিখন ই কঁকালত।

মনমি ঃ মাৰিছে। বাইদেৱে কাকো চুবলৈকে নিদিয়ে। (চুন্নিখন লৈ টনা-আঁজোৰা কৰে। পিণ্টুৰ কাগজৰ মুকুট সৰি পৰে। মদন সোমাই আহি সিহঁত দুটালৈ চাই থাকে।)

মদন ঃ অ! এতিয়াহে দেৱাসুৰৰ আচল যুদ্ধখন আৰম্ভ হৈছে। পিছে এতিয়া যুদ্ধ বন্ধ কৰা। ঘৰখন গোটেই একাঁঠু কৰি পেলাইছা। বাইদেউ আহিলে মোকহে মজাটো দিব ঘৰ-দুৱাৰ লেতেৰাকৈ ৰখাৰ বাবে। চাওঁ গুচা গুচা।

পিণ্টু ঃ অ'ই দেৱাসুৰ বুলি ক'লি যে কোন দেৱতা কোন অসুৰ?

মদন ঃ এইবাৰহে মৰিলো। মোৰ ভুল হৈছিল। তোমালোক দুয়োটাই দেৱতা-দেৱপুত্ৰ আৰু দেৱপুত্ৰী। অৰ্থাৎ তোমালোক ককাই-ভনী। নেপায়। কাজিয়া কৰিব নেপায় নিজৰ ভিতৰত।

পিণ্টু ঃ সঁচাই মদন মই দেৱকুমাৰ?

মনমি ঃ সঁচাকৈ মদন মই দেৱকুমাৰী?

মদন ঃ অঁ অঁ। দেৱকুমাৰ আৰু দেৱকুমাৰী।

(গানৰ দৰে)

এই পৃথিৱীৰ সৰগী সপোনৰ তুমিয়েই দেৱকুমাৰ (পিণ্টুৰ প্ৰতি)

এই পৃথিৱীৰ সৰগী সপোনৰ তুমিয়েই দেৱকুমাৰী (মনমিৰ প্ৰতি)

নাই দুখ নাই বেজাৰ

নাই যাতনা অকণি প্ৰাণৰ

হাঁহিয়ে লগৰী জ্ঞানেই সাৰথি

তোমাৰ সেন্দুৰী বাটৰ।

সঁচাকৈয়ে পিণ্টু আৰু মনমি তোমালোকে স্বৰ্গত বাস কৰিছা।

পিণ্টু + মনমি ঃ স্বৰ্গ?

মদন ঃ মই যি বুজিছোঁ স্বৰ্গৰাজ্য বুলি বেলেগ একো নাই। এইখনেই স্বৰ্গ। স্বৰ্গত দুখ নাই, বেজাৰ নাই, বিচৰা বস্তুটো পায়। তোমালোকৰো কোনো দুখ নাই। কেতিয়াবা ক'ৰবাত দুখ পাই কান্দিছা সেইটো জানো দুখ? তোমালোকে সুন্দৰকৈ খাইছা, সুন্দৰ পোছাক পিন্ধিছা। লগৰীয়াৰ। লগত খেলিছা। নতুন নতুন জ্ঞান-বিজ্ঞানৰ কিতাপ আনি দিছে। নতুন নতুন খেলা বস্তু পাইছা। মা-দেউতাই যি বিচাৰা আনি দিছে- এইখন স্বৰ্গৰাজ্য নহয়নো কি তোমালোকৰ বাবে!

মনমি ঃ আৰু তোৰ বাবে?

মদন ঃ মোৰ বাবে (সেমেকা হাঁহি এটা মাৰি) স্বৰ্গৰ বিপৰীত শব্দটো কি হয়?

পিণ্টু ঃ নৰক।

মনমি + পিণ্টু ঃ কি তই আমাৰ ঘৰখন নৰক বুলি কৈছ?

পিণ্টু ঃ তই ইয়াত খাবলৈ পাইছ ভালকৈ।

মনমি ঃ তই পিন্ধিবলৈ পাইছ।

মদন ঃ অকল সিমানেই নে? নগদ দুশ টকা মাহে মোৰ দেউতাই নিবলৈ পাইছে।

মনমি ঃ তেনেহ'লে আমাৰ ঘৰত থাকি তই বেয়া পাইছ কিয়?

মদন ঃ বনৰ পৰা চৰাই এটা ধৰি আনি সজাত ভৰাই থৈ ভাল খাবলৈ দিলেও জানো চৰাইটো সুখী হ'ব।

মনমি ঃ নেজানো ভাই।

মদন ঃ কেনেকৈ জানিবা। সেই যাতনা তোমালোকে পালেহে।

পিণ্টু ঃ সঁচাকৈ মদন তই আমাৰ ইয়াত বেয়া পাইছ?

মদন ঃ নাই পোৱা। ধেৎ কেলেই বেয়া পাম।

পিণ্টু : তেনেহ'লে।

মদন : মোৰ ইয়াত মা নাই, মোৰ ইয়াত ভনী নাই আৰু নাই বেৰ নাইকিয়া স্কুলখন। য'ত মই গছৰ ছাঁত লগাই দিছিলো-এঘাৰং এঘাৰং এশ একৈশ (নেপথ্যত এজাক শিশুৰ কণ্ঠত এঘাৰং এঘাৰং এশ একৈশ, এঘাৰং বাৰং এশ বত্রিশ.... ক্রমাৎ শব্দবোৰ ক্ষীণ হৈ নাইকিয়া হয়।) পূৰণ নেওতাখন মই একদম ভাল নাপাওঁ জানা। বিয়োগ নেওতাখনহে ভাল পাওঁ। সৰুৰে পৰা আমাৰ বিয়োগ নেওতাৰ লগতহে চিনাকি হয়।

মনমি : কেনেকৈ?

মদন : সৰুতে আমাৰ কেইবিঘামান মাটি আছিল। ধনশিৰিয়ে খহাই নিলে। গোহালিত তিনিজনী গাই আছিল, দুজনী চবকাত মৰিল। আমাৰ দুটা ল'ৰা আছিল, মেলেৰিয়াত এটা মৰিল। মাৰ এযোৰ ৰূপৰ কাণফুলি আছিল, বন্ধকত গ'ল। এইবোৰ বিয়োগ অংক নহয়।

পিণ্টু : যিকোনো কথাতে খালী হাঁহি। চুপ।

মদন : ইয়াত আৰু কি নাই জানা? মুকলি আকাশখন। দূৰত ব-হু-ত ওপৰত চিলনীবোৰ উৰি ফুৰে। ডাৱৰবোৰ ওপৰত নে চৰাইবোৰ ওপৰত ধৰিবই নোৱাৰি। ধান কাটি নিয়াৰ পিছত আকাশখন মুকলি হৈ পৰে। আমাৰ স্কুলৰ পৰীক্ষাও শেষ হয়। সেই পথাৰখনত আমি যে কিমান খেলো। মোৰ লগৰীয়াবোৰৰ নাম কি আছিল জানা? (মনমি আৰু পিণ্টু মদনৰ ফালে আগবাঢ়ি গৈ আঙুলিয়াই সোধে কি? সেইদৰেই সিহঁত স্থিৰ হৈ থাকে। সিহঁতৰ গাতে আন্ধাৰ পৰে। মদনৰ মুখত পোহৰ, ৰিণিকি ৰিণিকি গৰখীয়া বাঁহীৰ সুৰ বাজে।)

মদন : মোৰ লগৰ ল'ৰাবোৰৰ নাম (মনত পৰাৰ দৰে লাহে লাহে কয়— ভোলা, বাপকণ)

ভোলা : বাবুলটো ঘৰৰ পৰা কেতিয়াবাই আহিল হেনো। সি ইমান পৰে ক'তনো?

বাপকন : সি কৈছিল, আজি হেনো সি আমাক জগন মেধিৰ বাৰীৰ পকা মধুৰি খুৱাব।

ভোলা : জগন মেধিৰ বাৰীৰ?

বাপকন : তই খাই পোৱা নাই? (হাতেৰে দেখুৱাই) ইমান প্ৰকাণ্ড প্ৰকাণ্ড। বৰ সোৱাদ। এটা খালে তোৰ ভোকেই গুচি যাব।

মদন : ভোকো লাগিছেও হয় পায়।

ভোলা : তই স্কুলৰ পৰা আহি একো নাই খোৱা?

মদন : নাই খোৱা। যাওঁতেও নাই খোৱা।

বাপকন : মই যাওঁতে খাইছিলো। পঁইতা ভাত আৰু পিটিকা।

মদন : বাঃ!

বাপকন : বাবুলে যদি মধুৰি আনে ভালেই হ'ব। পেট ভৰাই খাব পাৰিম।

ভোলা : ইস্ মেধিৰ বাৰীৰ মধুৰি আনিব পাৰিব সি!

মদন : কিয়?

ভোলা ঃ মেধিৰ যিহাল কুকুৰ, জুনুকা আৰু বিজুলী। ৰৌ ৰৌৱাই খেদি আহে। তাতে বিজুলীৰ পোৱালি হৈছে নহয়।

বাপকন ঃ অৱশ্যে হয়। তাতে দুৰ্গানাথ নে কি সেইটোৱে ৰখি থাকে নহয়। তাৰ পৰা বাৰীখনত গৰু-ছাগলী বাদেই কাউৰী এটাও সোমাব নোৱাৰে। বাবুল সোমাব কেনেকৈ?

ভোলা ঃ হওঁতে মধুৰিজোপা ঢাপৰ ফালেই আছে। কিন্তু মধুৰিজোপাৰ এইপাৰে প্ৰকাণ্ড ইটাৰ ৱালখন। আগতে কাঁটা জেওৰা আছিল। এতিয়া প্ৰকাণ্ড পকা ৱাল হ'ল। তাৰ ওপৰত আকৌ জোঙা জোঙা ভগা গ্লাছৰ টুকুৰা।

মদন ঃ তাৰ তলতে আকৌ জাঁপ মাৰি পাৰ হ'ব নোৱাৰা গেলা পানীৰ নলাটো।

বাপকন ঃ এটা ডাল ৱালখনৰ এইপাৰেও আহিছে। ডাইকি লগাই নাইবা শিলগুটি মাৰি পাৰিব পাৰি। কিন্তু গেলা পানীত টুপুংকৈ পৰে।

মদন ঃ ৰ'দত যেনেকৈহে জিলিকি থাকে! চৰাইবোৰে খুটি খুটি খায়।

ভোলা ঃ কেলেই দুৰ্গানাথ নে ছুৰ্গানাথ সেইটোৱে নেখেদে নেকি?

বাপকন ঃ খেদে। কিমাননো খেদিব আৰু যিহে এজাক এজাক চৰাই আহে। ইজাকৰ পিছত সিজাক। ভাগৰ লাগেগৈ আৰু।

মদন ঃ আমিও সেইটো বুদ্ধি কৰিব লাগিছিল। এজাক যাম, সেইজাকক খেদিলে ইজাক যাম তেনেকৈ।

ভোলা ঃ ইস কথা কৈছে শুনা, অকল যেনিবা দুৰ্গানাথেহে খেদিব। কুকুৰহাল কেনি গ'ল? দুফালৰ পৰা.....

ভোলা ঃ ধৰি লৈ বখলিয়াই পেলাব। চৰাইবোৰৰ পাখি আছে কাৰণেহে।

(বাপকনে হাত এখন কপালত দি আকাশলৈ চায়)

ভোলা ঃ কি হ'ল তই কি চাইছ? বাবুল আকাশৰ পৰা আহিব নেকি?

বাপকন ঃ (দূৰত বুজাবলৈ দীঘলীয়াকৈ) সে-ই-খ-ন এৰোপ্লেননে চৰাই?

মদন ঃ খন বুলি ক'লি যেতিয়া এৰোপ্লেন। চৰাই হোৱা হ'লে টো বুলিয়েই ক'লি হেঁতেন। তই জানি শুনিয়েই তেনেকৈ কৈছ।

বাপকন ঃ বিশ্বাস কৰ, মই ধৰিবই পৰা নাই।

ভোলা ঃ ই ই সেইখন প্লেন চা, ডাৱৰত লুকাই গ'ল।

মদন ঃ এৰোপ্লেনবোৰ যে কেনেকৈ ইমান ওপৰত উৰে!

ভোলা ঃ মানুহেহে উৰায়।

বাপকন ঃ চৰাইক উৰা দেখিয়ে মানুহে শিকিলে। মানুহৰ চৰাইৰ নিচিনাকৈ উৰিবৰ বৰ মন।

মদন ঃ মোৰো মন যায়। চৰাই হোৱা হ'লে গছ-বিৰিখৰ গুটি খায়েই পেট ভৰালোহেঁতেন।

বাপকন ঃ তেনেহ'লে মানুহতকৈ চৰাইবিলাকৰে ভাল, ভোকত থাকিব নালাগে।

মদন ঃ মই ডাঙৰ হ'লে এৰোপ্লেন চলাম।

ভোলা ঃ (জোৰেৰে হাঁহি দিয়ে)

মদন ঃ হাঁহিবলৈ কি হ'ল?

বাপকন ঃ সদ্যহতে ট্ৰেক্টৰ এখন চলাম বুলিয়েই আশা কৰ।

মদন ঃ কেলেই?

ভোলা ঃ ছাৰৰ ঘৰৰ টিভিত দেখাৰ নিচিনাকৈ হাল বাই খেতি কৰিবলৈ।

বাপকন ঃ (হাতেৰে ট্ৰেক্টৰ চলোৱাৰ নিচিনা কৰি সুৰ লগাই গান) টেক্ টেক্ টেক টেক

ভোলা ঃ টেক্ টেক্ টেক্ টেক্
টেক্ টেক্ টেক্ টেক্

বাপকন ঃ বোলো মদনৰ
চলে ট্ৰেক্টৰ।

ভোলা ঃ অ' টেক্ টেক্ টেক্ টেক্
বাবুৰ মাটি চহ্ হ'ব
বৰষুণে পানী দিব
সাৰুৱা মাটিত গজি উঠিব
বিধে বিধে ধান।

বাপকন ঃ বতাহতে হালে জালে সেউজীয়া ধান
খেতিয়কৰ বুকু ফুলে পৰ্বতৰ সমান

ভোলা ঃ পিচে ধান চপাব কোনে? মেধি মহাজনে নে গাঁৱৰ গএগজনে।

বাপ+ভোলা ঃ ট্ৰেক্টৰ চলে ট্ৰেক্টৰ চলে
টেক্ টেক্ টেক্ টেক্
টেক্ টেক্ টেক্ টেক্

মদন ঃ তহঁতে খালী চব কথাতে পেংলাই কৰ।

বাপকন ঃ পেংলাই কৰা নাই। সঁচা কথাহে ভাবিছো। বুজিছ আমি এৰোপ্লেন চলোৱাৰ আশা কৰাটো আকাশত চাং পতা কথাহে।

ভোলা ঃ ৰাজীৱ গান্ধী এৰোপ্লেনৰ পাইলট আছিল জান। আৰু ৰাজীৱ গান্ধী আছিল প্ৰধানমন্ত্ৰীৰ নাতিয়েক, প্ৰধানমন্ত্ৰীৰ পুতেক।

মদন ঃ সকলো পাইলট প্ৰধানমন্ত্ৰীৰ পুতেক নহয়। আৰু সকলো প্ৰধানমন্ত্ৰীয়েই প্ৰধানমন্ত্ৰীৰ ঘৰত জন্ম নলয়।

বাপ+ভোলা ঃ মানে?

মদন ঃ দুখীয়া খেতিয়কৰ ঘৰৰ ল'ৰাও প্ৰধানমন্ত্ৰী হয় আৰু দুখীয়া খেতিয়কৰ ঘৰৰ ল'ৰাই বহুত ডাঙৰ ডাঙৰ বৈজ্ঞানিক আৱিষ্কাৰ কৰি জগতত নাম থোৱাৰ কথা পঢ়িছো, শুনিছো।

বাপকন ঃ অ' তাৰ মানে ইয়াৰ ডাঙৰ মানুহ হোৱাৰ মন।

ভোলা ঃ পিছে পেটতহে নাই খুদকণ।

মদন ঃ লেঠাটো সেইটোৱেই।

বাপকন ঃ সেইকাৰণে কৈছো ভায়া
পাৰিলে ট্ৰেক্টৰ এখনকে লোৱা
যাতে ভোকত ভাত পোৱা।

মদন ঃ মোৰ সঁচাকৈ ভোক লাগিছে অ'। মই এটা কথা ভাবিছো, আমাৰ দৰে বহুত ল'ৰা-ছোৱালীৰ ভাল কথা ভবা সময়খিনিত ভোকৰ কথা ভাবোতেই যায়।

ভোলা ঃ বাবুলটো এতিয়ালৈকে নাহিল!

বাপকন ঃ সি বাৰু তালৈ যাব পায়নে!

মদন ঃ তাৰ হেনো জেদ লাগিল।

বাপকন ঃ কিয়?

মদন ঃ বাবুলৰ ভায়েক মাকৰ লগত মেধিৰ ঘৰলৈ গৈছিল। মাকেতো তাতেই কাম-বন কৰে। তাক মেধিৰ ঘৈণীয়েকে এফালে কেৰ্কেটুৱাই খোৱা মধুৰিটোকে দি কৈছিল— হেঁ। খাগৈ, এইকণ কাটি ল'লেই ভাল হৈ পৰিব। তাকে জেপত ভৰাই বাবুলৰ ভায়েক পদুমে লৈ আহক ঘৰলৈ। বাবুলৰতো দেখিয়েই উঠিল খং। এইটোত আৰু খাবলৈ কি আছে।

বাপকন ঃ ইচ্ বৰ সাংঘতিক মানুহ। কেলেইনো ৰাখিছে। এইবোৰতো সোণৰ গুটি নহয় যে চিৰকাল থাকিব। সেইবোৰ গেলি যাব, পচি যাব।

মদন ঃ গেলি যাওক, পচি যাওক তথাপি...

ভোলা ঃ সৌটো দৌৰি দৌৰি আহিছে যে বাবুল নহয়নে?

বাপকন ঃ হয় হয় সেইটো উজুতি খাই পৰিলে।

মদন ঃ (আনন্দেৰে) সি মধুৰি আনিব পাৰিলে। পৰি যোৱা মধুৰিবোৰ সি বুটলিছে।

বাপকন ঃ বাবুলচন্দ্ৰ জিকি আহিল হিপ হিপ হুৰ্ৰে। (বাবুল ফোঁপাই জোপাই সোমাই আহে। তাৰ দুহাতত আৰু জেপত মধুৰি। তাৰ চুলিবোৰ জপৰা আৰু গাটো ঘামেৰে তিতা।

ভোলা + বাপকন ঃ কেনেকৈ আনিলি?
(বাবুলে একো নকয়। ফোঁপাই ফোঁপাই এটা এটাকৈ মধুৰি বিলাই দিয়ে। বাকীকেইটাই লওঁ নলওঁকৈ লয়। চকু কিন্তু বাবুলৰ মুখৰ ওপৰত।)

বাপকন ঃ তোক মেধিৰ ঘৰৰ মানুহে মাৰিলে নেকি?

বাবুল ঃ নাই, কুকুৰ লগাই দিলে।

মদন ঃ কুকুৰে কামুৰিলে?

বাবুল ঃ নোৱাৰিলে। মই খুব দৌৰিলো। গছৰ পৰা জাঁপ মাৰি দিওঁতে আইনাই কাটিলে।

(আটাইকেইটাই বাবুলৰ পিঠিলৈ চায়। বাবুলৰ পিঠিৰ পৰা তেজ বৈ আহিছে। ভৰিতো তেজ।)

ভোলা ঃ বাবুল, তোক ইমানকৈ কাটিলে।

মদন ঃ আমাৰ কাৰণে মধুৰি আনিবলৈ গৈ তই ইমান কষ্ট খাব লগা হ'ল।

বাবুল ঃ হ'ব দে। আমাৰ কাৰণে এইবোৰো আনন্দ।

বাপকন ঃ আনন্দ!

বাবুল ঃ মধুৰি আনিলোতো!

ভোলা ঃ কিন্তু তোৰ যে তেজ ওলাল।

বাবুল ঃ অ' একো বেছি তেজ নহয়।

ভোলা ঃ যাচোন বাপকন, সেইখিনিতে গোন্ধোৰা বন আছে পাত কেইটামান লৈ আন। (বাপকনে বাহিৰলৈ গৈ পাত কেইটামান আনি মোহাৰি বাবুলৰ পিঠি আৰু ভৰিত লগাই দিয়ে আৰু দিওঁতে কৈ থাকে।)

বাপকন ঃ উঃ বহুতখিনি কাটিলে পায়। ঘৰত খং নকৰিবনে!

ভোলা ঃ এনেকৈ খোৱা যেনেই নালাগে।

মদন ঃ খোৱাৰ আনন্দটোৱেই মাটি হৈ গ'ল।

বাবুল ঃ কিয়, মই দুখ পোৱা বাবে?

বাপকন ঃ অ'।

বাবুল ঃ মোৰ আকৌ এনেকৈ দুখ পালে কষ্ট পোৱা যেনেই নালাগে।

ভোলা ঃ কিয়?

বাবুল ঃ দুখবোৰ ভগাই ল'লে সি আৰু দুখ হৈ নাথাকে। আনন্দ হয়। একেলগে হঁহাৰ কন্দাৰো এটা আনন্দ আছে। (হাঁহি হাঁহি) নহয়নে বাৰু? (সকলোৱে ৰং মনেৰে মধুৰি খায়)।

বাবুল ঃ মই মধুৰি খুউৱাৰ আৰু এটা কাৰণ আছে।

ভোলা ঃ কি?

বাবুল ঃ মদন, তই কোৱাই নাই হ'বলা? আজি ছমহীয়া পৰীক্ষাৰ বহী দিছে। মদনে অংকত পূৰা নম্বৰ পাইছে। বৰকৈ ফুটনি মাৰি থকা জয়ন্তয়ো নাপালে।

বাপকন ঃ জয়ন্তক ঘটুৱাই দিছে? সি ইমান ধনী মানুহৰ ল'ৰা, ইমান টিউশ্যন!

বাবুল ঃ সেই কাৰণেইতো মই পাৰ্টি দিছো, মধুৰি পাৰ্টি। (আটাইকেউটাই হাঁহে) আগলৈকো কৈ দিছো আৰু উন্নতি হ'ব লাগিব।

ভোলা ঃ উন্নতি হৈ হৈ একেবাৰে আকাশত, মানে পাইলট।

বাবুল ঃ পাইলট? কি পাইলট?

মইনা ঃ (নেপথ্যত) অ' মদন ককাইদেউ, মদন ককাইদেউ। (পথৰুৱা আলিত বেলেঞ্চ ৰাখিবলৈ হাত দুখন মাৰি মাৰি মইনা আহে)।

মদন ঃ কি হ'ল?

মইনা ঃ আলহী আহিছে। ভটভটীত উঠা আলহী। তোক বেগতে মাতিছে।

মদন ঃ ভটভটীত উঠা আলহী ক'ৰ পৰা আহিল আকৌ। সঁচানে মিছা?

মইনা ঃ বিদ্যা শপত। মই ভটভটীখন চুই চাই আহিছো। জয়ন্তহঁতৰ দেউতাকৰ খবৰ নিচিনা।

বাপকন ঃ মদন, তোৰ দিন ভাললৈ আহিছে যেন পাইছো। ভটভটী বৈছেহি পদূলিত, তাৰ পিছত মটৰ গাড়ীত, তাৰ পিছত আকাশত।

মইনা ঃ আলহীৰ আকৌ কি দৰকাৰ মোৰ লগত!

মইনা ঃ মই কি জানো! দেউতায়ে পঠিয়াইছে, মই আহিছো।

ভোলা ঃ যাচোন যা, তই গৈয়েই আহ্।

মদন ঃ তহঁত ৰ'বি তেনেহ'লে। মই বেগতে ঘৰৰ পৰা আহিছো। পাঁচ মিনিট। (দৌৰ মাৰে, পিছে পিছে মইনাও যাব খোজে।)

বাপকন ঃ মইনা ৰ'বিচোন। কোন আহিছে? কেলেই মাতিছে?

মইনা ঃ মই নাজানো।

ভোলা ঃ তই জান। মিছাকৈ কৈছ। কচোন কেলেই মাতিছে।

মইনা ঃ (ভোলা আৰু বাপকনৰ মুখলৈ চায়)

বাবুল ঃ কচোন মইনা, কেলেই মাতিছে মদনক মানুহজনে?

মইনা ঃ মদন ককাইদেউক, মদন ককাইদেউক নিবলৈ আহিছে।

ভোলা ঃ কেলেই?

মইনা ঃ তেওঁলোকৰ ঘৰত কাম কৰাবলৈ।

বাপ, বাবু ঃ কি? চাকৰ কৰিবলৈ??

মইনা ঃ (তিনিওলৈ করুণভাৱে চায়) অ। মদন ককাইদেউক লৈ যাব। মোক আৰু কোনে নেওতা শিকাই দিব? (ফেঁকুৰে)

বাপকন ঃ ৰ'বিচোন, কান্দি নাহিবি। দেউতাৰে দিম বুলি কৈছে নেকি তাক?

মইনা ঃ (ফেঁকুৰি) অ' কৈছে। দেউতাক মানুহজনে টকাও দিছে।

ভোলা ঃ বৰ বেয়া লাগে অ'।

বাপকন ঃ কি কৰিবি! আমি তাক নেযাবি বুলি ক'ম দে।

মইনা ঃ নগ'লে হেনো দেউতায়ে তাক পিটি পিটি থৈ আহিব। মদন ককাইদেউ গ'লে যে মোৰ বৰ বেয়া লাগিব।

বাপকন ঃ বাৰু তই ঘৰলৈ যাগৈ যা।

মইনা ঃ তোমালোক আহিবাচোন আমাৰ ঘৰলৈ। দেউতাক বুজাবা।

বাবুল ঃ বাৰু যাম। তই যা। (মইনা যায়)

বাপকন ঃ যাবি নেকি?

ভোলা ঃ ক'লৈ? মইনাহঁতৰ ঘৰলৈ?

বাবুল ঃ গৈ কি কৰিবিনো?

বাপকন ঃ এৰা, গৈ কি কৰিবিনো?

ভোলা ঃ মদনহঁতৰ ঘৰখনক সহায় কৰিবলৈতো আমাৰ একো নাই।

বাপকন ঃ সিহঁতলৈ বেয়াই লাগে। বাপেকটো বেমাৰী হোৱাৰ পৰা ঘৰখনৰ বৰ কষ্ট। ইটোৰ পিছত সিটো বিপদ সিহঁতৰ আহিয়ে আছে।

বাবুল ঃ (নিজকে নিজে ঠাট্টা কৰে) ফূৰ্তি কৰিছিল! জয়ন্তকৈ বেছি নম্বৰ পোৱা বুলি স্ফূৰ্তি কৰিছিল! এতিয়া?

ভোলা ঃ সেয়া সেইখন মটৰ চাইকেল নহয়নে? মথাউৰিয়েদি যে গৈছে? **(দূৰত মটৰ চাইকেলৰ শব্দ)**

বাপকন ঃ হয় হয়। পিছত ল'ৰা এটাও তুলি নিছে। মদনেই হয়। পিছে পিছে সেইজনী মইনাই কান্দি কান্দি দৌৰিছে।

বাবুল ঃ মইনানো মটৰ চাইকেলখনৰ পিছত দৌৰিব পায়নে? ধূলিসোপাহে খাইছে মিছাকে।

ভোলা ঃ মদনক লৈ গ'ল নহয়নে?

বাপকন ঃ আমি চাইহে থাকিব পাৰিলো।

বাবুল ঃ চাই থাকোতেই সিহঁত নেদেখা হ'লগৈ চা। সেই চা বহুত দূৰ পালেগৈ।

(তিনিওটাই দূৰলৈ একেফালে চাই থাকে, তেনেকৈ থাকোতেই মঞ্চ আন্ধাৰ হয়। পোহৰ হোৱাত দেখা যায় মঞ্চত মদন, মনমি আৰু পিণ্টু। আগতে থকা জাগাতে কাঠৰ ঘোঁৰাটো। মনমি আৰু পিণ্টুৱে মদনলৈ চাই থাকে।)

মদন ঃ তাৰ পিছত মই আহি তোমালোকৰ ঘৰ পালো। মইনাই আৰু আহিব নোৱাৰি ৰৈ দিলে। আমাৰ মটৰ চাইকেলৰ ধোঁৱাৰে নে গধূলিৰ ধূলিয়ে তাইক নেদেখা কৰি দিলে (শুকান হাঁহি এটা মাৰি)।

মনমি ঃ তোৰ মইনালৈ মনত নপৰেনে?

মদন ঃ পৰে আকৌ। সেই কাৰণেহে তুমি যিমান খং কৰিলেও, অত্যাচাৰ কৰিলেও সহি থাকিব পাৰো।

পিণ্টু ঃ মোক তই বেয়া পাৱ?

মদন ঃ কিয় বেয়া পাম আকৌ (কাহিব খুজি গিলি থয়)।

মনমি ঃ (পিণ্টুক) মদনলৈ বেয়া লাগে নহয়?

পিণ্টু ঃ তই কোন শ্ৰেণীলৈকে পঢ়িছিলি?

মদন ঃ তৃতীয় শ্ৰেণীলৈকে।

পিণ্টু ঃ কিতাপ আনি দিম পঢ়িবি?

মদন ঃ কেতিয়া পঢ়িম?

পিণ্টু ঃ দুপৰীয়া যেতিয়া আজৰি হ'বি আৰু সন্ধ্যা তাৰ পিছত প্ৰাইভেটকৈ প্ৰাইমাৰী স্কুলৰ পৰীক্ষা দিবি।

মদন ঃ বাইদেৱে কিবা কয় যদি। এদিন মোক তোমালোকৰ কিতাপ এখন চাই থাকোতে ধমকি দিছিল। বোলে ইয়াত তোক পণ্ডিত কৰিবলৈ অনা নাই। ঘৰৰ কাম কৰিবলৈহে আনিছো।

মনমি ঃ মায়ে যে কথাবোৰ কেনেকৈ কয়!

পিণ্টু ঃ মই কিন্তু এইবাৰৰ পৰা কৈ দিম মাক তুমি আৰু দেউতা ইমান ডাঙৰ মানুহ, পঢ়া-শুনা কৰা। মিটিঙতো কথা কোৱা। তেনেকুৱা ঘৰত মদনৰ নিচিনা চোকা ল'ৰা এটাই পঢ়িবলৈ সুবিধা নাপায়। চবেই হাঁহিব কিন্তু। বৰ আকৌ শিশুৰ কল্যাণৰ ওপৰত লেকচাৰ মাৰে।

মদন ঃ বাৰু যি হ'ল হ'ল। তোমালোকে অকণমান বাহিৰত খেলাগৈ। মই কোঠাটো অকণমান চিজিল কৰি থওঁ। বাইদেউহঁত আহিবৰ হ'লেই। লেতেৰা দেখিলে খং কৰিব। তাতে যদি আলহী এযোৰা আহে হৈছেই।

মনমি ঃ তই অকলে কিয় কৰিবি! আমিও কৰিম। পিণ্টুদাদা তুমি টেবুলত কিতাপবোৰ জাপি থোৱাগৈ। মই পুতলাৰ কাপোৰবোৰ সামৰি থওঁ! আজিৰ পৰা আমি নিজৰ কাম নিজে কৰি ল'ম দেই পিণ্টু দাদা।

মদন ঃ মই ঘৰটো সাৰি নিওঁ।

পিণ্টু ঃ অ'ই মনমি। তোৰে স্বৰ্গলৈ যোৱা ঘোঁৰাটো লৈ যা ইয়াৰ পৰা। আই ঐ দেহি। বেচেৰালৈ বেয়াই লাগে। সি হেনো আমাৰ মনমিক স্বৰ্গলৈ নিয়ে। পিছে নিজে আকৌ লোকে দাঙি নিলেহে যাব পাৰে।

মনমি ঃ সেইডাল সেইফালে আঁতৰাই থোৱা। নেযাওঁ মই সেইটোত উঠি স্বৰ্গ চাবলৈ।

(মদনে কাম কৰিবলৈ লয়। হঠাৎ মদনৰ কাহ আহে আৰু কাহটো বৰ কষ্ট কৰি গিলিবহলৈ যত্ন কৰে। এবাৰ গিলিব নোৱাৰি জোৰে কাহি দিয়ে। বাকী দুটাই তাক বেৰি ধৰে।)

পিণ্টু, মনমি ঃকি হ'ল, তোৰ কি হৈছে? মাজে মাজে দেখোন এইদৰে---

মদন ঃ (কাহি কাহি ভয়ে ভয়ে ভিতৰলৈ চায়। কাহ বন্ধ কৰিব নোৱাৰে। এবাৰ জোৰেৰে কাহি উইংচৰ কাষলৈ গৈ ভিতৰ ফালে বমি কৰি দিয়ে। তাৰ পিছত সি পিচুৱাই আহি পুতলাৰ দৰে খেকাৰখিনিলৈ থৰ লাগি ভয়ে ভয়ে চায়)।

মনমি ঃ কি হ'ল তোৰ খেকাৰত দেখোন তেজ ওলাইছে!

পিণ্টু ঃ (আচৰিত হৈ ভয়ত) অ' মা! তোৰ খেকাৰত দেখোন তেজ ওলাইছে। তাৰ মানে তোৰ টি বি হৈছে। কিতাপত আছে খেকাৰত তেজ ওলালে...

মদন ঃ (কাকুতিৰ সুৰত) বৰ ডাঙৰকৈ নক'বা পিণ্টু। মই তোমাৰ ভৰিত ধৰিছো। (কাহি কাহি) যদিহে টিবি হৈছে বুলি মোক এইখন ঘৰত চাকৰ নাৰাখে তেনেহ'লে মোৰ বেমাৰী দেউতা, মোৰ মা (কাহিবলৈ ধৰে)

পিণ্টু ঃ নাই নাই তোৰ...

মদন ঃ (ব্যাকুল হৈ) নিচিএৰিবা, নিচিএৰিবা। বাইদেউ আহি শুনিলে মোক খেদি দিব। মই কাম কৰিব পাৰিম পিণ্টু। মই চব কাম কৰিব পাৰিম। তোমালোকৰ মই ভৰিত ধৰিছো। বাইদেউক নক'বা। মই তোমালোকৰ লগত লেটি-পেটি নকৰো। ন'কবা, নক'বা। (কাহি কাহি কান্দিবলৈ ধৰে। মনমি আৰু পিণ্টুৱে তাৰ দুয়োটা বাহুত ধৰি দৰ্শকৰ ফালে তাৰ আলমোকোটা খাই যোৱা বিবৰ্ণ মুখখন দাঙি ধৰে। Spot ব্যৱহাৰ কৰিব পাৰিলে তিনিওটাৰে মুখত পোহৰ পৰিব। বাঁহীত কৰুণ সুৰ। দাঙি থোৱা মদনৰ মুখখন যন্ত্ৰণাত জোকাৰ খাই খাই থাকিব।)

— সমাপ্ত —

(ধন, চিন্তু, মুনুকণ, প্ৰিয়া, অনি, মুনি একে সমনীয়া ল'ৰা-ছোৱালী। মঞ্চত দেখা যায় চিন্তুৱে কটাৰী এখন লৈ বাঁহৰ কাঠী কিছুমান কাটিছে। ধনটিয়ে বাঁহৰ কাঠীবোৰ লৈ মঞ্চৰ এটা কাষত সৰুকৈ ঘৰ এটা বনাইছে। মঞ্চৰ এটা কোণত প্ৰিয়াই ফুলেৰে এটা ঘৰ সজাই আছে। অনি আৰু মুনিয়ে সন্মুখত থকা সৰু সৰু বাচন-বৰ্তন চিজিল কৰি আছে।)

চিন্তু : হ'বনে আৰু লাগিব?

ধন : কাটচোন, কাটি থাক। চিন্তুৰ ওচৰৰ পৰা বাঁহ কাঠী কেইডালমান লৈ ঘৰ বনাই থাকে।

প্ৰিয়া : ঘৰটো বনোৱাৰ পিছত ফুলৰে সজাব লাগিব দেই।

ধন : মই হ'লে সজাব-চজাব নোৱাৰোঁ দেই।

প্ৰিয়া : তই বনাচোন বাৰু। মই সজাই দিম।

চিন্তু : গাড়ীখনো অলপ সজাব লাগিব দেই।

প্ৰিয়া : ফুলৰ মালা এডাল দিলেই হ'ব। মই বনাই আনিছো (মুনি আৰু অনিক) তোমালোকে সকলোবোৰ বস্তু আনিছাটো?

অনি : মই চব বস্তু আনিছোঁ। মই ভাত ৰান্ধিবলৈ হেতা, কেৰাহী, প্ৰেছাৰ কুকাৰ, গেছ চিলিণ্ডাৰ লৈ আনিছোঁ।

ধন : কি? গেছ চিলিণ্ডাৰ!

মুনি : এয়া চোৱা।

ধন : মই আকৌ ভাবিছিলো...।

প্ৰিয়া : তহঁতৰ কামবোৰ শেষ হ'লনে?

চিন্তু : আমাৰ কামবোৰ শেষ হৈ গ'ল। ফিনিচ।

অনি : ৰভা দুখন কিন্তু ধুনীয়া হৈছে ভাই।

মুনি : গেট নাথাকিব নেকি?

ধন : গেট-চেট বনাব নোৱাৰোঁ দেই।

চিন্তু : এইখিনি কৰি ভাগৰ লাগি গৈছে।

প্ৰিয়া : গেট নহ'লে নালাগে দে। কিন্তু দৰা-কইনাক গা ধুৱাবলৈ ঠাই অকণমান লাগিব। এই কলগছ পুলি।

চিন্তু : কলগছ ক'ত পাবা?

প্ৰিয়া : সঁচা-সঁচি কলগছ নালাগে নহয়। এনেয়ে মানে এনেকুৱা গছ এডাল দিলেই হ'ল আৰু।

ধন : তই চিন্তা নকৰিবি। মই ধুনীয়াকৈ বনাই দিম।

চিন্তু : গা ধুৱাবলৈতো পানী লাগিব।

মুনি : প্ৰিয়া বা, পানী তুলিবলৈ ক'লৈ যাবা?

প্ৰিয়া : পানী ওচৰতে ক'ৰবাত তুলিম আৰু। অ' সেই যে ৰাস্তাৰ কাষৰ নলাটো তাতেই তুলিব লাগিব।

অনি : তাত দেখোন পানীয়েই নাই।

প্ৰিয়া : মিছা-মিছিকৈও তুলিম। পানী তুলি দৰা-কইনাক এইখিনিতে গা ধুৱাম।

মুনি : ধেৎ, দৰা আৰু কইনাই একেলগে গা ধুব নেকি? লাজ লাগি যাব ভাই।

চিন্তু : দৰাই কইনাৰ ঘৰত গা ধুব নেকি? দুঘণ্টাৰ আগৰে পৰা কেম্পত ৰেডি হৈ আছে।

মুনি : কেম্প!

প্ৰিয়া : কেম্প মানে বুজা নাই। সৌ বাৰাণ্ডাৰ চুকটো, দেখা নাই?

চিন্তু : আমাৰ দৰাই গা নোধোৱে। বিয়া কৰাব লাগিব আৰু কইনা লৈ গুচি যাব।

প্ৰিয়া : হ'ব দে। ইয়াত অকলে গা ধুব আৰু কইনাৰ মাক তুমিনো কি কৰি আছা। যোৱা কাপোৰ পিন্ধি লোৱা আকৌ।

অনি : অ' ৰ'বা। মই কাপোৰ আনিছোঁৱেই।

ধন : এই তাৰমানে কইনাৰ মাক। কিন্তু দৰাৰ মাক কোন?

প্ৰিয়া : দৰাৰ মাক কইনাৰ মাকৰ ঘৰলৈ নাহে বুৰ্বক। দৰাৰ বাপেক।

চিন্তু : মই হাঃ হাঃ, দৰাৰ বাপেক মই।

ধন : কইনাৰ মাক... দৰাৰ বাপেক...।

অনি : এইডাল লাজ নালাগে নেকি?

চিন্তু : দৰা বাৰু কেম্পত আছে। কিন্তু কইনা ক'ত?

প্ৰিয়া : আছে ৰেডি হৈ আছে। বিয়াখন পাতিলেই হ'ল। (মুনুকণ আহে। ভৰিৰ পৰা তেজ ওলায়।)

অনি : অ' ভৰিত কি হ'ল?

মুনু : পৰিলোঁ।

ধন : ক'ত?

চিন্তু : কেনেকৈ?

প্ৰিয়া : ইস ৰাম।

মুনি : তেজ ওলাই আছে।

ধন : জলদি ক?

মুনু : অনিহঁতৰ ঘৰলৈ গৈছিলো। গেটখন খুলিছোহে, এনেতে ভৌ ভৌ তমঃ। সিহঁতৰ কুকুৰটোৱে...। দৌৰি পলাওঁতে...।

অনি : তই নাজান নেকি? মই ইয়াত আছোঁ বুলি। কিয় গৈছিলি?

মুনু : কইনাজনী চাম বুলি ভাবিছিলো আকৌ।

চিন্তু : ইপিনে কইনা, কইনাৰ মাকৰ লগত ইয়াত।

ধন : হাজিৰ। ঐ অনি, তহঁতৰ কুকুৰটোৱে কিন্তু খুব মানুহ খেদে দেই।

চিন্তু : সিদিনা মোকো খেদিছিল।

প্ৰিয়া : আমাক দেখোন নেখেদে।

ধন : অকলে যাবাচোন, গম তেতিয়াই পাবা।

মুনি : অ' কুকুৰটোৱে অকলশৰীয়া মানুহ দেখিলেহে খেদে।

প্ৰিয়া : হয় নে অনি?

অনি : অ' কি যে দুষ্ট কুকুৰটো! কাৰোবাক অকলে পালে খুব দিগদাৰ দিয়ে, বেছি মানুহ দেখিলে কিন্তু একো নকৰে, মনে মনে বহি থাকে।

ধন : বেছি মানুহ দেখিলে হ'বলা ভয় কৰে।

অনি : হ'বও পাৰে।

প্ৰিয়া : ৰ'বা। মই ডেটল অলপ আনি মুনুকণৰ ভৰিত লগাই দিওঁ।

মুনু : কুকুৰটোক ৰাস্তাত পালে শিলগুটি মাৰি ঠেং ভাঙি দিম বাপেকে।

ধন : ঠিক কৈছ। ময়ো তোৰ লগত। মোকো এদিন খেদিছিল।

অনি : ইস্! কিয় ঠেং ভাঙিবি। আমি তাক ইমান মৰম কৰোঁ।

মুনু : মোৰ এইখিনি কোনে ভাল কৰি দিব।

ধন : কুকুৰটোক দিনটো বান্ধি থ'ব লাগে। নহ'লে কোনোবা আলহী গৈ (অভিনয়) ঘৰত কোনোবা আছে নেকি? ভৌ ভৌ ভৌ। তাৰ পিছত এই মুনুকণৰ নিচিনা আঁঠুত তেজ।

অনি : দেউতাক কৈ দিম, ৰ'বিচোন।

(প্ৰিয়াই ডেটল কপাহ আনি মুনুকণৰ ভৰিত লগাই) (Direction)

প্ৰিয়া : ভাল হৈ যাব। এতিয়া বাকী কথা বাদ দি বিয়াৰ কথা পাত।

ধন : কথা পাতিবলৈনো কিডাল আছে। বিয়াখন আৰম্ভ কৰি দিলেই হ'ল।

প্ৰিয়া : ইস্। আৰম্ভ কৰি দিলেই হ'ল। কিমান কাম আছে। কইনাৰ মাক আৰু দৰাৰ মাক।

চিন্তু : বাপেক?

প্ৰিয়া : অ' দৰাৰ বাপেক, তোমালোকে নিজৰ কামবোৰ কৰা আকৌ। পিছত দিগদাৰ হ'ব নহয়।

অনি : প্ৰিয়াবা কি কৰিব লাগিব কৈ দিয়া আকৌ?

প্ৰিয়া : ৰ'বা। এইখিনি লৈ লওঁ (বস্তুবোৰ থয়) প্ৰথমতে পানী তুলিব লাগিব। তাৰ পিছত মাহ-হালধিৰে কইনাক গা ধুৱাব লাগিব। কইনাক নতুন কাপোৰ পিন্ধাব লাগিব। মানুহক খুৱাব লাগিব। কেম্পত ৰেডি হৈ থকা দৰাক কইনাৰ ঘৰলৈ আনিব লাগিব।

চিন্তু : খুউৱাটো সঁচা-সঁচি নেকি?

মুনি ঃ ময়ো খাম।

ধন ঃ চুপ থাক। হেৰি নহয়, পানী তুলিবলৈ বাল্টি-চাল্টি নালাগিব জানো?

প্ৰিয়া ঃ ধেৎ, বিয়াত পানী বাল্টিত তোলে নেকি? কলহতহে তোলে। ৰ'বা, মই কলহটো লৈ আহোঁ।

ধন ঃ কইনাৰ মাক! মৰম লাগি যায় পায়।

অনি ঃ যা এইডাল!

ধন ঃ অ' হেৰি নহয়, পানী তুলিবলৈ গ'লে গান-চান নালাগিব জানো। (Direction)

মুনি ঃ অ' ওস্তাদ, সেইটো বিয়ানাম পানী তোলোতে নাগায় নহয়।

ধন ঃ কোনটো গায়?

মুনি ঃ এনেকৈ— 'ফুল আছে ফুলি, কদম আছে হালি, কিয় দাদা চিন্তা কৰা কইনা বেয়া বুলি।' (ধনে-চিন্তুৰে উৰুলি দিয়ে)

প্ৰিয়া ঃ কলহ আনিলোঁ ব'লা।

চিন্তু ঃ ৰ'বা।

প্ৰিয়া ঃ আকৌ কি হ'ল?

চিন্তু ঃ অকল অনিয়ে মেখেলা-চাদৰ পিন্ধিলে নহ'ব। তুমিও পিন্ধা আকৌ।

প্ৰিয়া ঃ ইয়ে ৰাম। কামৰ চিন্তাত পাহৰিয়েই গৈছিলোঁ পায়। ৰ'বা, কাপোৰ আনি থৈছোঁ। (খৰধৰকৈ কাপোৰ পিন্ধে)।

ধন ঃ ধেৎ কলহ এনেকৈ নলয় অ', এনেকৈ লয় (ধনে অনিক কলহ ল'বলৈ দেখুৱায়)

চিন্তু ঃ কইনাৰ মাকে কলহ ল'ব নাজানে। (Direction)

প্ৰিয়া ঃ ব'ল ব'ল, মোৰ হৈ গ'ল।

মুনু ঃ মুনি বিয়ানাম।

মুনি ঃ ফুল আছে...। (Direction)

প্ৰিয়া ঃ ধেৎ এইটো পানী তুলিবলৈ গোৱা গান। মই গাই দিছোঁ। তোমালোকেও মোৰ লগত গাবা।

সকলো ঃ হ'ব হ'ব, গাম গাম।

প্ৰিয়া ঃ এ ৰাম পানী তুলিবলৈ। এ ৰাম...। (সকলোৱে লগতে গায়) এ বাকীখিনি পাহৰি গ'লো।

চিন্তু ঃ এ গান নালাগে। হেৰি হ'ব। পে পে...।

মুনু ঃ মানে?

চিন্তু ঃ বেণ্ডপাৰ্টি!

ধন ঃ বঢ়িয়া হ'ব, লাগি যা। (তিনিওটাই মুখত আঙুলি দি বেণ্ডপাৰ্টিৰ নিচিনাকৈ অংগী-ভংগী দিয়ে।)

প্ৰিয়া ঃ এই ৰচোন, ৰ। বিয়ানামো নালাগে, বেণ্ডপাৰ্টিও নালাগে। তইঁত ইয়াত থাক। ল'ৰা মানুহ পানী তুলিবলৈ নাযায় নহয়।

চিন্তু ঃ আৰু মই।

অনি ঃ দৰাৰ বাপেকৰ কইনাৰ ঘৰত একোডাল নাই, তই কেম্পলৈ যা।
(তিনিওজনী পানী তুলিবলৈ যায়)

চিন্তু ঃ হয় নেকি? মই তেনেহ'লে দৰা অহা গাড়ীখনকে সজাওঁগৈ। (যায়)
(ধন আৰু মুনুকণে... ইটো-সিটো কৰি থাকিব। ধনে চিন্তুক জোকাব।)

ধন ঃ ঐ দৰাৰ বাপেক। দৰা কি সেইখন গাড়ীত আহিব নেকি? আজিকালি দৰা মাৰুতিতহে আহে।

মুনু ঃ দৰাৰ গাড়ী কিন্তু ভাল সজাইছ দেই।

ধন ঃ ৰ, ময়ো এজাপ সজাই দিওঁ।
(ধনে মুনুক কিবা ইংগিত দি ভিতৰলৈ যায়। ভিতৰৰ পৰা ধন আৰু চিন্তুৰ— 'নুচুবি, ছিঙি যাব, একো নহয় দে, ভাল লাগিব' ইত্যাদি চিঞৰ আহি থাকিব। মুনুকণে হাততালি বজাই হাঁহিব। এবাৰ ধনে হাতত কাগজৰ মালা এডাল লৈ দৌৰি পলাওঁতে চিন্তুৱে পিছে পিছে খেদি সোমাই আহিব।)

চিন্তু ঃ ইমান কষ্ট কৰি সজাই আছিলোঁ, কিয় ছিঙিছিলি?

ধন ঃ মই ক'ত ছিঙিলোঁ? তই টান মাৰি দিওঁতেহে ছিঙিল।

চিন্তু ঃ মই কৈছিলোঁ নহয়। এতিয়া ভাল কৰি দে। (কান্দে)

মুনু ঃ ৰ ৰ, মই মালাডাল জইন কৰি দিম। (বিয়ানাম গাই ছোৱালীকেইজনী গ'লহে।)

প্ৰিয়া ঃ চিন্তুৱে কিয় কান্দিছে?

মুনু ঃ দৰাৰ মালা ছিঙি দিলে ধনটিয়ে।

চিন্তু ঃ গাড়ীৰ।

মুনু ঃ দৰাৰ গাড়ীৰ মালা।

অনি ঃ কাম নাই আৰু এইডালৰ।

মুনি ঃ চিন্তু, নাকান্দিবা দেই। আমি ভাল কৰি দিম নহয় ন, প্ৰিয়া।

প্ৰিয়া ঃ উঠ উঠ। আমি ভাল কাম কৰি দিম নহয়। অ' আমাৰ পানী তোলা হৈ গ'ল। এতিয়া পিছৰ কামখিনি চিন্তা কৰ আকৌ।

মুনি ঃ অ' কইনাৰ মাক, কইনাজনী লৈ আনা আকৌ। গা ধুৱাব লাগিব নহয়।

অনি ঃ ৰ'বা। মই কইনাজনী লৈ আনো।

ধন ঃ ই কইনাৰ মাক, মৰম লাগি যায় পায়।

অনি ঃ যা এইডাল।

মুনু ঃ ঐ কইনাৰ গা পিছত ধুৱাবি। প্ৰথমতে দৰাটো আনি লওঁ।

ধন ঃ নহ'লে সিফালে কেম্পত দৰাই কান্দি থাকিব।

মুনি : হয় নেকি, হ'ব দে।

প্ৰিয়া : দৰাক আনিলে কইনাক গা ধোৱা দৰাই নেদেখিব নেকি?

মুনু : দেখিলেও দেখক। আগেয়ে দৰা, তাৰ পিছত কইনাৰ গা ধোৱা। (চিন্তুক) ঠিক কৈছোনে?

চিন্তু : একদম ঠিক।

অনি : নহয়, কইনাৰ আগেয়ে।

ধন : অৰ্ডাৰ অৰ্ডাৰ। দৰাপাৰ্টি...।

মুনু : মই দৰাপাৰ্টি।

চিন্তু : ব'ল ব'ল।

মুনি : ময়ো দৰাপাৰ্টি হ'ম ভাই।

প্ৰিয়া : ময়ো হ'ম।

অনি : অ' এতিয়া কইনাৰ মাক অকলে কইনাৰ লগত থাকিব নেকি?

প্ৰিয়া : হয়তো। ঐ ধনটি তই কইনাৰ মাকৰ লগত থাক। কাৰণ দৰাপাৰ্টিক খুওৱা বস্তু তোৰ লগতহে আছে।

ধন : ধেৎ ফচি গ'লো। (বাকীবোৰ যায়। ধন আৰু অনিয়ে চকী, মূঢ়া আদি সজায়।)

অনি : ঐ ধন, দৰা অহাৰ আগতে কইনাজনী...।

ধন : এ তই যি কৰ কৰি থাক। মোক হ'লে একো নুসুধিবি।

অনি : তেনেকৈ ক'লে হ'ব নেকি। তই জানো কইনাঘৰীয়া নহয়।

ধন : যি কৰ সোনকালে কৰ। দৰা আহি পাবই এতিয়া। (অনিয়ে পুতলা এটা উলিয়াই গা ধুৱাবলৈ সাজু হয়।)

অনি : এ প্ৰিয়া বাই মাহ-হালধিখিনি ক'ত থ'লে বা? (ভিতৰত চিঞৰ-বাখৰ হয়। ধনে এবাৰ বাহিৰলৈ চায়।)

ধন : হালধি-চালধিৰ কথা বাদ দে। সৌৱা আহি গ'ল।

অনি : কিন্তু, গা ধোৱা...।

ধন : চাওঁ মোক দে কইনাজনী। (কইনাজনী লৈ কলহটোত জুবুৰিয়াই)। ঐ বেঙী উৰুলি দে সোনকালে।

অনি : এঃ মোৰ কইনাজনী ভিজাই দিলে। (কান্দে)

ধন : ধেৎতেৰি, কইনাৰ মাকে এতিয়া নাকান্দে নহয়। পিছত কান্দিবি। এতিয়া কইনাজনীক কাপোৰ পিন্ধা।

অনি : কি কাপোৰ পিন্ধাবি।

ধন : নহ'লে কইনাই দৰাৰ আগত ফৰক পিন্ধিব নেকি? তই কাপোৰ-চাপোৰ পিন্ধা, দৰা আহি গ'ল।

(পেঁপা আৰু মুখেৰে শব্দ কৰি বাকীকেইটাই এখন তিনিচুকীয়া চাইকেলত দৰাক বহুৱাই লৈ আনে।)

মুনু : আহি গ'ল দৰা, আহি গ'ল।

প্ৰিয়া : ৰ'বিচোন। টেঁটু ফালি মৰিছ কিয়? কইনা ৰেডি হৈ আছে।

ধন : আহক আহক, বেয়া-চেয়া নাপাব আৰু। দৰাৰ বাপেক মৰমে লাগে...। (Direction)

প্ৰিয়া : ঐ কইনাৰ মাক দৰাক আদৰ আকৌ।

অনি : ই মই নাজানো দেই। শিকাই দিয়ানা প্ৰিয়াবা।

প্ৰিয়া : ঠিক আছে। (Direction) এতিয়া দৰাক কইনাৰ মাকে চুমা খাই দাঙি লৈ যাব লাগে। (অনিয়ে পটককৈ চিন্তুক চুমা খায়।)

ধন : ইয়ে (হাঁহি) কইনাৰ মাকে দৰাৰ বাপেকক চুমা খাই দিলে...।

মুনু : দৰাকহে খাব লাগিছিল। (হাঁহি)

অনি : পাহৰিয়েই গৈছিলোঁ।

প্ৰিয়া : এহ, ৰচোন। (অনিয়ে দৰাটোক চুমা খাই দাঙিব ধৰোঁতেই।)

ধন : চাওঁ, চাওঁ, দৰাটো দেখোন একেবাৰে টিকিৰা হ'ল।

মুনু : চাওঁ আৰু কইনাজনী? (কইনাজনী আনি চাই) এ, কইনাজনী মস্ত ডাঙৰ। দৰাৰ লগত নিমিলিব।

অনি : একো নহয় দে।

মুনি : কি একো নহয়। ইমান ডাঙৰ কইনাজনীৰ লগত ইমান সৰু দৰাৰ বিয়া পাতিব পাৰি নেকি?

প্ৰিয়া : এটা কাম কৰোঁ। ডাঙৰটো দৰা হ'ব আৰু সৰুটো কইনা হ'ব।

মুনি : কেনেকৈ হ'ব? ছোৱালী দৰা হ'ব পাৰে নেকি? দেখা নাই সেইটোৱে ফ্ৰক পিন্ধি আছে।

প্ৰিয়া : হ'ব নহয়। ফ্ৰকটো বদলি কৰি দিলেই হ'ল।

অনি : এইজনী দৰা হ'লে দৰাৰ মাক কোন হ'ব?

চিন্তু : দৰাৰ মাক নাই। দৰাৰ বাপেক আছে।

প্ৰিয়া : আগতে যেনেকৈ আছিল তেনেকৈয়ে হ'ব।

অনি : কেনেকৈ হ'ব? এইটো মোৰ পুতলা। ই দৰা হ'লে দৰাৰ মাক মই হ'ম। চিন্তু তেতিয়া কইনাৰ মাক হ'ব।

চিন্তু : মই কেনেকৈ মাক হ'ম। ল'ৰা মানুহক মাক হোৱা কেতিয়াবা দেখিছ।

অনি : তেনেহ'লে মোৰ পুতলা দৰা হ'ব নোৱাৰে।

ধন : তই ক'লেই হ'ব নেকি? ইমান টিকিৰা দৰাৰ বিয়া আমি নাপাতো।

অনি : তেনেহ'লে মই দৰাৰ মাক হ'মেই হ'ম।

চিন্তু : নোৱাৰ হ'ব। দৰাৰ বাপেক মই হ'ম।

অনি : দৰাৰ মাক মই হ'ম।

চিন্তু : দৰাৰ বাপেক মই হ'ম।

অনি : মই হ'ম।

চিন্তু : মই হ'ম। (Direction)

(দৰাৰ বাপেক আৰু কইনাৰ মাকৰ চুলিয়াচুলি। অনি মঞ্চত বাগৰি পৰে।)

অনি : (কান্দি) মই নেখেলোঁ। মোৰ কইনাজনী দে। (কইনাৰ কাপোৰ খোলে)

মুনু : খবৰদাৰ কইনাৰ কাপোৰ নুখুলিবি।

অনি : খুলিমেই যা। (কাপোৰ খুলি দিয়ে। মুনুৱে খঙত অনিক মাৰে।)

প্ৰিয়া : তাইক কিয় মাৰিছ?

মুনু : দেখা নাই কইনাজনী এয়া কি কৰি দিলে?

মুনি : লাজ লাগি গৈছে পায়।

অনি : তহঁতৰ লগত মই কেতিয়াও নেখেলোঁ। ঘৰত থাকি অকলে খেলিম।

ধন : যা যা, আমি কাকো কেয়াৰ কৰা নাই আৰু ঐ মুনুকণ দৰাৰ বাপেককো ঘৰলৈ যাব ক।

মুনু : চাওঁ টিকিৰা দৰাটো ক'লৈ গ'ল। তাৰ কাৰণেহে বিয়া কেঞ্চেল হ'ল। (পুতলাটো লৈ মাৰিব ধৰে।)

চিন্তু : ঐ দৰাৰ গাত হাত নিদিবি কিন্তু কৈ দিছোঁ।

ধন : কি কৰিবি। দৰাৰ বাপেক ওলাইছ। ডাঙৰ চাই দৰা এটা আনিব নোৱাৰিলি। চাওঁ মুনু দৰাটো দে। ইয়াকো লেংটা কৰি দিওঁ।

(মুনুৰ হাতৰ পৰা ধনে পুতলাটো লৈ কাপোৰ খোলে। চিন্তুৱে বাধা দিয়ে। চিন্তুৱে ধন আৰু মুনুক মাৰে।)

মুনু : তই আমাক মাৰিলি।

ধন : তোক.... তোক... মুনু ইয়াক ধৰ। ইয়াকো কইনা-দৰাৰ দৰেই...। (মুনুৱে চিন্তুক ধৰে। এটা হুলস্থূলৰ পৰিবেশ।)

প্ৰিয়া : ঐ মনে মনে থাক। মায়ে গম পাব লাগিলে দিব কিন্তু।

চিন্তু : মই তহঁতৰ লগত কেতিয়াও নেখেলো। মোক নামাতিবি। ...(চিন্তুৱে ওলাই যাব ধৰে। আকৌ ঘূৰি আহি ঘৰটো গুৰিয়াই ভাঙি যায়।)

ধন : ঘৰ কিয় ভাঙিলি?

চিন্তু : ঘৰটো মইহে বনাইছিলোঁ।

(ঘৰটো ভাঙি বাঁহকেইডাল খুলি হাতত লয়।)

ধন : তই অকলে বনোৱা নাছিলি নহয়। ময়ো বনাইছিলো।

চিন্তু : বাঁহৰ কামীকেইডাল ময়ো আনিছিলোঁ।

ধন ঃ সেইবুলি তই ভাঙিবি নেকি? বাঁহডাল ময়ো আনিছিলো।
(চিন্তুৰ হাতৰ পৰা কামীবোৰ কাঢ়ি লয়। চিন্তুৱে খঙতে বাঁহৰ কামী এডাল ভাঙি ধনৰ ফালে দলিয়াই দিয়ে।)

ধন ঃ ময়ো নেখেলো। এইসোপা ভাঙি পেলাওঁ। (বাঁহৰ কাঠীবোৰ গোটাই ভাঙিবলৈ চেষ্টা কৰে। নোৱাৰে। এডাল এডালকৈ ভাঙে।)

প্ৰিয়া ঃ এডাল নহয়। গোটেইকেইডাল একেলগে পাৰিবি।

ধন ঃ কিয় নোৱাৰিম?
(চেষ্টা কৰে। নোৱাৰে। মুনুৱেও চেষ্টা কৰে। নোৱাৰে। বাকীকেইটা লাহে লাহে ওচৰ চাপি যায়।)

মুনু ঃ বৰ টান।

চিন্তু ঃ মই পাৰিম। (চেষ্টা কৰে। নোৱাৰে।)

প্ৰিয়া ঃ (চিন্তা কৰি) একেই বাঁহৰ কামীকেইডাল এডাল এডালকৈ ভাঙিব পাৰি, কিন্তু একেলগে নোৱাৰি। এডাল এডালকৈ ভাঙিব পাৰি, কিন্তু এগেলগে নোৱাৰি।
(সকলোৱে প্ৰিয়াৰ ফালে চায়)

ধন ঃ কি হ'ল প্ৰিয়াবা?

প্ৰিয়া ঃ সেই যে সাধুটো, নামঘৰৰ আইতাই যে এদিন কৈছিল, মনত নাই।

মুনু ঃ কোনটো প্ৰিয়াবা?

প্ৰিয়া ঃ সেই যে, এখন দেশত এটা বুঢ়া আছিল। বুঢ়াৰ তিনিজন পুতেক আছিল।

ধন ঃ পুতেককেইজনে সদায় কাজিয়া কৰিছিল।

চিন্তু ঃ এদিন বুঢ়াই পুতেক তিনিটাক বাঁহৰ কাঠী ভাঙিবলৈ দিছিল।

মুনু ঃ তাতে কি হ'ল?

অনি ঃ আমাৰ নিচিনা হ'ল।

মুনু ঃ এডাল এডালকৈ পাৰিলে। গোটেইকেইডাল একেলগে নোৱাৰিলে।

মুনি ঃ ঠিক আমাৰ দৰে।

প্ৰিয়া ঃ সাধুটো কোৱাৰ পিছত আইতাই কি কৈছিল মনত আছে?

ধন ঃ আছেতো। সদায় মিলি-জুলি থাকিবা।

অনি ঃ সৰু সৰু কথাত কাজিয়া নকৰিবা।

চিন্তু ঃ সকলো একেলগে থাকিলে সাহস বাঢ়িব।

মুনি ঃ ডাঙৰ ডাঙৰ কামো সহজ হৈ পৰিব।

প্ৰিয়া ঃ আৰু অকলে থাকিলে?

মুনু ঃ ভয়-পাদুৰা হ'ম।

প্ৰিয়া ঃ শত্ৰুৱে অন্যায় কৰিবলৈ সাহস পায়। সৌৰা মুনুকণ অকলে অকলে অনিহঁতৰ ঘৰলৈ গৈছিল কাৰণে কুকুৰটোৱে খেদিলে। যদি আমি সকলো একেলগে গ'লোহেঁতেন!

সকলোৱে ঃ কুকুৰটো পলাই গ'লহেঁতেন। (হাঁহে)

প্ৰিয়া ঃ গতিকে এতিয়া আমি দৰা-কইনাৰ বিয়াখন পাতিম।

সকলোৱে ঃ পুৰাকৈ পাতিম। (Direction)

প্ৰিয়াই চিঞৰি চিঞৰি গীত এটা গাব, পিছত সকলোৱে একেলগে গাব আৰু গীতৰ তালে তালে কাম কৰি যাব।

গীত ঃ অ' টুল টুল অ' বুল বুল
অ' সেউতী তৰা
লুকা ভাকু ভাল নালাগে
খেলো কইনা দৰা। •

— সমাপ্ত —

(অসম নশিশু সাহিত্য ন্যাসে আয়োজন কৰা শিশুনাট প্ৰতিযোগিতাত দ্বিতীয় শ্ৰেষ্ঠ নাট্য দলৰ সন্মান লাভ কৰে।)

# গোহালি ঘৰৰ দূৰদৰ্শন

ৰচনা আৰু পৰিচালনা ঃ অঞ্জন ভূঞা

আগকথা ঃ 'এখন গাঁৱৰ কোনোবা এঘৰ মানুহৰ গোহালি ঘৰ। সময় আবেলি। খেলাৰ সময়। সেইখন গাঁৱৰে কেইটামান ল'ৰা-ছোৱালীয়ে আবেলি সেই গোহালি ঘৰতে সদায় খেলে। আজিও খেলিব। আজি কি খেলিব কালিয়ে সিদ্ধান্ত কৰি থোৱা আছে। সদায় একে খেল খেলি খেলি আমনি লগাত আজি এক নতুন খেল খেলিব।' মঞ্চৰ আঁৰ-কাপোৰ উঠাৰ লগে লগে দেখা যাব ঘনকলাই কিবা এটা গাই চাবুক বনাই আছে, ঘটোৱে কিবা কাপোৰ এখন আৰি ঠিকঠাক কৰি থাকে। ধেপেই মাটিত বহি গামোচা এখন গাত চাদৰ হিচাপে লয় আৰু চায় ফাপৰে ধৰাই ঘনকলাৰ গানৰ তালে তালে নাচে আৰু এপাকত গৈ আৰি থকা কাপোৰ এখনত গা লগাই নাচে। ঘটোৱে খঙেৰে ফাপৰে ধৰালৈ চায়।

Direction

ঘনকলা ঃ অই ফাপৰে ধৰা কি কৰিছ, কেনেবাকৈ যদি টিভিৰ পৰ্দাখন বেয়া হয়। তোক এটা চৰত ....(ভৰি দেখুৱাই)

ঘটো ঃ হেই সেইটো হ'বলা চৰ, গোৰহে।

ঘন ঃ চাচোন এইডালে কি কৰিছে।

ঘটো ঃ অই ফাপৰে ধৰা, কেনেবাকৈ যদি টিভিৰ পৰ্দাখন বেয়া কৰিলি, তোৰ নেলুটো ছিঙি, গুৰিদাঁতত পেলাই, কেচেক কেচেককৈ চোবাই খাম।

ধেপে ঃ দেচোন এইটোক চৰ এটা।

ঘটো ঃ এই এইফালে আহ।

ফাপৰ ঃ নাযাওঁ চৰ মাৰিবি।

ঘটো ঃ নামাৰো এইফালে আহ। (ফাপৰে ধৰা ঘটোৰ ওচৰলৈ আহে) হু এইডাল ল, আৰু বনা (চাবুক এডাল দিয়ে)

ফাপৰ ঃ নাজানো।

ঘটো ঃ শিকাই দিম চা, এইডাল এনেকৈ লৈ, এনেকৈ দি..... (ধেপেলৈ চায়) অই ধেপে, ফেশ্বন শ্ব' বাদ দে, টিভি মঞ্চখন চাচোন কিমান লেতেৰা হৈ আছে, মাহ সাজি দে (ফাপৰে ধৰাক) তাৰ পিছত এইডাল এনেকৈ এইফালেদি আনি, (ঘনকলাক) এই ঘন টিভি পৰ্দাৰ ৰছীবোৰ ভালকৈ বান্ধিছনে নাই.....

ঘন ঃ চকুৰে দেখা নাই জানো। (ভেকাহি মাৰি)

ঘটো ঃ হেই এডাল (পুনৰ ফাপৰে ধৰাক) তাৰ পিছত টানি দিবি হৈ যাব।

ফাপৰ ঃ কি হৈ যাব।

ঘটো ঃ চাবুক, চাবুক

ফাপৰ ঃ চাবুক দিনো কি হয়?

ঘটো ঃ যেতিয়া টিকাত এচাট পৰিব গম পাবি। চাবিনেকি?

ফাপৰ : চাম।

ঘটো : এক, দুই, তিনি। (চাবুকে ফাপৰে ধৰাৰ টিকাত বৰকৈ মাৰে। ফাপৰে ধৰাই দুখ পাই চিঞৰে।) কি হ'ল?

ফাপৰ : দুখ পায়।

ঘটো : এতিয়া বুজিলি।

ফাপৰ : বুজিলো।

ঘটো : কি বুজিলি?

ফাপৰ : যিডাল বস্তুৰে মাৰিলে দুখ পায়, সেইডালেই চাবুক (এনেতে ডালশলিয়াই গান এটা গাই আহি থাকে।)

Direction

ঘটো : অই সৌটো ডালশলিয়ালৈ গান গাই ক'বই নোৱাৰে। পিছে ডালশলিয়া ডাঙৰনে, ঢোলটো ডাঙৰনে জাপি ডাঙৰ।

সকলো : হ'ব দে এতিয়া ফটাফট নিজৰে কাম কৰ। (গান গাই ডালশলিয়া আহি ধেপেৰ মুখৰ আগত ওলায়, গান বন্ধ হয়।)

Direction

ডালশলিয়া : গুণ গুণ গুণ গুণ গুণ ঔ আইটি.... (গান বন্ধ)

ধেপে : কি হ'ল? নাগায় কিয়?

ডালশলিয়া : পিঠিত পৰিল কেইছাট কালি (ধেপেই লাজ পায় আৰু একো নক'বলৈ ডালশলিয়াক ইংগিত দিয়ে।)

সকলো : কি হ'ল ঔ?

ডালশলিয়া : (গানৰ সুৰত) কালি স্কুলত, অংকছাৰে যে ধেপেৰ পিঠিত বজালে দবা ঔ (সকলোৱে ধেপেক জোকাই গায়)

Direction

ধেপে : (বাঢ়নী পেলাই) মই নাসাজো যা, মই নাসাজো, কালি অংকটো নোৱাৰাৰ বাবেহে ছাৰে মোক মাৰিলে। (কান্দে)

ঘটো : অই ধেপে কিয় কান্দিছ, বাঢ়নী, নহয় চেকনিৰ আগত বিদ্যা বুজিছ।

ডালশলিয়া : আমাৰ থুপিক দেখা নাই, কেনেকৈ খ-খ কৈ থাকিলে, এক থাপৰ গালত লগাই দিয়ে, একেবাৰে ফ ফ ফৰফৰাই কথা ওলাই যায় .... বুজিলি ধেপে.....

ধেপে : মোৰ নাম কিবা ধেপে নেকি, লক্ষ্ণাহে।

ডালশলিয়া : অ' লক্ষণা বা, অ লক্ষণা বা, তুমি আহোতে, প্রিয়ংকা চোপ্রাক মাতি দিব নোৱাৰিলা..... ধেপে।

ধেপে : মোক বাৰে বাৰে ধেপে ধেপে বুলি কৈ নাথাকিবি, এটা ঘোচাত নাকৰ বাউশুেৰি এৰুৱাই দিম।

ডালশলিয়া : বনে বনে ফুৰিলো
বনৰ মালা গাঁথিলো
আৰু নোজোকাওঁ দেই
ধেমালিহে কৰিলো, বুজিলি ধেপে। সকলোৱে হাঁহে। (তেনেতে বিহলঙনী সোমাই আহে।)

বিহলঙনী : তহঁতে কিয় হাঁহিছ, তহঁত পাগল নেকি?

ঘটো : অই তই কাৰ লগত আহিলি?

বিহলঙনী : অকলে আহিছো!

ঘটো : পাৰিছ।

বিহলঙনী : সাহস আছে। সাহস আছে।

ঘটো : এইফালে, শুন তোক যে কালি ডায়লগটো মুখস্থ কৰিবলৈ দিছিলো, মুখস্থ হ'লনে?

বিহলঙনী : হ'ল।

ঘটো : মাতছোন।

বিহলঙনী : (খুউব ডাঙৰকৈ) চহৰলৈ গৈছিলো আলু, কচু খাই, যুদ্ধৰ সময়ত টিকা খজুৱাই।

ঘটো : ফালিব ফালিব, এইডালে ফালিব, নাটকটো ফালিব, কাণকেইখনো ফালিব। অই তই নাটক বাৰু কৰিবি, কিন্তু ডায়লগ মাতিব নালাগে হ'বনে।

বিহলঙনী : (বৰকৈ) হ'ব।

ঘটো : হেই এইডাল লাহেকৈ ক'ব নোৱাৰ, আঁতৰ।

ঘন : অই এইকেইটা আহিবনে নাহে।

ঘটো : কোন?

ঘন : প্রিয়ংকা চোপ্রাও নাই, থুপিও নাই।

ঘটো : হয় অ, অলপ পিছত গোহালিত গৰু বান্ধিয়েই দিব, তাৰ পিছত খেলিবা আৰু।

ডালশলিয়া : সিহঁত আহে নাহে বাদ দে, আমি আমাৰ কাম আৰম্ভ কৰি দিওঁ।

সকলো : দে, দে, আৰম্ভ কৰি দে .... (লগে লগে প্রিয়ংকা সোমাই আহে)

প্রিয়ংকা : ৰ ৰ মই আহিলো।

ঘন : থুপি ক'ত।

প্ৰিয়ংকা : নাই নাহে, পেট বিষাইছে।

ডালশলিয়া : পিছে তোৰ কিয় দেৰি হ'ল।

প্ৰিয়ংকা : আমাৰ মামা আহিছে। মিঠাই আনিছিল, খাবলৈ ৰওঁতেই দেৰি হ'ল।

ডালশলিয়া : পিছত কিন্তু ডিচেণ্টৰী হৈছে বুলি নক'বি।

প্ৰিয়ংকা : নকওঁ যা (মাজত গৈ নিজৰ স্থান লয়)

ঘন : অই তই যে একেবাৰে মাজত ৰ'লিগৈ।

প্ৰিয়ংকা : কিয় ঘোষণা দিব নালাগে নেকি?

ঘটো : দে দে সোনকালে দে।

প্ৰিয়ংকা : নমস্কাৰ, সমূহ দৰ্শকলৈ প্ৰীতি আৰু সম্ভাষণ জনাই আমাৰ অনুষ্ঠান মুকলি কৰিছো। অনুষ্ঠান প্ৰচাৰিত হৈছে বেন্‌তিনি চেনেল ৯ আৰু ১১ যোগেদি। অনুষ্ঠানৰ আৰম্ভণিতে আমি আগবঢ়াইছো, শিশুসকলৰ বাবে প্ৰচাৰিত অনুষ্ঠান ৰামধেনু। এই অনুষ্ঠানৰ আৰম্ভণিতে আগবঢ়াইছো এটি নৃত্য আৰু নৃত্যৰ পিছতেই এখন নাটক জয়মতী। আহকচোন প্ৰথমে আমি নৃত্যটো উপভোগ কৰো।

ঘটো : তাতে থাকিব নালাগে, নিজৰ ঠাইলৈ যা। এতিয়া সকলো ৰেডিনে।

সকলো : ৰেডি।

ঘটো : এক দুই তিনি

সকলো : আজলী ছোৱালী, নানা ফুল ছিঙি
আনিলো আঁচল ভৰাই
(লক্ষণা আৰু প্ৰিয়ংকাই নাচে। ঘটোৱে বহী এখনকে হাৰমনিয়াম হিচাপে লয়, ঘনই ঢোলটো বজায় আৰু বাৰে বাৰে একেটা কলিকে গাই থাকে......।)

প্ৰিয়ংকা + ধেপে : অই ৰ, পিছৰখিনি গা।

ঘটো : আমি গাবহে লাগে তহঁতে নাচ। (পুনৰ একেটা কলিকে গোৱা দেখি দুয়োজনীয়ে নচা বাদ দি আঁতৰি যায়।)

Direction

ডালশলিয়া : Stop, T. V মঞ্চত কোনো মানুহ নাই, খালী Sound ডাল আহি আছে।

ঘন : ইহঁত দুজনী ক'লৈ গ'ল।

ডালশলিয়া : সৌ দুজনী তাত।

ঘটো : কি হ'ল, নানাচ?

প্ৰিয়ংকা : পাছৰখিনি গালেহে নাচিম।

ঘটো : ধেৎ আমি জানিলেহে গাম।

ধেপে : নাজান যদি আমিও নানাচো।

ডালশলিয়াঃ তেতিয়াহ'লে নাচ-ফাচ বাদ দে, নাটক আৰম্ভ কৰো। (সকলোৱে সমৰ্থন জনাই নাটক কৰিবলৈ জো-যা কৰে)

Direction

ঘন ঃ এইবাৰ আপোনালোকে উপভোগ কৰক এখন নাটক জয়মতী। (ৰাজসভা, লালুকসোলা আহে, বৰপাত্ৰগোহাঞি আহে, লিগিৰী আহে, টেকেলা আহে, Direction ল'ৰাৰজাৰ প্ৰৱেশ)

ডালশলিয়া ল'ৰাৰজা হয়, ঘটো লালুকসোলা, ঘন বৰপাত্ৰগোহাঞি, ফাপৰে ধৰা টেকেলা, ধেপে লিগিৰী হয় Direction।)

ল'ৰাৰজা ঃ মিঃ লালুকসোলা বৰফুকন

লালুক ঃ স্বৰ্গদেউ ঈশ্বৰ

ৰজা ঃ দেশৰ সকলো ৰাজকুমাৰকে অংগক্ষত কৰা হ'লনে?

লালুক ঃ স্বৰ্গদেউ ঈশ্বৰ এজন মাত্ৰ ৰাজকুমাৰৰ বাদে সকলো ৰাজকুমাৰকে অংগক্ষত কৰা হ'ল।

ৰজা ঃ কোন সেইজন।

বৰপাত্ৰ ঃ স্বৰ্গদেউ ঈশ্বৰ- তুংখুঙীয়া ফৈদৰ কোঁৱৰ গদাপাণি।
(সকলোৱে মুখেৰে এটা Music দিয়ে)

ৰজা ঃ কি সেইডাল

লালুক ঃ Music, Music নাটকৰ মাজত যে Music দিয়ে .... সেইটো ...

ৰজা ঃ O.K. তাৰ পিছত ক...

বৰপাত্ৰ ঃ মোৰ ডায়লগ নহয়, তোৰ ডায়লগ।

ৰজা ঃ নহয়, তোৰ ডায়লগ

বৰপাত্ৰ ঃ অ হ'ল এইডালে ডায়লগ পাহৰিলে। এই মূৰ্খ মোক সোধ গদাপাণি ক'ত।

ৰজা ঃ মিঃ বৰপাত্ৰগোহাঞি....

বৰপাত্ৰ ঃ স্বৰ্গদেউ

ৰজা ঃ গদাপাণি ক'ত?

বৰপাত্ৰ ঃ স্বৰ্গদেউ ঈশ্বৰ, তাক ভঁৰালঘৰ, গা-ধোৱা ঘৰ, বিছনা তল, পায়খানা ঘৰ, সকলোতে বিচাৰিলো, কিন্তু নাপালো।

ৰজা ঃ মুঠতে মোক গদাপাণিক লাগিব।

লালুক ঃ স্বৰ্গদেউ ঈশ্বৰ, গদাপাণিক ধৰাৰ এটা উপায় আছে।

ৰজা ঃ কি?

লালুক ঃ গদাপাণিৰ ঘৈণীয়েক জয়মতী।
(ৰজাই এইবাৰ নিজেই অকলে Music দিয়ে)

Direction

লালুক ঃ এতিয়াই নহয় ৰ, আমি যদি জয়মতীক মাতি আনি ভালকৈ দম চম দি দিওঁ তাই তেতিয়া হয়তো ভয় খাই গিৰিয়েকৰ কথা কৈ দিব পাৰে।

ৰজা ঃ যদি নকয়

লালুক ঃ যদি নকয় .....

বৰপাত্ৰ ঃ শাস্তি ... শাস্তি

লালুক ঃ অ শাস্তি ... এতিয়া দে Music (সকলোৱে Music দিয়ে Direction)

ৰজা ঃ তেতিয়াহ'লে সৌকাধৰাক মাতা...

লালুক ঃ সৌকাধৰা

সৌকাধৰা ঃ (ভিতৰৰ পৰা) কি কয়?

লালুক ঃ স্বৰ্গদেৱে মাতিছে। (সৌকাধৰা আহে)

সৌকাধৰা ঃ স্বৰ্গদেৱে বোলে মোক মাতিছিল।

ৰজা ঃ তই এতিয়াই গৈ জয়মতীক ধৰি আনগৈ যা।

সৌকাধৰা ঃ ভাল স্বৰ্গদেউ ঈশ্বৰ। (ভিতৰলৈ যায়। অলপ সময় পাৰ হয়।)

লালুক ঃ কি হ'ল, দেৰি হৈছে, সোনকাল কৰ।

সৌকাধৰা ঃ গৈছো, গৈছো, এইজনৰ কাপোৰ পিন্ধি হোৱাই নাই।

লালুক ঃ অ' হ'ল, সেইপাতৰ বোলে কাপোৰ পিন্ধি হোৱাই নাই ... এতিয়া কি কৰিবি।

বৰপাত্ৰ ঃ এড্‌ভাৰটাইজ (সকলোৱে সমৰ্থন জনায় .... আৰু এডভাৰটাইজ দিওঁতেই জয়মতী আহে।)

Direction

জয়মতী ঃ মোৰ হৈ গ'ল মই গৈছো....

লালুক ঃ আহিছে .... নিজৰ ঠাইত Position ল। (জয়মতী আহে)

জয়মতী ঃ স্বৰ্গদেউ ঈশ্বৰ, মোক বোলে মাতিছিলে।

ৰজা ঃ (খঙত) তোৰ গিৰিয়েৰ ক'ত।

জয়মতী ঃ মই নাজানো স্বৰ্গদেউ ঈশ্বৰ।

লালুক ঃ (বেছি খঙত) ভালে ভালে সুধিছো ক।

জয়মতী ঃ মই সঁচাই নাজানো স্বৰ্গদেউ ঈশ্বৰ।

বৰপাত্ৰ ঃ (ধমকি দি) অই তোক শেষবাৰৰ কাৰণে সুধিছো ক তোৰ গিৰিয়েৰ ক'ত?

জয়মতী ঃ মই সঁচাই নাজানো স্বৰ্গদেও ঈশ্বৰ।

লালুক ঃ স্বৰ্গদেউ ঈশ্বৰ এইক আৰু ইয়াত ৰখাৰ সকাম নাই। এইক চিধা জেৰেঙা পথাৰলৈ লৈ যোৱা যাওক।

ৰজা ঃ সৌকাধৰা, এইক জেৰেঙা পথাৰলৈ লৈ যোৱা। (সৌকাধৰা আৰু জয়মতী যায়) মিঃ লালুকসোলা বৰফুকন তুমিও লগতে যোৱা। (লালুকসোলাও যায়) আজিলৈ ৰাজসভা ভংগ। (সকলোৰে প্ৰস্থান) পুনৰ লালুকসোলা, জয়মতী, সৌকাধৰাৰ প্ৰৱেশ Direction)

লালুক ঃ মিঃ সৌকাধৰা, এইক সেই কোটকৰা গছজোপাতে বান্ধি দিয়া।

সৌকাধৰা ঃ অই মূৰ্খ ইয়াত ক'ত গছডাল আছে।

লালুক ঃ (ঘূৰি চায়) অ হ'ল গছ আনিবলৈ পাহৰিলো, এই ধেপে গছজোপা লৈ আহ (ধেপেই নাৰিকলৰ পাত এটা চোঁচোৰাই আনে। ডালশলিয়া দৌৰি আহে Direction)

ডালশলিয়া ঃ অই এইটো কিয় আনিছ?

লালুক ঃ কিয়? কি হ'ল।

ডালশলিয়া ঃ এইডাল মায়ে জুই ধৰিবলৈ থৈছে, নাপালে মোৰ পিঠি ফালিব।

লালুক ঃ একো নহয় যা... (সকলো যায়। নাৰিকল পাতটো গছৰ নিচিনাকৈ আঁওজাই লয়) সৌকাধৰা, এইক কোটকৰা গছজোপাত বান্ধি দিয়া। (সৌকাধৰাই বান্ধে) এতিয়া যেতিয়ালৈকে তাই গিৰিয়েকৰ কথা নকয়, তেতিয়ালৈকে তাইক পিটিয়েই থাকিবা পিটিয়েই থাকিবা ..... মই যাওঁ (যাব ধৰে)।

সৌকাধৰা ঃ ৰচোন, মই কিবা অকলেই পিটিম নে?

লালুক ঃ অই ফাপৰে ধৰা, এইফালে আহ। (ফাপৰে ধৰা আহে) ইয়াক তোৰ লগত দিলো। এতিয়া মই যাওঁ (যায়)

সৌকাধৰা ঃ জয়মতী তোৰ গিৰিয়েৰ ক'ত?

জয়মতী ঃ মই নাজানো।

টেকেলা ঃ তই ক'বিনে, নকৰ।

জয়মতী ঃ মই নাজানো।

সৌকাধৰা ঃ টেকেলা, আৰম্ভ কৰি দিয়া। (দুয়োটাই বিভিন্ন ভংগীত জয়মতীক শাস্তি দিয়ে। এপাকত জয়মতীৰ গাত সঁচাই বৰকৈ এচাট পৰে। তাই দুখ পাই কান্দি দিয়ে Direction)

প্ৰিয়ংকা ঃ মই নেখেলো যা, নেখেলো। (সকলো সোমাই আহে)

সকলো ঃ কি হ'ল—

প্ৰিয়ংকা ঃ এইডালে মোক সঁচায়ে মাৰিছে। মই নেখেলো।

ঘটো ঃ অই তাইক সঁচায়ে কি মাৰিলি?

সৌকাধৰা ঃ মাৰো বুলি মৰা নাই, কেনেবাকৈ চাগৈ এচাট পৰি গ'ল।

ঘটো ঃ হ'ব দে সি মাৰো বুলি মৰা নাই নহয়, খেল।

প্ৰিয়ংকা ঃ মই নেখেলো।

ডালশলিয়া ঃ তোৰ গাত এচাট পৰোতেই নেখেলা হ'লি। জয়মতীক চাচোন, মাৰোতে মাৰোতে

মৰিয়েই গ'ল। তাই কিবা গিৰিয়েকৰ কথা কৈছিলনে, তই তাইৰ নিচিনা হ'বলৈ শিক।

প্ৰিয়ংকা : সেই বুলি মই এতিয়া মাৰ খাই মৰি যাব লাগিব নেকি? মই নেখেলো।

ধেপে : অই কচোন, জয়মতী বাৰু সঁচাই আছিলনে?

ঘন : কিয়, কিতাপত পঢ়া নাই। কিতাপত লিখা কথাবোৰ সঁচা বুলি নাজান।

ফাপৰেধৰা : জয়মতীক বাৰু সঁচায়ে শাস্তি দিছিলনে?

ঘটো : দিছিলটো।

ফাপৰ : কিহেৰে দিছিল?

ঘটো : এইবোৰ- চাবুক, চোৰাত পাত, গৰমপানী, চমতা .....

ফাপৰ : আই ঐ দেহি, বৰ দুখ পাইছিল ছাগৈ নহয়। অথনি মোৰ টিকাত এচাট পৰোতে গম পাইছো নহয় ইমান দুখ পায়।

ডালশলিয়া : এইবোৰ বৰ বেয়া বস্তু ন।

প্ৰিয়ংকা : আমিনো এই বেয়া বস্তুবোৰো কিয় খেলিব লাগে।

ঘটো : তেতিয়াহ'লে কিহেৰে খেলিম।

প্ৰিয়ংকা : যিবোৰোৰে খেলিলে দুখ নাপাওঁ, কষ্ট নাপাওঁ সেইবোৰেৰে।

ডালশলিয়া : আমি এটা কাম কৰো আহা। এই বেয়া বস্তুবোৰ ইয়াত গোটাই ধেপেহঁতৰ কুঁৱাটোত পেলাই দিওঁ আহঁ। (সকলোৱে সমৰ্থন জনায়।) মই এক-দুই-তিনি বুলি ক'লেই সকলোৱে পেলাই দিবি। এক---দুই---তিনি---

Direction

Light off

— সমাপ্ত —

(শিশুনাট প্ৰতিযোগিতাত 'ধেপে' চৰিত্ৰটোৱে দ্বিতীয় শ্ৰেষ্ঠ অভিনেত্ৰীৰ সন্মান লাভ কৰে।)

# লাইট্ ছাউণ্ড কেমেৰা এক্চন

নাট্যকাৰ ঃ **গুঞ্জন ভৰালী**

চৰিত্ৰসমূহ :
নিপু
সুমন
প্ৰিয়ংকা
জ্যোতিস্মিতা
ঝৰ্ণা
প্ৰাণ
পিংকি

## Direction

(মঞ্চৰ আঁৰ-কাপোৰ উঠাৰ লগে লগে দেখা যায় মঞ্চত নিপু, সুমন, প্ৰাণ, জ্যোতিস্মিতা, ঝৰ্ণা আৰু প্ৰিয়ংকাই এটা হিন্দী গীত গাই নাচে। আজি সিহঁতে এটা নতুন খেল খেলিব। আজি সিহঁতে শ্যুটিং খেলিব।)

প্ৰাণ : খাইকে পাণ বনাৰসৱালা
খোল যায় বনদ অকল কা তালা

সুমন : মে হু চিধা চাধা
মে হু ভোলা ভালা

নিপু : তোৰ দাঁতকেইটা সোলা পিন্ধ হলৌ চোলা
ৰূপহীৰ হোটেলত খাব তই গেলা ৰসগোল্লা

সকলো : হৌ নানি নানি না-নি না নি
না নি না ....
হৌ পৌড়া কলঙৰ কিনাৰে বালা

সুমন : খাইকে পান বনাৰসৱালা

নিপু : বন্ধ কৰ, মুখত লগাই দে তলা।

সকলো : কিয়?

নিপু : এতিয়াৰ পৰা চিঞৰি থাকিলে মাত নোলোৱা হ'ব। নিজৰ কাম কৰ। ঐ সুমন এইফালে আহ। (সুমন নিপুৰ কাষলৈ আহে, প্ৰাণে ডায়লগ মাতে, ঝৰ্ণাই লাইটবোৰ ঠিক কৰে। প্ৰিয়ংকাই জ্যোতিস্মিতাক নাচ শিকাই থাকে Mime ত Direction)

নিপু : এইটোক কয় কেম্ৰা কেমৰা।

সুমন : কি কোমোৰা।

নিপু : কোমোৰা নহয়, কেমেৰা।

সুমন : কেমেৰা যদি কোমোৰা বুলি কিয় কৈছ?

নিপু : ষ্টাইলত ক'লো যে, এইখন কি জান?

সুমন : জানো

নিপু : কি বাৰু?

সুমন : নাজানো।

নিপু : এইখন হ'ল এল.চি.ডি।

সুমন : ইয়াত কি হয়?

নিপু : ইয়াত ফটো ওলায়। আৰু এল.চি.ডি. হ'ল ভি.চিডি-ৰ বাপেক।

সুমন : অ ইয়াত ফটো ওলায়, চাওঁ।
নিপু : (মাৰি) মূৰ্খ ইয়াত নোলায়, সঁচা সঁচি কেমেৰাত ওলায়।
সুমন : তই মোক কিয় মাৰিলি। (দুয়োটাই Mime ত কথা পাতে)
প্ৰিয়ংকা : এনেকৈ নহয়, এনেকৈ চা— তাতা ধিনা খিতা ধিন-খিতা ধিন তাতা ধিন
জ্যোতিস্মিতা : মই এনেকৈ নানাচো যা।
প্ৰিয়ংকা : কিয়?
জ্যোতি : তেতিয়া হ'বলা মমতাজে সত্ৰীয়া নৃত্য নাচিছিল (দুয়ো Mimeত কথা পাতে)
ঝৰ্ণা : এইখিনিৰ পৰা সেইখিনিলৈ, সেইখিনিৰ পৰা এইখিনিলৈ বাঃ এতিয়াহে সকলোতে পোহৰ পৰিব।
প্ৰাণ : অই লাইটমেন, চাবি, মোৰ গাত যদি পোহৰ নপৰে...
ঝৰ্ণা : Dialouge এটা মাত, তেতিয়াহে গম পাম।
প্ৰাণ : অই কোন আছ, মোৰ মমতাজ মৰিল এ... এ... এ... (কান্দে, সকলোৰে ভেঙুচালি কৰি কান্দে) ঐ ৰ... মই ডায়লগহে মাতিছো।
নিপু : তই যিডালহে কান্দোন মাৰিলি মোৰ বুক ফাইটা যায়।
সুমন : মোৰ ভোক লাগি গৈছে।
প্ৰাণ : ৰ... মই এতিয়া তাইৰ কাৰণে এটা ঘৰ বনাম... ভাল মিস্ত্রি এটা মাত... আৰু ঘৰটোৰ নাম হ'ব 'তাজমহল'।
সুমন : অই নিপু বেটেৰি, চিনেমা কেতিয়া আৰম্ভ কৰিবি।
নিপু : কৰিম নহয়, চিঞৰিছ কিয়?
সুমন : (মাৰি) কোনে চিঞৰিছে?
নিপু : কি অঘাইতং ঔ। ঐ কি খাই জন্ম হৈছিলি?
সুমন : পঞ্চামৃত খাই। মায়ে কৈছে। ঐ নিপু বেটেৰি চিনেমা কেতিয়া আৰম্ভ কৰিবি? (মাৰে)
নিপু : অই তোৰ গাত পিশাচ আছে নেকি?
সুমন : কোনে কৈছে?
নিপু : তোৰ ককাৰে কৈছে।
সুমন : আমাৰ ককাই মিছা কথা কয় বুলি নাজান।
প্ৰাণ : সঁচায়ে ইয়াৰ ককাকে খুব মিছা কথা কয়।
নিপু : তই কেনেকৈ গম পালি।
প্ৰাণ : সিদিনা ই স্কুল নগৈ বৰশী বাই থাকোতে বাপেকে পিটোতে কৈছে ল'ৰা-ছোৱালীক নামাৰিবি- সিহঁতৰ গাত ভগৱান থাকে। তোৰ আগত কৈছে বোলে পিশাচ আছে।
নিপু : সুমন সঁচা ক, তোৰ গাত ভগৱান আছেনে, পিশাচ আছে।

সুমন : দুয়োটা আছে। ঐ নিপু বেটেৰি, চিনেমা কেতিয়া আৰম্ভ কৰিবি?
পিংকি : Director আহিলেই হ'ব।
সুমন : Director মানে কি অ'।
নিপু : আমাৰ গাঁৱৰ নামঘৰত ভাওনা হ'লে যে তোৰ ককাৰে ভাৱৰীয়াবোৰক কয় এনেকৈ মাত, এইফালে যা, সেইফালে চা, সেইটোকে কয় Director।
সুমন : আমাৰ ককা মানে Director আজিৰ পৰা মই ককাক Director ককা বুলি মাতিম।
পিংকি : (দূৰলৈ চায়) সৌটো কি অ'।
প্ৰাণ : কিবা বেলেগ বস্তু... নহয় ভূটীয়া মানুহ।
সুমন : ভুচুং পন্থ ভুচুংপন্থ...
নিপু : ৰ মই গৈ চাই আহো (ওলাই যায়। খন্তেক পিছতে খুব হাঁহি হাঁহি সোমাই আহে বাকীবোৰৰ Action )
ঝৰ্ণা : কি হ'ল তোৰ, পগলা ভূতে পালে নেকি?
নিপু : সৌটো কোন আহিছে জান... আমাৰ Director Sir।
পিংকি : চি কটা Directionটো এনেকুৱাইনে।
প্ৰাণ : আমি তাক জোকাওঁ আহ। (সকলোৱে তাক জোকাই গায়—
Director, Director
বাপেকে চলায় পথাৰত ট্ৰেক্টৰ
(সাগৰ সোমাই আহ, Director ৰ getup)
সুমন : Director ভূটীয়া, চকু দুটা টেলেকা
Director : ঠাট্টা কৰিছ, Director ক ঠাট্টা কৰিছ।
নিপু : নাই কৰা, সম্ভাষণ জনাইছো, নমস্কাৰ Directo Sir
Director : আয়ুসমান ভৱ, তথাস্তু, পুত্ৰৱতী ভৱ।
নিপু : ধেৎ আমি হ'বলা পুত্ৰৱতী ভৱ— সেই মাইকী মানুহবোৰহে পুত্ৰৱতী ভৱ।
Director : Sorry, Sorry বাৰু সকলো ৰেডি আছেনে।
পিংকি : তোৰনো কিয় দেৰি হ'ল।
Director : ওকণী মাৰি থকা Directo হ'বলা সোনকালে আহে (Direction এ সকলোকে কেমেৰা এঙ্গোলৰ আকাৰত চায় Direction) তেতিয়াহ'লে আমাৰ কাম আৰম্ভ কৰি দিওঁ।
প্ৰাণ : তাৰ আগত চিনেমাখনৰ কাহিনীটো ভালকৈ কৈ ল।
Director : শুন, চিনেমাখনৰ নাম হ'ল মোগল-ঈ-আজম— সিদিনা যে ডি ডি ৱানত চাইছিলো। প্ৰথমে ছাহজাহানে মমতাক দেখিব, মমতাজে ছাহজাহানক দেখিব। দুয়োটাৰ বিয়া হ'ব তাৰ পিছত মমতাজৰ বেমাৰ হ'ব, এদিন মমতাজ মৰিব...

ঝৰ্ণা : কি বেমাৰ হৈ মৰিব?

Director : হেই এইজনী, মেলেৰিয়া, কলেৰা কিবা এটা হৈ মৰিব আৰু। তাৰ পিছত ছাহজাহানে তাইৰ বাবে এটা ঘৰ বনাব। ঘৰটোৰ নাম হ'ব তাজমহল। কেনেকুৱা হ'ব।

সকলো : বঢ়িয়া হ'ব।

Director : আৰে মাথা কাৰ... আৰম্ভ কৰি দিওঁ।

প্ৰাণ : তাৰ আগতে কোনে কি কৰিব ভগাই দে।

Director : শুন নিপু আৰু সুমনে কেমেৰা চলাবি, ঝৰ্ণা লাইটত থাকিবি, প্ৰিয়ংকাই ছাউণ্ড ধৰিবি, প্ৰাণ ছাহজাহান হ'বি আৰু পিংকি মমতাজ হ'বি।

প্ৰাণ : সেইপাত মমতাজ হ'লে মই নেখেলো।

নিপু : হেৰ কিয়?

প্ৰাণ : সিহঁতৰ ঘৰৰ লগত আমাৰ ঘৰৰ কাজিয়া লগা আছে। তাইক মাতিবলৈ মানা কৰিছে।

নিপু : ধেৎ ঘৰে ঘৰেহে লাগিছে মানুহে মানুহে লগা নাই নহয়। হ'ব খেল।

প্ৰাণ : ঠিক আছে আজি খেলো বাৰু।

Director : তেতিয়া হ'লে আৰম্ভ কৰো।

পিংকি : কেনেকৈ কৰিবি।

Director : শুন, যেতিয়া মই কেমেৰা বুলি ক'ম, OK ছাৰ বুলি ক'বি। লাইট বুলি ক'লে OK ছাৰ বুলি ক'বি, ছাউণ্ড বুলি ক'লে OK ছাৰ বুলি ক'বি আৰু যেতিয়া একচন বুলি ক'ম তেতিয়া একটিং আৰম্ভ কৰিবি। যেতিয়া কাট কাট বুলি ক'ম তেতিয়া একটিং বন্ধ।

সুমন : ঐ মই ঘৰৰ পৰা আহোগৈ।

নিপু : কিয়।

সুমন : কাটিবলৈ দাখন লৈ আহো।

Directo : চুপ বহি থাক। আৰম্ভ কৰো।

প্ৰাণ : কেনেকৈ?

Director : চা, এইফালৰ পৰা ছাহজাহান আহিব ইফালৰ পৰা মমতাজ আহিব Slow motion ত— দুয়োটা আহি মুখামুখি হ'ব। তাৰ পিছত ছাহজাহানে মমতাজৰ চকুলৈ আৰু মমতাজে ছাহজাহানৰ চকুলৈ চাব। তেতিয়া ছাহজাহানে ক'ব....

সকলো : কি ক'ব।

Directo : মমতাজ I Love You।

প্ৰাণ : ছিঃ ছিঃ মই ইমান বেয়া কথা নকওঁ দেই আৰু তাইক, মায়ে শুনিলে মোৰ পিঠি দুফাল কৰিব।

পিংকি : আৰু এইবোৰ ক'ব লাগে যদি ময়ো নেখেলো।

Director : কোনে কৈছে বেয়া কথা... অই প্ৰাণ সিদিনা স্কুলৰ ফাংছনত স্পীকাৰ লৈ চিঞৰি চিঞৰি গাব পাৰ, দুচকু কাজলেৰে ভৰা
I Love You, I Love You
ইয়াত গাব নোৱাৰ। একো নহয় পৰা
ৰেডি—

সকলো : ৰেডি

Director : লাইট-ছাউণ্ড-কেমেৰা-একচন।
( Director এ দেখুৱাই দিয়াৰ দৰে ছাহজাহান আৰু মমতাজ লাহে লাহে দুফালৰ পৰা আহে। আহি দুয়ো মুখামুখি হয় Direction)

ছাহজাহান : মমতাজ, I Love You, বুজিছ I Love You.

Director : কাট কাট কাট

সকলো : কি হ'ল।

Director : অই এই মমতাজক ইমান দমত কিয় কৈছ। মৰমত ক। আৰু ইমান আঁতৰত আছ যে অলপ ওচৰ চাপি ক... যা... ৰেডি লাইট-ছাউণ্ড-কেমেৰা-একচন্...
(পুনৰ আগৰ নিচিনাকৈ দুয়ো আহে)

ছাহজাহান : (মমতাজৰ ওচৰলৈ গৈ কোমলকৈ) মমতাজ
I Love ...... ছি. ছি. ছি.

নিপু : কি হ'ল—

ছাহজাহান : এইপাতে ভাতৰ লগত পিয়াঁজ খাই আহিছে। মুখখন গেলা পিয়াঁজ, গোন্ধাইছে।

মমতাজ : মোৰ বাৰু মুখখন গেলা পিয়াঁজ গেলা পিয়াঁজ গোন্ধাইছে। তোমাৰ যে গাডাল গেলা আলু গেলা আলু গোন্ধায়।

Director : অই চুপ, এতিয়া মই তাজমহল বনোৱা বাদ দি গেলা আলু-পিয়াঁজৰ ঘৰ বনাম নেকি? কৰ। আৰু প্ৰাণ তই যে খালী হাতডাল মেলি কৈছ... ফুল এপাহ নালাগিব জানো। যা ফুল এপাহ আন।

ছাহজাহান : মই ফুল ক'ত পাম।

Director : মই কি জানো। মোক মুঠতে ফুল লাগিব। (প্ৰাণ ফুল আনিবলৈ যায়)

Director : (চিঞৰি) আনিছনে নাই। (প্ৰাণ সোমাই আহে) ফুল ক'তা।

ছাহজাহান : পিছফালে আছে, মই এনেকৈ উলিয়াই দিম। (ফুলপাহ পিঠিত থাকে, কেনেকৈ উলিয়াই দিব দেখুৱাই দিয়ে Mimeত)

Director : বঢ়িয়া হ'ব যা ৰেডি, লাইট-ছাউণ্ড-কেমেৰা-একচন্ (পুনৰ আগৰ দৰে Slow আহে Direction)

ছাহজাহান : (পিঠিৰ পৰা পাতফুলৰ ডাল এটা উলিয়াই, মমতাজ I Love You

Director : কাট কাট কাট

ছাহজাহান : কি হ'ল তই যে বাৰে বাৰে কাট কাট কৈ আছ। পাতফুলেৰে একেবাৰে জাৰৌপ দিম।

Director : এই, এই মমতাজক পাতফুল দিবি। বেলেগ ফুল নাপালি।

ছাহজাহান : বেলেগ ফুল মই ক'ত পাম।

Director : 'বেলেগ ফুল মই ক'ত পাম' মই কি জানো। মুঠতে বেলেগ ফুল আন। (প্ৰাণ যায়, আৰু এপাহ চম্পা ফুল লৈ আহে। এইবাৰ পুনৰ শ্যুটিং আৰম্ভ হয় — প্ৰাণে I Love You বুলি মমতাজক ফুলপাহ দি এটা প'জ লয় Direction)

Director : বঢ়িয়া হৈছে, এইটো এটা round Shot ল'ম, কেমেৰামেন ট্ৰলিখন লৈ আন।

নিপু : Ok Sir (নিপুৱে গৈ ঢকুৱা এটা লৈ আহে। নিপুৱে ঢকুৱাটো টানে, সুমনে কান্ধত কেমেৰাটো লৈ বহে আৰু ছাহজাহান মমতাজৰ চাৰিওফালে ঘূৰে Direction)

Director : ইমান Speed ত ঘূৰিছ কিয়, লাহে লাহে ঘূৰ নহ'লে দৰ্শকে ছাহজাহান আৰু মমতাজৰ মূৰ ঘূৰাইছে বুলি ভাবিব। (লাহে লাহে ঘূৰে) বচ হৈ গ'ল ট্ৰলি থৈ আহ, এইখিনিতে এটা গান দিব লাগিব কোনে গাবি (সকলোৱে মই গাম বুলি চিঞৰ-বাখৰ কৰে) ৰ আমাৰ সুমনে গাব ... গা...।

সুমন : আৰে চল গ'ৰী
লে যাব তোকে মোৰ গাঁও

সকলো : পাহাৰে কিনাৰে মোৰ গাঁও গ'ৰী
শাৰী শাৰী চায়কে বাগান
( Director এ মূৰে-কপালে হাত দি বহে)
মাকে শুনাব বাবাকে বুজাব
লে যাব তোকে মোৰ গাঁও, গাঁও, গাঁও...

Director : চুপ চুপ চুপ। ক'ত দিল্লীত ছাহজাহান আৰু মমতাজ— ক'ত চাহ বাগান, দিল্লীত হ'বলা চাহ বাগান আছে... সেইটো গান গাবলৈ।

সকলো : কি গাম।

Director : হিন্দী এটা গা, ৰামাআ বস্তা ভায়া
ৰামাআ বস্তা ভায়া
মেনে দিল তুজক দিয়া হা মেনে দিল
তুজক দিয়া (সকলোয়ে গায় এবাৰত প্ৰাণে প্ৰিয়ংকাক আহি থকা দেখি লুকায় Direction)

নিপু : তই কিয় লুকাইছ।

প্ৰাণ : দেখা নাই প্ৰিয়ংকা আহিছে ... মই ইয়াত আছোনে বুলি সুধিলে নাই বুলি ক'বি।
Director : কিয়?
প্ৰাণ : ক'ম নহয় এতিয়া গান গা। (সকলোৱে গীতটো গায়, প্ৰিয়ংকা সোমাই আহে।)
প্ৰিয়ংকা : তহঁতে এইবোৰ কি কৰিছ?
নিপু : শ্বুটিং কৰিছো ... কৰিবি নেকি?
প্ৰিয়ংকা : নকৰে ইয়ালৈ প্ৰাণ আহিছিল নেকি?
সকলো : নাই অহা...
নিপু : আজি দুমাহ মানেই হ'ল তাক দেখাই নাই।
সুমন : বাঃ ইহঁতে ইমান মিছা কথা কয়। আছে সৌটো তাত লুকাই আছে। (প্ৰাণক দেখুৱাই দিয়ে)
প্ৰিয়ংকা : ঐ প্ৰাণ ভালে ভালে ওলাই আহ।
(প্ৰাণ চুচুক-চামাককৈ ওলাই আহে।)
প্ৰাণ : প্ৰিয়ংকা বা ভালনে (ভালৰি লগাই)
প্ৰিয়ংকা : তই ফুলপাহ কিয় ছিঙিলি?
প্ৰাণ : (নজনা ভাৱত) ফুল, ক'ৰ ফুল।
প্ৰিয়ংকা : তই ছিঙি দৌৰি আহোতে মই দেখা নাই বুলি ভাবিছ।
সুমন : এইপাহ নেকি প্ৰিয়ংকা বা (প্ৰাণে লুকাই ৰখা ফুলপাহ সুমনে উলিয়াই দিয়ে)
প্ৰিয়ংকা : অ এইপাহ।
প্ৰাণ : এইপাহ মই ছিঙা নাই।
প্ৰিয়ংকা : কোনে ছিঙিলে।
প্ৰাণ : ছাহজাহানে ছিঙিছে।
প্ৰিয়ংকা : কোন ছাহজাহান।
সুমন : প্ৰিয়ংকা বা ইয়েই ছাহজাহান। ই এইক নহয় I Love You, I Love You বুলি কৈ আছে।
প্ৰিয়ংকা : এতিয়া ফুলপাহ যেনেকৈ আনিছিলি, তেনেকৈ থৈ আহগৈ।
প্ৰাণ : ছিঙা ফুলপাহ মই আগৰ নিচিনা কেনেকৈ কৰিম।
সুমন : ফেভিকল আঠা লগাই দে।
প্ৰিয়ংকা : নোৱাৰ যদি ছিঙিছিলি কিয়।
প্ৰাণ : মোক সেই Director ডালেহে ছিঙিবলৈ কৈছিল।
Director : মই তোক সিহঁতৰ ঘৰৰ পৰা ফুল আনিবলৈ কৈছিলো?
নিপু : হ'বদে সামান্য ফুলপাহৰ লগত ইমান চুপতি মাৰিব নালাগে।

প্ৰাণ : হ্ব নালাগে তোৰ ফুল লৈ যা। (প্ৰাণে ফুলপাহ প্ৰিয়ংকাৰ ভৰিৰ ওচৰলৈ দলিয়াই দিয়ে। প্ৰিয়ংকাই দুখেৰে ফুলপাহ বুটলি লয়, সকলোৰে ফালে চায় সকলো নিস্তব্ধ, Direction।)

ঝৰ্ণা : তোৰ কি হ'ল, প্ৰিয়ংকা।

প্ৰিয়ংকা : এই সামান্য ফুলপাহৰ কাৰণে মই কিমান কষ্ট কৰো জান— ইমান দূৰৰ পৰা আনি এই ফুলগছজোপা ৰুলো, সদায় ৰাতিপুৱা পানী দিওঁ, পোক, পৰুৱা লাগে বুলি সদায় পৰিষ্কাৰ কৰো এদিন ফুলজোপা ফুলিল ইমান ধুনীয়া আৰু ইমান ধুনীয়া গোন্ধায় আবেলি সদায় দুটা পখিলা আহি ফুলপাহত খেলে। মই চাই থাকো খুব ভাল লাগে। আজিও আহিছিল কিন্তু ফুলপাহ নাপাই উভতি গ'ল। মোৰ মনটো ইমান বেয়া লাগিছিল। ই আজি ফুলপাহ ছিঙি ননা হ'লে আজিও খেলিলেহেঁতেন।

প্ৰাণ : প্ৰিয়ংকা বা মই শ্যুটিঙৰ বাবেহে আনিছিলো।

প্ৰিয়ংকা : আগতে নিজে ফুল ৰুই ল। তাৰ পিছত শ্যুটিং কৰ, চিনেমা কৰ যি কৰা কৰি থাক। আজিৰ পৰা লোকৰ ফুল চুৰ কৰি নানিবি। (যাব ধৰে)

নিপু : ৰ'বি আমি এটা কাম কৰো আহ। আমি তাজমহল বনোৱা শ্যুটিং বাদ দি ফুলগছজোপা ৰোৱাৰ শ্যুটিং কৰো আহ।

Director : কাক দিবি।

নিপু : প্ৰিয়ংকাক উপহাৰ দিম।

প্ৰাণ : প্ৰিয়ংকা বা তোক যদি ফুলগছ এজোপা উপহাৰ দিওঁ আমাৰ লগত খেলিবিনে?

প্ৰিয়ংকা : খেলিম।

Director : বঢ়িয়া, ফুলগছ আন, পানী আন, টাব আন যা (সকলোৱে দৌৰাদৌৰিকৈ বস্তুবোৰ গোটাই) শুন মই যেতিয়া একচন বুলি ক'ম ছোৱালীকিজনীয়ে ফুলগছজোপাত লাহে লাহে পানী ঢালিবি OK

সকলো : OK

Director : লাইট-ছাউণ্ড-কেমেৰা-একচন্
(প্ৰিয়ংকা-ঝৰ্ণা-পিংকিয়ে লাহে লাহে ফুলগছজোপাত পানী ঢালি থাকে।)

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসে আয়োজন কৰা শিশুনাট প্ৰতিযোগিতাত Director চৰিত্ৰটোৱে শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ কৰে।)

# বেলগুৰিৰ হাবিত মৌপিয়াৰ গুণগুণনি

নাট্যকাৰ ঃ **কুঞ্জলতা শইকীয়া বৰা**

পৰিচালনা ঃ **সুনীল বৰা**

চৰিত্ৰসমূহ ঃ

অৰুণ

তৃষ্ণা

চন্দন

কৰবী

প্ৰতিমা

(হাবিৰ মাজৰ দৃশ্য। একাষে সৰস্বতী দেৱীৰ মূৰ্তি প্ৰতিষ্ঠা কৰি অৰুণ আৰু তৃষ্ণাই পূজা সেৱাৰ আয়োজন কৰিব। দুয়ো কাৰোবাৰ আগমনৰ বাবে অপেক্ষা কৰিব। হঠাৎ অৰুণে তৃষ্ণাক কোনোবা অহাৰ নিৰ্দেশ ইঙ্গিতেৰে দি প্ৰাৰ্থনা আৰু সংলাপ আগবঢ়াব। পিছত কৰবী আৰু চন্দন আহিব। সংলাপ আগবাঢ়িব। মূৰ্তিৰ আঁৰত আগতেই লুকাই থকা প্ৰতিমাই সংলাপ আৰম্ভ কৰি নাটকৰ উৎকণ্ঠা সৃষ্টি কৰিব। কাহিনী আগবাঢ়ি গৈ চন্দনে ভুল স্বীকাৰ কৰি সেৱা কৰিব কান্দি কান্দি। তেতিয়া প্ৰতিমা দৰ্শকৰ আগত দেখা দিব। চন্দনৰ লগত সংলাপ আগবঢ়াব। পৰিচালকে নাটকখনৰ কাহিনীৰ মাজত সোমাই পৰি যথোপযুক্ত কাৰ্যক্ৰম আগবঢ়াব।)
(হাবিৰ মাজ। মঞ্চৰ একাষে সৰস্বতী দেৱীৰ মূৰ্তি প্ৰতিষ্ঠা কৰা থাকিব।)

Direction

অৰুণ+তৃষ্ণাঃ য়া দেৱী সৰ্ব্বভূতেষু বিদ্যাৰূপেন সংস্থিতা
নমঃ তস্মৈ নমঃ তস্মৈ নমঃ তস্মৈ নমো নমঃ।
য়া দেৱী সৰ্ব্বভূতেষু শক্তিৰূপেন সংস্থিতা
নমঃ তস্মৈ নমঃ তস্মৈ নমঃ তস্মৈ নমো নমঃ।
য়া দেৱী সৰ্ব্বভূতেষু জ্ঞানৰূপেন সংস্থিতা
নমঃ তস্মৈ নমঃ তস্মৈ নমঃ তস্মৈ নমো নমঃ।

অৰুণ : হে দেৱী, তুমি জ্ঞান বিদ্যা আৰু শক্তিৰ দেৱীৰূপে পৃথিৱীত বাস কৰিছা। আমি অল্পমতি, আমি কোমলমতি শিশু।

তৃষ্ণা : তুমি আমাক দয়া কৰা। আমাৰ মনৰ অশান্তি দূৰ কৰা। আমাৰ মনোবাঞ্ছা পূৰণ কৰা দেৱী।

অৰুণ : তোমাক পূজা কৰিবলৈ আমাৰ একোৱেই নাই। এটি স্তুতিৰে তোমাক ভকতি জনাইছো।

অৰুণ+তৃষ্ণাঃ কি দিয়া পূজিম মাতৃ চৰণ তোমাৰ।
তোমাৰ পূজাৰ বস্তু নাহিকে আমাৰ।
পুষ্প দি পূজিলোহেঁতেন ভোমোৰাই চুহিলে।
দুগ্ধ দি পূজিলোহেঁতেন দামুৰিয়ে পিলে।
যেই বস্তু দিও মাতৃ সেই বস্তু চুৱা।
তোমাৰ নামে তোমাকে পূজিম গধূলি-পুৱা।

অৰুণ : হে দেৱী আমাৰ প্ৰণাম গ্ৰহণ কৰক। হে দেৱী আমি মানে আমাৰ বন্ধু-বান্ধৱসকলে কিছুমান অশান্তিত ভুগিছো। আপুনি আমাক এই অশান্তিৰ পৰা মুক্ত কৰক দেৱী।

তৃষ্ণা : হে দেৱী, আমাৰ বন্ধু-বান্ধৱসকলৰ মাজত কিছুমান অসৎ চিন্তা-ভাবনা, কাম-কাজে বৰ খেলিমেলিৰ সৃষ্টি কৰিছে। আমি আপোনাৰ সকলো প্ৰকাৰৰ পূজা-অৰ্চনাৰ ব্যৱস্থা কৰিম, আপুনি মাথোন আমাক এই অশান্তিৰ পৰা মুক্ত কৰক।

চন্দন : ঐ অৰুণ তহঁতে এইবোৰ কি কৰিছ?

তৃষ্ণা : কি কৰিছো, দেৱী পূজা কৰিছো।

চন্দন ঃ তহঁতে এইবোৰ কিয় কৰিছ? এই গোসাঁনীক ইয়ালৈ কোনে আনিলে?

তৃষ্ণা ঃ গোসাঁনী বুলি নক'বি। মাতৃদেৱী বুলি ক'বি। মাতৃয়ে বেয়া পাব নহয়।

চন্দন ঃ এ এ এয়া আমাৰ ধোদাংচুক এল পি স্কুলৰ গোসাঁনী নহয়নে?

কৰবী ঃ আকৌ গোসাঁনী কৈছ দেখোন। গোসাঁনী নুবুলিবি, মাতৃদেৱী, মাতৃদেৱী বুলিবলৈহে কৈছে।

চন্দন ঃ পা পা পাহৰি গৈছো দে। পিছে এই দেৱীক তহঁতে ইয়াত সেৱা কৰিছহি কিয়? দেৱীক কোনে আনিলে ইয়ালৈ। সেইটো কথা ক।

অৰুণ ঃ তই যেনেকৈহে কথা সুধিছ দেৱীৰ খং উঠিব বুজিছ।

চন্দন ঃ থ থ মা- মাটিৰ গোসাঁনীয়ে কি খং কৰিব? ক ক কথাটো কছোন বাৰু? আচল ক কথাটো।

অৰুণ ঃ কথাটো শুন। দেৱী নিজেই স্কুলৰ পৰা ইয়ালৈ গুচি আহিল।

চন্দন ঃ কিয় নিজেই গুচি আহিল? কি কি কথা কৈছ এইবোৰ?

তৃষ্ণা ঃ অ' কালি ৰাতি দেৱীয়ে মোৰ বিছনাৰ ওচৰত বৈ ক'লেগৈ মই আৰু স্কুলত নাথাকো, বৰ অশান্তি পাইছো।

কৰবী ঃ অশান্তি পাইছে? কি অশান্তি পাইছে দেৱীয়ে?

তৃষ্ণা ঃ কৈছো নহয় শুন। দেৱীয়ে কৈছে- মোক আজিকালি কোনেও শ্ৰদ্ধা নকৰে। সৰস্বতী পূজাৰ দিনাই যি ধূপ-চাকি জ্বলায় তাৰ পিছত বাৰাণ্ডাৰ চুকত পেলাই থৈ দিয়ে।

কৰবী ঃ সঁচাকৈয়ে পায়। আমাৰ স্কুলৰ গোসাঁনীও ধূলি-মাকতিৰে পোত খাই থাকে। সিদিনা আকৌ দীপুহঁতে গোসাঁনীৰ চুলিবোৰ আঁজুৰি আঁজুৰি ছিঙিয়েই পেলালে।

তৃষ্ণা ঃ আৰু দেৱীয়ে কি কৈছে জান? ইমান বেয়া হ'ল ল'ৰা-ছোৱালীবোৰ পূজাৰ দিনা আক' পইচা-পাতি দি সেৱা কৰিব। পূজা গ'লেই মোক চৰিয়াই-গুৰিয়াই সাং কৰিব। সেয়েহে ল'ৰা-ছোৱালীবোৰে পঢ়িব নোৱাৰা হৈছে দিনে দিনে।

চন্দন ঃ তাৰ পিছত তোক আৰু কি ক'লে হাঃ আৰু কি ক'লে?

তৃষ্ণা ঃ দেৱীয়ে আৰু কি কৈছে জান? ল'ৰা-ছোৱালীবোৰ বৰ দন্দুৰা হৈছে। খেলা-ধূলা, টিভি আদিতহে বেছি মন দিছে। চোৰ আৰু ফাঁকিবাজ হৈছে।

চন্দন ঃ ত তহঁতে এইবোৰ সাজি-কাচি কৈছ। মোৰ বিশ্বাস হোৱা নাই।

কৰবী ঃ তই বিশ্বাস নকৰিলে নকৰিবি। আৰু কি ক'লে তাকে শুনি ল। তাৰ পিছত পেক্-পেক্ কৰিবি।

চন্দন ঃ ঐ মই কিবা হা-হুঁহ নেকি? পেক পেক কৰাৰ কথা যে কৈছ? মোক চিনি পোৱা নাই। পাবি মজা।

তৃষ্ণা ঃ সেয়া লাগিলিনে তহঁত দুইটা। পিছৰখিনি কথা নুশুন নেকি? তহঁত দুইটা গোট খালে চুপতি লাগে কেলেই বাৰু?

কৰবী ঃ দেখা নাইনে চন্দনটোহে লাগি আহিছে বলিয়া কুকুৰৰ দৰে।

চন্দন ঃ কি কি কৈছ? মই বলিয়া কুকুৰ? মোক বলিয়া কুকুৰ পাতিছ? কি কি বলিয়া কুকুৰ দেখিছ। লাগে নেকি একঘোচা?

অৰুণ : হ'ব হ'ব। ঐ আঁতৰ আঁতৰ। আচল কথা তল পৰিল। তহঁতৰ কাজিয়াহে আগ হ'ল। ঐ চন্দন, ঐ কৰবী কথাবোৰ ভালকৈ শুনি ল?

কৰবী : বা বা তৃষ্ণা এই চন্দনটোৰ স্বভাবটো আৰু নুগুচিল। তাৰ পিছত দেৱীয়ে কি ক'লে। কৈ দে তৃষ্ণা।

তৃষ্ণা : অ' তহঁতৰ মহাযুদ্ধ আৰম্ভ হ'ব খোজা দেখি মই পাহৰিয়েই গৈছিলো। কি কৈছিলো— কি কৈছিলো পাহৰিলোৱেই। অ শুন দেৱীয়ে ক'লে মই আজি ৰাতিয়েই বেলগুৰি হাবিলৈ গুচি যাম। তই কালিলৈ মোৰ ওচৰলৈ যাবি।

চন্দন : এইবোৰ সকলো তহঁতৰ ফুং ফাং সাধুকথা। মা-মাটিৰ গোসাঁনী কেনেকৈ গ'ল অ' তহঁতৰ ঘৰলৈ।

অৰুণ : তেনেহ'লে দেৱীক কোনে আনিব ইয়ালৈ? আৰু আমিনো ক'ৰ স্কুলৰ দেৱী ক'ৰ হাবিৰ মাজত আছে কেনেকৈ জানিম। ৰাতিপুৱাই তৃষ্ণাই মোক বিছনাত কথাটো ক'লেগৈ। আহি দেখিছো হয়। দেৱী অকলশৰে বহি আছে। আমি ঠাইখিনি সাৰি-মচি ঘৰৰ পৰা ধূপ আনি জ্বলাইছোহি।

কৰবী : ময়ো তৃষ্ণাই কোৱাৰ কাৰণেহে ইয়ালৈ আহিলো।

চন্দন : তোক কৈছিলে যদি মোক কিয় ঘৰতে নক'লি?

কৰবী : নহয়। নহয়, মাতৃদেৱীৰ কথা কোৱা নাই। আমাৰ লগৰ সকলোকে ইয়ালৈ মাতিবলৈহে কৈছিল। ৰুণুহঁতকো কৈছিলো। সিহঁত দেৰিকৈহে আহিব হেনো।

তৃষ্ণা : হ'ব হ'ব তহঁতে চুপতি বন্ধ কৰ। এতিয়া দেৱীক সেৱা কৰগৈ যা। দেৱীয়ে আশীৰ্বাদ কৰিব। কিবা খুজিব লগা থাকিলে খুজিবি আৰু।

চন্দন : তহঁতবোৰ বলিয়া হৈছ যেন পাইছো। মই ঘৰলৈ যাওঁ দেই। ক'তা দেৱীয়ে হাত এখনো লৰোৱা নাই দেখোন? মাটিৰ মূৰ্তিয়ে আশীৰ্বাদ কেনেকৈ দিব অ'। মুঠতে তহঁতৰ গাত এই বেলগুৰি হাবিৰ ভূত লম্ভিছে যেন পাইছো।

তৃষ্ণা : ইবোৰ সিবোৰ গাই নাথাকিবি। কথা এটা কৈছো মানিলে মান, শুনিলে শুন। নামানিলে নুশুনিলে মনে মনে থাক। ইয়াত দম্ভালি নামাৰিবি।

চন্দন : তহঁতে মোক বুৰ্বক পাইছ নহয়। ৰ মই গোসাঁনীক ভালদৰে চাই আহো।

অৰুণ + তৃষ্ণা + কৰবী : ঐ একো নকৰিবি, একো নকৰিবি।

প্ৰতিমা : ৰ'বা। মই বৰ অশান্তি পাইছো। কোনে ইমান দম্ভালনি মাৰিছে? এই নিৰ্জন হাবিৰ মাজতো মই কি শান্তিৰে থাকিবলৈ নাপাম? মই সকলো শুনি আছো। কোনে ইয়াত তৰ্ক কৰিছে? মই কিন্তু ক্ষমা নকৰিম।

অৰুণ : মাতৃ, শান্ত হোৱা। ই মানে চন্দন মোৰ বন্ধু। সি নাজানিহে এনে কৰিছে। মই তাক এতিয়া পঠিয়াই দিম।

কৰবী : তই ইয়াৰ পৰা গুচি যা চন্দন। তই কথা ক'লে নুশুন। অথনিৰে পৰা তহঁতহঁ ইমান বজালে তই নুবুজ। যা বেগেতে যা। তই যাগৈ যা।

চন্দন : যা যাম বাৰু। কিন্তু কোনে মাতিলে অ', কথাবোৰ কোনে ক'লে অ' কথাবোৰ, কথাবোৰ কিবা...

তৃষ্ণা : কি কথাবোৰ কথাবোৰ কৰি আছ? তই শুনা নাই মই ইমান পৰে কি ক'লো? তই কথাবোৰ এতিয়াও বিশ্বাস কৰিব পৰা নাইনে? যা যা তই বেগেতে যাগৈ। দেৱীৰ খং নুঠাবি বুজিছ। যা, যা আক'।

চন্দন : যা যাম বাৰু। ৰছোন মোক নেঠেলিবি। ময়ো এটা সেৱা কৰি যাওঁ বুলি ভাবিছো। ক কৰোঁগৈনে অৰুণ?

অৰুণ : যা কৰগৈ।

প্ৰতিমা : মোক তই সেৱা কৰিব নালাগে। যাৰ অন্তৰত সৎ চিন্তা নাই, ভক্তি নাই, যি অহংকাৰী, দাম্ভিক, ঠগ, দগবাজ তেনে লোকৰ সেৱা মই গ্ৰহণ কৰিব নোৱাৰো।

চন্দন : তেনেহ'লে মাই যাওঁগৈ তৃষ্ণা। মই যাওঁগৈ।

প্ৰতিমা : তই নোৱাৰ যাব। বহি থাক মনে মনে। বহ বহ।

চন্দন : ব ব বহিছো দেৱী বহিছো।

অৰুণ : এই চন্দনে আমাৰ বহুসময় নষ্ট কৰিলে। মই এটা কথা ভাবিছো। আজি অলপদিনৰ পৰা আমাৰ মইনা দলটোৰ মাজত বৰ খেলি-মেলিৰ সৃষ্টি হৈছে। কিছুমান অঘটন ঘটিছে। তহঁতে লক্ষ্য কৰিছনে?

তৃষ্ণা : কৰিছো কৰিছো। কোনেও কাৰো কথা নুশুনা হৈছে। মইনাবিলাকৰ মাজৰ কিছুমান বস্তু হেৰাবলৈ লৈছে। বৰ বেয়া কথা হৈছে। মই ভাবিছো দেৱীয়ে এই সমস্যাবিলাকৰ সমাধান কৰিব পাৰে নেকি সুধি চালে বেয়া হ'ব নেকি?

কৰবী : বেয়া কিয় হ'ব? মাতৃদেৱী অৱশ্যে জ্ঞান আৰু বিদ্যাৰহে অধিকাৰী, তথাপি দেৱী যেতিয়া আমাৰ সমস্যাবোৰৰ নিশ্চয় সমাধানৰ উপায় দিব পাৰিব। বিশেষকৈ আমাৰ মাজত ঘনে ঘনে হেৰোৱা বস্তুবোৰৰ চোৰটো উলিয়াব পাৰিলেই হয়।

চন্দন : ঐ তৃষ্ণা ম-মই যাওঁগৈ অ'।

তৃষ্ণা : তোক মনে মনে বহি থাকিবলৈ কৈছে শুনা নাই? তই বহি থাক। কৰবী, প্ৰথমে দেৱীৰ ওচৰলৈ তয়ে যাবিনে?

কৰবী : যাওঁ বাৰু ময়ে যাওঁ। দেৱী প্ৰণাম গ্ৰহণ কৰক। মোৰ এটা প্ৰাৰ্থনা জনাব খুজিছো। মই অংক বৰ টান পাওঁ। ঘৰত কৰিব পাৰো পৰীক্ষাত নোৱাৰোঁ। তিনিমহীয়া পৰীক্ষাত মাত্ৰ বিশ নম্বৰহে পাইছো দেৱী। ছমহীয়া আৰু বছৰেকীয়ালৈ বৰ ভয় লাগিছে। যেনেতেনে পাছ কৰিবলৈ আশীৰ্বাদ কৰক দেৱী।

প্ৰতিমা : তথাস্তু, তোৰ ভক্তিত মই সন্তুষ্ট হৈছো। তোৰ মনোবাঞ্ছা পূৰ্ণ হওক।

কৰবী : হে দেৱী, মোৰ আৰু এটা ডাঙৰ প্ৰাৰ্থনা আছে। মোৰ দেউতাই মাদ্ৰাজৰ পৰা এটা বৰ দামী পেন আনিছিল মোৰ কাৰণে। মইনা পাৰিজাতৰ কুইজ প্ৰতিযোগিতালৈ লৈ আনিছিলো।

ডেস্কতে পেনটো থৈ বাহিৰলৈ গৈছিলো। তেতিয়াই পেনটো কোনোবাই লৈ গুচি গ'ল। দেউতাই বৰ বেয়া পালে। মায়ে মোক মাৰিলেও আৰু ক'লে ইমান দামী পেনটো মইনা পাৰিজাতলৈ নি শেষ কৰিলি। মায়ে মৰাৰ কাৰণে মই বেয়া পোৱা নাই। মই বেয়া পালো মায়ে মইনা পাৰিজাতকো গালি পাৰিছে। কৈছে চোৰবোৰৰ মাজলৈ তই আৰু যাব নালাগে। হে দেৱী আটাইবোৰটো চোৰ নহয়। মোৰ পেনটো আৰু চোৰটোৰ বিষয়ে ...

প্ৰতিমা ঃ হ'ব হ'ব। মই জানো, সকলো জানো। পেনটো আৰু পাবিনে নাপাব ঠিক নাই। কিন্তু ... চোৰটো পাবি।

কৰবী ঃ চোৰটো পালেও হ'ব দেৱী। মোৰ প্ৰণাম গ্ৰহণ কৰক।

চন্দন ঃ ঐ কৰবী, মই যা....যাওঁ অ'।

তৃষ্ণা ঃ চুপ থাক, তোক মনে মনে বহি থাকিবলৈ কোৱা নাইনে? বহি থাক।

অৰুণ ঃ ঐ এতিয়া তই যা তৃষ্ণা, দেৱীক সেৱা কৰগৈ। তাৰ পিছত মই যাম। ... ঐ শুন শুন।

তৃষ্ণা ঃ হ'ব হ'ব মোৰ মনত আছে।

চন্দন ঃ কাণে কাণেনো কি কথা পাতিছ? ডাঙৰকৈ নাপাত কিয়?

অৰুণ ঃ নহয় মানে মাতৃদেৱীক কিবা এটা সুধিবলৈ মনত পেলাইহে দিছো। যা যা তৃষ্ণা।

তৃষ্ণা ঃ হে দেৱী প্ৰণাম গ্ৰহণ কৰক। মোৰো এটা প্ৰাৰ্থনা আছে। পৰীক্ষা হলত সোমালেই মোৰ বুকুখন বৰ ধুপ-ধাপ কৰে। ভৰি দুটা কঁপে। উত্তৰবোৰ পাহৰি যাওঁ। হে মাতৃ কিবা এটা উপায় দিবনে?

প্ৰতিমা ঃ সকলো ঠিক হৈ যাব। তই অলপ বেছিকৈ চিন্তা কৰ। চিন্তা নকৰিবি। মোৰ নাম ল'বি। ভগৱানৰ নাম ল'বি সকলো ঠিক হৈ যাব।

তৃষ্ণা ঃ মাতৃ আৰু এটা কথা আছে। সিদিনা আমাৰ দেউতাই মইনা পাৰিজাতৰ অধিৱেশনৰ বাবে গুড় বেচি এশ টকা আমাৰ পৰিচালক ৰমেনদাৰ হাতত দিবলৈ দিছিল। বহীখনৰ মাজতে ভৰাই বেঞ্চতে থৈছিলো। ৰমেনদাই মোক শৰ্মাদাৰ দোকানৰ পৰা কাগজ একদিস্তা আনিবলৈ পঠালে। ঘূৰি আহি চালো এশ টকাটো কোনোবাই লৈ গুচি গ'ল। ঘৰত দেউতাই মোকটো গালি পাৰিছেই আৰু ৰমেনদাহঁতকো দায়িত্ব নাইকিয়া পৰিচালক বুলি গালি পাৰিছে। হে দেৱী....

প্ৰতিমা ঃ মই জানো। সকলো জানো। টকাটো নাপালেও চোৰটো পাবি কিন্তু।

তৃষ্ণা ঃ হ'ব মাতৃ হ'ব, শুনি বৰ আনন্দ পাইছো। প্ৰণামহে দেৱী।

চন্দন ঃ ঐ অৰুণ... ম-মই ঘৰলৈ যাওঁ নহ'লে অ'। যাওঁ অ' .....

অৰুণ ঃ তোক দেৱীয়ে মনে মনে বহি থাকিবলৈ কোৱা নাছিলনে? বহি থাক। বহি থাক মনে মনে। তৃষ্ণা, এইবাৰ মই প্ৰণাম কৰি আহো।

তৃষ্ণা ঃ যা যা সোনকালে যা? ঘৰৰ ফালৰ পৰা নিমন্ত্ৰণ পাবহি নহ'লে।

কৰবী ঃ আমাৰ খুড়া আজি ঘৰতে আছে। দেৰি হ'লে খং কৰিব।

অৰুণ ঃ হ'ব কৰবী। চিন্তা নকৰিবি। হে দেৱী মোৰ প্ৰণাম গ্ৰহণ কৰক। মোৰ এটা বৰ ডাঙৰ দুখ হৈছে।

মই অংক, হিন্দী, ইংৰাজী, বিজ্ঞান আটাইবোৰ ভাল পাওঁ। কিন্তু আমাৰ স্কুলৰ ছাৰ-বাইদেউহঁতে পঢ়াৰ প্ৰতি গুৰুত্ব নিদিয়ে। দেউতা খেতিয়ক মানুহ। মায়েতো নামটোহে লিখিব জানে। ঘৰুৱা টিউশ্যন লগাবলৈকো পইচা নাই। ভালদৰে পঢ়া-শুনা কৰি চাকৰি এটা কৰিবলৈ মন আছিল। পিছে এতিয়া নজনা প্ৰশ্নবোৰ শিকাৰে উপায় নোহোৱা হৈছে। কি উপায় কৰিম দেৱী। পাৰিমনে চাকৰি কৰিব।

প্ৰতিমা ঃ পাৰিবি পাৰিবি। তই নিজেই চেষ্টা কৰ। চিন্তা নকৰিবি। তোৰ আশা পূৰ্ণ হ'বই হ'ব।

অৰুণ ঃ শুনি আনন্দ পাইছো দেৱী। মোৰ আৰু এটা কথা আছে। আমাৰ ঘৰৰ মোতকৈ ডাঙৰ তিনিটা ল'ৰা মৰিল হেনো। শেহতীয়াকৈ মইহে বাচি আছো। আমাৰ মামা ইঞ্জিনিয়াৰ। মামাই মৰমতে মোক এডাল সোণৰ চেইন দিছিল। মই আক শিল্পী দিৱসৰ দিনা চেইনডাল পিন্ধি গৈছিলো। সেইদিনা দৌৰ প্ৰতিযোগিতাও হৈছিল। দৌৰ প্ৰতিযোগিতাত যোগ দিবলৈ যাওঁতে চেইনডাল খুলি ভণ্টিজনীৰ হাততে দি থৈ গৈছিলো। কোনোবা এটাই হেনো মই খুজিছো বুলি কৈ চেইনডাল লৈ গুচি গ'ল। চেইনডাল নিয়া ল'ৰাটো বিচাৰি নাপালো দেৱী।

প্ৰতিমা ঃ সোণৰ চেইনডালনো কিয় পিন্ধিছিলি?

অৰুণ ঃ আনে পিন্ধা দেখি মোৰো পিন্ধিবলৈ মন গৈছিল। সেই বাবেই পিন্ধিছিলো। মোক এতিয়া মইনা পাৰিজাতহে নালাগে কোনো প্ৰতিযোগিতালৈকে যাবলৈ নিদিয়ে। হে মাতৃ....

প্ৰতিমা ঃ বুজিছো বাচা, তোৰ দুখ মই ভালদৰে বুজি পাইছো। তই চেইনডাল পাবিনে নাপাৱ ক'ব নোৱাৰো। কিন্তু চোৰটো পাবি।

চন্দন ঃ ঐ ক কৰৱী। মই যাওঁগে নহ'লে অ'।

কৰৱী ঃ তোক দেৱীয়ে বহি থাকিবলৈ কৈছে। বাৰে বাৰে যাওঁ যাওঁ কৰি আছনো কেলৈ? বহি থাক মনে মনে।

চন্দন ঃ তহঁতৰ কথা মতেই মই বহি থাকিব নোৱাৰো নহয়! বহি নাথাকো, যাওঁ, মই যাওঁ।

প্ৰতিমা ঃ থাকিবই লাগিব। বহ বহ, বহি থাক। তৃষ্ণা, কৰৱী, অৰুণ তহঁতে চন্দনক যাবলৈ নিদিবি। কিয় জাননে? তহঁতৰ সকলো বস্তুৰ চোৰ এই চন্দন।

কৰৱী + চন্দন + তৃষ্ণা ঃ কি? সঁচাকৈয়েনে চন্দন?

চন্দন ঃ মিছা কথা মিছা কথা। মই চেইন চুৰ কৰা নাই। কোনে দেখিছিলে? মই চুৰ কৰা নাই। মই পইচা চুৰ কৰা নাই। মিছা কথা। মোক যাবলৈ দে। মই যাওঁগে।

অৰুণ ঃ আমি কি জানো। দেৱীয়েহে কৈছে। দেৱীক সোধ।

প্ৰতিমা ঃ কৰৱীৰ দামী পেনটো চন্দনৰ হাতত ৰুণুমীয়ে এদিন দেখিছিল।

চন্দন ঃ মিছা কথা, মিছা কথা।

প্ৰতিমা ঃ তৃষ্ণাৰ এশ টকাটোৰে জোনাকী গাঁৱৰ শৈলেনৰ দোকানত চন্দন আৰু গৌৰৱে চকলেট, বাদাম আৰু পাচ পাচ কিনিছিল। বাকীখিনি টকা ঘূৰাই আনিছে। কথাষাৰ গৌৰৱেই কৈছিল।

চন্দন : নাই কিনা পাচ পাচ। কথাযাৰ গৌৰৱে মিছাকৈ কৈছে। মই কিবা বা.. বাদামহে কিনিছিলো।

প্ৰতিমা : অৰুণৰ চেইনডাল চাৰিবছৰীয়া ভনীয়েক চুমীৰ হাতৰ পৰা অৰুণে খুজিছে বুলি চন্দনেই আনিছিল। সৰু ছোৱালীজনীয়ে চন্দনক মনত ৰাখিব নোৱাৰিলে।

চন্দন : মই নাই অনা। কোনে কৈছে।

প্ৰতিমা : চন্দনৰ মাকে কালি ড্ৰয়াৰত চেইনডাল পাই মানসীৰ মাকৰ আগত কথাটো জনাইছিল। চেইনডাল ঘূৰাই দিব।

চন্দন : মিছা কথা, মিছা কথা। মই একো চুৰ কৰা নাই। তহঁতে মোক এনেয়ে নধৰিবি।

প্ৰতিমা : অকল সেয়াই নহয়। মালতীৰ এখন সুন্দৰ ৰুমাল চন্দনে চুৰ কৰিছে। বিচিত্ৰৰ ৰং পেন্সিলৰ টেমাৰ পৰা দুডাল ৰং পেন্সিলো চন্দনে চুৰ কৰিছে। চন্দন এই অঞ্চলৰ এটা গভাইত চোৰ।

অৰুণ : চন্দন, তই সঁচা কথা কৈ দে। দেৱীৰ আগত মিছা কথা কৈ লাভ নাই।

তৃষ্ণা : হয় চন্দন। তই কৈ দে যে এই কথাবোৰ সঁচা।

কৰবী : আমি তোৰ সমনীয়া। আমাৰ আগত ক'বলৈ লাজ কৰিব নালাগে। কথাবোৰ খোলাখুলিকৈ কৈ দে চন্দন।

প্ৰতিমা : কালি চন্দনে এটা ডাঙৰ অপৰাধ কৰিছে। গুৱাহাটীৰ পৰা ৰবীনৰ খুড়াকৰ এজন বন্ধু আহিছিল সকাম খাবলৈ। এটা বৰ ধুনীয়া পেন্সিল টৰ্চ আনিছিল। চন্দনে সেইটো চুৰ কৰিছে।

অৰুণ + তৃষ্ণা + কৰবী : সঁচাকৈয়েনে চন্দন?

চন্দন : মিছা কথা, মিছা কথা। মই পেন্সিল টৰ্চ চুৰ কৰা নাই। এইবোৰ চব মিছা কথা।

প্ৰতিমা : সঁচা। মইনাসকলৰ লগত আলহীজনে সাঁথৰ-সাধুকৈ হাঁহি-ধেমালি কৰিছিল। চন্দন মইনাসকলতকৈ আগতে ঘৰলৈ গ'ল। সকলো ঘৰলৈ যাবলৈ ওলোৱাৰ পৰত আলহীজনে টৰ্চটো বিচাৰি নাপালে। ৰবীনৰ খুড়াকে সকলোকে গালি পাৰিছে। চোৰ বুলি কৈছে।

অৰুণ : কথাবোৰ হয়নে চন্দন। তোৰ কাৰণে এই বদনামবোৰ আমি সহ্য কৰিব নোৱাৰো চন্দন। তোৰ বাবে আমি অপৰাধী হ'ব নোৱাৰো। তই নিজ মুখে স্বীকাৰ কৰ।

তৃষ্ণা : ছিঃ ছিঃ চন্দন। তই ইমান বেয়া বুলি ভবা নাছিলো। নিজমুখে এই কথাবোৰ হয় বুলি ক'ব লাগিব।

কৰবী : হোৱাটো হয়। সি আমাৰ আগত সৈ কাঢ়িবলৈ লাজ কৰিছে। দেৱীৰ আগত সঁচা কথা কৈ ক্ষমা খোজগৈ যা। যা আক'। কগৈ যা এই সকলো কথা সঁচা।

তৃষ্ণা : ঐ কৰবী, ঐ অৰুণ, যদি চন্দনে ইয়াত স্বীকাৰ নকৰে তেতিয়াহ'লে ইয়াক লৈ যাওঁ ব'ল আমাৰ নামঘৰলৈ। নামঘৰত আজি বৰসবাহ পাতিছে নহয়। তাতে ৰাইজৰ আগত ইয়াৰ সকলো কথা কৈ দিওঁগৈ।

অৰুণ+কৰবী : ভাল হ'ব। ভাল হ'ব। বৰ ভাল হ'ব। ব'ল চন্দন ব'ল।

চন্দন : নালাগে, নালাগে, তহঁতে তালৈ নি মোক আৰু লাজ দিব নালাগে। মই ইয়াত দেৱীৰ কাষতে সকলো কথা স্বীকাৰ কৰিম অ' অৰুণ। এই সকলোবোৰ কথা সঁচা। হে দেৱী। মই

চোৰ। দেৱী, মই চোৰ। মোক ক্ষমা কৰক দেৱী। মোক ক্ষমা কৰক। মই চোৰ।

প্ৰতিমা ঃ উঠ চন্দন। আজিৰ পৰা তই ভাল হ'বলৈ যত্ন কৰিবি। নাকান্দিবি চন্দন। নাকান্দিবি।

চন্দন ঃ কিন্তু ... প্ৰতিমা তই? তই আকৌ ক'ৰ পৰা আহিলি? তয়েই গোসাঁনী হৈ আছিলি নেকি? তয়েই এই নাটক কৰিছিলি নেকি?

প্ৰতিমা ঃ এৰা চন্দন। ময়েই এই বুদ্ধি কৰিছিলো। তোৰ নিজমুখে কথাখিনি স্বীকাৰ কৰাবলৈ এয়া নাটক কৰা হ'ল। নহ'লে আমাৰ মাজৰ চোৰটো উলিয়াব নোৱাৰিলে আমি মইনা পাৰিজাতলৈ যাবলৈ নাপাওঁ। আমি বৰ লাজ পাইছো চন্দন।

তৃষ্ণা ঃ এটা চোৰৰ বাবেই আমি আটাইবিলাক বদনামী হ'ব লগা হৈছে অ' চন্দন। তই আৰু এনে কাম নকৰিবি। আজিৰ পৰা চোৰৰ স্বভাৱ এৰি দে চন্দন।

কৰবী ঃ তোৰ পেন, পেন্সিল কিবা অভাৱ হ'লে আমাক ক'বি। আমি তোক দিম নহয়। কিন্তু চুৰ নকৰিবি। চুৰ কৰা মহাপাপ।

চন্দন ঃ মই তহঁতৰ আগত শপত খাই কৈছো। মই আৰু কোনোদিন চুৰ নকৰো। মোৰ বাবে তহঁতে আৰু লাজ পাব নালাগে। মই সকলোৰে আগত শপত খাই কৈছো মই আৰু কোনোদিনে চুৰ নকৰো। তহঁতে আৰু মোৰ বাবে লাজ পাব নালাগে। মই আচৰিত হৈছো— মোৰ দৰে চোৰ এটাক বিচাৰি উলিয়াবলৈ তহঁতক এই অভিনয় ব্যৱস্থাটো কোনে শিকালে। মোৰ দৰে অসতক সৎ কৰিবলৈ দুষ্টক শান্ত কৰিবলৈ তহঁতে যি নাটক কৰিলি সেয়া মোৰ অন্তৰত চিৰদিনলৈ সোণালী আখৰেৰে লিখা থাকিব। তহঁতৰ এই উপকাৰৰ ঋণ মই কোনোদিনে সুজিব নোৱাৰিম।

কৰবী ঃ চন্দন, আমি বিচৰাৰ দৰে তই যদি এটা সৎ ল'ৰা হৈ উঠ।

তৃষ্ণা ঃ চোৰৰ স্বভাৱ এৰি তই যদি এটা শান্ত-শিষ্ট সাধু ল'ৰা হৈ পৰ...

অৰুণ ঃ আনে চোৰ বুলি আলোচনা কৰিব নোৱাৰাকৈ এটা আদৰ্শৱান ল'ৰা হ'ব পাৰ।

প্ৰতিমা ঃ সেয়া হ'ব আমাৰ ঋণ পৰিশোধ চন্দন। ব'ল আটাইবিলাক নামঘৰলৈ গৈ ৰাইজৰ আগত সেৱা জনাই আশীৰ্বাদ লওঁগৈ, আমি সকলোবোৰ যাতে সৎ আৰু আদৰ্শৱান হৈ অসমী আইৰ মুখ উজ্জ্বল কৰিব পাৰো। আৰু আমাৰ আদৰ্শ গ্ৰহণ কৰি দেশৰ সকলো শিশু যেন হৈ পৰে স্বৰ্গৰ এপাহি পবিত্ৰ পাৰিজাত। পবিত্ৰ পাৰিজাত। নামঘৰৰ পৰা ঘূৰি আহি এই দেৱীক স্কুলত থৈ আহিবগৈ লাগিব নহয়। এতিয়া ব'ল নামঘৰলৈ যাওঁ। ব'ল চন্দন। ব'ল।

চন্দন ঃ আ ... হ...।

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসৰ দ্বাৰা আয়োজিত শিশুনাট প্ৰতিযোগিতাত মঞ্চস্থ।)

# নিৰু চিৰু বাঁহৰ পাত

নাট্যকাৰ ঃ হোমেন ৰাজবংশী

চৰিত্ৰসমূহ :

ধন

জোন

মণি

নিৰু

বাপু

নিৰণ

(পট উঠাৰ লগে লগে সমনীয়াকেইজন মানে নাটৰ আখৰাৰ মাজতে যুদ্ধ কৰি থকাৰ দৃশ্য)

ধন : শুন হেৰ দ্বিতীয় পাণ্ডৱ ভীম বৃকোদৰ, ৰাজ্য নিদিওঁ, ধন নিদিওঁ হোৱা দেশান্তৰ।

জোন : হাঃ হাঃ হাঃ ভীম ভীম নকৰিবি, ভীমৰ আগত হাড়-মূৰ ভাঙি দিম গদাৰ কোবত, দুৰ্মতি দুৰ্জন হেৰ পাপী দুৰ্যোধন, কদাপি নুশুনো তোহোৰ বচন।

ধন : গদাৰে কোবাই কৰিম দেশান্তৰ, হস্তিনাপুৰ ৰাজ্য হ'ব কৌৰৱৰ।

জোন : ভীমৰ প্ৰতাপ তই নাজান দুৰ্যোধন, উৰু ভাঙি তেজ পিম বুলিলো বচন।

ধন : হাঃ হাঃ হাঃ আহ তেন্তে দে যুদ্ধ।

Direction

মণি : ঐ চুপ! বন্ধ কৰ

জোন : ঐ মণি কি হ'ল? চিঞৰিছ কিয়?

মণি : যুদ্ধ যুদ্ধ কেৱল যুদ্ধ, তহঁতে কিমান যুদ্ধ কৰ; যুদ্ধ কৰি ইমান ভাল পাৱনে?

ধন : ভাল পাওঁ বেয়া পাওঁ আমাৰ কথা। ছেহ যুদ্ধখন পাগত উঠিছিলহে, তই পানী কৰি দিলি।

মণি : ঐ যুদ্ধ যদি কৰই গদাৰে কৰিছ কিয়? বন্দুকেৰে যুদ্ধ কৰ, থিচিউ থিচিউ।

জোন : হ'বদে লেকচাৰ নিদিবি।

Direction

মণি : তহঁতক মই বস্তু এটা দেখাও ৰহ, সেইপিনে চাচোন, দেখিছ?

ধন+জোন : একো দেখা নাই?

মণি : একো দেখা নাই? ভালকৈ চা।

জোন : ধেৎ সেইফালে দীপদাইঁতৰ ৰঙা দমৰা গৰুটোৰ বাহিৰে চোন একোৱেই নাই।

মণি : তাকেই চাবলৈ কৈছো।

ধন : কিয়?

মণি : সি কান্দি আছে।

ধন+জোন : অ'

জোন : সি আকৌ কান্দিব কিয়? তাৰতো চকুৰ অসুখো হ'ব পাৰে।

মণি : নহয় সি কান্দিছে। চাচোন চকু দুটাৰে কেনেকৈ সৰসৰকৈ পানী পৰি আছে। সি ঘাঁহো খোৱা নাই।

ধন ঃ সি কন্দাৰ কাৰণ মই জানো।

মণি+জোন ঃ জান! কচোন।

ধন ঃ আজি ৰাতিপুৱাতে দীপদাহঁতে তাৰ লগৰ বগা দমৰাটো বিক্ৰী কৰি দিছে। সেই দুখতে সি কান্দি আছে।

মণি ঃ আমাৰ সৰু পেহীৰ বিয়াত দেখা নাছিলি? তাই গুচি যোৱাৰ দুখত দেউতায়ো কান্দিছিল, সঁচাকৈয়ে বৰ দুখ লাগে জান?

ধন ঃ ছোৱালী মানুহ বিয়া হৈ গুচি গ'লেও পিছততো আহিয়েই থাকিব। কিন্তু গৰুবোৰতো আৰু নাহে, সিহঁত জানো আকৌ লগ হ'ব পাৰিব?

জোন ঃ অ' মণি! আমিও বাৰু এদিন এনেদৰে এৰাএৰি হ'ম নেকি?

মণি ঃ নিশ্চয়, ডাঙৰ হৈ তই থাকিবি দিল্লীত, ধন থাকিব মুম্বাইত আৰু মই থাকিম আমেৰিকাত।

ধন ঃ তেতিয়া দেখো আমি ইটোৱে সিটোক লগেই নাপাম, বৰ বেয়া লাগিব।

জোন ঃ আমি এৰা-এৰি হ'লে এতিয়াৰ দৰে একেলগে মধুৰিআম, পনিয়ল খাব যাব নোৱাৰিম নহয়? বৰশী বাবলৈও একেলগে যাব নোৱাৰিম, বৰ দুখ লাগিব ভাই, মণি তোৰ দুখ নালাগিব?

ধন ঃ নাই আমি একেলগেই থাকিম।

জোন ঃ অ' আমি আজিয়েই শপত খাম। খাওঁ

মীনা+ধন ঃ অ' বঢ়িয়া –

Direction

ধন ঃ ৰহ এনেদৰে শপত খালে নহ'ব। কাৰোবাক সাক্ষী লাগিব নহয়।

মণি ঃ আমি সেই ৰঙা দমৰাটোৰ শপত খাওঁ দে।

জোন ঃ ধেৎ নহ'ব। আমি মাটি চুই শপত খাম। মাটিতকৈ ডাঙৰ বস্তু পৃথিৱীত আৰু একো নাই বুজিছ? আহ।

Direction

তিনিও ঃ আমি আজি আবেলি তিনিওজনে শপত খাওঁ যে আমি ডাঙৰ হ'লেও একেলগে থাকিম, একেলগে নাথাকিলেও আমি ইজনে সিজনৰ খবৰ লৈ থাকিম। বঢ়িয়া।

Direction

নিৰু ঃ জোনদা অ জোনদা। জোনদা

আটায়ে ঃ কি হ'ল।

মণি ঃ ঐ নিৰু, এনেকৈ চিঞৰি আহিছ কিয়? যেন কোনোবা মৰিলহে. কি জোনক মাৰাই চাগে গাখীৰ খাবলৈ মাতিছে হয়নে?

নিৰু ঃ চুপ, মণি কণী।

মণি ঃ ঐ নিৰু, কথা বেয়া হ'বদেই।

নিৰু ঃ কাৰোবাৰ লগত কাজিয়া কৰি তোৰ মাৰাইহে চিঞৰি মৰে। জোনদা আমাৰ ঘৰত আজিও কাজিয়া লাগিছে।

জোন ঃ আজিও কাজিয়া লাগিছে? উগ্ৰপন্থী হৈ ঘৰৰ গোটেইমখাকে গুলীয়াই মাৰিবৰ মন গৈছে।

নিৰু ঃ জোনদা, উগ্ৰপন্থী মানো, কিনো?

জোন ঃ এহ্ পেত পেতাই নাথাকিবি।

## Direction

মণি ঃ নিৰু নাকান্দিবি। মই কওঁ শুন, উগ্ৰপন্থী মানে, উগ্ৰপন্থী, মানে উগ্ৰপন্থী। তাৰমানে আলফা।

নিৰু ঃ আলফা মানে?

মণি ঃ আলফা মানে আলফা মানে বিএলটি।

নিৰু ঃ তাৰমানে?

মণি ঃ তাৰমানে এলটিটিই

নিৰু ঃ তাৰ মানে কি?

মণি ঃ তাৰমানে কি অ' ধন?

ধন ঃ মই কি জানো।

নিৰু ঃ কি মণি তাৰ মানে কি?

মণি ঃ কি তাৰ মানে তাৰ মানে কৰি থাক? মই কিবা ইমান জানো নেকি?

নিৰু ঃ নাজান যদি ওস্তাদি দেখুৱাইছিলি কেলেই।

ধন ঃ ঐ নিৰু মই কওঁ শুন। উগ্ৰপন্থী মানে, মানে আমাৰ কণখুড়া, যাৰ হাতত পিষ্টল থাকে।

নিৰু ঃ কণদাই সেইটোৰে কি কৰে? চৰাই ধৰে?

মণি ঃ ধেৎ আকৰী, মানুহ মাৰে।

নিৰু ঃ মানুহ আকৌ কিয় মাৰে?

জোন ঃ কণদাৰ নিচিনা যদি মোৰ এটা সঁচা বন্দুক থাকিল হয়, আমাৰ ঘৰৰ গোটেইমখাকে মাৰি পেলালোহেঁতেন।

নিৰু ঃ জোনদা, মোকো মাৰিলিহেঁতেন?

জোন ঃ এহ্ এইজনী। জান মণি, আমাৰ ঘৰৰ মানুহবোৰ হেনো বেলেগ হ'ব।

মণি ঃ বেলেগ হ'লে তহঁত ইয়াৰ পৰা ক'ৰবালৈ যাবি নেকি?

জোন ঃ ৰাজগড়ত ককাদেউতাৰ হেনো মাটি আছে। বেলেগ হ'লে আমি অথবা খুড়াহঁত কোনোবা তালৈ যাব লাগিব।

ধন ঃ তহঁত যদি তালৈ যাব, আমি দেখো আৰু লগা-লগিয়েই নহ'ম। একেলগে থকাটো আৰু ক'ত হ'ব, নহয় মণি?

মণি ঃ ঐ জোন। চাবি আমি কিন্তু একেলগে থকাৰ শপত খাইছো। নাপাহৰিবি।

নিৰু ঃ জোনদা আমি বাৰু যাব লাগিব নেকি?

জোন ঃ নাযাওঁ। মৰি গ'লেও মই ইয়াৰ পৰা নাযাওঁ। সি গৈ থাকে থাকক।

ধন+মণি ঃ বঢ়িয়া

Direction (বাপু আৰু নিৰণৰ প্ৰৱেশ)

বাপু ঃ ঐ ঐ মণি, তহঁতে সিদিনা আমি বৰশী বাই থাকোতে কিয় দলিয়াইছিলি?

মণি ঃ আগে আগে লাগি নাথাকিবি দেই। আমি দলিয়াইছিলো নেকি?

নিৰণ ঃ আমি দেখা নাই নে? তহঁত দুটাই দলিয়াই থকা।

ধন ঃ ঐ নিৰণ চিৰণ, বদনাম নিদিবি দেই কৈ দিছো।

নিৰণ ঃ বদনাম কিয়? তহঁতেই দলিয়াইছ। পিটনত হাড় ছিঙি দিম।

Direction (বাপু, নিৰণৰ প্ৰস্থান)

ধন+মণি ঃ বলে নোৱাৰা ছলি
বুকত মাৰিম দলি
হাতে ভৰিয়ে বান্ধি থৈ
ৰাতি দিম বলি।

মণি ঃ ঐ ধন। দুয়োটাই ভয়তে দৌৰিলে বাপেকে।

নিৰু ঃ অ' মণি। তহঁতৰ ফুলনিত যে ধুনীয়া বগা ফুলজোপা আছে, মোক পুলি এটা দিবি?

মণি ঃ কিয়?

নিৰু ঃ আমাৰ ফুলনিত ৰুবলৈ আকৌ।

মণি ঃ নিদিওঁ যা। একো দৰকাৰ নাই।

নিৰু ঃ মণি কণী। মণিৰাম কণীৰাম।

মণি : নিৰু। খং উঠিলে কথা বেয়া হ'ব দেই।
নিৰু : মণি, কণী। মণিৰাম কণীৰাম।

Direction

মণি+ধন : নিৰু চিৰু বাঁহৰ পাত
নিৰুই নাখাই শুদা ভাত,
আহ নিৰু বজাৰত যাওঁ
তোক বেচি লাৰু খাওঁ।
নিৰু : অ' জোনদা দেখিছানে?
জোন : অ' মণি, তাইক কিয়নো জোকাই থাক!

Direction (নিৰণ আৰু বাপুৰ প্ৰৱেশ)

মণি : ঐ তহঁত আকৌ আহিছ?
নিৰণ : ৰহচোন ৰহ্। ঐ ধন তহঁতৰ ঘৰলৈ এগালমান আৰ্মি আহিছে।
বাপু : ঘৰ ঘেৰাও কৰি ধৰিছে। তহঁতৰ কণখুড়াক বিচাৰি আহিছে হেনো।
ধন : কি? কণখুড়াক ধৰি নিব নেকি? মই যাওঁ।

Direction ধনৰ প্ৰস্থান

বাপু : ঐ ধন অকলে নাযাবি ৰহ ময়ো গৈছো।
(বাপুৰ প্ৰস্থান)
জোন : ঐ নিৰণ কণখুড়াক সিহঁতে লৈ যাব নেকি?
মণি : নিবও পাৰে। নিনিবও পাৰে। মই শুনিছো আৰ্মিয়ে হেনো উগ্ৰপন্থীক খুব মাৰে।

Direction (গুলীৰ শব্দ হয়)

মণি : কি হ'ল! গুলীয়াগুলী? যাবি?
(মণিৰ প্ৰস্থান, নিৰণ যাব খোজে)
জোন : ৰহচোন

নিৰণ ঃ ইহঁত দুটা গ'লেই নহয়।

(নিৰণৰ প্ৰস্থান, নিৰুৱে ভয়খাই জোনক ধৰে)

নিৰু ঃ মোৰ বৰ ভয় লাগিছে।

জোন ঃ চুপ

Direction (বাপুৰ প্ৰৱেশ)

বাপু ঃ ঐ কথা বিষম। ভীষণ গুলীয়াগুলী। আৰ্মিবোৰে বাহিৰৰ পৰা, কণখুড়াই ভিতৰৰ পৰা। একদম ডাঙৰ বৰযুণ হোৱাদি গুলী, কেৱল গুলী।

(মণিৰ প্ৰৱেশ)

মণি ঃ সকলোৱে যুদ্ধহে কৰে। আমি বাঁহৰ গদাৰে যুদ্ধ যুদ্ধ খেলো আৰু ডাঙৰবোৰে বন্দুকেৰে সঁচা সঁচি যুদ্ধ কৰে।

জোন ঃ আমাৰ যুদ্ধত মানুহ নমৰে। তেজ নোলায়। ডাঙৰ মানুহবোৰে কিয় যুদ্ধ কৰে।

নিৰু ঃ কি মানুহ মাৰে।

Direction (ধন কান্দি কান্দি প্ৰৱেশ কৰে)

আটায়ে ঃ ধন! কি হ'ল?

ধন ঃ ...

আটায়ে ঃ ধন!!! কি হ'ল? নোকোৱা কিয়?

ধন ঃ কণখুড়া কণখুড়া মৰিল (কান্দে)

আটায়ে ঃ কি? ঐ আমিও যাওঁ ব'ল।

Direction (সকলো গুচি যায়, ধন বহি থাকে, মণিৰ প্ৰৱেশ)

মণি ঃ চা ধন, ইমান মন মাৰি নাথাকিবি।

ধন ঃ মোৰ কণখুড়ালৈ মনত পৰি থাকে অ। কণখুড়াই মোক বহুত মৰম কৰিছিল।

মণি ঃ আমাৰো কণখুড়ালৈ মনত পৰি থাকে। ঐ ধন এইটো দেখিছ? এইটো দেউতাই সাজিছে। আমাৰ শাকনিবাৰীত দিব দিছে মোক। আমি দুয়োটাই গৈ দি থৈ আহিম দেই।

ধন ঃ হ'ব দে। ঐ জোনহঁতৰ মানুহবোৰ বেলেগ হৈ গ'ল।

মণি ঃ কি? ৰাজগড়লৈ কোন যাব? জোনহঁত।

ধন : কোন যায় নাজানো। কোনোবা মুঠতে যাব। হয় জোনহঁত নহয় খুড়াহঁত।

মণি : জোনহঁত এইকেইদিন খেলিবলৈও অহা নাই। ঐ ধন, তোৰ মনত আছে আমি যে শপত খাইছিলো।

ধন : আছে। আমি মাটি চুই শপত খাইছিলো।

Direction জোন, নিৰুৰ প্ৰৱেশ

ধন+মণি : জোন, নিৰু।

জোন : আমি যাওঁগে ৰাজাগড়লৈ, তহঁত থাকিবি।

ধন+মণি : কি? এতিয়াই যাবি?

নিৰু : অ'

মণি : এইটো দেখিছ? তহঁতৰ ঘৰৰ মানুহবোৰ এইটোৰ নিচিনা মূৰ নাইকিয়া। একেলগে মিলিজুলি কিয় থাকিব নোৱাৰে?

জোন : তহঁতে মোক নাপাহৰিবি দেই, মাটি চুই শপত খাইছিলো যে। মই তহঁতক মনত ৰাখিম।

ধন : তহঁতে ক'ত পঢ়িবি?

মণি : তহঁত আৰু কেতিয়াও নাহিবি নেকি?

নিৰু : দেউতাহঁতে নানিলে কেনেকৈ আহিম? আনে যদি আহিম।

জোন : মোক বেয়া নাপাবিদেই। আমি এতিয়াই যাম, নিৰু আহ (জোনৰ প্ৰস্থান)

ধন : জোন... জোন (ধনৰ প্ৰস্থান)

Direction

নিৰু : মণি...

মণি : মই তোক আৰু জোকাব নাপাম। মোক বেয়া নাপাবি দেই।

নিৰু : নাপাওঁ দে। মোকো নাপাবি। যাওঁ ..

মণি : নিৰু ৰহচোন এক মিনিট ৰহ
(মণি দৌৰি ওলাই যায়। ধন সোমাই আহে)

ধন : নিৰু, মণি ক'লৈ গ'ল?

নিৰু : জানো। মোক এক মিনিট বুলি কৈ দৌৰি গ'ল দেখোন। ধন, জোনদাই বহুত কান্দিছে জান। ঘৰৰ বহুত বস্তু সি খণ্ডতে ভাঙি পেলাইছে। তই আমাক বেয়া নাপাবি দেই।

ধন : ধেৎ কিয় পাম?

জোন : নিৰু ... নিৰু...
ধন : নিৰু তোক মাতিছে।
নিৰু : মণিয়ে ৰ'বলৈ কৈ গ'ল নহয়।
জোন : নিৰু ... নিৰু ... নিৰু আহ
নিৰু : অ' ধন মণিক ক'বি। যাওঁগৈ দেই।
ধন : যা ... হ।

Direction নিৰুৰ প্ৰস্থান, মণিৰ প্ৰৱেশ

মণি : নিৰু ... ধন নিৰু ক'লৈ গ'ল?
ধন : গ'লগৈ
মণি : গ'লগৈ!!!

Direction

মণি : **নিৰু চিৰু** বাঁহৰ পাত
নিৰুই নাখাই শুদা ভাত,
আহ নিৰু বজাৰত যাওঁ
তোক বেচি লাৰু খাওঁ।

Direction (মণিয়ে উৎপাত আৰম্ভ কৰে)

ধন : ঐ ঐ মণি। পাগল হৈছ নেকি? আহ এই ফুলৰ পুলিটো আমি ইয়াত ৰুই থওঁ।
(ধন আৰু মণি ফুলৰ পুলিটো ৰোৱাৰ ভঙ্গীত ফ্ৰীজ হৈ ৰয়, পট পৰে।)

— সমাপ্ত —

# আমাক অলপ পোহৰ দিয়া

নাট্যকাৰ ঃ **চন্দন দত্ত**

চৰিত্ৰসমূহ ঃ

বিজয়

গৌৰৱ

জিণ্টু

নীলু

ৰংমন

সুৰভী

অহল্যা

প্ৰিয়া

(পট উঠাৰ লগে লগে দেখা যাব নীলু মঞ্চত ঘোঁৰা হ'ব। বিজয়ে পিঠিত উঠাৰ দৰে লাগে লগে যাব।)

নেপথ্য কণ্ঠঃ কদবত... কদবত.... কদবত...... কদবত

বিজয় ঃ এই কদবত .... কদবত ... কদবত... আৰু বেগাই ... আৰু বেগাই...। (নীলু আগতকৈ খৰকৈ মঞ্চত এপাক ঘূৰি ৰৈ যাব আৰু থিয় হ'ব।)

নীলু ঃ ওঃ মই আৰু নোৱাৰো দেই। বৰ ভাগৰ লাগি গৈছে।

বিজয় ঃ এইটো খেল মোৰো ভাল লগা নাই। আচল ঘোঁৰাবোৰ হ'লে ইমান জোৰেৰে দৌৰি যায়। মোৰ সেইবোৰ দেখিহে ভাগ লাগে।

নীলু ঃ থোৱা থোৱা। আচল ঘোঁৰাৰ পিঠিত তুমি উঠিব লাগিলে মুখ থেকেচা খাই পৰিবা।

বিজয় ঃ ইঃ সাৱধানে উঠিলে কিয় পৰিম? স্কুলত আমাৰ ছাৰে কয় নহয় — সাৱধানে কাম কৰিলে কেতিয়াও বিপদত পৰিব লগা নহয়।

নীলু ঃ মোৰ কিন্তু খুউব ভয় লাগে দেই।

বিজয় ঃ ভয় কৰিলে জানো জীৱনত কিবা কাম কৰিব পাৰি? আমিয়ে বহুত .... বহুত কাম কৰিব লাগিব।

নীলু ঃ তেনেহ'লে আমি ঘোঁৰাৰ লগত দৌৰিবলৈ শিকিব লাগিব।

বিজয় ঃ আহা তেন্তে...

(দুয়ো 'কদবত কদবত'কৈ ঘোঁৰাৰ দৰে মঞ্চত দৌৰিব আৰু এটা দিশে বাহিৰলৈ ওলাই যাব। অন্য দিশৰ পৰা ভাওনাৰ ভঙ্গীত গৌৰৱ আৰু জিণ্টু মঞ্চত প্ৰৱেশ কৰিব।)

গৌৰৱ ঃ হা হা নৰাধম। আজি ক'ত পলাই সাৰিবি? সাহস আছে যদি যুদ্ধ কৰ।

জিণ্টু ঃ কি ক'লি দুষ্ট? ক'ত পলোৱা দেখিলি? মৃত্যুৰ বাবে এইবাৰ তেন্তে সাজু হ। আহ দে যুদ্ধ। (দুয়ো হাতত অস্ত্ৰ লোৱাৰ ভঙ্গীত যুদ্ধ কৰিব আৰু যুদ্ধৰ ভঙ্গীত মঞ্চৰ সোঁমাজত মুখামুখিকৈ ৰৈ যাব। পুনৰ সহজভাৱে দুয়ো কথা পাতিব।)

গৌৰৱ ঃ কালি কিন্তু ভাওনাখন চাই মোৰ অলপো ভাল নালাগিল দেই।

জিণ্টু ঃ ময়ো ভাল নাপালো। যোৱাবাৰৰ ভাওনাখন যে ইমান ভাল হৈছিল।

গৌৰৱ ঃ তই পিছে ফুটনি মাৰিছিলি নহয়। তোৰ দেউতাৰে বৰ ভাল ভাও কৰিব জানে বুলি? কালি পিছে কিডাল কৰিলে অ'?

জিণ্টু ঃ তোৰ দেউতাৰকো দেখিলো নহয়। ভাওনাৰ বচন এটাকে ভালদৰে গাব নোৱাৰে।

গৌৰৱ ঃ ঐ মোৰ দেউতাৰ কথা তেনেকৈ নক'বি দেই। কথা বেয়া হৈ যাব কিন্তু।

জিণ্টু ঃ ক'লে কিডাল কৰিবি তই? সঁচা কথা ক'লে লাজ পাৱ?

গৌৰৱ ঃ ঐ চুপ থাক বুলিছো নহয়।

(দুয়ো খণ্ডত দবৰাদবৰি লাগে। সুৰভি, বিজয়, নীলু দৌৰি আহি কাজিয়া ভাঙিবলৈ যত্ন কৰে।)

সুৰভি ঃ গৌৰৱ ... জিণ্টু ..., তোমালোকৰ কি হৈছে? কিয় নিজৰ মাজতে এনেদৰে কাজিয়া লাগিছা?

গৌৰৱ ঃ (জিণ্টুক উদ্দেশ্যি) ই মোৰ দেউতাক বেয়াকৈ গালি পাৰিছে।

জিণ্টু ঃ নহয়, ইহে প্ৰথমতে মোৰ দেউতাক বেয়াকৈ কৈছে।

ৰংমন ঃ আঃ ৰ'বাচোন ৰ'বা। কথাবোৰ ভাঙি পাতি কোৱাচোন।

গৌৰৱ ঃ ই কৈছে মোৰ দেউতাই হেনো ভাওনা কৰিবই নাজানে। ইয়াক মই...

জিণ্টু ঃ (কান্দি) নহয় কালি ভাওনাৰ কথা লৈ ইহে প্ৰথমতে মোৰ দেউতাৰ কথা...

সুৰভি ঃ ছিঃ ছিঃ ডাঙৰৰ কথা লৈ তোমালোকে এনেদৰে কাজিয়া কৰিবলৈ লাজ লগা নাইনে? এনেবোৰ কথাকেলৈ যদি তোমালোকে ইজনে সিজনৰ শত্ৰু হোৱা, ডাঙৰ হ'লে তোমালোকৰ অৱস্থা কি হ'ব। কথাটো এবাৰ ভাবি চাইছানে?

বিজয় ঃ তাতে তোমালোকে কাজিয়া কৰিছা ভাওনাক লৈ। গুৰুজনাই দেখোন আমাক মিলা-প্ৰীতিৰে বান্ধিবলৈহে ভাওনাৰ সৃষ্টি কৰিছিল।

(গৌৰৱ আৰু জিণ্টুৱে তলমূৰ কৰে)

প্ৰিয়া ঃ তোমালোকে সঁচায়ে বৰ ডাঙৰ ভুল কৰিছা।

সুৰভি ঃ আমি সকলোৱে মিলা-প্ৰীতিৰে থাকিবলৈ শিকিব লাগিব। তেতিয়াহে আমি এখন সুন্দৰ সমাজ গঢ়িব পাৰিম। আহা, আজিৰ পৰা কেতিয়াও কাজিয়া নকৰো বুলি শপত খোৱা। আহা। (সুৰভি, বিজয়, নীলুৱে দুয়োকো আগবঢ়াই দিয়ে। দুয়ো হাঁহি পৰস্পৰক সাবটি ধৰে। অন্যান্যসকলে হাত চাপৰিৰে আনন্দ প্ৰকাশ কৰে।)

সুৰভি ঃ এতিয়া আমি সকলোৱে এটা মজাৰ খেল খেলিম।

(সুৰভিয়ে প্ৰত্যেকৰে কাণে কাণে কয়, প্ৰত্যেকে আনন্দত সঁহাৰি দিয়ে। সকলোৱে শাৰী পাতে আৰু গীত গাই নাচে।)

গীত

অ' ফুল অ' ফুল নুফুল কিয়?
বগলী এ সবাহলে নগ'লি কিয়?

অলং দলং কৰিছে
ৰজা ৰাণী আহিছে

(গীতৰ মাজতে কান্দি কান্দি অহল্যা মঞ্চৰ পাছফালেদি সোমাই আহিব। মলিয়ন ফ্ৰক। নাচৰ মাজতে অহল্যাক দেখি সুৰভি ৰৈ যায়। বাকীসকলক ৰ'বলৈ ইঙ্গিত দিব, নাচ বন্ধ হ'ব।)

সুৰভি ঃ (অহল্যাৰ ওচৰ চাপি) কোন, কোন তুমি? কি নাম তোমাৰ?

অহল্যাঃ মই... মই... অহল্যা।

বিজয় + নীলু + জিণ্টু ঃ অহল্যা! বাঃ বৰ ধুনীয়া নাম। ভালেই হ'ল, এতিয়া আহা আমাৰ লগত খেলিবা, নাচিবা।

অহল্যাঃ নাই নাই, মই তোমালোকৰ লগত নেখেলো...।

গৌৰৱ ঃ এইজনীয়ে আমাৰ লগত খেলিলে মই কিন্তু খেলিব নোৱাৰো দেই। দেখা নাইনে, ইমান লেতেৰা কাপোৰ-কানি পিন্ধি আহিছে। মোৰ হ'লে বৰ ঘিণ লাগি যায়।
(অহল্যাই কান্দে। সুৰভিয়ে গৌৰৱৰ ওচৰ চাপি কয়।)

সুৰভি ঃ গৌৰৱ। ছিঃ তেনে কথা ক'ব পায়নে? তাইতো তোমাৰ আমাৰ নিচিনাই এজনী সৰু ছোৱালী। আহাচোন, তাইনো কিহৰ দুখত কান্দিছে, তাইৰ পৰাই জানি লওঁ।
(মঞ্চৰ পোহৰ কমিব। অহল্যাৰ বাহিৰে বাকীসকল মঞ্চৰ দুয়োকাষে বাহিৰলৈ যাব। মঞ্চ পোহৰ হ'ব। অহল্যাই কোলাত কেঁচুৱা নিচুকোৱাৰ ভঙ্গীত গাব।)

গীত

আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰি যাব
মইনাই বুটলি খাব

শিয়ালী এ নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি

(এনেতে স্কুলৰ বেগ পিঠিত লৈ গৌৰৱ আহিব। বেগ দলিয়াই দি খোৱাবস্তু বিচাৰিব। খোৱাবস্তু খোৱা আৰু উলিয়াই পেলাই দিয়াৰ অভিনয় কৰিব।)

অহল্যাঃ তুমি খোৱাবস্তুবোৰ এনেদৰে নষ্ট কৰিছা কিয়? তোমালৈ বেলেগে খোৱাবস্তু থৈ দিয়া আছে নহয়। বাইদেউ আহি পিছত মোকেই খং কৰিবহি।

গৌৰৱ ঃ চুপ! তোক কোনে মাত মাতিবলৈ কৈছে? চালা চাকৰণী ক'ৰবাৰ...
(খেদা মাৰি আহি অহল্যাক মাৰে। অহল্যাই কান্দিব। এইবাৰ গৌৰৱে আলমাৰি খোলাৰ ভংগী কৰিব। আলমাৰিত টকা দেখে আৰু লৰা-লৰিকৈ জেপত ভৰাই লৰ মাৰি ওলাই যায়। মঞ্চৰ পোহৰ কমিব। পোহৰ হোৱাৰ লগে লগে দেখা যাব গৌৰৱৰ মাকৰ বেশত সুৰভিয়ে অহল্যাক আক্ৰমণ কৰিছে।)

সুৰভি ঃ ক পইচা তই কি কৰিলি? নহ'লে তোক আজি শুদাই নেৰো।

অহল্যাঃ মই শপত খাই কৈছো বাইদেউ, মই কেতিয়াও পইচা লোৱা নাই।

সুৰভি ঃ (অহল্যাক মৰিয়ায়) পইচা লোৱা নাই। খাবলৈ নোপোৱাৰ জাত! পইচা চুৰি কৰি এতিয়া মিছা মাতিবলৈ আহিছ চুৰুণী। এই মুহূৰ্ততে তই মোৰ ঘৰৰ পৰা ওলাই যা। ওলাই যা বুলিছো নহয়।

(অহল্যাক গঁতা মাৰি ওলাই যায়। মঞ্চত পুনৰ পোহৰ কমিব। মঞ্চৰ মাজভাগত অহল্যা ৰ'ব। বাকীসকলো দুফালৰ পৰা লাহে লাহে মঞ্চলৈ সোমাই আহিব।)

অহল্যাঃ (কন্দাৰ সুৰত) এইখন পৃথিৱীত দুখীয়া হৈ জন্ম লোৱাটোৱেই মোৰ অপৰাধ। অভাৱত পৰি দেউতাই ধনীৰ ঘৰত মোক বিক্ৰী কৰি দিলে। মা মৃত্যুশয্যাত পৰি মৃত্যুৰ বাবে বাট চাই আছে। (কান্দে)

সুৰভি ঃ নাকান্দিবা অহল্যা...।

গৌৰৱ ঃ মোৰ ভুল হৈছিল অহল্যা। মই তোমাক তেনেকৈ ক'ব নালাগিছিল। মোক ক্ষমা কৰি দিবা অহল্যা।

সুৰভি ঃ অহল্যাৰ এই বেজাৰৰ মুখত আজি হাঁহি বিলাব লাগিব। কোনে বিলাব এই হাঁহি।

বিজয়, গৌৰৱ, নীলু, জিণ্টু ঃ আমি বিলাম, আমি।

সুৰভি ঃ তেনেহ'লে আহা, আমি আকৌ এবাৰ হাঁহো, নাচো, খেলো...।

(অহল্যাক লৈ সকলো শাৰী পাতিব আৰু গীতৰ লগে লগে নাচিব।)

গীত

উকুলি মুকুলি কুকুলিকে খেলা
মন যদি ডাৱৰীয়া মুকলিলে ব'লা
কুউক ভা-খেলো অ'।

(গীত শেষ কৰি সকলোৱে হাঁহিব। তাৰ মাজতে মনে মনে বিজয় তাৰ পৰা আঁতৰি যাব।)

নীলু ঃ (ইফালে সিফালে চাই) আৰে! বিজয় দেখোন আমাৰ মাজত নাই! বিজয় ক'লৈ গ'ল!

(সকলোৱে বিজয়ক বিচাৰি ইফালৰ পৰা সিফাললৈ দৌৰিব। গৌৰৱ আৰু নীলু এফালেদি আৰু সুৰভি, অহল্যা, জিণ্টু অন্য ফালেদি ওলাই যাব। মঞ্চৰ পোহৰ কমিব। পোহৰ হোৱাৰ লগে লগে দেখা যাব বিজয় অকলশৰে ভয় আৰু বেজাৰৰ ভাবত মঞ্চত থাকিব। ক্ষন্তেক পিছতে 'বিজয়' 'বিজয়' বুলি চিঞৰি আহি গৌৰৱ আৰু নীলু বিজয়ক দেখি থমকি ৰৈ যাব।)

নীলু ঃ বিজয়! তোমাৰ কি হৈছে বিজয়?

গৌৰৱ ঃ তুমি কিয় মাত বোল নোহোৱাকৈ অকলে ইয়াত ৰৈ আছা?

বিজয় ঃ (নিজস্ব ভাবত) মোৰ...মোৰ কি হৈছে মই নিজেই ক'ব নোৱাৰো। মই বৰ অকলশৰীয়া। মই কাৰো সৈতে হাঁহিবও নোৱাৰো, খেলিবও নোৱাৰো। নাচিবও নোৱাৰো।

দেউতা মোৰ বৰ ব্যস্ত মানুহ। তেওঁ টকা চিনি পায়, অফিচ চিনি পায়। তাৰ বাহিৰে ঘৰখনৰ কাৰো খবৰ ল'বলৈ তেওঁৰ অকণো আহৰি নাই।

মোৰ মাও বৰ ব্যস্ত মানুহ। পুৱাৰ পৰা ৰাতিলৈকে ঘৰৰ বাহিৰতে ব্যস্ত হৈ থাকে। এবাৰ মোৰ ওচৰলৈ আহিবলৈ, এবাৰ মোৰ খবৰ ল'বলৈ তেওঁলোকৰ অলপো সময়েই নাই। মোক চোৱা-চিতা কৰিবলৈ মোৰ বাবে আয়া ৰাখিছে। হয়, তেওঁলোকে মোক বহুত কিবাকিবি দিছে। কিন্তু মৰম....চেনেহ (কান্দে) মা-দেউতাৰ মুখ ভালদৰে নেদেখাকৈয়ে ভালেমান দিন পাৰ হৈ যায়।

(কথাৰ মাজত অন্য দিশৰ পৰা সুৰভি, অহল্যা আৰু জিণ্টু সোমাই আহে।)

সুৰভি, অহল্যা, গৌৰৱ, নীলু, জিণ্টু, ৰংমন, প্ৰিয়া ঃ তোমাৰ সকলো কথা আমি বুজি পাইছো। আজিৰ পৰা তুমি কেতিয়াও অকলশৰীয়া নহয়। আমি তোমাৰ লগত থাকিম। আহা, তুমি আমাৰ লগত নাচিবা, খেলিবা...।

বিজয় ঃ (উচপ খাই উঠি পিছলৈ যায়) নাই... নাই... মই নেখেলো। মোৰ ভয় লাগে। আনৰ লগত খেলাৰ কথা গম পালে দেউতাই মোক শাস্তি দিব, মায়ে মোক খুউব পিটিব। আৰু আয়াই দুৱাৰ বন্ধ কৰি কোঠাৰ ভিতৰত মোক ভৰাই থৈ দিব। (উত্তেজিত হৈ) তোমালোকে মোক একো নক'বা। তোমালোক মোৰ ওচৰলৈ নাহিবা। তোমালোক আঁতৰি যোৱা, মোৰ ওচৰৰ পৰা আঁতৰি যোৱা। মোক অকলে থাকিবলৈ দিয়া।

(অন্যান্যসকল মঞ্চৰ দুয়োকাষে লাহে লাহে আঁতৰি যাব। বিজয়ে উত্তেজনা আৰু বেজাৰত কান্দি কান্দি মঞ্চৰ বাওঁকাষলৈ আগুৱাব। এনেতে গাড়ীয়ে খুন্দা মৰাৰ শব্দ শুনা যাব আৰু আৰ্তনাদ কৰি বিজয় পৰি যাব। নেপথ্যত ক্ষন্তেক চিঞৰ-বাখৰ। পুনৰ নিস্তব্ধ। ক্ষন্তেক পাছতে সোঁদিশৰ পৰা হাতত এখন বগা কাপোৰ লৈ সুৰভি আৰু গৌৰৱ আৰু পিছে পিছে নীলু মঞ্চলৈ আগুৱাই আহিব। লাহে লাহে বগা কাপোৰেৰে বিজয়ক ঢাকি দি তিনিও আঁতৰি আহিব। অন্য দিশৰ পৰা বিজয়ৰ মাক-দেউতাকৰ বেশত অহল্যা আৰু জিণ্টু দৌৰি মঞ্চত প্ৰৱেশ কৰিব আৰু বিজয়ৰ গাৰ ওপৰত পৰি কান্দিব।)

সুৰভি ঃ এয়া যে বহুত পলম হৈ গ'ল! এতিয়া এই কান্দোনৰ পৰা জানো কিবা লাভ হ'ব?

গৌৰৱ ঃ বিজয়ে এই পৃথিৱীত অকণমান মৰম, অকণমান চেনেহ বিচাৰিছিল। সেই কথা কিন্তু কোনেও বুজি নাপালে।

ৰংমন ঃ শিশুৰ হাঁহিৰে মুখৰিত আকাশ আজি কলীয়া ডাৱৰে ভৰি পৰিছে...।

সুৰভি ঃ মানুহে মানুহক বুজিবলৈ যত্ন নকৰাৰ বাবে কিমান শিশুৰ যে ভৱিষ্যৎ আজি অন্ধকাৰৰ ফালে গৈ আছে।

নীলু ঃ কিমান যে সুন্দৰ ফুল অকালতে জহি পমি যাব লাগিছে।

প্ৰিয়া ঃ এয়া যে কিমান দুখৰ কথা।

সুৰভি, গৌৰৱ, নীলু ঃ (সুৰ সলনি) উঠা বিজয়, উঠা অহল্যা, উঠা জিণ্টু। এয়া আমাৰ অভিনয় শেষ হ'ল

(নিজা নিজা বেশত বিজয়, অহল্যা, জিণ্টু উঠি আহি সকলোৱে পুনৰ শাৰী পাতি থিয় দিব।)

সমস্বৰে ঃ আমাক এখন সুন্দৰ পৃথিৱী দিয়া।
আমাক এখন মুক্ত বহল আকাশ দিয়া।
আমাক আন্ধাৰ নালাগে।
আমাক অকণি পোহৰ দিয়া।
আমাক হাঁহি দিয়া।
(সকলোৱে গীত গাই নাচিব আৰু শেষত বিশেষ ভঙ্গীত স্থিৰ হৈ ৰৈ যাব।)

গীত

ৰ'দালি এ ৰ'দ দে।
আলি কাটি জালি দিম
বৰপীৰা পাৰি দিম
তাতে বহি বহি
ৰ'দালি এ ৰ'দ দে।
ৰ'দালি এ ৰ'দ দে।
ৰ'দালি এ ৰ'দ দে।

নেপথ্য কণ্ঠ ঃ ওম অসতো মা সদ্‌গময়।
তমসো মা জ্যোতির্গময়
মৃত্যু মা অমৃতং গময়
ওম শান্তি ঃ শান্তি ঃ শান্তি ঃ ।।

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাস দ্বাৰা আয়োজিত শিশুনাট প্ৰতিযোগিতাত মঞ্চস্থ।)

# শিয়ালী এ নাহিবি ৰাতি

নাট্যকাৰ ঃ **হেমন্ত বৰপাত্ৰ গোহাঁই**

পৰিচালনা ঃ **সন্তোষ বুঢ়াগোহাঁই**

(নাটকখনিত বগলী আৰু শিয়ালীৰ বাহিৰে আন চৰিত্ৰসমূহৰ নাম দিয়া হোৱা নাই। পৰিচালকে সেইবিলাক চাই-চিতি জীৱ-জন্তু নিৰ্বাচন কৰি ল'ব। পট উঠাৰ লগে লগে দেখা যায় জীৱ-জন্তুবিলাকে নাচি-বাগি গীত গাই আছে। বা খেলি থাকিলেও অসমৰ থলুৱা খেলৰ গীত ব্যৱহাৰ কৰিব। জীৱ-জন্তুবোৰে খেলি থাকোতে কাষেদি বগলী পাৰ হৈ যাব। গীত গাই বগলীয়ে নাচে।)

ভালুক মামা ভালুক মামা শিশুহঁতে কয়
মইহে জানো জীয়াই থাকিবলৈ কিমান যে বিপদ
নাখাওঁ মই মৰাশ, সকলোৱে জানে।
বিপদৰ বন্ধুহে প্ৰকৃত বন্ধু ক'লো কাণে কাণে।

মই হ'লো হৰিণী বনৰ কুঁৱৰী
অতীতক সুঁৱৰি বহি থাকো কান্দি।
আছিলো বনত নাচিছিলো ৰঙত
কেনেকৈ থাকো বাৰু গঁৰালৰ মাজত।

মই হ'লো বান্দৰ, দেখাতো নহ'লো সুন্দৰ
মোৰ টিকাটো ৰঙা, মই খাই ভাল পাওঁ ফল পকা পকা।

মই হ'লো বনৰ ৰজা অতিকে হিংস্ৰ
তৰ্জি-গৰ্জি তালফাল লগাওঁ
সকলোৱে কৰে ভয়।
খাবলৈ নাই মাংস, লঘোনে ভোকে থাকো
কাষত পালে সকলোকে চোঁচোৰাই আনো

কুকুৰ : ভুক ভুক কি মেল মাৰিছ? ফুট ফুট ফুট
কাম কৰি খাব নোৱাৰ মেল মাৰি থাক
প্ৰভুভক্ত বোলে মোক জাননে নাজান?
— : বোলো কিনো অদ্ভুত
বান্দৰ : জান হেৰৌ কুকুৰ জাত
মানুহৰ ঘৰত পহৰা দি, চুৱা চেলেকি থাক।

কুকুৰ ঃ পেক পেক নকৰিবি নামি আহচোন তলত
আগ দাঁত বহুৱাই দিম ৰঙা তপিনাৰ মাজত।
গীত ঃ বগলী এ সবাহলে নগ'লি কিয়?
গৈছিলো গৈছিলো বাটত বৰযুণে পালে
চেংদৈৰ ঘৰতে সোমাব খুজিলো
ভোগ-দৈ কুকুৰে খালে।
চেই কুকুৰ চেই নাহিবি জপনা দেই।
বাঁহৰ মূঢ়া, বগলীৰ ঘোঁৰা
ক'ৰ পৰা আহিলি চকু চেলাই বুঢ়া।
— ঃ বগলী ককাই, বগলী ককাই
ক'লৈনো যোৱা হেলাই হেফাই?
বগলী ঃ বোলো বজাৰৰ পৰা আহো
মাছ একণকো আনো
ৰৌ বাহু চিতল নোৱাৰো যে খাব
পুঠি খলিহনা কিনো।
— ঃ কি আচৰিত
— ঃ বোলো অতি আচৰিত।
— ঃ বুঢ়া বগলীয়ে বজাৰৰ পৰা
মাছ কিনিবৰ যে হ'ল
নদী বিল ক'লৈ গ'ল?
— ঃ বোলো কিনো অদ্ভুত।
বগলী ঃ হেৰা
বিলনো পাবা ক'ত?
সোপাই পোত গ'ল
অ'ত ত'ত যিবা দুই এখন আছে
তাতো থাকিবলৈ ঠাই নাই।
চাৰিওফালে উদং পথাৰ
জোপোহা এটিও নাই।
— ঃ হায় কিনো দিন কাল
নহৈছে হ'লে ভাল।
বগলী ঃ সেয়ে বৰুৱা বাপুৰ বাঁহনিখনতে নকৈ পাতিছো ঘৰ

পিছে দেহা থৰবৰ
বিলৈলৈ বহু দূৰ।
নৰিয়া দেহাৰ দূৰণি বিলৈলৈ
কেনেকৈ নো মাৰো লৰ?
তাতে আৰু এটি কথা
সেইটিহে ডাঙৰ লেঠা
নদী বিলৰ মাছ খাবও নোৱাৰি
প্ৰদূষণ হৈছে বৰ
সেয়ে বজাৰলৈকে যাওঁ
ফিছাৰিত পোহা চালানী মাছ
জানো দুই এটা পাওঁ।
বাৰু থাকাহক দেই উমলি জামলি
নাথাকো আৰু কথাকে চোবাই
নিবৰে হ'ল বজাৰ উঠাই
(বগলী গুচি যায়)

— ঃ শুনিলানে নাই বাই?
— ঃ শুনিলো শুনিলো, নদী বিল খাল গৈছে শুকাই, মাছ পুঠি বোলে পাবলৈকে নাই।
— ঃ বোলো কিনো অদ্ভুত
— ঃ সেইটি বাৰু বুজিলো
নদী-বিল-খালত প্ৰদূষণ হৈছে
কথাটি নুবুজিলো।
— ঃ তুমিও যে আৰু
পাম দিয়া গাৰু
মস্ত হেবাং
লাওখোলাৰ ভিতৰখন তেনেই ধুবাং বাং
— ঃ কেলেই
পথাৰত যে মানুহবোৰে ঔষধ ছটিয়াই
বৰষুণৰ পানীয়ে জানো নিনিয়ে উটুৱাই
পৰেগৈনো ক'ত?
নদী-বিল-খালত।
দূষিত পানীৰ মাছ বগলীয়ে খাই

দেখা জানো নাই
উৰি গৈ থাকোতেও চেৰেলিয়াই যায়।
(দূৰণিৰ পৰা গীত ভাহি আহে।)

— : চুপ চুপ চুপ বৰলৰ টোপ
কাণ খজুৱাই ল
কোনোবাই গীত গাইছে
বকলাখন থ।
(গীত গাই গাই শিয়ালী সোমাই আহে।)

শিয়ালী : (গীত) শিয়ালী এ নাহিবি ৰাতি
তোৰে কাণে কাটি লগাম বাতি
শিয়ালীৰ মূৰতে মুৰুৰা ফুল
গৈ গৈ পালেগৈ ৰতনপুৰ।

— : বোলো কিনো অদ্ভুত।

— : সৰিয়হত ভূত
শিয়ালীৰ মুখত নিচুকনি গীত
সলাইছে নেকি মো[illegible]?

— : হেৰৌ কৰিছনে টং?
এয়া কিহৰ চং?

শিয়ালী : চং নহয় অ' বোপাইহঁত
চং দেখুওৱা নাই।
আজি গীত গাই গাই ল'ৰা শুৱাবলৈ
মাকৰ আহৰি নাই।
শিয়ালৰ সাধু কৈ শুনাবলৈ
বুঢ়ী আইতাও নাই।
আৰু নাতিয়েই জানো
টিভি এৰি সাধু শুনাৰ সময় পায়?
সেয়ে নিজৰ গীত নিজে নাগালে
গাওঁতা কোনো নাই।

— : পিছে গীতটোত দেখোন তোমালোকৰ
বদনামহে ৰটা হয়।

— : আৰু গীতটো গোৱা হয়

শুব নোখোজা ল'ৰা-ছোৱালীক খুৱাবলৈ ভয়।
শিয়ালী ঃ হওঁতে কথাটো হয়।
তথাপিও আমাৰ নাম ল'বলৈ
মানুহ যে বাধ্য হয়।
আৰু চোৱা ভাই,
আমাৰ জাতীয় গীতটি গাবলৈ
সংগী পাবলৈকে নাই।
দিনক দিনে আমাৰ সংখ্যা ইমান কমি গ'ল...
চকুৰ পানীয়েই ওলায়।
(চকুপানী মচে)
আছিল সুখৰ কাল
পুৰা-গধূলি সকলোৱে মিলি ধৰিছিলো তাল
কত কিমান ৰাগ
উঠিছিলে পাগ।
আশোৱাৰী পৰিতাল, ধনশ্ৰী একতাল
দাদৰা তালত ভৈৰৱী আৰু কানাড়া-তিনতাল।
আৰু দেখোন জানাই
চল' প্ৰগ্ৰাম আমি নকৰোৱে প্ৰায়
সমবেত গীত গাওঁ।
— ঃ জানো জানো জানো। পথাৰত চেচুৰ খানো।
মাজতে এখন বহল পথাৰ দুফালে দুখন হাবি
এইফালে যদি সা বুলি কয় সিফালে বুলিব নি
— ঃ এইটিয়ে যদি পা বুলি কয়
সিটিয়ে বুলিব ধা।
— ঃ সিটিয়ে যদি গা বুলি কয়
ইটিয়ে বুলিব মা।
শিয়ালী ঃ আৰু গীতৰ ভাষাও মইনাইত
ভাষাৰ ওপৰৰ ভাষা
একেবাৰে ৰাষ্ট্ৰভাষা
ক্যা ক্যা হোৱা হোৱা
ক্যা হোৱা ৰাজা হোৱা

ৰাতি অভি কিত্না হোৱা
নহয়নে ৰাষ্ট্ৰভাষা?
কিমান যে ৰজা ভাঙিলো পাতিলো
নীলা শিয়ালক ধৰি
দেহি ঐ
সুনীয়া সঁফুৰা দিনবোৰ আজি
কোনেনো নিলেহি হৰি
— : পিছে শিয়ালী পেহী
ইননি বিননি এৰা
আচল কথাষাৰি কোৱা।
উপজি পুৱাতে খৰখেদা কৰি
ক'লৈনো চেকুৰি যোৱা?
শিয়ালী : সৌযে দেখিছ ভলুকা এজোপা
মলুৱা বেজৰ ঘৰ।
ৰ'দৰ জিলিঙনিত আয়েমেৰে বহি খজুৱাই আছে খৰ।
তালৈকে বুলি আহিছো ওলাই
বোৱাৰী পুৱাতে হেলাই-হেফাই।
— : কাৰনো কি হ'ল?
কাউৰীয়ে কা নৌ কৰোতেই বেজক যে লগা হ'ল?
শিয়ালী : কথা পেহায়েৰৰ। বোলো পেহায়েৰৰ কঁকাল।
হেৰৌ, গোটেইটো হেকেৰা হ'ল
পিঠিৰো ছিগিল ছাল।
— : কিনো কোৱাহে পেহী, পেহাৰনো ক্যা হোৱা?
পৰহি ৰাতিও শুনিছিলো দেখোন বনৰীয়া নাম গোৱা।
শিয়ালী : তাতেই গোলমাল। আকালৰ কাল। পৰহি দিনা ৰাতি
অ' পেহায়েৰৰ আক' বনৰীয়া নামৰ চখটো বৰ বেছি
পৰহি দিনাও ৰাতি কাণত ঠিলা দি নাম দুফাকিমান
গাওঁগৈ বুলি ভাবি
যি ওলাই গ'ল, সিয়ে কাল হ'ল।
ৰাতিৰ এপৰ নাম গুণ গাই ঘৰলৈ ঘূৰিব ল'লে
তেনেতে শুনক গাঁৱৰ ফালে কুকুৰাই ডাক দিলে।

— ঃ ৰাতি নৌ পুৱাওঁতেই কুকুৰাৰ ডাক
নিশ্চয় ব্ৰয়লাৰ হ'ব।
পোনাৰামহঁতৰ ফাৰ্মখনৰে ব্ৰয়লাৰকিটা হ'ব।
শিয়ালী ঃ তহঁতে দেখোন জানই
মেলিনা হোৱাৰ পিছৰে পৰা
তেওঁৰ খঁকটো হ'ল বেছি।
বিলাতী কুকুৰাৰ মঙহ লাগে খাব নোৱাৰে দেছী (দেশী)
ব্ৰয়লাৰ কুকুৰা নোদোকা নোদোকা
থোপোকা থোপোকা সোপোকা সোপোকা চকুত উঠিল ভাহি
ঘৰলৈ বুলি নাহি
বাট পোনালে পোনাৰামহঁতৰ বাৰীখনলৈ বুলি।
মঙহ খাবলৈ মন তাতেই অঘটন
পোনাৰামহঁতৰ ঢেকুৰাটোৱে অকলশৰীয়াকৈ পাই।
পেহায়েৰৰ পিঠিৰ ছাল পেলালে বখলিয়াই।
— ঃ ভালেই হ'ল বুলিব লাগে
উচিত শিক্ষাকে হ'ল লোৱা কিনো দিন কাল হ'ল।
বনৰীয়া হাঁহ বনৰ কুকুৰা বনৰ শহাপহু
মুখত হ'বলা জুতি নালাগিল খজুৱাইছিল খহু?
শিয়ালী ঃ নক'বি নক'বি আইতা হেৰ নক'বি দুখৰ কথা।
কোনেনো বুজিব নিৰীহ নিমাখিত
শিয়ালৰ দুখ ব্যথা।
আছিলো হাবি বনত, বনৰ কুকুৰা ধৰি খাইছিলো
সুখ পাইছিলো মনত।
হাবিও নোহোৱা হ'ল
বনৰ কুকুৰা বনৰ শহাপহু কাললৈ হেৰাই গ'ল।
যিবা দুই এটা আছে তাতো আকৌ মানুহৰ চকু
মানুহ মখালৈকে নাটে
জানই দেখোন
খোৱাৰ ক্ষেত্ৰত আমাৰ বাছ-বিচাৰ নাই, মৰা আধামৰা
গেলি পোক দিয়া, সোপাকে পেলাওঁ খাই।
পিছে মানুহৰো যে কথা

যিবা দুই এটা মৰা গৰু গাই পথাৰত পেলাই যায়
তাতো হেৰ' বটলে বটলে ফেনাইল ঢালি থৈ যায়।
— : হয় যি নহয় হয়
— : কথাটি তেনেই হয়।
সিদিনা মৰিল শগুনী আইতা গৰু-মঙহ খাই
— : কাউৰী বায়েও সেয়েহে হ'বলা, নাৰ্ছিং হোমলৈ যায়।
শিয়ালী : এনেও নাই থাকিবলৈ ঠাই
তাতে খুৱাইছে বিষাক্ত দেৰাই
ক'তনো বাচি থাকো
সেয়েহে গাঁও নগৰ চহৰলৈ
ঘনাই মাৰিছো মাকো।
— : শুনিছো মানুহৰ বিভাগ এটা আছে
ৰাখে বোলে হাবি বন।
তালৈকে গৈ দি চাবাচোন মস্ত পিটিশ্যন
— : নগৰত থকা ফপৰা কুকুৰলৈ যদিহে লাগে ভয়
কাউৰী বাইটিকে দি পঠিয়াবা দি থৈ আহিবা ডাকত।
— : পিছে শহাপহু এটিও লগত গাঁথি দিবা
খাব জালুকীয়া শাকত (আমন জিমনকৈ বগলী সোমাই আহে)
— : বগলী ককাই বেগত ঘূৰিলা পালানে চালানী মাছ?
ডালমুট চোবাই ডিঙিটো ঘূৰাই
দিলানে এটি নাচ?
বগলী : পাইছিলো পাইছিলো
বৰফ দি থোৱা তেজ নাইকিয়া মাছ এচকল ভাগত
পিছে মানিবেগটোহে এৰি থৈ আহিলো বাঁহৰ টিকনি আগত।
মাছ-পুঠি আৰু কিনা কুটা নহ'ল
শুদা মুখেৰেই ঘূৰিবৰ হ'ল, লঘোনেই হ'ব আজি।
ভেকুলী দুজনী জীয়াই থোৱা আছে, বৌৱেৰে দিব ভাজি।
(বগলী গুচি যায়।)
— : বেচেৰা বুঢ়া বগলী
লঘোনীয়া পেটেৰে কেনেকৈনো বাৰু নাচিব নিতৌ গধূলি?
শিয়ালী : আৰ্জিলে ফল ভুঞ্জিবলৈ পায়

শাস্ত্ৰত জানো লিখা নাই।
বগা ড্ৰেছ কৰি ভকত সাজি বিলৰ পাৰত বহি
আভুৱা ভাঁৰি হোজা গাঁৱলীয়া মাছসোপা যে খালে
তেহে কেঁকোৰাই চেপা দিলে।
পাহৰিলি নেকি সেইবোৰ কথা, বিলৰ পাৰত ঘটা?
— ঃ নাই পাহৰা নেপাহৰো মানুহৰ বদমাচি
নানা ছল কৰি মাছসোপা ধৰি বগলীক আচামী কৰি
সাধু লিখি দিলে ল'ৰা-ছোৱালীৰ হাতত কেটেপা দি।
— ঃ বাৰু পেহী ঔ শিয়ালী, বহিবলৈ নাই পিৰালি
ঘাঁহনিডৰাতে বাগৰ এটা মাৰি সাধু এটিকে কোৱা
ৰাজকুমাৰে ৰাজকুমাৰীক চাদি কৰাবলৈ যোৱা।
— ঃ অঁ অঁ সেইটি সাধুকে কোৱা নিদিবা হ'লে হোৱা
সৰুকণহঁতৰ ফপৰাটোৱে খাবলৈ আহিছে চুৱা।
শিয়ালী ঃ কিন্তু দূৰত শুনিছো হোৱা
পেহায়েৰৰ মাত সেয়া,
কঁকালৰ বিষত থাকিব নোৱাৰি
বনৰীয়া নামকে গোৱা।
সাধু কথা বাৰু পিছে পৰেও ক'ম
এতিয়া বেজক বিচাৰিহে যাওঁ
আহ যোৱাৰ আগতে সবে মিলি জুলি
নাচোন এটা দি যাওঁ।
পানী লাগি আছে, মাতটোও ভাগিছে
তথাপিও বাৰু গীতটো ময়ে গাওঁ।
(শিয়ালীয়ে গীত লগাই দিয়ে— শিয়ালী এ নাহিবি ৰাতি।
সকলোৱে নাচে। দূৰত কুকুৰৰ ভুকভুকনি শুনা যায়।)
শিয়ালী ঃ কথাহে বিষম, সাইখাত জীয়া যম।
আইটিহঁত হেৰ, আহিলোহে মই
ৰাতি এপৰত দলেবলে আহি কথাৰ মাৰিম চয়
(শিয়ালী কোবাকুবিকৈ আঁতৰি যায়)
— ঃ ঢেকুৰা আহিছে চেকুৰি চেকুৰি মানুহৰ প্ৰতিনিধি
ভু ল'বলৈ বনৰ জন্তুৱে ক'তবা কৰিছে কি

মানুহৰ বিৰুদ্ধে থিয় দিবলৈ কৰিছে নেকি মন
বনৰ পশু-পক্ষী গোট পিত খাই গঢ়িছে আন্দোলন

— ঃ ব'লা বাইহঁত আঁতৰিহে যাওঁ, হাত ভৰি নাই, বোমা বাৰুদ নাই
প্ৰবল শক্তিমান মানুহৰ স'তে, যুঁজাৰ বল ক'ত পাওঁ?
পিছে সুখৰ কথাটো হ'ল
মানুহৰ মাজতে মানুহ ওলাইছে বঢ়াবলে আমাৰ বল।

— ঃ হয়, হয় তেওঁলোকৰে সহায় লওঁ
অকণিহঁতকে কথাবোৰ কওঁ।
কোমল মনৰ কোমল অকণি মনত কলুষ নাই
দিওঁচোন আহা বুজাই
সুন্দৰ পৃথিৱী গঢ়িবলৈ আমাক দিবই লাগিব ঠাই।

— ঃ অ, অ দিবই লাগিব ঠাই

— ঃ দিবই লাগিব ঠাই।
(সকলোৱে গীত গাই গাই নাচে। গীত)

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসৰ শিশুনাট প্ৰতিযোগিতাত মঞ্চস্থ।)

# ধূলিৰে ওমলোতে

## নাট্যকাৰ ঃ নূপুৰ হাজৰিকা

চৰিত্ৰসমূহ :

| | |
|---|---|
| ববী (কমাৰৰ ঘৰৰ ছোৱালী) | বৰষা বৰা |
| ভাইটি (ববীৰ ভায়েক) | ঐচনজ্যোতি বৰা |
| ৰাজা (একেখন গাঁৱৰে ল'ৰা) | ৰাজেশ ভূঞা |
| বাবু (একেখন গাঁৱৰে ল'ৰা) | পাৰ্থপ্ৰতিম হাজৰিকা |
| নয়ন (একেখন গাঁৱৰে ল'ৰা) | মমিত ৰঞ্জন গগৈ |
| সোণ (একেখন গাঁৱৰে ল'ৰা) | কল্যাণময় বৰা |

(মঞ্চত ববীহঁতৰ ঘৰৰ চোতাল। ভাইটিয়ে খঙত কাৰোবাক গালি পাৰি সোমায়)

(নিৰ্দেশনা)

ভাইটি ঃ মাথা গৰম কৰি দিয়ে। ৩০ টকাটো খুজিলে সিহঁতৰ নাকত লাগে। আমি কেতিয়াবা দিবলৈ বাকী থাকিলে হ'লে—

(ববী সোমায়)

ববী ঃ ঐ ভাইটি, কি হ'লনো তোৰ? ইমানকৈ কাক গালি পাৰি আছ?

ভাইটি ঃ এ- হীৰা দাইটীয়ে দিবলৈ থকা ত্ৰিশ টকাটো খুজিবলৈ গৈছিলো। দেউতাই কৈ থৈ গৈছিল। পিছত দিম বুলি ক'লে। মাথা গৰম হৈ যায়।

ববী ঃ হ'ব হ'ব- খং কৰিব নালাগে। আৰু তই যেতিয়াই তেতিয়াই যাকে তাকে বেয়াকৈ কৈ নাথাকিবি। আমিবোৰ সাধাৰণ কমাৰৰ ঘৰৰ ল'ৰা-ছোৱালী। দেউতাই বহুত কষ্টৰে আমাক ডাঙৰ-দীঘল কৰিছে। দেউতাই আমি ডাঙৰ মানুহ হোৱাৰ সপোন দেখিছে। যা, তই ভিতৰত কামবোৰ কৰগৈ। ময়ো চোতালখন সাৰি লওঁ।

(নিৰ্দেশনা)

(ববীয়ে গীত গুণগুণাই ঠাই সাৰে। ভাইটিয়ে হাতত বাল্টি এটা লৈ সোমায় আৰু থেকেচা মাৰি থয়।)

ভাইটি ঃ মাথা নষ্ট...

(ববীয়ে মনে মনে থকাৰ নিৰ্দেশ দিয়ে। ভাইটি পানী আনিবলৈ বাহিৰলৈ যায়। ববীয়ে গীত গাই ঠাই সাৰে। অলপ পাছতে ভাইটি ঘূৰি আহে।)

(নিৰ্দেশনা)

ভাইটি ঃ ভাল লাগিছে। তই যে সেই ধূলিৰে ওমলা গীতটো গাব, সেই গীতটো গাবিচোন। বৰ ভাল লাগে।

ববী : অ', সেই গীতটো, গাম বাৰু...

ভাইটি : ৰ'বি, মই বাল্টিটো থৈ আহো। (নির্দেশনা) এতিয়া তই গাচোন গীতটো।

(নির্দেশনা ববীয়ে গীত গায়।)

গীত : হেৰোৱা সময়তে ধূলিৰে ওমলোতে .... (নির্দেশনা)

ৰাজা : ঐ, তহঁতৰ আৰু কাম নাই। এতিয়া ধূলিৰে খেলা উলিয়াইছ যে, সদায় বাচ্ছা হৈ থকাৰ মতলব নেকি?

ভাইটি : ধূলি খেলা দিনবোৰেই ভাল আছিল, জেং-মেলা নাই, খেলিলো-খালো-শুলো।

ৰাজা : অ' ডাঙৰ হ'বলৈ ভয় লাগে।

বাবু : ভয় পাদুৰা ক'ৰবাৰ।

ভাইটি : ডাঙৰ হ'বলৈ ভয় নাই। সময়লৈ ভয় লাগে। দেউতাহঁতে কোৱা শুনিছো নহয়। এতিয়া সময় বোলে বৰ বেয়া।

ৰাজা : দেউতাকৰ নেগুৰত ধৰি থকাটো।

বাবু : তই নিজে দেখা নাই নেকি।

ববী : ঐ, তহঁত মনে মনে থাকিবিনে? (ৰাজাক) আৰু তই, যেতিয়াই আহ, কিবা নহয় কিবা এটা চুপতি উলিয়াই লৱ। অলপ শান্তিৰে থাকিব নোৱাৰ নেকি।

বাবু : (ঠাট্টাৰ সুৰত) অলপ শান্তি দিয়া।

ভাইটি : চুপ থাক, অনবৰতে পেংলাই।

ৰাজা : (দূৰলৈ চাই) ঐ, ধুতীৱালা আহিছে। আমি যাওঁ। দেউতাৰক ক'বি, দাখন উলিয়াই থ'বলৈ, পিছত আহি লৈ যাম।

ববী : দা হৈ আছে। লৈ যাব পাৰিবি।

(ভাইটিয়ে দা আনি দিয়ে)

ভাইটি : এইখন, দেউতাই আৰু দহ টকা দিবলৈ কৈছে।

ৰাজা : দহ টকাহে!!

বাবু : দহ হাজাৰতো নহয়।

ববী : আমাৰ কাৰণে দহ টকাই বহুত।

(সোণ আৰু নয়ন আহে। ৰাজাই খোল চোৱে।) (নির্দেশনা)

সোণ ঃ নাপায়। দেৱবাদ্য। (ৰাজা আৰু বাবু ওলাই যায়।)

নয়ন ঃ ববী, গামোচা এখন দেচোন। মই ঘৰৰ পৰা আনিবলৈ পাহৰিলো। যোৱাবাৰ বাপজনে বৰ গালি দিলে।

ববী ঃ তয়ো যে মানুহ আৰু, নামঘৰলৈ আহিছ আৰু গামোচা আনিবলৈ পাহৰিলি। ৰ, মই লৈ আহিছো। (ববীয়ে গামোচা আনিবলৈ যায়) (নিৰ্দেশনা) এইখন ল।

নয়ন ঃ অ' বৰ ধুনীয়া গামোচা। এইখন মই ঘূৰাই নিদিওঁ দেই।

ববী ঃ বাপজন নামঘৰৰ পৰা আহিয়েই গামোচা ঘূৰাই দিব।

নয়ন ঃ সিহঁতহাল কিয় আহিছিল?

ববী ঃ দাখন নিবলৈ।

ভাইটি ঃ দহ টকা বাকী কৰি থৈ গ'ল। মাথা গৰম কৰি দিয়ে।

ববী ঃ ৰ চোন ৰ। অ' দেউতা আহিবৰে হৈছে। যা তই ভিতৰলৈ যা। (নিৰ্দেশনা)

ভাইটি ঃ মাথা গৰম হৈ যায়।

ববী ঃ তই ভিতৰলৈ যা। (ভাইটি যায়) সিহঁত ধনী ঘৰৰ ল'ৰা। দোষ আমাৰেই। দুখীয়া হৈ জনম ল'লো যে।

নয়ন ঃ ইহঁত-ইহঁত দুটাক মোৰ দেখিবলৈ মন নাযায়। কেতিয়াবা মোৰ হাতত পাব বাপ্পেকে। কিবা খং উঠিব খোলটোকে মাৰি কঁকাল বেঁকা কৰি পেলাম।

ববী ঃ হ'ব হ'ব। এতিয়া বৰমতা হৈ দেখুৱাইছ? সিহঁতৰ আগত একো ক'ব নোৱাৰ।

নয়ন ঃ আজি এইভাগ মোৰ হাতত থাকিল বুলিহে, নহ'লে।

ববী ঃ ইহ-ইয়াতহে বৰ বৰ কথা। সিহঁতৰ ওচৰত একো ক'ব নোৱাৰে। ভিজা মেকুৰী হৈ থাকে। এনেয়ে মুখখন লাওপাত-কচুপাত।

নয়ন ঃ কি তই মোক চেলেঞ্জ কৰিছ? মই সিহঁতক একো ক'ব নোৱাৰো? (নিৰ্দেশনা) ঐ ৰাজা, তহঁতে আমাক ধুতীৱালা কৰ? চাই ল'ম তহঁতক। (নিৰ্দেশনা) সেয়া দেখিলি কেনেকৈ পলালে? আজি এইভাগ মোৰ হাতত থাকিল বুলিহে— নহ'লে—। (সোণ আৰু ববীয়ে হাঁহে) তহঁতে মোক উপলুঙা কৰিছ। নাহো আৰু তহঁতৰ ঘৰলৈ। আজিৰ পৰা তহঁতৰ ঘৰত ভৰিয়েই নিদিওঁ।

ববী ঃ নাহিলে নাই। ঘূৰি যাওঁতে গামোচাখন দি যাবি।

সোণ ঃ নাপায় নাপায়। তোমালোকে ইমান কিয় চুপতি মাৰা। (নয়নক) তাতে তুমি নামঘৰলৈ ওলাই আহিছা। নাপায়।

ববী ঃ খোল বজাবলৈ পাৰিছ?

সোণ ঃ সপ্তাহত এদিন, আজি এই দেওবাৰটো। সময় কম হৈছে। তথাপিও পাৰিছো। সময় পালে কেতিয়াবা শুনাম।

ববী ঃ তহঁত আহিলে ভাল লাগে। অলপ হাঁহিব পাৰো। নহ'লে যে দিনটো মই কামৰ পৰা সময়েই নাপাওঁ। (নয়নলৈ) ঐ তোক বেয়াকৈ কওঁ যে সেইবোৰ ধৰি নাথাকিবি। (নিৰ্দেশনা) তহঁতৰে ভাল। কোনো চিন্তা নাই- ভাৱনা নাই, কষ্ট কৰিব নালাগে। আমাৰ ফালে চাচোন। কামৰ পৰা পঢ়িবলৈ সময়েই নাপাওঁ। যি অকণমান সময় পাওঁ টোপনিয়ে হেঁচা মাৰি ধৰে। (নিৰ্দেশনা)। যিদিনা মা ঢুকাল, মোৰো আজৰি নোহোৱা হ'ল। দেউতাইনো অকলে অকলে কিমান কৰিব? আমি স্কুললৈ যোৱাৰ পৰা ঘূৰি অহালৈকে সকলো কাম দেউতাই অকলেই কৰে। (খঙত) আৰু সিহঁত দহ টকা বাকী কৰি থৈ যায়। ধনী ঘৰৰ ল'ৰা। দুখীয়া মানুহৰ কথা ক'ত বুজিব।

সোণ ঃ এইবোৰ কথা চিন্তা কৰি দুখ নকৰিবা, নাপায়।

ববী ঃ ক'লেহে মনটো পাতল হয়। ভাইটিটোলৈহে বেয়া লাগে। সি বৰ সৰুৰে পৰা কষ্ট কৰিবলগীয়া হ'ল।

নয়ন ঃ দেউতা ঘৰত নাই হ'বলা?

ববী ঃ নাই, দেওবৰীয়া হাটলৈ গৈছে।

সোণ ঃ আমিও যাওঁ। দেৰি হৈছে।

ববী ঃ যাচোন, অকণ দাইটিৰ দোকানৰ পৰা কেৰাচিন অকণমান লৈ আহ। মই দেউতাক ক'বলৈ পাহৰিলো।

ভাইটি ঃ পইচা দে।

ববী ঃ পইচা নাই। দেউতা আহিলে দিবহি, যা।

ভাইটি ঃ নাই, অকণ দাইটিৰ তাত আগৰে ৫২ টকা বাকী আছে। মোক সিদিনা কৈছিলে। এতিয়া মই আকৌ খুজিবলৈ নোৱাৰো। বাৰু, অকণ দাইটিয়ে যে কুঠাৰখন নিছিলে পইচা দিলেনে?

ববী ঃ এটকাও নাই দিয়া।

ভাইটি ঃ অ, সিহঁতৰবোৰ পইচা, আমাৰবোৰ খোলাকটি। বটলটো দে।
(ববী ভিতৰলৈ যায়, ৰাজা আৰু বাবু আহে (নিৰ্দেশনা)।

ৰাজা ঃ ঐ, এইখন দা তই বনাইছিলি নে দেউতাৰাই।

ভাইটি ঃ কিয়?

বাবু ঃ কিয়-চিয় সুধিব নালাগে, যি সুধিছো তাৰ জবাব দে।

ভাইটি ঃ মই বনাব পাৰো নেকি? দেউতাই বনাইছে।

ৰাজা ঃ এইখন দা হ'ল নেকি? (নির্দেশনা)

বাবু ঃ দেখাত হৈছে, কামত হোৱা নাই।

ভাইটি ঃ ক'তা, ঠিকেই আছে দেখোন।

ৰাজা ঃ তহঁতে বনাইছ কাৰণে ঠিকেই দেখিবি। কাম কৰিলেহে গম পাবি।
(ববী সোমাই আহে)

ববী ঃ কি হ'লনো তহঁতৰ?

ভাইটি ঃ দাখন বোলে বেয়া হৈছে।

ববী ঃ (দাখন লৈ) ঠিকেই আছে দেখোন। বাৰু, থৈ যা, দেউতা আহিলে বনাই দিব। কালিলৈ লৈ যাবি (সোমাই যায়)

ৰাজা ঃ এনেয়ে দেৰিকৈ দিছ, আকৌ কালিলৈ নিব লাগে। (ভাইটিক) তয়েই ঠিক কৰি দে।

ববী ঃ সি বনাব নোৱাৰে। দেউতাইহে বনায়।

বাবু ঃ ই নোৱাৰে? অ খাই বৈ গাহে বঢ়াইছে।

ভাইটি ঃ ঐ লেমটৌ, তই মনে মনে থাক।

বাবু ঃ ঐ চুপ, মুখ চম্ভালি কথা ক'বি।

ৰাজা ঃ চাই ল'ম তোক। কতা ভিকহু।

(নির্দেশনা)

ববী ঃ জানিছিলো মই, শেষত তই এনেকুৱা এটা কথাই ক'বি। তহঁতবোৰ ধনী মানুহ যে, সেয়েহে গর্বটো বেছি। আমি লোহা পিটি দা-কটাৰী গঢ়া মানুহ। তহঁতকো গঢ়িবলৈ বেছি সময় নালাগে।

ভাইটি ঃ চাই থাকিবি, এদিন ময়ো টকা ঘটিম। বহুত টকা।

**ৰাজা ঃ সপোন দেখি লাভ নাই। কেনেকৈ ঘটিবি? চোৰ কৰিবি নে ডকাইত?**

**ববী ঃ চোৰ-ডকাইত কৰাৰ মতলব থকা হ'লে লোহা পিটি গঢ় দিয়াৰ দৰে কাম নকৰিলোহেঁতেন। এটকা-দুটকাৰ বাবে আমি কিমান কষ্ট কৰো, দেউতাই কিমান কষ্ট কৰে, সেয়া তহঁতে নুবুজিবি।**
**(সোণ আৰু নয়ন সোমায়)**

সোণ ঃ নাপায় (নির্দেশনা) তোমালোকে নিজৰ মাজতে কিয় কাজিয়া কৰিছা? এইবোৰ বেয়া কথা। আমি একেখন গাঁৱৰে ল'ৰা-ছোৱালী। একেলগে ধেমালি কৰি ডাঙৰ হৈছো। আমি যদি মিলি থাকিব নোৱাৰো, আনে সুবিধা ল'ব।

নয়ন ঃ মিলি থাকিবলৈ হ'লে প্রত্যেকেই চেষ্টা কৰিব লাগিব, এজন-দুজনে কি কৰিব?

বাবু ঃ অ' তাৰমানে আমি মিলি থাকিব নোৱাৰো?

নয়ন ঃ অ', নোৱাৰ তহঁতে।

ৰাজা ঃ কি হ'ল? তহঁতৰ আজি খোল শিকা নহ'ল নেকি?

সোণ ঃ নামঘৰত আজি কিবা মিটিং আছে। সেয়েহে—

বাবু ঃ সেয়েহে ইয়াত আহি বৰ বৰ লেকচাৰ মাৰি আছ!

ৰাজা ঃ যা যা ঘৰলৈ যা। ঘৰলৈ গৈ খোলটো খিট্‌টৌ খিট্‌টৌ কৈ বজাই ওচৰৰ মানুহক ডিষ্টাৰ্ব কৰি থাকগৈ। আমাৰ কথাৰ ভাগ ল'বৰ দৰকাৰ নাই।

সোণ ঃ দৰকাৰ নাই বুলি কিয় কৈছা? ভগৱানে নকৰক, তোমালোকৰ যদি কিবা আপদ-বিপদ হয়, আমি যাব লাগিব আৰু আমাৰ বিপদত তোমালোক।

ৰাজা ঃ আমাৰ বিপদত তহঁত অহাৰ দৰকাৰ নাই। আৰু ইহঁত, এই ভিকহুকেইটাতো একেবাৰেই নালাগে।

ভাইটি ঃ ঐ বাৰে বাৰে ভিকহু বুলি কৈ নাথাকিবি দেই। কিবা খং উঠাই দিম।

ৰাজা ঃ কি তই মোৰ হাত হাত উঠাবি। উঠাচোন উঠা (নির্দেশনা-ভাইটি আৰু ৰাজাই হাত উঠাব ধৰে, সকলোৱে বাধা দিয়ে।)

ববী ঃ তহঁত সব মনে মনে থাকচোন।

সোণ ঃ তোমালোকৰ হৈছে কি? কিয় এনেকুৱাখন কৰিছা?

ভাইটি ঃ বাৰে পতি সি আমাক ঠাট্টা কিয় কৰিছে?

ৰাজা ঃ সঁচা কথা ক'লে ঠাট্টা কৰা হয়।

বাবু ঃ গাত লাগিছে।

নয়ন ঃ ময়ো চাই আছো। তহঁত দুটাৰ তেলটো অলপ বাঢ়িছে। সকলোকে ঠাট্টা কৰিবলৈ লৈছ। আমাকতো ধুতীৱালা-খোলপাৰ্টি বুলি হাঁহই।

ৰাজা ঃ ধুতী পিন্ধিলে ধুতীৱালা বুলি নকৈ কি বুলি ক'ব লাগে?

সোণ ঃ ধুতী অসমীয়া সমাজৰ পোছাক। আৰু এই খোল অসমীয়া সংস্কৃতিৰ অংশ। ধুতী পিন্ধা বা খোল বজাবলৈ শিকাটো লাজৰ কথা নহয়। বৰং এনে কৰিলে মন ভালে

থাকে আৰু মন ভালে থাকিলে সকলো ভালে থাকে। তোমালোকেও এনে কৰিবাচোন।

বাবু ঃ কোনো দৰকাৰ নাই।

নয়ন ঃ তাকে নকৈ ক'বি কি? পঢ়া-শুনা, খেল-ধেমালি, গীত-মাত কিনো ভাল পাব তহঁতে?

ভাইটি ঃ সেই কাৰণেই কৈছো। ধূলিত ওমলা দিনবোৰেই ভাল আছিল।

ববী ঃ এৰা, সেইবোৰ সময়েই ভাল আছিল। উচ্চ-নীচ, ধনী-দুখীয়া একো নাই। ধূলিৰেই ঘৰ, ধূলিৰেই ভাত আৰু ধূলিৰে ফাকু।

সোণ ঃ অ, কেতিয়াবা কিবা লাগি কান্দিলে, চকুৰ পানী গালত শুকুৱাৰ আগতেই পাহৰা যায়। সেইবোৰ দিন আকৌ ঘূৰি অহা হ'লে।

নয়ন ঃ যোৱা দিন ঘূৰি নাহে। কিন্তু সেই কথাবোৰ মনত ৰাখি আমিতো মিলি-জুলি থাকিব পাৰো।

সোণ ঃ (বাবু-ৰাজাক) তোমালোকে বাৰু ধুতী পিন্ধি খোল বজাবলৈ শিকিব নালাগে। কিন্তু তোমালোকৰ বয়সৰ আটাইবোৰৰে মনবোৰ বুজিবলৈ চেষ্টা কৰাচোন। সকলোতো তোমালোকৰ দৰেই তেজ-মঙহৰ মানুহ। তোমালোকৰ যেনেকৈ সপোন আছে, সকলোৰে আছে।

নয়ন ঃ তহঁতে বেয়াকৈ ক'লে তহঁতৰ নিজৰ ৰূপটোহে ওলাই পৰে। আনৰ সন্মান হানি নহয়।

ববী ঃ আমি এটা কাম কৰিব নোৱাৰোনে? আমিবোৰে নিতৌ কোনোবা এঠাইত গোটখাই গীত-মাত, খেলা-ধূলাৰ চৰ্চা কৰিম, কথা পাতিম। ইজনে সিজনৰ মন বুজিম। সুখত সুখী দুখত সমভাগী হ'ম আৰু ওমলা দিনৰ গীতবোৰ গাম। সেই যে... (নিৰ্দেশনা)

সোণ ঃ এৰা বৰ ভাল হ'ব। (বাবু-ৰাজাক) তোমালোকে কি কোৱা?

ৰাজা ঃ তহঁতৰ যি মন যায় কৰি থাক।

বাবু ঃ আমাৰ সেইবোৰত সোমাবৰ দৰকাৰ নাই।

নয়ন ঃ তহঁতৰ দৰকাৰ নাই বুলি কিয় কৈছ? আমাকতো সকলোকে লাগে।

সোণ ঃ সকলো মিলিহে সমাজ হয়। সমাজ ভাল হ'লেহে দেশৰ উন্নতি হয়।

ববী ঃ এতিয়াও তহঁতৰ মনবোৰ সলনি হোৱা নাইনে? সমাজখন ভাল হোৱাটো তহঁতে নিবিচাৰনে?

ৰাজা ঃ নিবিচাৰো। সমাজৰ কথা কয়! আমি যাওঁ। ঔ ব'ল- (যাবলৈ ধৰে, নয়নৰ কথাত ৰয়— নিৰ্দেশনা)

নয়ন ঃ তহঁতে মিছা কৈছ। যদি আঁতৰি যাব খুজিছ যা। কিন্তু তহঁতৰ মনত এতিয়া কি চলিছে আমি বুজিছো। আহচোন আকৌ আমাৰ লগলৈ।

ববী ঃ তহঁত এতিয়া আকৌ সেইটো ৰাজা হ'চোন, সেইটো পাৰ্থ হ, যিটো আছিল ধূলিৰে ওমলা দিনত।

সোণ ঃ তেতিয়াহ'লে আজিৰ পৰা আমি সকলো একেলগে থাকিম। ববীয়ে কোৱাৰ দৰে আমি এঠাইত গোট খাম।

ভাইটি ঃ ইমান ভাল সময়টোত তহঁতে খোলটোকে অকণমান বজা।

ববী ঃ অ' সময় পালে শুনাম বুলি কৈছিলি নহয়।

নয়ন ঃ এৰা সোণ-খোল ল।

(খোল বজায়। ৰাজা আৰু বাবুৱে আপ্লুত হৈ ওচৰ চাপে (নিৰ্দেশনা।)

— সমাপ্ত —

(অসম শিশু সাহিত্য ন্যাসৰ নাট প্ৰতিযোগিতাত 'ববী' চৰিত্ৰটোৰে শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান লাভ কৰে।)

# কুৰুক্ষেত্ৰত খেলিমেলি

ৰচনা আৰু পৰিচালনা ঃ নিতুল ভূঞা

(ক্লাব জাতীয় এটা কোঠা, এচুকত মইনা পাৰিজাতৰ এখন ছাইনব'ৰ্ড পৰি থাকে। সোঁমাজত এখন বেঞ্চ আৰু একাষে এখন চকী, বেৰত এখন পুৰণি ফটো। আইমণিয়ে চকী এখনত বহি বচন মাতি থাকে। পৰিচালকৰ ইচ্ছা মতে দৃশ্য সজাই ল'ব।)

আইমণি : প্ৰিয়তম...প্ৰিয়তম (মনত পেলায়), আপোনাক ইমান চিন্তিত দেখিছো কিয় নাথ? (উঠে) জীৱন কাহিনী মোৰ শুনিবি অভাগী? (বহে) নাথ () মাতৃ আহি কৈ গ'ল আজি প্ৰভাতত ৰাধাৰ নন্দন তুমি নহয় নহয়, জ্যেষ্ঠ পুত্ৰ তুমি মোৰ ভ্ৰাতৃ পাণ্ডৱৰ। () এস, ভাল লগা নাই। বাবুদাই এফালৰ পৰা ফৰফৰাই গাই যাব, মই মাত্ৰ মাজে মাজে নাথ, প্ৰিয়তম নহ'ব দেই...। আজি ইহঁতক সুধি ল'ম, ছোৱালীয়ে কি মতা মানুহৰ ভাও ল'ব নোৱাৰে নেকি? মতা এটা দিলে ল'ম, নহ'লে নকৰো নাটক-চাটক। (হঠাৎ বাহিৰত ফুল ভলিউমত হিন্দী গান এটা বাজি উঠে)

আইমণি : এই পোৱালি বন্ধ কৰ (বাহিৰৰ পৰা গালি পাৰি ধুনু সোমাই আহে)

ধুনু : তোৰ টেপ নে চেপ সেইটো একে মাৰে ভাঙি গুৰি কৰিম। আমি গোটেইকেইটা গৈ কিমানবাৰ ক'লো বোলো আবেলি এইকণ সময়ত টেপ নে চেপটো নবজাবি, আমি ৰিহাৰ্চেল কৰিব লাগে। ই এটা কথা ক'লে নুশুনে ঐ। জয়ৰাম বৰতা আহিলে *পিঠি ফালি* দিব ৰ।

আইমণি : (কৃষ্ণৰ দৰে) সখা, মাটিৰ মানুহ যাব মাটিতেই লীন, কিয় কৰা মিছাতেই দন্দ-খৰিয়াল?

ধুনু : পেংলাই নকৰিবি কিন্তু, কৈ দিছো। (হৰিধ্বনি দি মানুকণ আৰু জিণ্টু সোমাই আহে, পিছে পিছে পাপু প্ৰৱেশ কৰি আহি তিনিওটা যথাস্থানত ৰয়)

(Direction)

পাপু : মোৰ বোধেৰে এইবাৰ গুৰু দ্ৰোণাচাৰ্যকেই সেনাপতি পতা হওক।

মানুকণ : বচন ভুল হৈছে।

পাপু : (মনত পেলাই) নাই হোৱা ভাগিন। গুৰু দ্ৰোণক সেনাপতি পাতিলেই আমাৰ যুদ্ধ দপদপাই চলি থাকিব।

জিণ্টু : বচন-চচন নাই, এনেকুৱা ভাও নলওঁ।

পাপু : অ' মনত পৰিছে। কৰ্ণ আকৌ বীৰ, কিন্তু...।

জিণ্টু : কোনো কিন্তু নাই। মোক যদি সেনাপতি পাতে এদিনতে পাণ্ডৱ শূন্য ধৰণীত মানুকণক...

মানুকণ : ঐ মূৰ্খ, চুপ।

জিণ্টু : দুৰ্যোধনক অৰ্পণ কৰিব পাৰো। অত্তদিনে যুদ্ধৰ গতি নিৰীক্ষণ কৰি আছিলো মামা। (পুনৰ ফুল ভলিউমত বাহিৰত হিন্দী গান বাজে। তিনিওটাই একেলগে.... ঐ পোৱালি, চুপ।)

আইমণি : ৰিহাৰ্চেললৈ নাহে। বাপেকৰ দোকানত বহি বহি অকল খালী হিন্দী গান বজোৱা।

ধুনু : ইয়াক ভাও ল'বলৈ দিব নালাগে। ইয়াক কৃষ্ণ ভাও সলাই দিব লাগে।

মানুকণ : নিদিলে দিবি কাক? ভীম ল'বলৈ মানুহ নায়েই। দুঃশাসন যদি ই লয় তেতিয়াহ'লে কৰ্ণ কোনে ল'ব?

আইমণি : মই কথা এটা কওঁ। তহঁত মতাকেইটাই ভীম-দুঃশাসন ল'ব লাগিব বুলি ক'ত লিখা আছে। (মানুকণৰ গদাটো থাপ মাৰি আনে) মই হ'ম ভীম (ভীমৰ মোচন ধৰে)। হু, মোক দুঃশাসন এটা দে। (Direction) (বাহিৰৰ পৰা চক্ৰ এখন লৈ কৃষ্ণৰ দৰে হাঁহি হাঁহি পোৱালি সোমাই আহে)

পোৱালি : কোনো ক্ষমা নাই, সখা যুদ্ধক্ষেত্ৰত ক্ষমাৰ কথাই নাহে। সপ্তৰথীয়ে বেৰি বালক অভিমন্যুক বধ কৰাৰ সময়ত তাৰে এজন তুমিও নাছিলানে? ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰ হৰণ কৰোতে কোন ধৰ্ম মতে নিমাতে নিটালে বহি আছিলা ধাৰ্মিক?

আইমণি : (হাঁহি পোৱালিক খেদি যায়) তই, তয়েই ৰাজসভাত কেশ স্পৰ্শ কৰিছিলি সতীৰ। তোৰ আজি ৰক্তপান কৰিম।

পোৱালি : অ, মই নহয়, মই কৃষ্ণহে।

আইমণি : (মোচন ধৰি) কৃষ্ণ-চৃষ্ণৰ কথা নাই, আজি দুঃশাসনৰ ৰক্তপান, হাঃ হাঃ হাঃ... (এটা হাতে পোৱালিক থাপ মাৰি ধৰে আৰু চোঁচোৰাই টানি লৈ আহে) (Direction) পোৱালিয়ে বিলাপ কৰে।

পাপু : এনেকুৱা মাইকী ভীম ওলালে মানুহে চেঙেল দলিয়াব।

পোৱালি : ঐ এৰি দে, মই কৃষ্ণহে।

আইমণি : আজি দয়া নাই, আজি ক্ষমা নাই। ভীম নোহে আজি কালান্তক যম।

মানুকণ : এৰি দে, হেৰৌ তাক এৰি দে। ভগৱান শ্ৰীকৃষ্ণৰ যদি ৰক্তপান কৰ, কুৰুক্ষেত্ৰ নহৈ এইখন পুলিচক্ষেত্ৰ হ'বগৈ।

পোৱালি : এইবোৰ কি ধেমালি কৰিছ? কথা বেয়া হ'ব কিন্তু, মোক এৰি দে।

আইমণি : আমি ৰিহাৰ্চেল কৰোতে তহঁতৰ দোকানত আজিৰ পৰা টেপ বাজিবনে?

পোৱালি : (ভয় খাই) নবজাওঁ, নবজাওঁ।

আইমণি : ৰিহাৰ্চেললৈ সদায় সময় মতে আহিবিনে?

পোৱালি : আহিম, আহিম।

ধুনু : (আইমণিক ধৰি উঠাই নিয়ে) আহা মাইকী বৃকোদৰ, এওঁক ইমানতে ক্ষমা কৰা। ৰিহাৰ্চেললৈ সদায় সময় মতে আহিম বুলিছে যেতিয়া চিন্তাৰ কাৰণ নাই।

পোৱালি : মই আজি ৰিহাৰ্চেললৈ দেৰিকৈ অহাৰ কাৰণটো শুন।

ধুনু : কাৰণটো আৰু কি হ'ব, তহঁতৰ দোকানত বহি টেপ নে চেপটো বজাব লাগে। তইতো স্কুললৈ ৰেগুলাৰ নাযাব?

পোৱালি : নহয় অ'...

আইমণি ঃ এহ হৈছে দে। তই কিহৰ কাৰণটো ক'বি অ'...

জিণ্টু ঃ উস...ৰচোন, তাক কথাটো ক'বলৈ দে।

পোৱালি ঃ আমাক কুৰুক্ষেত্ৰ পাতিবলৈ নিদিয়ে।

(সকলোৱে একেলগে) ঃ কোনে?

পোৱালি ঃ গণেশ মামাহঁতে।

মানুকণ ঃ উৱা, দিনত আমাৰ স্কুলত সৰস্বতী পূজা, ৰাতিটো সেইদিনা পঢ়া নহয়েই। গণেশ মামাহঁতৰ ক্লাবটো এনেয়ে আছে।

জিণ্টু ঃ এইটো কিবা গণেশ মামাহঁতৰ ক্লাব নেকি? এইটো আমাৰ মইনা পাৰিজাতৰ ঘৰহে।

মানুকণ ঃ মইনা পাৰিজাতৰ ঘৰেই বা ক্লাব ঘৰেই হওক, এইটো এনেয়েহে পৰি আছে। মিছাতে নিগনি-মকৰাৰ বাহ হোৱাতকৈ আমিয়েই যেনিবা কিবাটো কৰি আছোহি। সৰস্বতী পূজাৰ দিনা সন্ধিয়া আমি ইয়াতে নাটক এখন কৰিম, ওচৰৰ মানুহে চাব। কিনো বেয়া কথাটো হ'ব?

পোৱালি ঃ আমাৰ মতে সেইটো ভাল কথা। দুৰ্যোধন, দুঃশাসন, ধৃতৰাষ্ট্ৰ অৰ্থাৎ গণেশ মামা, হীৰেন দাদা, ইহঁতৰ মতে সেইদিনা আমি নাটক কৰাটো ফাল্টু কাম। ৰাতি ক্লাব ঘৰত ফাংচন পাতিব, গান গাব, নাচিব।

আইমণি ঃ অ' যোৱাবাৰ যে গাইছিল ঋত্বিক ৰোচন।

মানুকণ ঃ গোটেই ৰাতিটো কোনোবাই অসমীয়া গান এটা গোৱা শুনিলি? মাজতে ধুনুৱে যে গাইছিল..

ধুনু ঃ নাহৰ ফুলে নুশুৱাই.. শেষ কৰিবলৈ নাপালোৱেই, দীপদাই আহি ৰেকৰ্ডাৰ টানি লৈ গ'ল। বোলে এইবোৰ মইনা মেলৰ গান ইয়াত নচলিব।

জিণ্টু ঃ ক্লাবত যদি নিদিয়ে জৰিতলৰ পকাটোতে কৰিম। মুঠতে এইবাৰ সৰস্বতী পূজাত নাটক কৰিমেই।

ধুনু ঃ লাইট, মিউজিক, চেটিংছ- এইবোৰৰ কি হ'ব?

জিণ্টু ঃ আমাৰ গোটেইকেইঘৰৰ পৰা বিছনাচাদৰ আনি দুফালে দুটা খুঁটা পুতি আৰি দিম, হৈ যাব।

মানুকণ ঃ পাপাক কৈ আমাৰ গেছ লাইটটো লৈ আহিম। ধুনুহঁতৰ চাৰ্জ লাইট এটাও আছে নহয়?

ধুনু ঃ অ' আছে।

মানুকণ ঃ লৈ আনিবি, পাপুৱে স্পট লাইট চলাব।

ধুনু ঃ আৰু মিউজিক?

মানুকণ ঃ কেলেই, আমাৰ পাৰিজাতৰ ঢোলটো আছেই দেখোন।

জিণ্টু ঃ অ' নাটক হ'ল কুৰুক্ষেত্ৰ আৰু ই বজায় ঢোল! তোৰ মূৰৰ গণ্ডগোল হোৱা নাইতো?

মানুকণ ঃ মূৰৰ গণ্ডগোলৰ কথা নক'বি দেই, একে মাৰে সৌ তাত পৰিবিগৈ।

জিণ্টু ঃ পেলাচোন বাৰু চাওঁ!

মানুকণ ঃ চাব নেকি? (দুয়োটাৰে দবৰা-দবৰি যুদ্ধ লাগে। ধুনু আৰু আইমণিয়ে ঢোলটোত মিউজিক দিয়ে)

পোৱালি ঃ (কৃষ্ণই কোৱাৰ দৰে পাপুক কয়) মামা-ভাগিন বুলি মুখৰ অমৃতেৰে বুৰাই অন্তৰত হলাহল বিষ ঢলাতকৈ সন্মুখ সমৰত দবৰা-দবৰি কৰাই শ্ৰেয়।

পাপু ঃ বাদ দিয়া হে যদুপতি, ফোপনি উঠিলে নিজেই বৈ যাব। (Direction) (গোটেইবিলাকে কাজিয়া ভাঙি দিয়ে)

পোৱালি ঃ ভায়ে ভায়ে বিবাদ কৰি আমাৰ মইনা পাৰিজাতটো কিয় ধ্বংস কৰিব খুজিছা? মইনা পাৰিজাত ধৰ্মক্ষেত্ৰ, ইয়াত বগৰা-বগৰি, দবৰা-দবৰিৰ স্থান নাই। আহা, সকলোৱে মিলি কুৰুক্ষেত্ৰৰ প্ৰেকটিচ কৰোঁ। (ধুনুক কয়) আই কুন্তী!

ধুনু ঃ মই কুন্তী নলওঁ, মই দ্ৰৌপদীহে।

পোৱালি ঃ হ'ব, কুন্তীয়েই হোৱা বা পাঞ্চালীয়েই লোৱা, ঘামি আছে বৃকোদৰ ক্ষন্তেক বিচি দিয়া। (ধুনু আৰু আইমণি মানুকণৰ ওচৰলৈ আহি)

ধুনু-আইমণি ঃ অ' মানুকণ বিচি দিওঁনে?

মানুকণ ঃ পেংলাই কৰি নাথাকিবি দেই। খং উঠিলে ভাও-চাও নল'ম কিন্তু!

পাপু ঃ তহঁতিও দেখিছো কথাই কথাই ডাঙৰসোপাৰ নিচিনাকৈ কাজিয়া আৰম্ভ কৰিছ। ডাঙৰ হ'বলৈ কেৱল ওখ-পাখ হৈ কেৱল গাটো ডাঙৰ হ'লেই নহ'ব, চিন্তাত ডাঙৰ হ'ব লাগিব। ভাল কাম কৰিবলৈ মনত এটা ভাল জেদ থাকিব লাগিব।

ধুনু ঃ বাঃ তই দেখোন সঁচাকৈ ডাঙৰ মানুহৰ নিচিনাকৈ কথা কৈছ।

পাপু ঃ অ, অকল কোৱাই নহয়, কৰিমো। আমাৰ বাকীকেইটাই মাত্ৰ নিজৰ ভিতৰতে কুৰুক্ষেত্ৰ নলগাবি। (পৰি থকা ছাইনব'ৰ্ডখন তুলি আনেগৈ)। মিলা মিলা, হাত মিলা। আমাৰ সৰস্বতী পূজাত নাটক পাতিমেই। (আটাইকেইটাই হাত মিলায়)

আইমণি ঃ আটাইকেইটাই ঠাণ্ডাকৈ বহ। এতিয়া আচল কথাটো আলোচনা কৰ, কোনেও ফুচুঙালি কৰি নাথাকিবি।

মানুকণ ঃ (অভিনয় কৰি) কোনেও ফুচুঙালি নকৰিবি (ফিচ্‌কৈ আটাইকেইটাই হাঁহি দিয়ে)

জিণ্টু ঃ চুপ, কৰিবলৈ মন নাই যদি এতিয়াই ইয়াৰ পৰা ওলাই যা।

মানুকণ ঃ মই ধেমালিহে কৰিছিলো। এইবাৰ ছিৰিয়াছ। এই চা, বহি গ'লো।

জিণ্টু ঃ বাকী থকা ভাওকেইটা এতিয়া কাক দিয়া যায়?

ধুনু ঃ নহ'লে এটা কাম কৰ। আটাইবোৰ ল'ৰা-ছোৱালীটো ৰিহাৰ্চেললৈ নাহেই।

পাপু ঃ অ'... এইজাকক অকল ক্ৰিকেট খেলিবলৈ দিবা।

ধুনু ঃ কোনোবা ডাঙৰ এজনক নাটকখন দেখুৱাই ভাও কেইটামান কমাই দিবলৈ ক'ব নোৱাৰিনে?

পাপু : কাক ক'বি? এনেই ক্লাব ঘৰত উৎপাত কৰাৰ বাবে ডাঙৰসোপাই দেখিব নোৱাৰা হৈছে। এতিয়া আকৌ শল্য, জয়দ্ৰথ, অশ্বত্থমা, শিখণ্ডী- এইবোৰৰ টেনচন দিবলৈ গ'লে শুদাই এৰিবনে?

আইমণি : ঐ, শল্য মানে কি অ'?

জিণ্টু : মনে মনে থাক, গদাটো লৈ দপ্‌দপাই ফুৰে কাৰণে ভীমটো চিনি পাৱ, শল্যক চিনি নাপাৱ?

মানুকণ : বঢ়িয়া, পাই গ'লো। জয়ৰাম বৰতা।

আইমণি : উস, শল্য মানে জয়ৰাম বৰতা, মানে পোৱালিৰ বাপেক।

জিণ্টু : (খেদা মাৰি যায়) মনে মনে থাকিবিনে?

মানুকণ : আমি গাঁৱত বিহু মাৰিলে ঢোলটো কোনে বিচাৰি দিয়ে?

ধুনু : জয়ৰাম বৰতাই।

মানুকণ : বিহুৰ খানা খোৱাৰ দিনা কেৰাহী-বতুৱা কোনে গোটাই দিয়ে?

আইমণি : দোকানী বৰতাই, মানে জয়ৰাম বৰতাই।

মানুকণ : আমি সৰুতে স্কুললৈ নাযাওঁ বুলি কান্দি কান্দি ঘূৰি আহোঁতে লজেন গুটি খুৱাই খুৱাই কোনে স্কুলত থৈ আহিছিল?
(পোৱালিৰ বাদে গোটেইকেইটাই একলগে কয়- জয়ৰাম বৰতাই)

মানুকণ : গতিকে আমাৰ কুৰুক্ষেত্ৰৰো মেইন মানুহ হ'ব জয়ৰাম বৰতাই। বৰতাই যেনেকৈ কয়, আমি তেনেকৈ কৰিম। এতিয়া গোটেইকেইটাই বৰতাৰ ওচৰলৈ গ'লেই হ'ল।

পাপু : পোৱালিক সোধচোন, বাপেক ঘৰত আছেনে নাই?

মানুকণ : আ.. ই কেনি গ'ল? দোকান পালেগৈ নেকি? (আঁতৰত দেখে) ঐ, জুপুকা মাৰি আছ যে? আমি তোৰ দেউতাৰ কথা পাতি আছিলো, শুনা নাই নেকি? (Direction)

পোৱালি : (মন মাৰি লাহে লাহে থিয় হয়)

মানুকণ : চব সময়তে ফুচুঙালি কৰি কৃষ্ণৰ ভাও দি থকাটোৰ আকৌ কি হ'ল অ'? ঐ, তোৰ গা বেয়া নেকি?

পোৱালি : (অভিনয় কৰি) কিচনে পুছা থা মেইনে ভুল কিয়া? লেকিন য়াদ হে, জিচকি মা অভিতক জিন্দা হে। লেকিন মে জব আয়া নিচে, ৱ চলা গয়া উপৰ। অভি হে চিৰ্ফ বাপ, অৰ্থাৎ তুমলোগোকো দোকানী বৰতা, ৱ' ভী জায়েগা। ইন্তেজাম কৰ ৰহা হে। মে' ৰহ গয়া অকেলা।
(হঠাৎ কান্দি দিয়ে, গোটেইকেইটা ওচৰ চাপি আহে, পোৱালিয়ে কান্দি কান্দি কয়)

পোৱালি : তহঁতি ৰিহাৰ্চেল কৰি থাকোতে মই দোকানত ডাঙৰ ডাঙৰকৈ টেপ বজাওঁ। তহঁতক আমনি দিবলৈ নহয়, তহঁতৰ মাতবোৰ নুশুনাকৈ থাকিবলৈ। তহঁতি ইয়াত ৰিহাৰ্চেল কৰি থাকিবি, মোৰ কি দৌৰ মাৰি গুচি আহিবলৈ মন নাযায়? দেউতাক চাম নে দোকান চাম নে স্কুললৈ যাম? জ্বলাই দিম দোকান-চোকান...

মানুকণ : কিন্তু বৰতাৰ কি হ'ল?

পোৱালি : কি হৈছে ক'ব নোৱাৰো। আজি চাৰিদিন হ'ল পানী এগিলাচো খুৱাব পৰা নাই। বৰ ডাক্তৰ আহিছিল। তহঁত কোনোবা এটা খবৰ ল'বলৈ গৈছনে? অতি সোনকালে বোলে টাউনৰ হাস্পতাললৈ নিনিলে... (কান্দে, কথা ক'ব নোৱাৰা হয়)

জিণ্টু : চবফালে যুদ্ধ। এইফালে আমাৰ কুৰুক্ষেত্ৰ সিফালে গণেশ মামাহঁতৰ ওলোটা ক্ষেত্ৰ আৰু এইফালে...

পাপু : আমাৰ প্ৰাণৰ বান্ধৱ পোৱালিৰ দেউতাকৰ প্ৰাণৰ লগত যুদ্ধ।

মানুকণ : প্ৰথমতে কোনখন পাত? এইখন নে ওলোটাখন নে জয়ৰাম বৰতাৰ খন? (গোটেইকেইটা ঘূৰণীয়াকৈ বহে)

আইমণি : (পোৱালিৰ প্ৰতি) তই এপাক বৰতাৰ ওচৰৰ পৰা আহগৈ যা। (পোৱালি ওলাই যায়)

মানুকণ : ছেঃ এতিয়া কি কৰা যায়?

পাপু : (ডাঙৰ মানুহে কোৱাৰ দৰে) তই কোন?

মানুকণ : কি হ'ল?

পাপু : মই কোন?

ধুনু : বৰতাৰ এনেকুৱা বুলি শুনি এইটো পগলা হ'ল।

পাপু : হেই... নহয় ৰ (মানুকণক কয়) ক তই কোন?

মানুকণ : মানুকণ...

পাপু : মই কোন? (আটাইকেইটাই একেলগে— পাপু!)

পাপু : (আইমণিক দেখুৱাই) তই কোন?

আটাইকেইটাই : আইমণি...

পাপু : বঢ়িয়া, এতিয়া আমি আটাইকেইটা একেলগে কোন?

ধুনু : তোৰ মূৰটো।

পাপু : পেংলাই নকৰিবি। অকল মোৰ মূৰটো নহয়, আমাৰ আটাইকেইটাৰে মূৰকেইটা লগলগাই দিলে হ'ব... (দৌৰ মাৰি ছাইনব'ৰ্ডখন আনি মাজত থয়) ...কি হ'ব?

একেলগে : নৱবিকাশ মইনা পাৰিজাত।

পাপু : প্ৰতিযোগিতাত গীত-মাত গোৱাৰ বাহিৰে অন্য কিবা বিকাশ কৰিছোনে?

আইমণি : নাই কৰা।

ধুনু : ই সঁচাকৈয়ে ডাঙৰ মানুহৰ নিচিনাকৈ কথা কয় দেই।

মানুকণ : ৰ, তাক ক'বলৈ দে।

পাপু : মিলা, মিলা হাত। (আটাইকেইটাই হাত মিলায়) প্ৰথমতে জয়ৰাম বৰতাক ভাল কৰিম।

মানুকণ : পইচা ক'ত পাবি?

পাপু ঃ ধুৰ পইচা... আমাৰ মনটোহে আচল কথা, পইচা এদিনতে হৈ যাব।

জিণ্টু ঃ আমাৰ গাঁৱত নৱৈ ঘৰ মানুহ আছে, প্ৰত্যেক ঘৰৰ পৰা বিশ টকাকৈ তুলিম।

ধুনু ঃ পইচা দিব নোৱাৰা ঘৰৰ পৰা দুই কেজিকৈ চাউল।

জিণ্টু ঃ উঠাই লৈ আমাক বেয়া পোৱা গণেশ মামাহঁতৰ হাততে দিম। বোলো বৰতাক ভাল কৰি আনি দিয়া।

আইমণি ঃ হাস্পতালত যদি ভাল নহয় তেতিয়া কি কৰিবি?

জিণ্টু ঃ মই কি জানো? ডাক্তৰতকৈ ওপৰত জানো কোনোবা আছে?

পাপু ঃ আছে। ডাক্তৰতকৈ ওপৰত এজন আছে।

আটাইকেইটাই ঃ কোন?

পাপু ঃ ভগৱান। আমাৰ নিচিনা ল'ৰা-ছোৱালীক মানুহে ভগৱান বুলি কয়, আমি কৰিব নোৱাৰা কাম কি আছে! আমি ক'লে ওপৰত থকাজনেও মানিব লাগিব। গোটেইকেইটাই যদি একেলগে কওঁ (বহে)...

আটাইকেইটাই ঃ বৰতাক ঘূৰাই দিয়াচোন ভগৱান। বৰতাৰ নিচিনা ভাল মানুহবোৰক যদি তোমাৰ ওচৰলৈ লৈ যোৱা, তেন্তে আমিবোৰে কাৰ লগত থাকিম! ঘূৰাই দিয়া ভগৱান। ...বৰতাৰ ভাল হ'বই।

মানুকণ ঃ আৰু তাৰ পিছত?

জিণ্টু ঃ তাৰ পিছত কি?

আইমণি ঃ তাৰ পিছত...

জিণ্টু ঃ অ', তাৰ পিছত কি?

আইমণি ঃ (গদাটো লৈ মোচন ধৰে) তাৰ পিছত... ক্ষন্তেক বিশ্ৰাম লোৱা দেখি ভাবিছ নেকি ৰণত জয়ী হ'লো বুলি। (জিণ্টুৰ ফালে চোঁচা লয়, আটাইকেইটাৰে চিঞৰ-বাখৰ লাগে)

পোৱালি ঃ (বাহিৰত) অ' আইমণি, জিণ্টু, অ' মানুকণ। (Direction) গোটেইকেইটাই ইটোৱে সিটোৰ মুখলৈ চায়)

আইমণি ঃ বৰতাৰ কিবা হ'ল নেকি? (কান্দি দিয়ে, লগতে ধুনুৱেও)

মানুকণ ঃ (বাহিৰলৈ চায়) বেগতে আহ, কি হ'ল?

(ফোপাই ফোপাই পোৱালি সোমাই আহে, বাহিৰলৈ আঙুলিয়াই দেখুৱায়, ফোপনিত কথা ক'ব নোৱাৰে)

জিণ্টু ঃ কি হৈছে নকব কিয়?

মানুকণ ঃ বৰতাৰ কিবা হ'ল নেকি? বেগেতে ক।

পোৱালি ঃ (নাই হোৱা বুলি মূৰ জোকাৰে)

ধুনু ঃ তেনেহ'লে কি হৈছে নকব কিয়?

পোৱালি ঃ কুৰুক্ষেত্ৰ লাগিছে।

মানুকণ ঃ কুৰুক্ষেত্ৰ!

জিণ্টু ঃ ক'ত?

পোৱালি ঃ গণেশ মামা, দীপক দা, হীৰেন খুৰাইঁতৰ মাজত নামঘৰৰ ওচৰত মাৰপিট লাগিছে।

জিণ্টু ঃ মাৰপিট।

পোৱালি ঃ কিবা হেনো ব'হাগ বিহুৰ ফাংচনৰ হিচাপ মিলা নাই। দুটামানৰ মূৰ ফাটি গৈছে।

আইমণি ঃ কি কৰ এতিয়া?

মানুকণ ঃ আমি টিকলাকেইটাই কাজিয়া ভাঙিবলৈ গ'লে শুদাই এৰিবনে?

পাপু ঃ ভাঙি দিম।

মানুকণ ঃ তই?

পাপু ঃ মই নহয়, একেলগে আমি। জিণ্টু ঢোল ল।
(জিণ্টুৱে ঢোল লয়, মানুকণে তাল লয়, আটাইকেইটাই যাবলৈ প'জ লয়, পাপু একেবাৰে আগত)

জিণ্টু ঃ আমি পাতিছো কুৰুক্ষেত্ৰ, সকলোটি ওলাই আহা। (মানুকণক সোধে) ঐ, তাৰ পিছত কি?

মানুকণ ঃ (ধুনুক সোধে) ঐ, তাৰ পিছত কি?

ধুনু ঃ (আইমণিক সোধে) ঐ, তাৰ পিছত কি?

আইমণি ঃ (পাপুক সোধে) ঐ, তাৰ পিছত কি?

পাপু ঃ (দৌৰ মাৰি পোৱালিৰ ওচৰলৈ আহি) তয়ে ক তাৰ পিছত কি।

পোৱালি ঃ (ভাবে) ওঁ....ওঁ.....ওঁ....

জিণ্টু ঃ আমি পাতিছো কুৰুক্ষেত্ৰ সকলোটি আহা।

পোৱালি ঃ ওলোৱা সবে যুদ্ধৰ মাজে মেদিনী কঁপাই, কাজিয়া ভাঙিবলৈ লাগে ব'লা এতিয়াই।

পাপু ঃ যুদ্ধ ভাঙিবলৈ আকৌ যুদ্ধৰ সাজ কেলেই?

পোৱালি ঃ এৰা মামা, জগতে হাঁহে তোমাক মানে শকুনিক কূট বুদ্ধিৰ ভঁৰাল বুলি। আজি তোমাৰ এই নতুন ৰূপ দেখি মই গৰ্বিত। ওলোৱা সৱে ঢোলে-দগৰে আনন্দৰ সাজে সাজা, কাজিয়া নহয়, হাঁহিহে লাগে, প্ৰাণ খুলি সৱে হাঁহা। (Direction)

পাপু ঃ কঁকাল ঘূৰাই ঘূৰাই নাচি কাজিয়া ভাঙোগৈ ব'লা। (খৰ তালিত ঢোল বজাই গোটেইকেইটাই নাচে, Light cut)

**— সমাপ্ত —**